# ৰত্নকোষ

প্ৰথম খণ্ড ।। খণ্ড বাক্য

প্ৰণেতা

সাহিত্য-ৰত্ন চন্দ্ৰধৰ বৰুৱা



শৰাইঘাট প্ৰকাশন

বামুণীমৈদাম গুৱাহাটী ৭৮১০২১

RATNAKOSH— A D t ry f A amese ph ase d d m w th meanı g
A ssamese d E gl h w tt by Sah tyar t Ch d dh B ro ah and p bl h d
b S aigh t Praka han B m dam G wahat 781021

**Price Rs 70 00**

# ৰত্নকোষ

প্ৰথম খণ্ড ।। খণ্ড বাক্য

প্ৰণেতা সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা

প্ৰথম প্ৰকাশ ১৫ আগষ্ট ১৯৬২
দ্বিতীয় প্ৰকাশ ডিচেম্বৰ ১৯৯৭

প্ৰকাশক



শৰাইঘাট প্ৰকাশন
উদ্যোগ পাম বামুণী মৈদাম
গুৱাহাটী ৭ ১ ২১

মূল্য ৭০ ০০০ টকা

ডি টি পি কম্পিউটিং আৰু মুদ্ৰণ
শৰাইঘাট ফটো টাইপছ
উদ্যোগ পাম বামুণী মৈদাম
গুৱাহাটী ৭৮১ ২১

# পাতনি

অসমীয়া যোজোনা আদি বচন আৰু খণ্ডবাক্যবোৰৰ বিষয়ে আমাৰ সৰহ গ্ৰন্থ নাই। জয় জয়তে আজি ৬০ বছৰমান হ'ব পায় যোৰহাটৰ ৺দিবাকৰ বৰপূজাৰী ডাঙৰীয়াই ডাকৰ বচনৰ কিতাপ এখন ছপা কৰাই উলিয়াইছিল। তাক আজি কালি পাবলৈ নাই। তাৰ পাচত কৰ্ণেল্ গৰ্ডন চাহাবে ইং ১৮৯৫ চনত Some Assamese Proverbs নামেৰে এখন গ্ৰন্থ লিখি প্ৰকাশ কৰিছিল। সি মাত্ৰ ৯৬ পিঠীয়া এখনি সৰু কিতাপ আৰু তাত মুঠেই ৮০১টা যোজোনাৰ চমুকৈ অকল ইংৰাজী অৰ্থ দিয়া আছে। কিন্তু সেই কিতাপো আজিকালি বজাৰত পোৱা নেযায়। ১৯১৭ চনত শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ খণ্ডবাক্য কোষ ছপা হৈ ওলায়। সেই গ্ৰন্থ ৩১৬ পিঠিৰ আৰু তাত ২৩৮৭টা খণ্ডবাক্যৰ অসমীয়া আৰু ইংৰাজী অৰ্থ দিয়া আছে। আগৰখন গ্ৰন্থত খণ্ডবাক্য আৰু পাচৰখনত যোজোনা আদি বাক্য দিয়া নাই। এই দুখন গ্ৰন্থত থকাৰ বাজেও আমাৰ ভাষাত আৰু অপাৰ যোজোনা আৰু খণ্ডবাক্য আছে। ৰাজখোৱা ডাঙৰীযাই খণ্ডবাক্য কোষ ৰ পাতনিত লিখিছে — 'অসমীযা ভাষাত খণ্ডবাক্যৰ সংখ্যা ইমান অধিক যে একেবাৰে সম্পূৰ্ণ খণ্ডবাক্যকোষ প্ৰকাশ কৰা এক প্ৰকাৰ অসম্ভৱ বুলিলেও দাই নাই। প্ৰকৃততে এই কথা তেনেই সঁচা। গৰ্ডন চাহাব আৰু ৰাজখোৱা ডাঙৰীয়াৰ বাহিৰে যোৰহাটৰ ৰায় চাহাব ৺নাৰায়ণচন্দ্ৰ বৰুৱাই কিছুমান কৃষিবচনৰ এখন কিতাপ ছপা কৰাইছিল আৰু কামৰূপৰ শ্ৰীযুত হলিৰাম মহন্ত আৰু কান্তিৰাম বুঢ়া ভকতে গাইপতি এখনকৈ সৰু সৰু দুখন ফকৰাৰ কিতাপ উলিয়াইছিল।

ওপৰত কোৱা কেইখন কিতাপৰ বাজেও আমাৰ যোজোনা আদি বচন আৰু খণ্ডবাক্যবোৰৰ এখন ডাঙৰ আকাৰৰ অভিধান লাগে এই কথা কোনেও নহয় নোবোলে। সেয়ে নোহোৱাত অনেক বচন হেৰাইছে আৰু কিছুমানৰ আজিকালি অনেকে অৰ্থ নুবুজাও হৈছেগৈ। পৰা যায় মানে সৰহীয়াকৈ বচন গোটাই লৈ তেনে এখন অভিধান লিখিবলৈ এই গ্ৰন্থৰ লিখকে ১৯২৫ চনৰে পৰা যত্ন কৰি আহিছে। তথাপি সকলোখিনি বচন গোটাব পৰা নহ'ল। অত দিনে যিখিনি গোট খালে তাৰে অৰ্থ লিখা শেষ হ'লত গ্ৰন্থৰ আকাৰ বৰ ডাঙৰ হৈ পৰিলগৈ। সেই দেখি গোটেই কিতাপখনক দুই খণ্ডত যুগুত কৰা হ'ল এই প্ৰথম খণ্ডটো অকল খণ্ডবাক্যৰ আৰু দ্বিতীয়টো খণ্ড যোজোনা আদি বচনৰ।

ৰত্নকোষৰ এই প্ৰথম খণ্ডত যোজোনা আৰু উল্লেখ বাক্যৰ (allusion) বাজে কৃষিবচন আৰু ডাকৰ বচনৰো কিছু কিছু সোমাইছে। কিছুমান বাক্য আছে, সিহঁত যোজোনা নে খণ্ডবাক্য তাৰ তৎ ধৰা টান। সিহঁতক যোজোনাৰ ফালৰ পৰা চালে যোজোনা আৰু খণ্ডবাক্য বা 'ইডিয়ম ৰ ফালৰ পৰা চালে

খণ্ডবাক্য যেন দেখি। গতিকে সিহঁতক বাছোঁতে বাছোঁতাৰ খেলি-মেলি লাগি পাৰে। তেনে অনেক বাক্যক যোজোনা বুলি ধৰি লৈ ইয়াত সুমুৱা হৈছে। যোজোনাবোৰ প্ৰায়েই ছন্দবদ্ধ আৰু তাত উপমাৰ ছলেৰে উপদেশ থাকে। খণ্ডবাক্য চুটি হয় আৰু তাত উপদেশ প্ৰায়েই নেথাকে কিন্তু কোনোবোৰত উপমা থাকে। সেই দেখি চুটিয়েই হওক বা দীঘলেই হওক উপমা থকা বাক্যবোৰক বিশেষকৈ যদি তাত কিবা উপদেশ থাকে যোজোনা বুলি ধৰি প্ৰায়েই ইয়াত ঠাই দিয়া হ'ল। তেনে কৰাত ওপৰত কোৱা খেলি-মেলিৰ বাবে নোসোমাব লগীয়া বাক্যও দুই এটা ইয়াত সোমাব পাৰে।

এই বিতাপ চাওতে এই কেইটা কথালৈ বিশেষকৈ মন কৰিবলগীয়া —

(১) ইয়াত বৰ্ণমালাৰ মতে বচন সজাওতে হসন্তকৈ উচ্চাৰণ হোৱা বৰ্ণক অকাৰান্ত বৰ্ণতকৈ সকলো ঠাইতে আগত ঠাই দিয়া হৈছে।

(২) কোনোবোৰ বচন কোনোৱে ওভোতাযো ব্যৱহাৰ কৰে যেনে ৰামলৈ চালেও ডৰোঁ সীতালৈ চালেও মৰোঁ ইয়াক কোনোৱে 'সীতালৈ চালেও মৰোঁ ৰামলৈ চালেও ডৰোঁ এই দৰেও কয়। তেনেবোৰ বচন বৰ্ণমালা অনুসাৰে নিজ নিজ ঠাইত বিতকৈ লিখা আছে অৰ্থাৎ ওপৰৰ বচনটোকে ৰ আৰু স দুই ভাগতে দিয়া হৈছে কাৰণ সেযে নহ'লে পাঠকে এঠাইত চাই নেপালে ইঠাইত আৰু বিচাৰি চাবলৈ নেযায়।

(৩) এটা বচনক আন এটাৰে ৰিজাবলৈ লিখা থাকিলে সেইটো বচনো বিচাৰি লৈ পঢ়ি চাব লাগে তেতিয়া সেই শ্ৰেণীৰ আৰু অনেক বচনো তাৰ লগতে পোৱা যাব।

(৪) ৰিজনিবোৰ সদায় একে অৰ্থ বুজাবলৈকে দিয়া নহয়। কেতিযাবা অৰ্থৰ অলপ কিবা বৈষম্য থাকিলে তাক লক্ষ্য কৰিবৰ অৰ্থেও ৰিজাবলৈ কোৱা হৈছে।

(৫) ইয়াৰ পাচত থকা সঙ্কেতৰ চিনবোৰ ভালকৈ পঢ়ি চাই মনত ৰাখিব লাগে।

এই গ্ৰন্থৰ সকলোবিলাক কাম লিখকে অকলশৰে কৰা। কোনো কথাত কিবা সন্দেহ হ'লে সুধিবলৈকো আগৰ বুঢ়া তৰপৰ মানুহ নোহোৱা হ'ল। সেই বাবে অনেক বাক্যৰ অৰ্থ লিখকে নিজেহে ভাবি চিন্তি উলিযাব লগাত পৰিছে। গতিকে ইয়াত ভালেমান ভুল ভ্ৰান্তি আৰু না না তৰহৰ ক্ৰুটি ঘটিছে। তাত বাজেও ইয়াত প্ৰায় ৩৩০০ বচনহে আছে উজনি নামনি দুই ঠাইৰে অনেক বাক্য এৰা গৈছে। এই সকলোবিলাক দোষৰ বাবে লিখকে সবিনযে মাৰ্জনা মাগিছে।

এই কাম কৰোঁতে কৰ্ণেল্ গৰ্ডন চাহাবৰ Some Assamese Proverbs শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ খণ্ডবাক্য কোষ হেমকোষ চন্দ্ৰকান্ত অভিধান আৰু নিজৰ লৰা কালৰ শিক্ষা গুৰু শ্ৰীযুত বুদ্ধীন্দ্ৰনাথ

ভট্টাচাৰ্য্য ডাঙৰীয়াৰ Anglo Assamese Dictionary এই কেইখন গ্ৰন্থৰ পৰা লিখকে অনেক সাহায্য পাইছে তাৰ হৈ, তাৰ লিখকসকললৈ আন্তৰিক কৃতজ্ঞতা জনাইছে আৰু নিজৰ পুত্ৰ শ্ৰীমান কৰুণাধৰ বৰুৱাক মাজে সময়ে সহায় কৰাৰ বাবে হিয়া ভৰি আশীৰ্বাদ কৰিছে।

ৰত্নকোষে অসমীয়া সাহিত্য ভঁড়ালৰ এচুকে অকমাণ ঠাই পালেও লিখকৰ এই ১৮ বছৰীয়া শ্ৰম সাৰ্থক হ'ব। আগলৈ কোনোবা সুযোগ্য জনে এই কাম হাতত ল'লে ইয়াতে খোপনি পুতিবলৈ অলপ সুবিধা পাব পাৰে ইয়াকে ভাবি যেন সুধীসকলে ইয়াৰ সকলো দোষ মৰিষণ কৰিব শেহত ইয়াকে আশা কৰা হ'ল।

যোৰহাট
২৪/১২/৪২

# A foreword

The English portions in this book it is hoped will be of some help to the non Assamese reader to understand the meanings given in Assamese In translating the sayings the method generally adopted here is to give their literal translation first and then the purport in plain English where necessary But when this method cannot convey the real meaning only the sense of the saying is given without any translation Readers are requested to go through the Assamese portions as well and understand them with the help of the portions written in English

Parallels are cited sometimes to show the similarity and sometimes a difference if any between two sayings

Before consulting this book the list of abbreviations given above should be gone through and remembered

Attempts have been made here and there to give to English translation in rhyme This has been done with a view to break monotony

The work pretends neither to be exhaustive nor faultless But it is hoped that it may be of some little use as a collection to some abler persons who may like to write a better and a fuller book on the subject The author humbly begs apology for his numerous faults and short comings

Jorhat **Chandradhar Borooah**

24 12 42

# প্ৰকাশকৰ নিবেদন

সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাদেৱৰ 'ৰত্নকোষ অসমীয়া ভাষাৰ এখনি অমূল্য গ্ৰন্থ। খণ্ডবাক্য আৰু যোজোনাৰ ব্যৱহাৰে ভাষাক সমৃদ্ধ কৰে। অসমীয়া ভাষাত খণ্ডবাক্য আৰু যোজোনাৰ ব্যৱহাৰ প্ৰচুৰ। কিন্তু লাহে লাহে ইয়াৰ প্ৰয়োগ কমি আহিছে। ফলস্বৰূপে অসমীয়া ভাষাৰ লালিত্য লোপ পায় আহিব ধৰিছে।

'ৰত্নকোষ ১৯৬২ চনতে প্ৰথম প্ৰকাশ হৈছিল। বহুবছৰ আগতে বজাৰৰ পৰা ইয়াৰ ছপাকপি নাইকীয়া হৈছে।

বিশিষ্ট কবি বন্ধুবৰ হীৰেন ভট্টাচাৰ্য্য আৰু কেইগৰাকীমান ভাষাপ্ৰেমী বন্ধুই 'ৰত্নকোষ'ৰ পুনৰ মুদ্ৰণ কৰিলে উঠি অহা চামৰ উপকাৰত আহিব বুলি কোৱাত 'ৰত্নকোষ ৰ দ্বিতীয় মুদ্ৰণ প্ৰকাশ কৰা হ'ল।

এইখিনিতে শ্ৰদ্ধেয় ৰোহিণীধৰ বৰুৱা আৰু তেখেতৰ ভাতৃসকলে কিতাপখনৰ পুনৰ মুদ্ৰণ কৰিবলৈ সম্মতি প্ৰদান কৰাত তেখেতসকললৈ আন্তৰিক শ্ৰদ্ধা জ্ঞাপন কৰিলো।

শৰাইঘাট প্ৰকাশন
উদ্যোগ পাম বামুণীমৈদাম — যোগেশ শৰ্মা
গুৱাহাটী ১ ডিচেম্বৰ ১৯৯৭

# দ্বিতীয় সংস্কৰণৰ প্ৰসংগত

'ৰত্নকোষ ৰ প্ৰথম সংস্কৰণ প্ৰকাশিত হৈছিল ১৯৬২ চনত। এই প্ৰকাশৰ পাছত পঢ়ুৱৈসকলৰ তাগিদা স্বত্বেও আমি দ্বিতীয় সংস্কৰণ প্ৰকাশ কৰিবলৈ সমৰ্থ হোৱা নাছিলো। প্ৰকৃততে 'ৰত্নকোষ দুই খণ্ডত বিভক্ত—প্ৰথম খণ্ড খণ্ডবাক্য আৰু দ্বিতীয় খণ্ড যোজোনা আৰু পটন্তৰ। এইটো সহজে অনুমেয় যে দয়োখণ্ড প্ৰকাশ কৰাটো এক ব্যয়বহুল আঁচনি। আমাৰ কাৰণে এনে আঁচনিৰ ৰূপায়ণ দুৰূহ হোৱাত 'ৰত্নকোষ ৰ প্ৰকাশত সেয়ে যথেষ্ট পলম হ'ল আৰু তাৰ বাবে আমি পঢ়ুৱৈ সমাজৰ ওচৰত ক্ষমাপ্ৰাৰ্থী। এনে এক ব্যয়বহুল আঁচনি ৰূপায়িত কৰিবৰ বাবে আগবাঢ়ি আহিল শৰাইঘাট প্ৰকাশনৰ স্বত্বাধিকাৰী

শ্রীযোগেশ শৰ্মা ডাওৰীয়া। তেখেতৰ ঐকান্তিক আগ্ৰহতে 'ৰত্নকোষ'ৰ প্ৰথম খণ্ডৰ প্ৰকাশ সম্ভৱ হৈছে আৰু দ্বিতীয় খণ্ডটিও অনতিপলমে প্ৰকাশিত হ'ব। সেয়ে জয়জয়তে শ্ৰীশৰ্মাদেৱলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। শ্ৰীশৰ্মাৰ লগত আমাৰ মধুৰ সংযোগ স্থাপন কৰি গ্ৰন্থখনিৰ প্ৰকাশ সম্ভৱ কৰি তোলাত শুভাকাংক্ষী আৰু প্ৰিয়বন্ধু শ্ৰীহীৰেন ভট্টাচাৰ্য্যদেৱকো এই ছেগতে কৃতজ্ঞতা জনাইছোঁ।

ৰত্নকোষ ৰ প্ৰথম সংস্কৰণ প্ৰকাশৰ সময়ৰ পৰা অতি নিবিড ভাবে জড়িত হৈ যিজন ব্যক্তিয়ে সততে আমাৰ সকীয়াই থকাৰ উপৰিও নানান দিহা পৰামৰ্শৰে অনুপ্ৰেৰণা যোগাই আহিছে সেইজন শ্ৰদ্ধেয় ব্যক্তি শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামীদেৱলৈ এইখিনিতে আমি কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। লগতে আমাৰ পৰিয়ালৰ অতি ঘনিষ্ঠ ব্যক্তি শ্ৰীযুত কেশৱ মহন্তদেৱেও তেখেতৰ মূল্যবান দিহা পৰামৰ্শৰে আমাক অনুগৃহীত কৰিছে। তেখেতলৈকো আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

গ্ৰন্থখনিৰ প্ৰকাশৰ আঁচনিৰ বাস্তৱ ৰূপায়ণৰ ক্ষেত্ৰত কেবাজনো ব্যক্তিৰ অকুণ্ঠ সহায় সহযোগ আমি পাইছোঁ। সেইসকলৰ ভিতৰত বিশেষভাৱে উল্লেখ কৰিব খোজোঁ বন্ধুবৰ শ্ৰীঅতুলানন্দ গোস্বামী—যি নানান দিহা পৰামৰ্শৰে আমাক উপকৃত কৰিছে। গ্ৰন্থখনিৰ আৰ্হি কাকত চোৱাৰ পৰা আৰম্ভ কৰি কাৰিকৰী সকলো দিশত অতি আন্তৰিকতাৰে আমাক সহায় কৰিছে শ্ৰীপ্ৰকাশ গোস্বামীয়ে। লগতে ভাতৃপ্ৰতিম ড কুটুবুদ্দিন আহমেদেও এই পৰিকল্পনাৰ লগত জড়িত হৈ সহায়ৰ হাত আগবঢ়াইছে। এই তিনিওজন ব্যক্তিলৈকে আমাৰ আন্তৰিক ধন্যবাদ জনাইছোঁ।

গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত যথেষ্ট সাৱধানতা অৱলম্বন কৰা হৈছে যদিও নানা ভুল ক্ৰুটী থাকি যোৱাটো স্বাভাৱিক। সেযেহে, সহৃদয় পাঠক সমাজে ভুল ক্ৰুটীবোৰ আঙুলিয়াই দি লগতে কিবা দিহা পৰামৰ্শ থাকিলে আমাক জনালে আমি কৃতাৰ্থ হ'ম। ইতি

**ৰোহিণীধৰ বৰুৱা**

ৰঞ্জন ভৱন
জগন্নাথ বৰুৱা পথ
যোৰহাট ৭৮৫০০১
১ ডিচেম্বৰ ১৯৯৭

# প্ৰথম সংস্কৰণৰ প্ৰকাশকৰ নিবেদন

অনেক বাধা বিঘিনি অতিক্ৰম কৰি আমাৰ পিতৃ স্বৰ্গীয় চন্দ্ৰধৰ বৰুৱা দেৱে প্ৰণয়ন কৰা 'ৰত্নকোষ' অভিধানৰ প্ৰথম খণ্ড এতিয়া ৰাইজৰ হাতত দিবলৈ সমৰ্থ হৈ নিজেই কৃতাৰ্থবোধ কৰিছোঁ। এই অভিধানৰ প্ৰকাশ ভালে দিনৰ আগতে হ'ব লাগিছিল কিন্তু এই গ্ৰন্থ ছপা কৰিবলৈ পাইঅনিয়াৰ আৰু 'আসাম' বেঙ্কত যি কিছু টকা আছুটীয়াকৈ ৰখা হৈছিল বেঙ্ক দুটা দেৱলীয়া হোৱাত সেই ধনেৰে আৰু এই অভিধান ছপা কৰিব পৰা নহ'ল। পণ্ডিত প্ৰবৰ শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ অনুমোদন আৰু অনুৰোধত ভূতপূৰ্ব শিক্ষামন্ত্ৰী শ্ৰদ্ধেয় শ্ৰীযুত অমিয়কুমাৰ দাসে চৰকাৰৰ ফালৰ পৰা কিছু ধন ধাৰে নিদিয়া হ'লে এই অভিধান ছপোৱাত আৰু পলম হ'লহেঁতেন। এই খিনিতে অসম চৰকাৰক আৰু উল্লিখিত দুগৰাকী মহোদয়ক আমাৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ। এই গ্ৰন্থ ছপাওতে পলম হোৱাৰ আৰু কাৰণ এই অভিধান ছপা কৰিবলৈ অনা ভালেখিনি আহিলা পাতি আৰু কাগজ কলিকতাৰ পৰা জাহাজেদি আহোতে বিশ্বনাথ ঘাটৰ বালি চটত জাহাজ লগা থকাত পাওতে প্ৰায় এবছৰ পলম হ'ল। তাৰ পাচত স্বৰ্গীয় পিতৃদেৱ দীৰ্ঘ দিন অসুস্থ অৱস্থাত থকা হেতুকে অভিধানৰ নকল আদি চোৱাত বা ছপা সম্পৰ্কে আন উপদেশ আদি দিবলৈকো সময়ত অসমৰ্থ হোৱা অৱস্থাৰ বাবেও তদুপৰি এই নগৰৰ বিজুলী যোগান যন্ত্ৰও দীঘলীয়াকৈ বিকল হৈ থকাৰ কাৰণেও এই গ্ৰন্থৰ ছপা কাৰ্য্যত অনেক পলম ঘটালে। এই সকলো ঘটনাই ক্ৰমান্বয়ে বাধা বিঘিনি সৃষ্টি কৰি 'ৰত্নকোষ'ৰ প্ৰকাশত বিলম্ব ঘটোৱাত আমি আন্তৰিক দুখিত আৰু আমাৰ এই অনিচ্ছাকৃত ত্ৰুটীৰ বাবে ৰাইজৰ ওচৰত মাৰ্জনা মাগিছোঁ।

স্বৰ্গীয় পিতৃদেৱে এই অভিধানখন দুই খণ্ডত লিখি থৈ গৈছে। প্ৰথম খণ্ড খণ্ড বাক্যৰ আৰু দ্বিতীয় খণ্ড যোজোনা আদিৰে সমাপ্ত। দুয়োখন কিতাপৰ যদিও একে নাম কিন্তু প্ৰত্যেক খণ্ডৰ বিষয়বস্তু সম্পূৰ্ণ পৃথক আৰু দুয়ো খণ্ডৰ পাতনিও সুকীয়াকৈ লিখি থোৱা আছে। এই দুয়োখণ্ড অভিধান সমাপ্ত কৰিবলৈ পিতৃদেৱক প্ৰায় ২০ বছৰ কাল লাগিছিল। প্ৰথমতে স্বৰ্গীয় পিতৃদেৱে দুয়োখণ্ডেৰে এখন কিতাপৰ আকাৰত এই অভিধান ছপা কৰিবৰ ভাব কৰিছিলে কিন্তু পাচত দুই খণ্ড সুকীয়া সুকীয়াভাৱেহে প্ৰকাশ কৰিবলৈ মনস্থ কৰিলে। 'ৰত্নকোষ'ৰ প্ৰথম খণ্ড প্ৰকাশ হোৱাৰ লগে লগে আমি দ্বিতীয় খণ্ডও প্ৰকাশ কৰিবলৈ যুগুত কৰিছোঁ আৰু যথাশীঘ্ৰে এই দ্বিতীয় খণ্ডও ছপা কৰি উলিয়াবলৈ যত্নৰ ত্ৰুটী কৰা নাই।

এই অভিধানখন ছাপাখানাত থাকোতেই মোৰ বন্ধু শ্ৰীযুত ৰাধানাথ হাজৰিকা বি এল শ্ৰীযুত নকুলচন্দ্ৰ ভূঞা আৰু শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামী

এম.এ দেৱে আলোচনী আৰু বাতৰি কাকতৰ যোগেদি অভিধানখনৰ বিষয়ে কেবাটাও তথ্যপূৰ্ণ পবন্ধ লিখিছিল। সেই অনুগ্ৰহৰ বাবে তেখেতসকললৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। মোৰ সহোদৰ শ্ৰীমান নলিনীধৰ বৰুৱা আৰু শ্ৰীমান কৰুণাধৰ বৰুৱাকো মই অন্তৰেৰে আশীৰ্বাদ জনাইছোঁ। তেওঁলোকে যথাক্ৰমে এজনে ছপা কামত চকু দি আৰু ইজনে আৰ্হিকাকত চাই দি মোক এই কাৰ্য্যত বিশেষ সহায় কৰিছে। এই অভিধানখনৰ প্ৰথম ফৰ্মাৰ কাম আমাৰ দৰ্পণ প্ৰেচৰ প্ৰেচ ট্ৰেইনিং স্কুলৰ ছাত্ৰী যোৰহাটৰ মৌ নুৰ ৰহমান চাহাবৰ কন্যা ৺জুমজুম আৰা বেগমে আৰম্ভ কৰিয়েই অকাল মৃত্যু বৰণ কৰিব লগীয়া হ'ল। তেওঁৰ শেষ সময়ত এই অভিধানৰ কাৰ্য্য শেষ কৰি যাব নোৱাৰাৰ বাবে খেদ প্ৰকাশ কৰি যোৱাত এতিয়া এই গ্ৰন্থ প্ৰকাশ হোৱাৰ কালত সেই ছোৱালীটিৰ আত্মাৰ চিৰশান্তি আৰু উৰ্দ্ধ গতিৰ বাবে ভগবানৰ চৰণত প্ৰাৰ্থনা জনাইছোঁ। এই গ্ৰন্থৰ বাকীখিনি কাম সুচাৰু ভাবে কৰা বাবে এই অভিধানৰ প্ৰধান কম্পজিতাৰ শ্ৰীমান দেহিৰাম তামুলী দৰ্পণ প্ৰেচৰ প্ৰিণ্টাৰ শ্ৰীমান ঘনকান্ত শইকীয়া আৰু প্ৰেচ মেন শ্ৰীমান তুলাৰাম দত্তক আমাৰ ধন্যবাদ জনাইছোঁ। মোৰ ভতিজা শ্ৰীমান ৰোহিণীধৰ বৰুৱাই এই কিতাপৰ ছপা কাৰ্য্যত ভালেখিনি সাহায্য কৰি দিয়াত তেওঁলৈকো মোৰ আন্তৰিক আশীৰ্বাদ জনাইছোঁ।

আমাৰ অশেষ যত্ন সত্ত্বেও এই অভিধানত কিছু ভুল ভ্ৰান্তি ৰৈ যোৱাটো অসম্ভৱ নহয়। আমাৰ বিনীত অনুৰোধ পঢ়ুৱৈসকলে কিবা ত্ৰুটী দেখিলে সেই ত্ৰুটী আমাৰ চকুত পেলাই দি দ্বিতীয় সংস্কৰণত নিৰ্ভুল ভাবে ছপা কৰাত আমাক যেন সহায় কৰে। সৰ্বশেষত এই অভিধানৰ সৰ্বদোষ আৰু ত্ৰুটীৰ বাবে পঢ়ুৱৈ সমাজৰ ওচৰত ক্ষমা মাগি এই পাতনিৰ সামৰণি মাৰিলো।

ৰাঁৰেযা চাহ বাগিছা
যোৰহাট
৮/৭/৬

বিনীত
শ্ৰীমৰুলীধৰ বৰুৱা

# অসমীয়া যোজোনা
# আৰু
# খণ্ডবাক্য আদিৰ বিষয়ে একাষাৰ

**জতুৱা ঠাচ**

যোজোনা আৰু খণ্ডবাক্য আদি জতুৱা ঠাচৰ ৰচনাবোৰ সকলো দেশতে ভাষাৰ ৰত্নস্বৰূপ। ই সাহিত্যৰ এৎ প্ৰধান অঙ্গ আৰু এয়ে নেথাকিলে সাহিত্য তেনেই উকা বা উদং হৈ পৰে। ইযাৰ একোটা একোটাই অলপ কথাতে একোটা জটিল ভাব যেনেকৈ ভাঙি-পাতি মনত সুমাই দিব পাৰে তাক দেখি বাস্তৱিকতে তধা মানিব লাগে। একো বকলা কথা লিখিও যিটো ভাব লোকক ভালকৈ বুজাব নোৱাৰি তাক সৰু একোটা যোজোনা বা খণ্ডবাক্যই এষাৰ বা দুষাৰ কথাৰেই তেনেই খৰচি ভাঙি বুজাই দিয়ে।

**অসমীয়া বচন**

অসমীয়া ভাষা যোজোনা আদি বচন আৰু খণ্ডবাক্যেৰে নথৈ চহকী। কিন্তু আজতে কিছুদিনৰ পৰা আমাৰ শিক্ষিত সমাজে ইয়াৰ যথোচিত আদৰ কৰা নাছিল। অনেকে চহা কথা বুলি ইয়ালৈ আওকাণ কৰিছিল। তাৰ ফলত অনেক বাক্য হেৰাইছে, আৰু কিছুমানৰ অযথা প্ৰয়োগ হোৱাও দেখা যায়। সম্প্ৰতি জানিবা ই শিক্ষিত লোকৰ চকুত পৰিছে আৰু কোনো কোনোৱে ইয়াৰ সংগ্ৰহৰ বাবে আগ্ৰহো দেখুৱাইছে।

**বচনবোৰৰ মূল্য**

জতুৱা ঠাচৰ এই বচনবোৰৰ চৰ্চা কৰি বৰ ৰং লাগে। ইয়াৰ ভাব ভাষা আৰু ৰচনা আদিত বিবিধ সৌন্দৰ্য্য আছে আৰু ইযাৰ পৰা বহুত কথা জানিব পাৰি। যোজোনা প্ৰভৃতি বচনবোৰত এহাতে যেনেকৈ না না ভঙ্গিৰে বহুবিধ বিষয়ৰ লাগতিয়াল উপদেশ দিয়া আছে সেই দৰেই আনহাতে খণ্ডবাক্যবোৰে ভাষাৰ বৈশিষ্ট্য ৰক্ষা কৰিছে। ইযাৰ দৰে আন একোৱে ভাষাৰ স্বাতন্ত্ৰ্য ৰক্ষা কৰিব নোৱাৰে। যোজোনা আৰু খণ্ডবাক্য আদি বচনবোৰ ঠাই বুজি থাপ খুৱাই খটালে ভাষা বিশুদ্ধ শুৱলা ৰসাল আৰু ভাবব্যঞ্জক হয।

**খণ্ডবাক্য**

অসমীয়া ভাযাত অকল খণ্ডবাক্যই অপাৰ আছে। তাৰ কোনো কোনোটোৰ অনেকে অৰ্থ হয। সেই অৰ্থবোৰৰ ভিতৰত প্ৰভেদ বৰ সূক্ষ্ম। 'হাত' অকল এই শব্দটোৰ পাছত অন্য শব্দ জোৰা দিযাত 'হাত অহা' 'হাত উঠা' 'হাত উদ' প্ৰভৃতি ৫টা বেলেগ অৰ্থৰ সুকীয়া খণ্ডবাক্য হৈছে। সেইদৰেই

গা শব্দটোত অন্য শব্দ জোৰা লাগি ৫৭টা খণ্ডবাক্য হৈছে। 'হাতত এই গুটীয়া শব্দটোৰ দহোটা আৰু 'হাতে হাতে কথাষাৰৰ তেৰটা সুকীয়া অৰ্থ আছে। এই অৰ্থবোৰ আমি অনেকে জানিব পাৰোঁ কিন্তু কোনোবাই সুধিলে বা পৰীক্ষাত প্ৰশ্ন আহিলে একেলগে গোটাই ক ব বা লিখিব নোৱাৰোঁ।

কেতিযাবা আকৌ বাক্যটোৰ অলপ মাত্ৰ ইফাল সিফালতে অৰ্থত স্বৰ্গ পাতালৰ প্ৰভেদ হৈ পৰেগৈ যেনে 'হাত ভৰি ধোৱা (হাত আৰু ভৰি প্ৰক্ষালন কৰ') আৰু 'ভৰি হাত ধোৱা (শৌচ কৰা) 'হাত মুখ ধোৱা (জলপান খোৱা) আৰু 'মুখ হাত ধোৱা (ক্ষুদ্ৰ শৌচ কৰা)। সেইদৰেই বহিবলৈ দিযা আৰু বহিব দিয়' ইয়াৰ আগৰটোৰ অৰ্থ বহিবলৈ আসন দিয়া আৰু পাচৰটোৰ অৰ্থ বহিবলৈ অনুমতি বা অৱসৰ দিযা।

এই বচনবোৰৰ অনেকত কোনো ঘটনাৰ উল্লেখ পোৱা যায। তাত মহাভাৰত ৰামায়ণৰ দিনৰে পৰা বিবিধ যুগৰ ঘটনাৰ উল্লেখ আছে। ৰামে মাৰিলেও মৰা ৰাৱণে মাৰিলেও মৰা ইযাত ৰাৱণে সীতাক হৰিবৰ নিমিত্তে মাৰীচক সোণৰ পহু ৰূপ ধৰিবলৈ আদেশ কৰাৰ উল্লেখ আছে। ধৃতৰাষ্ট্ৰ ৰজাৰ মই নুবুজিলোঁ চিৎ, ভিতৰে কালকূট বাহিৰে অমৃত ইয়াত ধৃতৰাষ্ট্ৰই লোৱৰ ভীমক চূৰ্ণ কৰাৰ আৰু পাণ্ডৱসকলৰ প্ৰতি অন্যান্য কপট ব্যৱহাৰ কৰাৰ উল্লেখ পোৱা যায়। কিছুমানত আকৌ না না বিধৰ সাধুকথা বা উপাখ্যান আদিলৈ উনুকিওৱা আছে যেনে 'অজ্ঞানীক জ্ঞান দি মনত পালো কষ্ট কণীবোৰ ভঙাই পেলাই বাহো কৰিলোঁ নষ্ট বা কল খাই বাকলি পেলোৱা।

**উল্লেখ বাক্য বা Allusion**

খণ্ডবাক্যবোৰৰ কেনেকৈ উৎপত্তি হ ল তাক ক'ব নোৱাৰি। কিন্তু মানুহে কথা চুটি কৰিবলৈ গৈ যে ইযাৰ সৃষ্টি কৰিলে ই থিৰা কথা। খণ্ডবাক্য কথাটোৰ অৰ্থই হৈছে বাক্যটোৰ এক খণ্ড অৰ্থাৎ কথা চুটি কৰিবলৈ বাক্য এটাৰ আধা ডুখৰীযাকৈ কোৱা এডোখৰ মাত্ৰ যেনে দৰাৰ আলপৈচান ধৰা নুবুলি চুটিকৈ 'দৰা ধৰা বুলিছে বা দশ ডাঙৰ হোৱা নুবুলি অকল দশ হোৱা বুলিছে। কিছুমান খণ্ডবাক্য আকৌ উপমামূলক যেনে 'দলনিত পোনা মেলা বা সোণে পোৱালে গঁথা নতুবা সোপা মৰা । কোনোবোৰ খণ্ডবাক্যৰ কাৰ্য্য বিশেষৰ পৰাও উৎপত্তি হৈছে যেনে 'দাঁত চোবোৱা 'দাঁত ছেলোৱা 'চুৱা বোটলা ইত্যাদি। কেতবোৰ খণ্ডবাক্য বৰ্ণনামূলক যেনে 'দাতে ভাতে নলগা দাতে উঠা 'দা জোকৰা 'চকু জাপ নোখোৱা । এই দৰেই না না ৰূপে বিবিধ ভাবৰ খণ্ডবাক্যৰ সৃষ্টি হ বলৈ পালে।

**খণ্ডবাক্যৰ উৎপত্তি**

আমাৰ ভাষাত সাধাৰণতে যোজোনা ফকৰা ডাকৰ বচন আৰু কৃষিবচন এই কেইবিধ বচনৰ প্ৰচলন আছে। নীতি বচন বোলা বিধ বাক্যও এই

**যোজোনা আদি বচন**

কেইবিধৰে অন্তৰ্গত। ফকৰাবোৰো যোজোনাই যিবোৰ যোজোনাৰ ভকতীযা অৰ্থ আছে তাকে ফকৰা বোলে। ফকৰাৰ অৰ্থ বৰ জটিল ভাবৰ আৰু তাৰ ব্যৱহাৰ সৰ্বসাধাৰণ ভাষাত বিৰল।

যোজোনাকে পটন্তৰো বোলে দুইৰো অৰ্থৰ একো প্ৰভেদ নাই। এটা কথাক আন এটাৰে সৈতে যোজোনা কৰি ৰিজাই দেখুওৱাৰ বাবে ইয়াক যোজোনা বোলা হয। কিন্তু পাচত শব্দটোৰ অৰ্থৰ ব্যাপকতা বাঢি যোৱাত যোজোনা বুলিলে ৰিজনি নথকা কথাকো বুজোৱা হ'লগৈ। গতিকে ৰিজনি নথকা যোজোনাও অনেক আছে যেনে নেকান্দ ল'ৰা পাবি বাপেৰ গৈছে কল ৰুবলৈ থোক পৰিলে খাবি বা 'অতি গপক গপেই খায় বৈদ্যক খায় সাপে তিনিখন ভাগৱত যি নিতৌ চায় তাকো ছোবে পাপে।

যোজোনাবোৰত ধৰ্ম সমাজ দৰ্শন বিজ্ঞান ৰাজনীতি অৰ্থনীতি ইতিহাস কৃষি শিল্প বেহা-বেপাৰ গৃহস্থালী শিষ্টাচাৰ আৰু সাধাৰণ চলন ফুৰণ আদি সকলো লাগতিযাল বিষযৰ সাৰুৱা উপদেশ আছে। ইয়াত বেদান্ত শাস্ত্ৰৰ ওখ তত্ত্বৰ পৰা সাধাৰণ ঘৰুৱা কথালৈকে মানুহক সদায় লাগি থকা প্ৰায় সকলো বিষযকে পোৱা যায়। ইযাৰ পৰা অসমীয়া মানুহৰ শিক্ষা দীক্ষা ৰীতি নীতি আচাৰ ব্যৱহাৰ ৰুচি সভ্যতা আৰু সংস্কৃতিৰ আভাষ বুজিব পাৰি।

যোজোনাবোৰ আনবোৰ পদ পুথিৰ দৰে কোনোবাই পাণ্ডি লৈ কিতাপ লিখাদি একেৰাহে লিখি যোৱা নহয়। ইযাৰ একো একোটা কোনো কথা দেখি

**যোজোনাৰ ৰচনা**

বা ভাবি একো জনৰ অকস্মাৎ মনত খেলোৱা কথা আৰু ই বেলেগ বেলেগ কালত ভিন্ন ৰুচিৰ ভিন্ন শিক্ষাৰ আৰু ভিন্ন মতৰ বেলেগ বেলেগ মানুহৰ দ্বাৰা ৰচিত। তাব ইয়াৰ ভাব আৰু ভাষাৰ পৰাই বুজিব পাৰি। কোনোবোৰ যোজোনা প্ৰাচীন আৰু কোনোবোৰ আধুনিক। প্ৰাচীনবোৰ বহু কালৰ পৰা মানুহৰ মুখে মুখে চলি আহিছে। ইযাৰ কেতবোৰ শিক্ষিত আৰু কেতবোৰ অৰ্দ্ধশিক্ষিত নতুবা অশিক্ষিত মানুহে ৰচনা কৰা বুলি অনুমান হয। কিন্তু সেই সকলো মানুহেই যে অভিজ্ঞ আৰু বুদ্ধিমান লোক তাত অকণো সন্দেহ নাই। যোজোনাবোৰৰ কিছুমানৰ ৰচনাৰ কৌশল ভাবৰ গভীৰতা ভাষাৰ সৌন্দৰ্য্য আৰু অৰ্থৰ ব্যাপকতা অতি ওখ খাপৰ। একে জুপি বৃক্ষ আছে জগতকে জুৰি তললৈ ডাল পাত ওপৰলৈ গুৰি এই যোজোনাটো ভগৱদগীতাৰ 'উৰ্দ্ধমূলমধংশাখমশ্বত্থ প্ৰাহুৰব্যয ছন্দা সি যস্য পৰ্ণানি যস্তং বেদ স বেদবিৎ এই শ্লোকটোৰ পৰা ভাঙি অনা। গতিকে এনে বিধৰ বোৰ যোজোনা কোনো প্ৰকাৰেই নজনা বা অশিক্ষিত মানুহে ৰচনা কৰা বুলিব নোৱাৰি।

সৰহ ভাগ যোজনাই উজু আৰু নিমজ ভাষাৰে নিযাৰিকৈ ৰচিত। 'কহয় মাধব দাসে মানুহে মানুহে আছে এই যোজোনাটোৰ কথাটো নিচেই সাধাৰণ। ইয়াৰ অৰ্থ হৈছে, আটাই মানুহ একে নহয়। কিন্তু তাকে গধুৰ বুজাবলৈ ইয়াত

মাধৱদেৱৰ নামটো লগাই দিছে। তোমাৰ বাৰীৰে বাঁহগাঁজ তাকে কৰিছোঁ খৰিচা তাকে দি তোমাৰ ধান সলাও কথাটো মন কৰিছা ? এই যোজোনাটো অশিক্ষিত মানুহে ৰচনা কৰাও হ'ব পাৰে কিন্তু কথাষাৰ কোৱাৰ ভাওটোলৈ চাই, মানুহজন যে অভিজ্ঞ আৰু বুধিয়ক তাক কোনেও নুই কৰিব নোৱাৰে। কথা কোৱাৰ এনেবোৰ কৌশল অকল জনা বুজা আৰু চোকা বুদ্ধিৰ মানুহেহে জানে। সেই একেটা ভাবকে আন এটা যোজোনাত এইদৰে প্ৰকাশ কৰিছে — 'কি আছে কি দিম মই নন্দ কুমাৰ তোমাৰ বস্তুকে তোমাক দিছোঁ দায় নধৰিবাঁ আমাৰ ? এই যোজোনাটো সিটোতকৈ শিক্ষিত মানুহে ৰচনা কৰা বুলি অনুমান হয় আৰু ইয়াত এটা সাধুকথাৰো উল্লেখ আছে।

কেতখিনি যোজোনা আছে, সেইবোৰ ল'ৰা ছোৱালী বা তিৰোতা মানুহৰ বিষয়ে ৰচিত আৰু তাত প্ৰায়েই বোৱা কটা আদি তিৰোতা বনৰ উল্লেখ আছে।

**তিৰোতাৰ ৰচিত যোজোনা**

ভাষা আৰু ৰচনাৰ গঢ়লৈ চাই, সেইবিলাক মাইকী মানুহে ৰচনা কৰা বুলি মনে ধৰে যেনে 'তাঁতৰ তাহোনে ল'ৰাৰ তাহোনে সমান 'আপোনাৰটি মাৰিবাঁ কিলাবাঁ ল'ৰি বুলিব আই, লোকৰটি কেটেৰাই মাতিবাঁ উভতি বুলিব তাই 'তিনি গধুলি ত'ৰিছে তাঁত পৈযেকৰ ছিঙিছে উজুটিত দাত 'মন নবহে পৈৰ ঘৰত থৈ আহাঁগৈ আইৰ ঘৰত 'হালতকৈ কোৰত টান তেও নহয় মোৰ বাহীবনৰ মান 'এনেও কাণী তেনেও কাণী ভালকৈ দিও শাকত পানী 'হঁয় ছোৱালী কিয় বৰষুণত তিত মাৰে নেজানে দহি মুচৰিব জাপি সৰুদৈয়া খোজ এইবিলাক যোজোনা শুনি যাওতেই, তিৰোতা মানুহৰ মুখৰ কথা শুনা যেন লাগে। অন্য পক্ষে কিন্তু 'স্বামীৰ দোষত ভৃত্যৰ দণ্ড স্ত্ৰীৰ দোষত স্বামীৰ লণ্ডভণ্ড বা পুৰুষ প্ৰকৃতি দুটা কাকো নুবুলিবাঁ টুটা নতুবা ঢেকীত মহে খায় উৰালত ফৰফৰায় কঁতৰাক সাত দিনলৈ জৰায় এনেবোৰ যোজোনা অকল ৰচনাৰ পৰাই, তিৰোতা মানুহৰ ৰচিত নহয় বুলি জনা যায়।

'তিনিশ ষাঠি বছৰে ইটা হয় মাটি খোলায় চী'চিযায এণ্ডাৰে চকু মেলি চায় বোলে বছেৰেকৰ এদিনহে যায় ইয়াৰ অৰ্থ হৈছে খোলা আৰু এণ্ডাৰ

**যোজোনাৰ বিষয়**

ইটাতকৈ বহু কাললৈ মাটিত নজহাকৈ থাকে গতিকে ই বিজ্ঞান বিষয়ক যোজোনা। পূব কালতো আমাৰ মানুহে যে ৰোগৰ বীজাণু থকাৰ সম্ভেদ পাইছিল বা ৰোগে খোঁচৰে বুলি জানিছিল তাক কোৰে কাটি গ্ৰহণী চপোৱা বাক্যটোৰ পৰা বুজিব পাৰি। 'তয়া মযা যুদ্ধ আৰু কল খাই বাকলি পেলোৱা এনেবোৰ বাক্যত সাধুকথাৰ উল্লেখ আছে। নাই ৰঙামাটি নাই গুৱাহাটী ইয়াত শৰাইঘাটৰ ৰণৰ উল্লেখ পোৱা যায়। 'আহোমৰ তলে পুতল গড়গাঁৱৰ পিছল বাট বুঢ়াকো নিচিনি ডেকাকো নিচিনি হাপেচি লাখুটিপাট নদীৰ বন নাই খানে আৰু পোটে বিষয়াৰ বন নাই ভাঙে আৰু পাতে এনেবোৰ বাক্য ৰাজনীতি বিষয়ৰ। 'তিনি বিপ্ৰ এক শূদ্ৰ তেনে লগত নেযায় ৰুদ্ৰ 'তলে যৱ

ওপৰে দোণ তাৰ পথাৰত নবয় কোন 'যাৰ ফালে বৃহস্পতি পোন তাৰ পথাৰত নবয় কোন এই শ্ৰেণীৰ বাক্যবোৰত জ্যোতিষ আৰু হাত-চোৱা বিদ্যাৰ আভাষ আছে। এসময়ত এই দেশৰ কমাৰেই বেজীৰ পৰা বৰটোপলৈকে দেশত লগা সকলো বিধৰ লোৰ সঁজুলি গঢ়িব জানিছিল। 'জুইশালত গঢ়িছে কমাৰশালত গঢ়িব পাৰি এই বাক্যটোৱে সেই কালৰ কথা আমাৰ মনত পেলাই দিয়ে। 'লগুণৰ গুৰি লেকাই চেতিয়া এই বাক্যত কোচ আহোমৰ ৰণৰ উল্লেখ আছে।

**ভাবৰ প্ৰভেদ**

একে অৰ্থৰে অনেক যোজোনা পোৱা যায়। কিন্তু তাৰ ভিতৰৰে কোনো কোনোটোত ভাবৰ অতি সূক্ষ্ম প্ৰভেদ থাকে। 'মাজ মূৰত নাই চুলি গিৰীয়েকে মাতে ৰূপহী বুলি আৰু 'চুলি নোহোৱা আপীৰ কেশমতী নাম তিনি জোপা কলেৰে মেদিনী গ্ৰাম এই দুইটা একে ভাবৰ যোজোনা। কিন্তু আগৰটোত অকল আপোন মানুহক বেয়া হ'লেও ভাল বোলা ভাবটোহে আছে পাচৰটোত হ'লে তাৰ উপৰিও অলপ সম্পদৰে অযথা গৌৰৱ কৰাৰ ভাবো সোমাই আছে। সেইদৰেই, 'আহিলোঁ ভকত মাৰিলো খুঁটি চাউল চৰু নিদিয়া যদি যাও উঠি আৰু 'আহিলোঁ ভকত মাৰিলোঁ খুঁটি চাউল চৰু নিদিলে নেযাও উঠি ইয়াৰ আগৰটোত অকল হোলগোজ ভাবহে আছে, কিন্তু পাচৰটোত তাৰ লগতে আঁকোৰ্গোজালি বা নেৰা নেপেৰা ভাবো দেখা যায়।

**ৰীতি আৰু ৰুচি**

মানুহক কিলোৱা বুজাবলৈ অস খ্য বাক্য আছে যেনে গুৰুলা গুৰুল্ কৰা হাড বছা 'হাড ডালি ডালি কৰা 'দগৰা ঔ পৰা '।লেৰে খন্দা ইত্যাদি। ইয়াৰ পৰা এনে অনুমান কৰিব পাৰি যে পূৰ্ব কালত এই দেশৰ ৬পৰ খাপ'ৰ মানুহে ইতৰ লোকক শাসন কৰিবলৈ বৰকৈ মাৰকিল কৰিছিল। শৌচ কৰা আৰু ঋতুস্নান হোৱা বুজাবলৈ অনেক শুৱলা আৰু মাৰ্জিত কথা আছে যেনে বাহিৰলৈ যোৱা 'বাহিৰ ফুৰা শৌচলৈ যোৱা 'ফৰা হোৱা ভবিহাত ধোৱা 'বিধুতি হোৱা পাগৰ বাহিৰ হোৱা গা ৰ ধোৱা স্নান লগা 'ছুব নোৱাৰা হোৱা মাহেকীয়া লেঠা ল'ৰ' ইত্যাদি। ইয়াৰ পৰা অসমীয়া মানহৰ মাজিত ৰুচিৰ আৰু অসমীয়া ভাৰ চৰ্চা অবস্থাৰ চিনাকি পোৱা যায়। এই দৰেই যোজে'না' আদি বাক্য আৰু ৰ ব্যবোৰত না না তৰহৰ ৰহস্যময় কথা সোমাই আছে। আমাৰ এই ৰচনাবোৰ অসমীয়া সাহিত্যৰ মহা মূল্যবান সম্পদ।

**অৰ্থৰ অৱনতি**

কিছুমান বাক্যৰ অৰ্থৰ অৱনতি ঘটিছে অৰ্থাৎ, পূৰ্বে ভাল অৰ্থ আছিল কিন্তু পাচত সেয়ে বিগৰি গৈ বেয়া অৰ্থতো খটা হৈছে যেনে গৰু খুন্দা মহাজন বা 'তুলসী পতীয়া বামুণ । গৰু খুন্দা মহাজন 'ৰ আচলতে অৰ্থ আছিল গৰু যেন অজ্ঞানীজনক জ্ঞান দি জ্ঞানী কৰোতা মহৎ লোক। কিন্তু সম্প্ৰতি এই বচন গালি স্বৰূপে ব্যৱহাৰ হোৱা

দেখা যায়। সেই দৰেই 'তুলসী পতীয়া বামুণ' মানে তুলসী পাত যেন শুচি বামুণ। কিন্তু সম্প্ৰতি ইয়াক তুলসীপাত ছটিয়াওতা সামান্য শান্তিকৰমীয়া বামুণ বুজাবলৈ তুচ্ছ ভাবেৰে ব্যৱহাৰ কৰা হয়। অৰ্থৰ এনেবোৰ অৱনতি কোনো কোনো স্থলত আমাৰ অজ্ঞতাৰ দোষতো ঘটিছে। বাক্য বা শব্দৰ এনে অৱনতি আন ভাষাতো দেখা যায়। ইংৰাজী ভাষাত এনে উদাহৰণ অনেক আছে।

কোনো কোনো যোজোনা প্ৰণেতাই, পদ মিলাবৰ অৰ্থে নতুবা বাক্য শ্ৰুতিমধুৰ কৰিবলৈকে শব্দ আৰু বিভক্তি প্ৰয়োগত অতি অধিক স্বাধীনতা লৈছে। তেওঁলোকে এবোটা পদ ভাঙি ছিঙি তাৰ এনে ৰূপ কৰিছেগৈ বা একো ঠাইত এনে একোটা বিভক্তি প্ৰয়োগ কৰিছে যে সেই ৰূপ বা সেই ঠাইত সেই বিভক্তি ব্যাকৰণৰ মতে সিদ্ধ নহয়।

**বৈয়াকৰণিক দোষ**

'কণা কুঁজা গঁৱলা পে' এই চাৰি হাৰামৰ লে' ইয়াত লেঙেৰা বা খোৰা বুজাবলৈ 'পে' বুলিছে লাঙ্গুল বা নেগুৰ বুজাবলৈ 'লে' বুলিছে আৰু ডিঙিত গঁৰল থকা মানুহক 'গঁৰলীয়া' নুবুলি 'গঁৰলা' বুলিছে। 'সু তিৰী ফেদেলী সু ফল কদলী সু জল বৰিষণ সু পুৰুষ কিৰিষণ' ইয়াত 'কিৰিষণ' মানে কৃষিকৰণ বা কৃষিকাৰ্য্য। 'তিৰী ধৰি কড়ি এই তিনি প্ৰাণৰ বৈৰী' এই যোজোনাত 'ধৰি' শব্দৰ অৰ্থ ধৰি থকা কাৰ্য্য অৰ্থাৎ সাংসাৰিক বিষয়ত আসক্তি বা অনুৰাগ। 'ধ্বজ পূৰ্বৰ সজ' ইয়াত 'সহজ' শব্দটোক চুটি কৰি 'সজ' বুলিছে। কিন্তু এনেবোৰ পদ ব্যাকৰণৰ মতে নৰযগৈ। কোনো কোনো ঠাইত বিভক্তিতো এই দৰেই আসোঁৱাহ থকা দেখা যায। কিন্তু বাক্যবোৰৰ ভাব আদিলৈ চাই এনে বৈযাকৰণিক দোষলৈ মানুহৰ চকু নপৰে।

একো একোটা বচনক ওভোতাযো ব্যৱহাৰ কৰা দেখা যায। 'ৰামলৈ চালেও ডৰোঁ সীতালৈ চালেও মৰোঁ' এই বাক্যটোকে 'সীতালৈ চালেও মৰোঁ ৰামলৈ চালেও ডৰোঁ' এই দৰে ওভোতাই লৈও অনেকে ব্যৱহাৰ কৰে। এনেবোৰ বচন অকল মুখে মুখে চলি অহাৰ কাৰণে মানুহৰ মুখত পৰি এনে হৈ বলৈ পাইছে।

**বচনৰ ওলট পালট**

কোনো কোনোটো যোজোনাত পদ মিলাবলৈ নিৰৰ্থক নতুবা সম্বন্ধ নথকা কথাও সংযোগ কৰা আছে যেনে 'কেৰ্পাহি, ধান মাৰিলেহে খেৰ পায' ইয়াত 'কেৰ্পাহি' শব্দৰ প্ৰযোজন নাই। 'ধিনদৌ বগৰা পাত এই পোনে নাহিবা ফুকনৰ টেকেলা ৰিহা নাইকিযা গাত' 'চিকাই কৰিলে চিক এৰীয়ে মুগাই যি লাগে কৰিলে জোঠা কাটিবলৈ শিক' এই যোজোনা দুটাৰ আগৰ দুফাকিৰ কিবা অৰ্থ থাকিলেও পাচৰ দুফাকিৰে সৈতে তাৰ একো সম্বন্ধ নাই। এনে উদাহৰণ বিহুনাম বিযানাম আদিতো অলেখ পোৱা যায যেনে 'বৰ বেঙেনাৰ পাত সৰু বেঙেনাৰ পাত ভিনিহিয়ে চেলালে দুই পাৰি দাঁত' 'বেৰত আছে তেলৰ টাৰি তাতো আছে তেল ভিতৰতে আইদেউ আছে বাজত কিহৰ মেল'। এই দৰে মাত্ৰ পদ মিলাবৰ অৰ্থে অসংলগ্ন কথা সংযোগ কৰি বচন ৰচনা কৰ

**নিৰৰ্থক সংযোগ**

প্ৰণালীটোক অসমীয়া ভাষাৰ এক বিশেষত্ব বুলিব লাগে।

আন আন দেশৰে সৈতে আয়াযাত চলাত দুটা এটা বিদেশী যোজোনাও আমাৰ ভাষাত সোমাইছে। কিন্তু তাৰ সাজপাৰ অসমীয়া হোৱা বাবে সি আমাৰ সম্পদ বৃদ্ধিহে কৰিছে। কোনোটো যোজোনাত দুই এটা বিদেশী শব্দও পোৱা যায় যেনে কহনা আছে ৰহনা নাই, পাঁচ হাল গৰুৰ নটা নাই । ইয়'ৰ কহনা আৰু 'ৰহনা এই শব্দ দুটা হিন্দী ভাষাৰ কহ্নে আৰু 'ৰহ্নে। যোজোনাটোৰ অৰ্থ হৈছে — ক বলৈহে আছে, কিন্তু প্ৰকৃততে থকাত নাই উদাহৰণ স্বৰূপে যেনে পাঁচহাল গৰু আছে বুলিছে হয় কিন্তু থকাত তাৰে নটা গৰু নাই। এইটো যোজোনা সম্ভৱত শঙ্কৰী যুগৰ আগৰ নহয়। ইয়াক নহ লে শঙ্কৰদেৱ তীৰ্থৰ পৰা অহাৰ পাচত অৰ্থাৎ হিন্দুস্থানে সৈতে যেতিযা আমাৰ আহ্ যাহ্ বাঢিবলৈ ধৰিলে তেতিযা কোনোবাই ৰচনা কৰা নতুবা তাৰ পৰা উঠি আহি ইয়াত নিগাজীকৈ বহা কোনোবা হিন্দুস্থানী মানুহে, অসমীযা হোৱাৰ পাচত ৰচনা কৰা।

**বিদেশী বচন বা শব্দ**

বঙলাই সৈতে মিলা যোজোনাও দুই এক আছে। বঙ্গদেশ অসমৰ গাতে লাগি থকা যেতিযা ই স্বাভাৱিক কথা। তাক হয় অসমীযায়েই বঙালীৰ পৰা আনিছে নহয় বঙালীযেই অসমীয়াৰ পৰা নিছে। কিন্তু অসম দেশ আৰু ইযাৰ ভাষ' আৰু সাহিত্য বঙ্গদেশ আৰু তাৰ ভাষা আৰু সাহিত্যতকৈ পুৰণি আৰু বঙ্গদেশৰ ভালেমান ছোৱাত পূৰ্বে এই দেশৰ ভাষাৰ প্ৰভাৱ আৰু শাসন চলিছিল। তাৰ উপৰিও সেইবোৰ ঠাইত আজিলৈকে অসমীযা ভাষাই বিকৃত ৰূপে কথিত ভাষা হৈ চলি আছে। গতিকে সেই কেইটা যোজোনা অসমৰ পৰা ভটীযাই যোৱাহে অধিক সম্ভৱপৰ।

যি জাতিযে যি বিষযৰ অধিক খেল কৰে সেই জাতিৰ ভাষা আৰু সাহিত্যত সেই বিষযৰ সৰহ উল্লেখ থাকে। অসম কৃষিপ্ৰধান দেশ আৰু ইয়াত শিপিনী বিদ্যাৰ প্ৰচলন ভাৰতৰ আন ঠাইতকৈ সৰহ। সেই বাবেই অসমীযা যোজোনাবোৰত কৃষি আৰু বোৱা কটাৰ প্ৰায়েই উল্লেখ পোৱা যায়।

**কৃষি আৰু শিপিনী বিদ্যা**

যোজোনাবোৰত পুৰণি কালৰ জাতীয অভিজ্ঞতা সঞ্চিত থাকে আৰু খণ্ডবাক্যবোৰ ভাষাৰ স্বাতন্ত্ৰ্য আৰু জতুৱা ঠাচৰ প্ৰধান নিদৰ্শন। এতেকে বিশুদ্ধ আৰু জতুৱা ঠাচৰ অসমীয়া বুজিবলৈ বা লিখিবলৈ হ'লে অসমীয়া যোজোনা আৰু খণ্ডবাক্যবোৰৰ চৰ্চা কৰি তাক ভালকৈ শিকি বুজি লোৱাৰ নিতান্ত প্ৰয়োজন।

**ইযাৰ চৰ্চাৰ প্ৰযোজন**

# সংকেতৰ চিন—Abbreviations

| সংকেত | অৰ্থ |
|---|---|
| স | সংস্কৃত |
| হি | হিন্দী |
| ব | বঙলা |
| ই | ইংৰাজী |
| প্ৰাকৃ | প্ৰাকৃত |
| ব্য | ব্যঙ্গাৰ্থে (Ironically) |
| ৰিজ | ৰিজনি (Comparison) |
| তুচ | তুচ্ছাৰ্থে (Contemptuously) |
| মান | মান্যাৰ্থে (Honorific) |
| অনু | অনুৰূপ |
| মু | মুছলমানী অৰ্থাৎ আৰবী বা ফাৰ্চী মূলক |
| Lit | Literally |
| Appl | Applicable |
| Irn | Ironical |
| Cont | Contemptuously |
| i.e. | that is |

ভাষা এ ালী অনু) যুক্তি নোহোৱা বা অপ্ৰাসঙ্গিক কথা বে গা সাৰিবলৈ বিচৰা ঐদেহি বৈদৈ োৱা sp king irr l ant r n bl th t t d t l b l ty

**অজাত শত্রু** (অজাত = পূৰ্ব্বে জন্ম নোহোৱা) পূৰ্ব্বে ওপজা নাই এনে শত্রু অৰ্থাৎ নাজানা নোপজা শত্রু মহা শত্রু দুৰ্দ্ধৰ্ষ শত্রু d dlv t n rtal n my n my nc l k wh w b b l

**অজাতিত খোৱা** নীচ জাতৰ মানুহৰে স্ত্ৰী পুৰুষ ৰূপে সংসৰ্গ কৰি পতিত হোৱা t b nter ur w th a p l w a t

**অজাতিৰ হাতত খোৱা** নীচ জাতৰ মানুহৰ ৰন্ধা ভাত আদি খোৱা t king d k l by r l w t

**অজামিল** পুৰাণ দিনৰ হীন চৰিত্ৰৰ আৰু দুষ্ট স্বভাৱৰ এজন পাপী মানুহ। এতেকে দুষ্ট স্বভাৱৰ অসৎ মানুহ w k l d l

**অজীণ পাতকী** বাবে লগত জীণ যোৱা অৰ্থাৎ মিলিব নোৱাৰা অসৎ মানুহ d t l d w k d

**অট্টছেলাই** (অট্ট — ডাঙৰ ছলাই — ছেলোৱা) ৰৰকৈ ছেলোৱা ৰ ৰখলিওৱা। বহুতো যোগালে বস্তু সৰু হয়। এতেকে অতি খীন y h m t l

**অষ্ঠে কণ্ঠে শুকোৱা** (অষ্ঠে অনু) পিয়াহত কণ্ঠলৈকে শুকোৱা অৰ্থাৎ বৰবে পিয়াহ লগা t b pa h d w th th t

**অ'ত থিয় ত'ত থিয় দিয়া** বন বাৰী নকৰি অ'ত ত'ত যিযাৰ্থিযিকৈ কাল কটোৱা t wa t t y lly stand ng h r and th e

**অতপালি কৰা** দষ্টালি কৰা উদ্ভণ্ডালি কৰা to a t t ag u ly

**অতৰ্-ছেলাই** (অতৰ = স অত্ৰক ছাল নোহোৱা) অট্টছেলাই চোৱা।

**অতি কমে** অতি কমাই ধৰিলেও যেনে বিযাত অতি কমে পাঁচশ মানুহ হৈছিল at the lowest estimate **অতি টানে** টানি ধৰি লেখত সৰহকৈ ধৰিলেও যেনে অতি টানে দহ টকা ওলাব পাৰে at th mc t

**অতো ভ্ৰষ্ট ততো নষ্ট** ইযাতো নিষ্ফল তাতো নষ্ট অৰ্থাৎ, দুই ফালে ক্ষতি দুই হাতে নিষ্ফলতা l ing both w y

**অত্ৰাহি হোৱা** ভযত বিব্ৰত হোৱা উত্তাৰণৰ উপায় নেপায বিবুদ্ধি হোৱা t h lo t f a to b ry much l m d

**অথলত পৰা** অথলে যোৱা চোৱা।

**অথলে যোৱা** অনুপযুক্ত স্থলত প্ৰযোগ হৈ নষ্ট হোৱা যেনে অসতক দিয়া সজ পৰামৰ্শ অথলে যায t b w t d w rthy au to b l t p

**অথালি পথালি কৰা** (অথালি অনু) পথালি হৈ ভেটি ধৰ অৰ্থাৎ আগত বাধা জন্মোৱা t b t t t t b t t th way

**অধিবাস কৰা** শুভ কাৰ্য্যৰ আগ দিনাই মঙ্গল আচৰণ কৰি অধিবাস কৰা হয়। এতেকে কাৰ্য্যৰ ক্ৰম বা পদ্ধতি বঢাই লৈ কোনো কাৰ্য্যত বিলম্ব কৰা t m k d l y d ng anyth ng by l th t m th d o p l d

**অনা অনি কৰা** ফেৰ মৰা অৰিযা অৰি কৰা t a t in riv lry **অনা নিনা কৰা** ছোৱালী আদান প্ৰদান কৰি কুটুম্বিতা কৰা t f m nn ction by tri no y

**অনাই বনাই ফুৰা** (বনাই = শগুনৰ দৰে ঘূৰি উড়ন দি অনাই অনু) থানথিত নোপোৱাকৈ ঘূৰি ফুৰা wandering al out n an nsettl d stat

**অনিয়া অনি কৰা** অনা অনি কৰা চোৱা।

**অনিল-অৱতি** (অনিল = বায়ু অৱতি = অৱধি) বায়ু মণ্ডল থকালৈকে এতেকে

বৰ দীঘল (কথাত খাটে) যেনে অনিল অৱতি কথা l ngthy h

**অপটি কৰা** গৰু ছাগলী পটিয়ে ন'গৈ অপটিয়ে গ'লে খেদি আনিবলৈ আহুকাল হয় এতে ৰ সৰু সুৰা আহুকাল কৰা g ng p tty troubl or anncy nc d fy ng

**অপক্ক কৰা** স্বাস্থ্যলৈ ]শুজ কোনো বস্তু খোৱা বা কোনো কাৰ্য্য কৰা at ng dr k ng anyth ng d ı g anyth ıg that d ( t uit health

**অফলীয়া কটা** অফলীয়া হৈ একাষৰলৈ যোৱা t t ind g a d

**অফুট হোৱা** অস্ফুট হোৱা অৰ্থাৎ ফু পাবলৈ নোহোৱা। এনেকে পলাই ফাট মৰা tc l d ell w th t lea ıg any tr

**অবচন বোলা** বুলিব নোপোৱা বচন বোলা অৰ্থাৎ গালি পৰা t b u g u l h l guag

**অবচনীয়া বচন** বুলিব নোপোৱা বচন অৰ্থাৎ গালি h l g g

**অবাইচ মতা** (অবাইচ = অবাচ্য) লাজ কথা মতা g b n ( l

**অবাটে যোৱা** আচৰণ বাটে নগৈ বাট নোহোৱা ফালে যোৱা অৰ্থাৎ অৰীতি চলা অন্যায কাৰ্য্য কৰা বিপথে যোৱা g a t y

**অব্ৰাহ্মণৰ চিন** অবামুণৰ চিন। ই বামুণে খোৱা এটা ডাঙৰ শপত যেনে মিছা কৈছো যদি কোন অব্ৰাহ্মণৰ চিন th ıgn f n Brahm n the p ( l f t be ıg B ahn (U d a ı oath by Brahm )

**অভাল ভাল** ভাল কিম্বা বেয়া অৰ্থাৎ মঙ্গল অমঙ্গল বিপদ সম্পদ যেনে ওচৰ চুবুৰীয়াক অভাল ভালে পোৱা যায় well b ng therw se b th well nd e ıl

**অময়া ভকত** মাযাক জয কৰা ভকত জাতি কুল আচাৰ ব্যৱহাৰ সুখ দুখ আপোন পৰ আদি ভাবৰ অতীত ভকত a ntly p n tre from llu ı

**অময়া সুখ** (অময়া = অমিযা) অতিশয় সুখ great bl

**অমৰ্য্যাৎ কৰা** অপমান কৰা ı ult

**অমাতৰ মাত** মাতিব নোৱাৰাৰ মাত বা মাত নুফুটাৰ মাত যেনে মাত বাল নোহোৱা নৰিয়াৰ মা ৎুৰা কচুৱা ল বাৰ আধাফুটা মাত p h t ı bl tc p ak ut l lln t r n rt cul it p h t h l l

**অমানুহ কৰা** মানুহজনকৈ তললৈ নমোৱা অৰ্থাৎ অপমান কৰা লঘু কৰা ı n ult **অমানুহ হোৱা** অপমানিত হোৱা t he lt d

**অমিয়া মধুৰ** অমৃতৰ দৰে সোৱাদ w t l k n ta **অমিয়া মধুৰী** অমৃতৰ সোৱাদ থকা ha ng th w tn l t **অমিয়া মাধুৰি** অমৃতৰ দৰে সোৱাদ গুণ বা মধুৰতা w t l k that f nectar

**অমুক তমুক** কোনোবা কোনোবি ইটো সিটো cl l l tl nd th t p tl ng

**অমুৰি কৰা** (অ = নাই + মোৰ) মোৰ নোহোৱা কৰা বিমোৰ কৰা। এনেকে আমনি কৰা সৰু সুৰা দুষ্টালি কৰা t y t t a wıl p tty ct l l b l n d l anc

**অমৃতত বিহ ঢলা** (১) শান্তি বা মিলা প্ৰীতিৰ মাজত অমিল বা অশান্তি ঘটোৱা p l ng ı ıc o harm y w th unrest (r d gr n ent (২) বেয়া বস্তু মিহলি কৰি ভাল বস্তু নষ্ট বা অযোগ্য কৰা po ling a good th ng r mak ng t nt t by n ng b d n w th t

**অমৃত ক্ষণ** শুভ ক্ষণ। জ্যোতিষ মতে যি ক্ষণত কোনো কাৰ্য্য কৰিলে সি সুফলমে সিদ্ধ হয় তেনে ভাল ক্ষণ auspicious moment fo do ng

anything according to astrological calculations

**অৰ্ঘ দিয়া** আশা পৰিহাৰ কৰা যেনে সেই সুখত অৰ্ঘ দিছোঁ giving up hopes

**অ'ৰ গোঁসাই ত'লৈ নিয়া** পূজা কৰা গোঁসাইৰ দৰে সদায় একে ঠাইতে থোৱা বস্তু এঠাইৰ পৰা আন ঠাইলৈ নিয়া অৰ্থাৎ, দিহা লগাই থোৱা বস্তুৰ ঠাই লৰাই বেমেজালি বা অশৃঙ্খলা লগোৱা making a me by remo ng thing from their prc per places

**অ'ৰ জোৰা ত'ত মৰা** অ ৰ তালি ত'ত মৰা চোৱাঁ।

**অ'ৰ ত'ৰ** ইঠাই সিঠাইৰ অৰ্থাৎ ক ৰবাৰ ক ৰবাৰ অনেক ঠাইৰ যেনে অ ৰ ত ৰ বহুত মানুহ গোট খালে f different places

**অ'ৰ তালি ত'ত মৰা** এঠাইৰ তাপলি আন ঠাইত মৰা অৰ্থাৎ, কোনো মতে জোৰা মৰা যেনে অ'ৰ তালি ত'ত মাৰি কোনো মতে সকামটো পাতিছোঁ। I t r moving a patch from n pla c t anc ther i rder t an g ny h w e t man g ny hc w w th d ffi lty

**অৰিয়া অৰি কৰা** অনা অনি কৰা চোৱঁ।

**অৰি ষড়ষ্টক** জ্যোতিষ মতে এই নামৰ এটা যোৰা আছে এই যোৰাৰ স্ত্ৰী পুৰুষৰ সদায় অমিল হয়। এতেকে শত্ৰুভাবাপন্ন যেনে তেবেঁ মযে অৰিষড়ষ্টক অৰ্থাৎ দুইৰো বৰ অমিল it l gg h l

**অলপ ধতুৰা** অলপ অৰ্থাৎ অলপীয়া ধাতুযুক্ত। এতেক সাহ নথকা ভয়াতুৰ কোমল ভগে দুখ সহিবৰ অপাৰ। i i d t t nd t endu h d h p of weak n r

**অলপ পানীৰ মাছ** ওকনীযা পানীৰ মাছ বাতি দি সাৰিব পাৰে বে ।ে ধৰা পৰে। এতেকে নিচেই কম সম্বল বা ক্ষমতাৰ মানুহ a t h of hall w water i e p r on of meagre

wits or resources

**অলপতে কলপ কটা** নিচেই অলপ কাৰণতে অসিদ্ধ হোৱা অলপ বিভূতিতে মিছা হোৱা failing only for a very small cause বিক— Slip between the cup and the lip

**অশাঁতি অবাতি লগা** (অ = অভাব শাঁতি = শান্তি অবাতি— অনু) অশান্তি অৰ্থাৎ অসুখ লগা। এতেকে গা বেয়া লগা feeling unwell or out of sorts

**অশৌচ লগা** (১) তিৰোতাৰ সন্তান প্ৰসব হোৱা being delivered of a child (২) সম্বন্ধীয়াৰ ভিতৰৰ কাৰবাৰ জন্ম বা মৃত্যু হোৱাত ধৰ্ম্ম কাৰ্য্যলৈ অলপ দিনৰ কাৰণে অশুচি হোৱা to be tempc arily unclean for religious purposes by reasc n of th birth or death c f a r lat ve

**অশ্ব মহিষ** ঘোঁৰাৰে ম'হৰে বৰ বিৰোধ। এতেকে ঘোৰ বিৰোধিতা যেনে তেওৰে মোৰে অশ্ব মহিষ dir enm ty

**অষ্টমীৰ বলি** দু া পূজাৰ অষ্টমীৰ দিনা কাটিবলৈ ধৰা বলি। এতেকে নিষ্ঠুৰ উৎপীড়নৰ পৰা সাৰিবৰ উপায় নথকা নিৰাশ্ৰয়প্ৰাণী p werl and helplc to e cape tyran ny

**অষ্টাঙ্গে পৰা** হাত ভৰি আঁঠু বুকু মন বাক্য দৃষ্টি আৰু মূৰ এই আঠোটা নিযোগ কৰি সেৱা কৰা নতুবা দুই হাত দুই ভৰি দুই আঠু বুকু আৰু মূৰ মাটিত পেলাই সেৱা কৰা। এতেকে সম্পূৰ্ণৰূপে শৰণাগত হৈ প্ৰাৰ্থনা কৰা tc nt at or bow w th gr at uppl atic n

**অস্থা নাইকিয়া হোৱা** (অস্থা = অবস্থা) খীণাই শুকাই দুৰ্বল হোৱা দুৰবস্থাত পৰা tc b ry mi ch reduced in b dy t b n ad ity

**অস্থি চৰ্মসাৰ** অকল হাড় আৰু ছালহে বাকী থকা অৰ্থাৎ তেজ মঙহ নথকা। এতেকে অতি খীণ ery much emaciated

having only the bones and the skin left

**অস্থি লগোৱা** মৃতকৰ সংগতিৰ অৰ্থে তেওঁৰ হাড় গঙ্গা তীৰ্থত নিক্ষেপ কৰা throwing in the Ganges a p ece of bon of a deceased person for his good in the next world (This a relig ous ceremony)

**অ হৰি অ ৰাম বোলা** অ হৰি অ ৰাম বুলি সবাহ আদি ধৰ্ম্ম কাৰ্য্য আৰম্ভ কৰা হয়। এতেকে (১) কোনো সকাম আদি আৰম্ভ কৰা to b g n a ceremony (২) নাম-গোৱা বা নাম কীৰ্ত্তন কৰা to recite hymns in prayer of God

**অহা মুখেই যোৱা** যেনে মুখেৰে আহে, তেনে মুখেৰেই উভতি যোৱা। এতেকে (১) একো নোখোৱাকৈ উলটি যোৱা to return from a plac withcut eat g o dr nking there anyth g whate r (২) অভীষ্ট সিদ্ধি নোহোৱাকৈ উভটি যোৱা নিৰাশ হৈ উলটি যোৱা t r tu n d app t d

**অক্ষয় কৱচ** অব্যৰ্থ শাবিজ বৰ্ম্ম বা অঙ্গ ৰক্ষক an infall bl am l t r a n f r o prot ct on

# আ

**আই ঐ দেহি** (আই ঐ পুতৌৰ মা৺ দেহি-দেহটি) দেহি ঐ চোৱা।

**আই ওলোৱা** বসন্ত ৰোগ হোৱা gett ng measl ci pox f anv k nd

**আই দেখা দিয়া** আই ওলোৱা চোৱা

**আই ধৰতকৈ বাই ধৰ চাৰ হোৱা** এটা বিপদ থাকোঁতেই আন এটা বিপদ হৈ আগৰটোতকৈ অধিক কষ্ট দিয়া on trouble fc llowing another and being more unbearable than the fo mer

**আই ধৰ বাই ধৰ লগা** হে আই হে বাই কোন আছ মোক ধৰহঁক এই বুলি বিচেষ্টা হোৱাত হুলস্থুল লগা happening a confusion for one s re tlessness due to trouble or pain **আই ধৰ বাই ধৰ লগোৱা** নিজে বিচেষ্টা হৈ লোকৰ মাজত হুলস্থূল লগোৱা causing a confusion by being re tless

**আইধা কৰা পৰা** পেলোৱা পোৱা হোৱা (আইধা = পুথিৰ আধ্যা বা অধ্যায়) 'আধ্যা কৰা' চোৱা।

**আইৰ কালৰ কুটুম** নিজৰ মাকৰ ফালৰ পৰা সম্বন্ধ লগা আপোন মানুহ a relati e from the mother sid

**আইসকল ওলোৱা** 'আই ওলোৱা' চোৱা।

**আউতা** সোণ আদি ধাতু জালত দি শুদ্ধ কৰা এতেকে (১) সংস্কাৰ কৰা শুদ্ধ বা নিভাঁজ কৰা to improve to purify to make fr f r adulterati n (২) ব্যঙ্গাৰ্থে) ধৰকৈ মাৰকিল কৰ। (I ni ally) T b at s crely (৩) অভিসন্ধি কৰা যেনে গোচৰ এখন আউতিছে t m k pl t

**আউল-বাউল কৰা** আউল লগোৱা বিশৃঙ্খল কৰা t put in I rd to d rrang

**আউল ভঙা** জোঁট ভাঙি মুকলি কৰা। এতেকে লেঠা ভঙা জঞ্জাল গুচোৱা t rem omplicat on **আউল** মৰা একে অৰ্থ। **আউল লগা** জোঁট লগা to be intertw ned **আউল লগোৱা** জোঁট লগোৱা to make nt rtwined

**আও কচু** (আও = বেয়া বিজতৰীয় বৰ্গীয়া অসঙ্গত ওভোতা অমঙ্গলীয় অপ্ৰচলিত অস্বাভাৱিক) বেয়া বা বনৰীয়া কচু এতেকে দুষ্ট স্বভাৱৰ মানুহ a per on of w ke l c vicious nature **আও কঠীয়া** বেয়া কঠীয়া। এতেকে বেয়া আঁতিগুৰি bad origin **আওকণীয়া** ওভোতা বা বিপৰীত ফালে মনোযোগী। এতেকে

**অমনোযোগী** inattentive unmindful **আও কথকী** অসঙ্গত কথা কওঁতা one speaking irrelevant or unreasonable things **আও কথা** অসঙ্গত কথা irrele ant or unreasonable tatement **আও কথীয়া** 'আও কথকী চোৱাঁ। **আও কাঠ** বেয়া কাঠ। এতেকে বেয়া আঁতিগুৰি বেয়া সঁচ bad ( ig n **আও কাণ** অমনোযোগীতা natten tic n **আও কাল** বেয়া কাল দুঃসময় অমঙ্গলীয়া ক্ষণ b d t ne inopportun r inau p times **আও কিল** হাত ওভোতাই অৰ্থাৎ কোঁচাই লৈ কিলাকুটিৰে মৰা কিল a blow with th lb w **আওচলীয়া** আওকথীয়া চোৱাঁ। **আওপকীয়া** ওভোতা পাকে ঘূৰা এতেকে বেঁকা পথে চলা পোনপটিয়ে নচলা qu it n t p g lt str ght forw d **আও পাক** ওভোঁতা পাক। এতেকে জটিল লেঠা ভাঙিবলৈ টান লেঠা d ff lt c mpli ated mbarra m t **আও ফাল** বেয়া বা বিপৰীত ফাল অৰ্থাৎ, আচলৰ ফাল বা বাওঁ ফাল th wrong i ni nt de th left sid **আওবৰীয়া** বেয়া বা অমঙ্গলীয়া বাৰে কৰা বা হোৱা done or h p n ig on b d o ina ispic ou day of th week **আও বাট** বেয়া বা অপ্ৰচলিত বাট। এতেকে অসৎ পথ অসৎ উপায় অবাট bad way (r m a **আও বাৰ** অমঙ্গলীয়া বাৰ শনি বা মঙ্গল বাৰ যেনে আও বাৰে যাত্ৰা কৰিব নেপায় in inauspicious day Tuesday S turday **আও মৰণ** অস্বাভাৱিক মৃত্যু an unnatural death **আও হাত** ওভোতা হাত অৰ্থাৎ, বাওঁ হাত th left hand **আওহতীয়া** আও বা অপ্ৰচলিত হাতে থকা। এতেকে সদায় নহা নোযোৱা বাবে আহিব যাবলৈ আচল লগা যেনে আওহতীয়া ঠাই out of the way

**আও-কুকুৰ ভাও জোৰা** বেয়া বা ভতুৱা কুকুৰৰ দৰে কুঁচি মুচি সেও ভাও ধৰা to tak up an humble or submi sive attitude like a neglected dog বিজ—বং 'ভিজা বিড়ালটি হওয়া।

**আও ভাও পোৱা** কোনো কাৰ্য্য কি নিয়মেৰে কৰিব তাক বুজ পোৱা to know the ways of doing ythi g

**আও মৰণেৰে মৰা** ( আও = অস্বাভাৱিক) উদ্বগুলি কৰি অস্বাভাৱিক ৰূপে প্ৰাণ ত্যাগ কৰা dy ng an unnatural d ath fo utrag usnes

**আং মৰা** (আ = অঙ্গ পুৰুষত্ব) পুৰুষত্বহীন অৰ্থাৎ সাহ পিত বা উ াহ নোহোৱা কণমৰা মিজি মাজা d c l c f pi t r en gy

**আঁক পৰা** মাটিত আঁক দিয়া অৰ্থাৎ মঙ্গল চোৱা calculating futu e event by d n t n **আঁক মচা** (১) আগৰ থকা আঁক মচি পেলোৱা অৰ্থাৎ আহ্ যাহ বন্ধ কৰি সম্পৰ্ক এৰি পেলোৱা t gi up a c ation w th a ma by e g t all ( h m (২) আয়ুষৰ অন্ত কৰা যেনে যমে তেওৰ আঁক মচিলে t shorten life

**আঁ কৰা** মু। মেলা t ope th m th

**আঁচনি কৰা** মচাবিদা কৰা t mak a draft

**আঁচলত জীৱ বন্ধা** হেৰায় বুলি নিজৰ জীৱটোক আঁচলৰ গাঁঠিত বান্ধি থোৱা অৰ্থাৎ অতিশয় ভয় পোৱা to b sm tten down with fear

**আঁচলৰ ধন** হেৰায় বুলি আঁচলত বান্ধি লৈ ফুৰোৱা ধন। এতেকে অতি যত্নৰ বস্তু অতি হেঁপাহৰ মূল্যবান বস্তু anything prized ery much and kept with great care **আঁচলৰ মণি** একে অৰ্থ।

**আঁচোৰ পিঁচোৰ কৰা** (আঁচোৰ = আঁচোৱা কাৰ্য্য পিঁচোৰ—অনু) কাৰবাৰ কৰা

যত্ন কৰা to make attempts to struggle

**আঁজোৰ পিঁজোৰ কৰা** আঁজোৰা আঁজোৰি কৰা অৰ্থাৎ সাৰিবলৈ বা ওলাবলৈ যত্ন কৰা to struggle in order t escape or get out

**আঁটকাল্ পোৱা** উমান জনা পূৰ্বে জনা বাবে কোনো কথাৰ সন্ধেদ পোৱা knowing anything in the light of past knowledge **আঁটকাল্ বুজা** উমান বুজা সঁহাৰি লোৱা to ascertain by watching secretly to observe secretly **আঁটকাল লোৱা** 'আঁটকাল্ বুজা' চোৱাঁ।

**আঁঠু কঢ়া** ল'ৰাৰ দৰে আঁঠুৰে চোঁচৰা to mo e with the knees and th hands like a child **আঁঠু পৰা** আঁঠু কাঢ়ি বহা to sit bending the knee to the front **আঁঠু পেলোৱা** 'আঁঠু পৰা' চোৱাঁ **আঁঠু লোৱা** (১) লৰাই আঁঠুৰে চুচৰি ফুৰিবলৈ আৰম্ভ কৰা to begin to crawl with the kne and the hand (a a child) (২) গুৰুৰ ওচৰত দীক্ষা বা শৰণ লোৱা যেনে তেওঁ অমুক গোঁসাইত আঁঠু লৈছে to take spiritual insturct on f om a prec ptor (৩) সন্মান পূৰ্বক আগলৈ আঁঠু পাৰি বহা to sit down with bent up knees tc show respect

**আঁঠুত মূৰ লগা** অতি বুঢ়া মানুহৰ মূৰ ওলমি গৈ আঁঠুত লাগে এতেকে বৰ বুঢ়া হোৱা to be very much ad anced n age

**আঁঠু থাঠুৰ মূৰ খোৱা** (থাঠু অনু) অকৰ্মণ্য হোৱা কামৰ অযোগ্য হোৱা (মানুহত খাটে) to be useless for works tc be incapable of do ng works

**আঁত উলিওৱা** (আঁত = অন্ত মূৰ) নেচা বন্ধা বা আউল লগা সূতাৰ মূৰটো বিচাৰি উলিওৱা এতেকে জটিল বিষয়ৰ মূল সূত্ৰ বিচাৰি উলিওৱা to find out the clue to anything difficult or complicated **আঁত মৰা** (আঁত = নাড়ী) (১) বহু দিন নেখাই থকাত খাব নোৱাৰা হোৱা to lose appetite by tarving for a long period (২) বহু দিনলৈ লঘোনে থৈ খাব নোৱাৰা কৰা to starve one for a long period and thereby d stroy appetite (৩) খুঁট নোহোৱা বা নিয়াৰি কৰা যেনে আঁত মাৰি কাম কৰিবাঁ to do anything without defect **আঁত্ গুচোৱা** 'আঁত মৰা (১।২) চোৱাঁ।

**আঁতি গুৰি** (আঁত = অন্ত মূৰ নাড়ী) আদি অন্ত। এতেকে জনম জাতি আগ গুৰি সকলো বৃত্তান্ত the origin and parti ulars of a person or a thing

**আঁতিলে বস বোৱা** চেপিলে ৰস ওলোৱা অৰ্থাৎ বস পম থকা। এতেকে অবস্থাবান w althy substantial

**আঁৰ কৰা** (আঁৰ = ঢাকনী) ঢকা লুকোৱা এতেকে গোপন কৰা to conceal **আঁৰ দিয়া** একে অৰ্থ। **আঁৰ্ দেখা** (আঁৰ = ব্যৱধান) আঁতৰ দেখা পৰ ভবা to cons der a person not to be one s own **আঁৰ ধৰা** (আঁৰ = দোষ ভাঁজ) খুঁট উলিওৱা দোষ ধৰা to f nd fault **আঁৰ মৰা** (আঁৰ = দোষ) দোষ গুচোওৱা to remo e defects **আঁৰ লগা** (আঁৰ = দোষ) (১) যন্ত্ৰৰ দৰে কোনো অংশ বেয়া হোৱাত অচল হোৱা to be out f order (২) ঠেহ লগা to be sullen **আঁৰ লোৱা** (আঁৰ = ঢাকনী) আশ্ৰয় লোৱা to take shelter **আঁৰ হোৱা** (আঁৰ = অন্তৰাল) নেদেখা হোৱা অৰ্থাৎ মৰি যোৱা (শপতত খাটে) যেনে আপোনাৰ আঁৰ হ বলৈ মই তেনে কাম কৰা নাই to die (used in oath )

**আঁৰ্ কাতি মৰা** কামৰ ভয়ত পলাই ফুৰা to be shirking work

**আঁৰ বেৰ দিয়া** 'আঁৰ দিয়া' চোৱাঁ।

**আঁহতলীয়া বাঁহতলীয়া** (আঁহ অনু) বাঁহৰ

তলত থকা অর্থাৎ নগণ্য বাহিৰা লেখত নপৰা not taken into account for being insignificant or unworthy of account

**আঁহুনেজীয়া বাঁহনেজীয়া** (আঁহ্ অনু) বাঁহৰ পৰা নেগুৰ বঢ়াদি বাঢ়ি আঁতৰ হোৱা জেঙৰ নিচিনা। এতেকে অতি দূৰ সম্পৰ্কীয় লতা পতা সম্বন্ধীয়া তুচ remotely related cont

**আঁহ্ পাহ মুকলি** শৰীৰৰ সিৰত গাঁঠি গুঠলি নথকা। এতেকে (১) শৰীৰ বাঢ়িবলৈ একো বাধা নথকা সদল সফল পোলোঙা ha ng a luxuriant growth of body (২) সৰল মনৰ ha ing a plain and straight forward mind

**আঁহ্ ফলা** (আঁহ্ = সিৰ) একেডাল সিৰকে ফালি দুডাল বা অনেক ডাল কৰা। এতেকে আপোন মানুহৰ ভিতৰত বিচ্ছেদ ঘটোৱা tc c eate d sunion among r lated people **আঁহ্ মুকলি** 'আঁহ্ পাহ মুকলি' চোৱাঁ।

**আঁহে আঁহে অহা** সিৰে সিৰে মিলা অৰ্থাৎ একে মনৰ বা একে প্ৰকৃতিৰ হোৱা b ing f th am m nd natur **আঁহে আঁহে মিলা** একে অৰ্থ। **আঁহে আঁহে কথা থকা** শৰীৰৰ সিৰেপতি কথা অৰ্থাৎ অভিসন্ধি থকা। এতেকে কপটীয়া ins n dissembl ng

**আক্ তাক্** ইজন সিজনক ইটো সিটো মানুহক t th (i that p r

**আকচ্ লগা** আক্ৰোহ হিংসা বা আখেজ লগা bearing a grudg

**আকল পুৰি খোৱা** (আকল = হিং অক্কেল এতেকে বুদ্ধি) নিজৰ বুদ্ধি নিজে পুৰি খোৱা অৰ্থাৎ আকল বা সজ বুদ্ধি নোহোৱা হোৱা বুদ্ধিভ্ৰষ্ট হোৱা tc lose on a n r prudenc **আকল বঢ়া** আশয় পোৱা বাবে সাহ বঢ়া being b ld by r ason of familiarity

**আকলি বাকলি বকা** (আকলি—অনু) অকামিলা কথা কোৱা to speak useless things

**আকাজী** ব'ব কাটিব নজনা। এতেকে কামৰ অলায়ক useless for works (appl to a person)

**আকাৰ ইকাৰ** শুং-শূত্ৰ যেনে এই কথাৰ মই আকাৰ ইকাৰো শুনা নাই even a syllable

**আকাৰে ইঙ্গিতে** ঠাৰে ঢিয়াৰে সঙ্কেতেৰে by gestures

**আকাশ পাতাল** আকাশৰে পাতালৰে সমান আঁতৰ বা বিভিন্নতা as distant or different as the H aven and the Patal (পাতাল means the world that lies underneath) **আকাশ পাতাল ভবা** আকাশৰ পৰা পাতাললৈকে ভবা অৰ্থাৎ কোনো কথাৰ আগৰ পৰা গুৰিলৈকে ভবা to consider a matter in all ts deta l

**আকাশৰ তৰা বিচৰা** দুষ্প্ৰাপ্য বস্তু বিচৰা দুৰাশা কৰা to ask for something imposs ble t get

**আক্ৰোহ্ ছৰা** পুৰণি আখেজৰ বাবে হোৰ তোলা to fe d fat an ( ld grudge

**আখজা লগা** অনভ্যাসৰ বাবে আচল লগা f el ng d ff cult o ncon en nt t dc for want of pract ce

**আখৰে আখৰে ফলিওৱা** প্ৰতি আখৰটোৰেই ফলিওৱা অৰ্থাৎ পূৰ্বে কোৱা কিবা কথাৰ তেনেই সকলোখিনি ফলিওৱা বা ঘটা happen ng f om thing a fortold e n tc the ery lett r

**আখলত সোমোৱা** ৰন্ধা বঢ়া কৰিবলৈ সোমোৱা ente ng the kitchen to cc ok

**আখৈ গড়ীয়া** ভালকৈ নুফুটি কঠুৱা লাগি থকা আখৈ। এতেকে লোকৰ লগত মিলিব নোৱাৰা মানুহ a disagreeable per on

**আগ অনা** ধান দোৱাৰ পূৰ্বতে এটা মুঠি কাটি সমাৰোহেৰে ভঁৰাললৈ অনা

bringing home in ceremony one sheaf of paddy from the field before reaping the crop **আগ উড়া** থোকত লগা শস্যৰ থোকৰ আগৰখিনি গুটি পতান হৈ নষ্ট হোৱা the foremost seeds of a bunch of paddy or other grains being blighted **আগ কৰা** (১) অভীষ্ট সিদ্ধিৰ কাৰণে কিবা সকাম কৰিবলৈ কামনা বা সঙ্কল্প কৰা to determine piously to do some religious ceremony for fulfilment of an object (২) আগেয়ে কৰা আগত ঠাই দিয়া যেনে আগ বন পাচ কৰি পাচ বন আগ কৰা মুখাল জনক দলৰ আগ কৰি দিব লাগে putting ahead or forward **আগ কলহ,** বিয়াৰ দৈবকীয়ে পানী তুলিবলৈ নিয়া কলচী বা সক লোটা the water jar carried by the mistress of the house to draw water for a bride or groom s ceremonial bath

**আগ চামিলে** সমুখতে চকুৰ আগতে চাই থাকোতেই যেনে মোৰ আগ চামিলে চুৰ কৰিছিল under the ery eye face to face **আগ বঢ়া** অগ্ৰসৰ হোৱা। এতেকে (১) লোকক চেৰ পেলোৱা going ahead of other (২) ওচৰ চাপি যোৱ' to ad ance forward (৩) গাত লোৱা সাহ কৰা যেনে তেও টান কামলৈ আগ বাঢ়িছে o olunteer to come forward to do something **আগ বঢোৱা** (১) আগ বাঢ়ি গৈ সমাদৰেৰে অনা to go forward and recei a per on with cordiality (২) লগে লগে অলপ গৈ বিদায় দিয়া যেনে দোখোজমান গৈ তেওঁক আগ বঢাই থৈ আহিলোঁ proceeding a few steps with a guest to bid him farewell (৩) কোনো কামলৈ লোকক অগ্ৰসৰ কৰা যেনে মই কৈ মেলিহে তেওঁক এই কামলৈ আগবঢাইছোঁ to make or assist some one to come forward for something (৪) প্ৰাধান্য দিয়া to give prominence or preference (৫) সম্মানেৰে বঁটা যেনে শৰাগ আগবঢ়োৱা to offer respectfully

**আগ-বতৰ** বতৰৰ আগছোৱা the first part of a season **আগবলী শৰীৰৰ** পাচ ছোৱাতকৈ আগছোৱা শকত আৱত (চতুষ্পদত খাটে পাচ বলীৰ বিপৰীত) having the front or upper part of the body tronger than the hind or lower part (appl to quadrupeds ) **আগ বাঁহ** মৰা মানুহ কঢ়িয়াবলৈ লগা কান মাৰি a pole for the stretcher to carry a dead body **আগ বিয়া** আগেয়ে হোৱাখন বিয়া। ছোৱালীক গোনতে হোম পুৰি বিয়া দিয়ে সেয়ে ৰবিয়া। পাচত তোলনি হ'লে ছোৱালীৰ বিয়া তোলে। এই দুখনৰ আগৰখন বিয়া এতেকে ৰৰ বিয়া the formal marriage c remony of g rl **আগ ভৰা** ওপৰ বা উজনি ভাগত বোজা সৰহ থকা top heavy **আগ ভাৰ** বিয়াত দৰাৰ আগত নিব লগা খোৱা বস্তুৰ এখন ভাৰ the load of eatables to be carri d before a bridgroom n processi n **আগ ভেঁটা** আগত ভেঁটা দি ধৰা। এতেকে বাধা জন্মোৱা to obstruct **আগ ৰখা** ধন ধান আদি লখিমী বস্তু লোকক দিওঁতে লক্ষ্মী নেযাবলৈ বুলি তাৰে সামান্য অলপ কাটি ৰখোৱা retaining (as a custom) a small port on of money or grain given away to others **আগ ৰণুৱা** ৰণৰ আগ শাৰীত যুঁজ কৰোঁতা এতকে কামৰ অতিশয় লায়েক মানুহ কামলৈ ভয় নকৰি লোকতকৈ আগবাঢ়ি কামত ধৰা মানুহ one fighting at the front line a person going ahead of others to do a hard task **আগ**

লোৱা সঁচলৈ শস্যৰ আগ ভাগ ৰখা keeping the foremost part of crop for the purpose of seeds or cuttings

**আগ হাত** (১) প্ৰথম হাত অৰ্থাৎ আনতকৈ আগেয়ে বা উপৰিকৈ পোৱা সুবিধা যেনে কড়ি বা পাশা খেলৰ আগ হাত the right acquired to begin the second round of a game by reason of winning its first round (২) থিয় হৈ ওপৰলৈ হাত মেলিলে যিমান হয় সিমান দ বা ওখ যেনে আগ হাত পানী as tall or deep as a man can be tall by lifting up his arms **আগ হোৱা** (১) লোকক পাচ পেলাই নিজে আগ বঢ়া যেনে প্ৰতিযোগিতাত আ। হোৱা to win in a competition (২) কোনো কামলৈ লোকতকৈ আগেয়ে ওলোৱা to be prepared before other for work

**আগ গুৰি চোৱা** (১) আগৰ পৰা গুৰিলৈকে সকলো কথা ভাবি চোৱা t consider the pros and cons of anything (২) কাৰ্য্যকলাপ বা তি গোত্ৰ নিৰীক্ষণ কৰা to watch the doing or movement of the **আগ গুৰি নোহোৱা** বিশৃঙ্খল ভিত্তিহীন বেমেজালি লগা disorderly without arrangement groundless **আগ গুৰি পোৱা** 'আও ভাও পোৱা' চোৱাঁ।

**আগ চকুতে দেখা** (১) চকুৰ আগতে দেখা অৰ্থাৎ প্ৰত্যক্ষে দেখা স্পষ্টকৈ বা স্বচক্ষে দেখা t with own eyes (২) কিবা ভৱিষ্যত ঘটনা হয় যেন লাগি থকা অৰ্থাৎ আশঙ্কা কৰি থকা যেনে সেই বৰ ভূঁইকঁপৰে পৰা কিবা এটা হয় হয় যেন আগ চকুতে দেখি আছোঁ to apprehend om future event at any moment

**আগ চক আগ চাবি** সকাম আদিত সম্ভ্ৰান্ত জনক বহিবলৈ আগত চাৰি পাৰি দিয়া হয় আৰু লোকতকৈ আগেয়ে চৰুত প্ৰসাদ দিয়া হয়। এতেকে বিশিষ্ট সম্মান preferential respect to a respectable person special respect shown to a person

**আগ চাউল দিয়া বিয়া** লগুণ গাঁঠি বান্ধি দৰা কন্যাৰ মূৰত দূৰ্ব্বা আৰু আৰৈ চাউল দি সমাধা কৰা এক প্ৰকাৰ সামাজিক বিয়া a form of customary marriage

**আগ জাননী দিয়া** আগেয়েই জাননী দিয়া to give previous notice

**আগডাল বাগডাল বগোৱা** মিছা তৰ্ক কৰা টা বা কৰা to argue without reason to try to avoid a responsibility

**আগ্ পাচ কৰা** সৰু সৰু লগুৱালি কাম কৰি আল্ ধৰা কামত লাগি ভাগি দি সাহায্য কৰা to attend on a person to render assistance by doing small services **আগ পাচ চোৱা** আগ ফাল আৰু পাচ ফ'ল দুই ফাললৈ চোৱা অৰ্থাৎ কোনো কথা সকলো ফালৰ পৰা গুণি চোৱা বৰ্তমান আৰু ভৱিষ্যত দুইকো চোৱা to think about anything from all sides to consider both the present and the future **আগ পাচ ভবা** একে অৰ্থ। **আগ পাচ হোৱা** আগৰটো পাচ হৈ পাচৰটো আগ হোৱা যেনে কবিতাৰ আবৃত্তি কৰোঁতে আগ পাচ হোৱা to be in the reverse order

**আগ্ বঢ়াই অনা** 'আগবঢোৱা (১) চোৱাঁ' **আগ বঢ়াই থোৱা** আগ বঢোৱা (২) চোৱাঁ। **আগ বঢ়াই দিয়া** আগ বঢোৱা (৩।৪।৫।৬) চোৱাঁ।

**আগবাৰ পাচবাৰ কৰা** আল্‌পৈচান ধৰা কাম কাযত সহায় কৰা to render small service to assist in doing anything

**আগ্ ভাগ কৰা** (ভাগ —অনু) আগ কৰা চোৱাঁ। **আগ ভাগ খোৱা** কোনো বস্তুৰ সৰ্বপ্ৰথম ভাগ ভোগ কৰা to enjoy

the foremost share of anything

**আগ্ ভাত খোৱা** ভোজত প্ৰথমৰ ভাগ ভোগ কৰা to get or partake of the first and the foremost share n a feast

**আগ্ মঙহ খোৱা** আগ মঙহ ন'হলে জীয়াই থাকিব নোৱাৰি। এতেকে মহৎ অনিষ্ট কৰা to do a serious injury

**আগ লেঠা গুচা** 'আগ্ শূল অহা' চোৱাঁ।

**আগ্ শূল অহা** প্ৰসবৰ অনতিপূৰ্বে এজোলোকা ৰক্তস্ৰাব হোৱা (প্ৰসবৰ সময়ত স্বাভাৱিকতে তেনে হয়) to ha e a usual a d schrge of blood prior to child b rth

**আগ্ হালত বোৱা** দুখন বা অধিক হালৰ আগৰ খনত বোৱা। আগৰ হালত বোৱা গৰুৱে সৰহ দুখ পায়। এতেকে টান বন কৰোৱা to put to hard work **আগ হালত যোৱা** আগৰ হালত চোকা গৰুহে দিয়া হয়। এতেকে কামত চোকা ery acti e in work en rgeti

**আগচ পিগচ্ কৰা** (আগচ = আগচি ধৰা পিগচ—অনু) আগত থিয় হৈ ভেঁটি ধৰা। এতেকে বাধা জন্মোৱা t ca e ob tru ti n

**আগনি খাৰণী** প্ৰথমতে সৰা খাৰণী সি বৰ চোকা হয। এতেকে চোকা বস্তু যেনে মুখ নহয আগনি খাৰণী anything p r ing (r g ng m ntal pa n

**আগম পুৰাণ** আ ামৰ পৰা পুৰাণলৈকে অৰ্থাৎ আগৰ পৰা গুৰিলৈকে সকলো বিৱৰণ e eryting f om th begining t the end

**আগৰো আগ ভাগ** সম্মানিতৰো সম্মানিত ভাগ অৰ্থাৎ অতিশয সম্মানৰ ভাগ the first of the f r most part the share given to the most important person

**আগলি দীঘলী** উদ্ভণ্ড আচৰণ wayward conduct

**আগা আগিকৈ** আগতে দেখা-দেখিকৈ openly face to face in the presence of

**আগা-ডেঢ়ীয়া হোৱা** (ডেঢ়ীয়া = জোখতকৈ সৰহ, দীঘল) একেলগৰে কোনো কোনোটো দীঘল হৈ আগবাঢ়ি থকাত শাৰী ভগা to be breaking an arranged row by going either beyond or behind the proper line

**আগা-ভেৰা কৰা** আগফালে বাট ডেই ব্যাঘাত কৰা। এতেকে সামান্যৰূপে ব্যাঘাত কৰা to cause light obs ruction

**আগে পাচে** আগত আৰু পাচতো যেনে এনেটো ভুঁইকঁপ আগে পাচে হোৱা নাই আগে পাচে দুটা হ'লে অকলে যাব পাৰোঁ either in th past r t ll now both in the front and in the rear

**আঙঠি পিন্ধোৱা** 'মণি পিন্ধোৱা' চোৱাঁ।

**আঙুলি কতপা দিয়া** (কতপা = দৃঢ়কৈ কোৱা কথা) লিখিব নজনা মানুহে দলীল আদিত চহীৰ পৰিবৰ্তে আঙুলিৰ চিন দিয়া (আজিকালি টিপ্ চহী দিয়াৰ দৰে অসম দেশত পূৰ্বে আঙুলি কতপা দিয়াৰ নিয়ম আছিল। কাকতত হাতৰ তৰ্জনি আঙুলিটো পাৰি লৈ তাৰ কেউফালে চিয়াহিৰ চিন দি পাব কেইটাৰো জোখ ৰাখি চিন দি থৈছিল তাকে আঙুলি কতপা দিয়া বোলে) এতেকে (১) চহীৰ মুৰে আঙুলিৰ জোখ দিয়া putting th n a ur ment f th f f g n tead f a gnatur o a docum nt (২) আঙুলিৰ জোখ দিয়া বাবে আবদ্ধ যেনে আ্ুলি কতপা দিয়া বন্দী অৰ্থাৎ আঙুলি কতপা দি লিখা পঢ়া কৰি বন্দী সোমোৱা গোলাম bound by putting measurement of the forefinger **আঙুলি কতপা লোৱা** চহী স্বৰূপে আঙুলিৰ জোখ লোৱা to take the masurement of one s finger f r a signature

**আঙুলিৰ মুৰ কামুৰি থকা** এলাহত কাল কটোৱা to waste time in

idleness

**আঙুলিৰ মূৰত থকা** আঙুলিৰ মূৰত লেখ থকা। অৰ্থাৎ আঙুলিৰ মূৰতে লেখি ক'ব পৰাকৈ কোনো কথাৰ লেখ মনত থকা যেনে তাৰ বয়স মোৰ আঙুলিৰ মূৰত আছে to be at the fingers ends i e the counting of anything being borne in mind

**আঙুলিৰ মূৰত দিন লেখা** নিৰ্দিষ্ট দিন কেতিয়া পাবহি বুলি আঙুলিৰ মূৰত লেখি থকা। এতেকে নিৰ্দিষ্ট দিনলৈ আগ্ৰহেৰে বাট চোৱা ount ng the day for anything at the f ngers end i inxic usly counting days for an c nt tc happen

**আঙুলিৰ মূৰত লেখিব পৰা** আঙুলিৰ মূৰত যিমান লেখিব পাৰি অকল সিমান। এতেকে নিচেই তাকৰ যেনে অসমৰ ধনী মানুহ আঙুলিৰ মূৰত লেখিব পাৰি as much as that which can b counted at the finger ends very few in number

**আচল্লাই কৰা** দুৰ্বলতাৰ কাৰণে মূৰঘূৰণি অনুভৱ কৰা to feel gidd ness fo weakness **আচল্লাই লগা** একে অৰ্থ।

**আচানত মৰা** (আ = ন চা = চোৱা) চাওঁতা নোহোৱাত মৰা অপ্ৰতিপালত মৰা। এতেকে অসহায় অৱস্থা বা অব্যৱস্থাৰ বাবে কষ্ট পোৱা to die without be ng nurs d e t b subje t tc gr at uff ring distress fcr l lple sne s

**আচাৰ বিচাৰ কৰা** নীতি নিয়ম শুচি অশুচি আদিৰ বিচাৰ কৰা অৰ্থাৎ নীতি নিয়ম আদি মানি চলা to b scrupulc us in c bser ing prescribed rules of conduct

**আছাৰ বিছাৰ কৰা** (আছাৰ = আছাৰ মৰা কাৰ্য্য বিছাৰ অনু) গোঁঠেলা গোঁঠেলি বা গেজেৰা-গেজেৰি কৰা to take up an annoyed or offended attitude

**আছুতত হাত দিয়া** (আছুত = আছুতীয়াকৈ থোৱা বস্তু) সাঁতীয়া বস্তু খৰচ কৰিবলৈ আৰম্ভ কৰা to begin to spend savings

**আছোক ছাবি** হওক বা থাকক ছাবি হোৱা বা থকা দূৰৰ কথা যেনে লাভ আছোক ছাবি মূলৰে হতাহতি far from not to speak of instead of

**আজ মৰা** খুঁট নথকাকৈ কৰা যেনে আজ মাৰি কাম কৰিবা to do anything without defects

**আজৰি কৰা** (আজৰি = শূন্য)—(১) বস্তু আঁতৰাই পাত্ৰ উদং কৰা যেনে পাচিটো আজৰি কৰি দিলোঁ to empty (a a essel) (২) অন্ত কৰা নষ্ট কৰা হানি কৰা যেনে গৰু-ছাগলীয়ে ধান আজৰি কৰিলে tc exhau t to spoil to wa t **আজৰি পোৱা** অৱকাশ পোৱা to g t leisur **আজৰি হোৱা** (১) নষ্ট হোৱা যেনে ধানগাল আজৰি হ'ল t be po lt or wast d (২) কোনো কামৰ পৰা অৱকাশ পোৱা to be at l u aft r f nishing work (৩) বস্তু আঁতৰোৱাত পাত্ৰ উদং হোৱা to en pty (as a essel)

**আজান দিয়া** মছজিদ ঘৰত নমাজ পঢ়িবলৈ আহিবৰ নিমিত্তে চিঞৰি জাননী দিয়া tc giv notice of the pray ng t me at a Masjid

**আজিকালি** বৰ্তমান কালত চলি থকা দিন কালত at the pres nt ag

**আট খোৱা** (১) টানকৈ বান্ধ লোৱা যেনে ইকৰা পোলা আট খুৱাই বান্ধিবা to be fastened t ghtly (২) বন্দবস্ত চুক্তি বা প্ৰতিশ্ৰুতি স্বৰূপে মাত বৰ হোৱা যেনে সাখী থৈ কথা বান্ধিলে কথা আট খায় to be binding or obligatory a a prom se or contract

**আটক ধুনীয়া** আটকীয়া ধুনীয়া পাবলৈ নোহোৱা ধুনীয়া অতি ধুনীয়া ব্য। এতেকে বৰকৈ ধুন পেচ মৰা স্বভাৱৰ foppish

**আটি ধৰা** চপাই বান্ধি ধৰা। এতেকে কথাৰে বান্ধত পেলাই ধৰা to bind a person strongly with argument

**আটি মুটি কৰা** উপক্রম কৰা going to begin an attempt making preparations for an attempt

**আটোম-টোকাৰী** টোকাৰীৰ গুণাৰ দৰে পোন আৰু নিয়াৰি। এতেকে শৃঙ্খলা লগা আৰু নথকা quite neat and tidy

**আঠে পথে** আঠ দিনেই তাকৰ আৰু এপষেই সৰহ, ইমান দিনৰ অন্তৰে। এতেকে মাজে মাজে at interval of ight days to a fortnight i e occasionally

**আতুৰত পৰা** টানত বিচেষ্টাত বা বিপদত পৰা যেনে আতুৰত পৰিলে অনিয়ম কৰিব লগাও হয় to be in troubles

**আতোল্ তোল্ কৰা** (আ = আতি অতি) অতিকৈ তোল তোল্ বুলি মাটিত পৰিব নিদিয়া অতি যত্নেৰে সমাদৰ কৰা treating with great care and cordiality

**আতৌ পুতৌ কৰা** (আতৌ = আতি অতি) (১) অতিকৈ পুতৌ কৰা পেটে চিতে পুতৌ কৰা। Showing sincere pity (২) অতিকৈ হেঁপাহ কৰা যেনে আতৌ পুতৌকৈ লোকৰ খাবন পিন্ধন চোৱা to desire earnestly or with longing

**আথল্ মথালি কৰা** জানিও নজনা ভাও জোৰা fe gning igno ance

**আথাও পুথাও** (আহোম শব্দ) বুপা ককা ওপৰ পুৰুষসকল forefathers

**আথানী আবানী** (আথানি = স্থান নোহোৱা আবানি = তাঁতৰ বাণিৰ বাহিৰ হৈ থকা) ঠাই আৰু ল। নোহোৱা। (১) যথাস্থানত সামৰি নোথোৱাত বা যত্ন নকৰাত নষ্ট যেনে বস্তু আথানী আবানী হয়। Spoiled or wasted for want of care or attention (২) চাওতা নোহোৱাত নিৰাশ্রয় যেনে মাক-বাপেক মৰিলে নাবালক সন্তান আথানি আবানী হয় helpless for want of proper looking after

**আদৰা দৰা** এবাৰ আদৰা দৰা অর্থাৎ পুর্বে বিয়া কৰোৱা দৰা কৃতদাৰ a bridegroom that married before

**আদৰ মালতী** আদৰৰ মালতী ফুল অর্থাৎ মৰমৰ আলসুৱা মানুহ a tender and beloved person

**আদানীত যোৱা** ( আদানীত = দান কৰিব বা দিব নলগীয়াত) অবাবত যোৱা অনর্থকত ভৰণি হোৱা to be lost for nothing being wasted

**আধৰা কোবোৱা** (আধৰা = আধা পোৰা কাঠ বা খৰি) চাকি লগোৱাৰ সলনি জুহালৰ আধা পোৰা ডোখোৰা খৰি হাতেৰে জোকাৰি জোকাৰি পোহৰ কৰা to make light by swinging to and fro a burning firewood instead of lighting a lamp

**আধা আধি কৰা** (১) কোনো কার্য্যৰ প্রায় আধাখিনি শেষ কৰা to finish about one half of a work (২) কোনো বস্তুৰ প্রায় আধাখিনি নি শেষ কৰা যেনে ল'ৰাই মিঠেৰোৰ আধা আধি কৰিলে to take away about one half of anything

**আধাকটা** এডোখৰ কটা অর্থাৎ দুষ্ট, টটাটিঙা wicked **আধা-কেচেলুৱা** আধা কেচা এতেকে অর্দ্ধ শিক্ষিত অপৰিপক্ক not fully educated or trained **আধাখুন্দা** ভালকৈ গোঁৰ নোহোৱা খৰচি থকা। এতেকে (১) আধা কেচেলুৱা half educated raw (২) লোকৰ লগত নিমিলা d sag eeable **আধা ডুখৰীয়া** এডুখৰীয়া এডোখৰ নোহোৱা এতেকে অসম্পূর্ণ যেনে আধা ডুখৰীয়া বন incomplete half done **আধাধুন** তুলা ধুনোতে ধেনুৰ জোৰে বলেৰে কোব মাৰি তুলা ফেৰি ফেৰি কৰে। এতেকে তুলাৰ গাত জোৰৰ প্রহাৰৰ দৰে টানকৈ অতিশয়কৈ অতি পাতকৈ যেনে আধা ধুন পিটন severely **আধাধুনা** অতিপাট পিটন যেনে আধাধুনা দিলে excessive beating **আধা বন্ধিয়া** আধা বন্ধা আৰু আধা নবন্ধা পথাৰৰ

বণ্টিয়াৰ দৰে। আধা ভুখৰীয়া আধা কৰি আধা নকৰা যেনে বনখন আধা বণ্টিয়াকৈ নেৰিবি half done

**আধামুৰী হোৱা** মূৰটোৰ আধা নোহোৱা হোৱা অৰ্থাৎ বনৰ ভাগৰত বৰ দুখ পোৱা to be o cr worked

**আধাৰ খোৱা** চৰাই পোৱালীৰ দৰে লোকে খুৱাই দিয়া টোপ খোৱা লোকে খুৱাই দিয়া আহাৰ খোৱা to be fed by others lik the young of a bird **আধাৰ খুওৱা** চৰাই পোৱালীক খুওৱাৰ দৰে খুৱাই দিয়া t fe d othe like feeding th young of a bird **আধাৰ বঁটা** 'আধাৰ খুওৱা' চোৱা।

**আধি খোৱা** গিৰীহতক আধা উৎপন্ন দি কোনো সম্পত্তি উপভোগ কৰা enjoying a prc perty by g ng one half of its produce to th owne **আধি দিয়া** কৰ স্বৰূপে উৎপন্নৰ আধা ভাগ লৈ কোনো সম্পত্তি লোকক ভোগ কৰিবলৈ দিয়া t l t out any pr perty by tak ng ne half cf t p d a r nt **আধি মাটি** আধি ৰাবলৈ দিয়া মাটি land let ut f r half th p d c **আধি লগোৱা** আধি দিয়া চোৱা। **আধি লোৱা** উৎপন্নৰ আধা দিয়াৰ বন্দবস্তত লোকৰ সম্পত্তি ভো া কৰিবলৈ লোৱা to tak u th rs p op rty fo enjoym nt undertaking to g one half c t pr dc t th owner

**আধিয়া কটা** লোকৰ বন কৰি দি জীৱিকা অৰ্জা to be pp rt l by working for c ther

**আধ্যা কৰা** (আধ্যা = পুথিৰ অধ্যায়) (১) ঢুকাই পেলোৱা বা অন্ত কৰা শেষ কৰা যেনে আজ্ঞা নৌ দিওতেই ভাতৰ আধ্যা কৰিলে tc end or finish (২) নষ্ট কৰা যেনে কাপোৰ খন খচি আধ্যা কৰিলে to spo l **আধ্যা পৰা** (৩) ঢুকুৱা অন্ত হোৱা যেনে পুথিৰ আধ্যা পৰিছে। To come to an end (২) নষ্ট যোৱা to be spoilt **আধ্যা পেলোৱা** 'আধ্যা কৰা' চোৱা। **আধ্যা পোৱা** 'আধ্যা পৰা' চোৱা। **আধ্যা হোৱা** 'আধ্যা পৰা' চোৱা।

**আনেকা দিনা** (আন + একা = এক মাত্ৰ) মাত্ৰ এদিনৰ পাচৰ দিনা অৰ্থাৎ পাচ দিনা যেনে বিহুৰ আনেকা দিনা the next day

**আনে বানে** আন অনেক ফালৰ পৰা আৰু বান পানীৰ দৰে। এতেকে প্ৰচুৰ ৰূপে যেনে আনে বানে বস্তু গোট খালে আনে বানে ধন ভাগিলো from various directi ns and pl ntyfully

**আন্ধাৰত খপিওৱা** উৰাদিহ্ নজনাকৈ অনুমানত বিচৰা to grope n the dark **আন্ধাৰত দলি মৰা** আন্ধাৰত দলি মাৰিলে লগা নলগাৰ ঠিক নেথাকে। এতেকে কোনো কাম অকল অনুমানৰ ওপৰত নিৰ্ভৰ কৰি কৰা to strik at randc m

**আপ্দাহ্ এৰা** দোষ এৰোৱা to es ape ce u c r spons b l ty **আপ্দাহ্ দিয়া** দোষ ধৰা tc censure **আপদাহ সৰা** আপদাহ্ এৰা চোৱা।

**আপদ চোঁচোৰোৱা** আপদক আহ্বান কৰা t i t d nger

**আপদ সৰা** সামান্য স্বাৰ্থ ত্যাগ কৰি আহুকালৰ হাত সৰা যেনে এশ টকা ধাৰলৈ খোজাত এনেযে পাঁচ টকা দি জঞ্জাল দূৰ কৰা g tt ng r d of nu nce by making a small acrif c

**আপুনি** নিজেই অন্যৰ সহায় নোহোৱাকৈ স্বাভাবিক গতিত অনায়াসে যেনে মাটিত গুটি পৰিলে আপুনি পুলি গজে by itself without other s help naturally w thout efforts

**আপোন পেটা** অকল নিজৰ পেট ভৰাবলৈ যত্নশীল স্বাৰ্থপৰ selfish **আপোন পেটীয়া** একে অৰ্থ।

**আপোনা আপুনি** নিজে নিজে by itself আপুনি চোৱা।

**আপোনাৰ কপাল আপুনি খোৱা** নিজে নিজৰ অনিষ্ট কৰা injuring ones ownself

**আপোনাৰ কান্দত আপুনি পৰা** পৰৰ অনিষ্ট কৰিবলৈ কূট বুদ্ধি কৰি তাৰ পৰা নিজে ক্ষতিগ্ৰস্ত হোৱা to be caught in one s own trap

**আপোনাৰ মাৰ আপুনি চিন্তা** নিজে নিজৰ অনিষ্ট সূচনা কৰা doing anything injurious to self

**আপোনাৰ মূৰ আপুনি খোৱা** নিজে নিজৰ মহৎ অনিষ্ট কৰা causing serious injury to self

**আফাল খোৱা** টানকৈ আছাৰ খোৱা যেনে আফাল খাই পৰিল to get a violent da hing or throw ng off **আফাল মৰা** টানকৈ আছাৰ মৰা to throw off violently

**আবৰি ধৰা** ঢাকি ধৰা অৰ্থাৎ বিপদত অনিষ্ট নোহোৱাকৈ ৰখা to shield against danger

**আবৰি বিবৰি** বহলাই বা বিশদ ৰূপে বিবৰণ দি যেনে সকলো কথা আবৰি বিবৰি জনালোঁ giving full deta ls

**আবৰি জেঙা** আবৰী মানুহক অবুজন বাবে বুজাই মেলি জেঙা ভাঙিব নোৱাৰি। এতেকে জঙ্গলীয়া জেঙা ভাঙিবলৈ কঠিন জেঙা a misunderstanding or offence difficult to remo e by reason of the dogmatism of those who are offended

**আবৰি-বাবৰি কোৱা** (আবৰী = আবৰৰ দোৱান বাবৰী = অনু) বুজিব নোৱাৰা ভাৱা কোৱা অৰ্থাৎ অস লগ্ন বা অবান্তৰ কথা কোৱা মূল কথা এৰি বেবেৰিবা কথা কোৱা to speak irrelvant or incoherent matters **আবৰী-বাবৰী গোৱা** একে অৰ্থ।

**আভুৱা ভঁৰা** (আভুৱা = ভু নোপোৱা অৰ্থাৎ নজনা ভঁৰা = ভণ্ডামি কৰি প্ৰবঞ্চনা কৰা) নজনা বা হোজা মানুহক ভাল বুলি বেয়া কাম কৰা বা বেয়া বস্তুৰে নতুবা মিছা আশা দি প্ৰবঞ্চনা কৰা টেঁপাই মৰা to cheat a simple person by offering anything bad as good or by giving false hopes to hoodwink

**আম্‌-দেখেৰা খোৱা** আমৰ গাত লগাৰ দৰে ছাল এৰাই অলপ ঘা লগা to get abrasion of the skin

**আয়সাৰ দিয়া** দৰা বা কন্যাক নোৱোৱাৰ পাচত কলচীৰ মুখৰ পানী ছটিয়াই মঙ্গল কাৰ্য্য কৰা to observe a ceremony of that name towards a bride or a bridegroom

**আমঠু ক'লা কৰা** কলিজাৰ বৰণ ক'লা কৰা অৰ্থাৎ বৰ বেজাৰ দিয়া যেনে তাৰ মাত কথাই মোৰ আমঠু ক'লা কৰিলে to cause great sorrow or sadners **আমঠু ক'লা পৰা** অতিকৈ দুখ বেজাৰ লগা যেনে তাৰ আচৰণত মোৰ আমঠু ক'লা পৰিল to be extremely sad or sorry **আমঠু ক'লা পেলোৱা** 'আমঠু ক'লা কৰা' চোৱা। **আমঠু ক'লা হোৱা** 'আমঠু ক'লা পৰা' চোৱা।

**আমৰ থালী লোৱা** (আম = আমাম নবদ্ধা কেঁচা বস্তু থালী = চক) চকত কেঁচা বস্তু লোৱা অৰ্থাৎ বিধৱা হোৱা। (বিধৱা মানুহে লোকে ৰন্ধা খাব নোৱাৰে দেখি নিজে ৰান্ধি খাবলৈ চক আৰু কেঁচ বস্তু লয় এই ভাব) to become a widow

**আমা ডিমা** (আমা = স আম = অপক্ক ডিমা = কণী) সৰু আৰু অপৰিপক্ক অবস্থাৰ। এতেকে সৰু বা কেচুৱা আৰু নিৰাশ্ৰয় infant or ery young and helpless

**আমাৰ তেওঁ** ঘৈণীয়েকে গিৰীয়েকৰ বা গিৰীয়েকে ঘৈণীয়েকৰ কথা ক বলৈ হ'লে নাম নেকাঢি ইঙ্গিততে 'আমাৰ তেওঁ' বোলে। এতেকে মোৰ স্বামী বা মোৰ স্ত্ৰী my husband my wife

**আয়ুসত চাউল** আয়ুস থাকিলে মানুহ জীয়াই থাকে আৰু জীয়াই থাকিলে খায়। সেই বাবে 'আয়ুসত চাউল' মানে জীয়াই থাকোঁতে খাবলৈ বাকী

থকা চাউল অৰ্থাৎ বাকী থকা আয়ুস যেনে আয়ুসত চাউল থাকিলে মানুহ নমৰে অৰ্থাৎ আয়ুসৰ বাকী থাকিলে নমৰে the rest of on es destined duration of life

**আৰ ভাৰ,** ইটো সিটো মানুহৰ লোকৰ of this or that person of other person

**আৰি পতা কেৰ ধৰা** প্ৰতিযোগিতা কৰা to vie to cc mpete with other **আৰি বন্ধা** কিছবাত হাৰিলে কিবা দিম বুলি কথা বন্ধা to bct to wage **আৰি মৰা** 'আৰি পতা' চোৱাঁ।

**আৰু তেওঁজ বেলি** যোৱা বছৰৰ আগৰ বছৰবো আগৰ বছৰ th y ar preceeding th one bef r th la t

**আৰু বেলি** (১) যোৱা বছৰ th la t y ar (২) অহা বছৰ যেনে আৰু বেলিকৈ এনে দিন আহিবা the ne t y ar

**আৰৈয়া** ভাতৰ লগত নিসিজাকৈ থকা চাউলৰ দৰে টান। এনেকে কৰ্কশ গুটামুটা নিসিজা স্বভাৱৰ লোকৰ লগত মিলিব নোৱাৰা n utl d gr ll

**আল্ ধৰা** (১) আল্ পৈচান্ ধৰা পৰিচৰ্য্যা কৰা t tt nd p n (২) আল্ পৈচান ধৰোঁতা লগুৱা যেনে গোঁসাইৰ আল্‌ধৰা att ndant

**আল্ পৈচান্ ধৰা** পৰিচৰ্য্যা কৰা লগুৱালি কৰা t tt nd p n p cn t r nd r m n al r

**আল্ ফুলকৈ** (আল = আলসুৱা) ফুলৰ দৰে আলসুৱাকৈ দুখ নোপোৱাকৈ যেনে আল্‌ফুল্‌কৈ ধৰিবা t d ly with ut causing hurt r pain

**আলম্ বিলম কৰা** (বিলম্ = বিলম্ব আলম্ = অনু) পলম কৰা বিলম্ব বা বেলি কৰা tc delay

**আলষণীয়ে ধৰা** টানকৈ পেট কামোৰণি হোৱা (নজনা মানুহে তাকে আলষণী নামেৰে ভূতুনীয়ে ধৰা বুলি ভাবে) to get pain n the stomach **আলষণীয়ে গোৱা** একে অৰ্থ। **আলষণী লগা** একে অৰ্থ।

**আলহী হোৱা** আলহী স্বৰূপে থকা to stay as a guest **আলহী সোধা** আলহীক অভ্যৰ্থনা কৰা to attend to a guest

**আলাই-আথানী** (আলাই = আলৈ বিলই আথানী = ঠাই নোহোৱা)— (১) যত্নৰ অভাৱত নষ্ট যেনে চাওঁতা নোহোৱাত বস্তুবোৰ আলাই আথানী হৈছে wasted fo w nt of care and att ntion (২) নিৰাশ্ৰয় আৰু গৃহহীন যেনে সকতে মাউৰা হোৱা লৰা ছোৱালী আলাই আথানী হয় helpl and homeles

**আলাই জাপৰী** (আলাই = অবালচন্দ আলাবাদু) এলাই জাপৰী চোৱা। **আলাই-জাবৰী** এলাই জাবৰী চোৱাঁ।

**আলা পাকে** এলা পাকে লাকে পাকে হ ব লগীয়া নলতো হঠাৎ বা অকস্মাৎ যেনে শিয়াললৈ মাৰোতে কুকুৰৰ গাত আলা পাকে গুলি লাগিল with ut b ng m ant pu ely by chance

**আলিত চালি ধৰা** প্ৰকাশ্য ঠাইত গা ঘেলাই বেহ্ ৰূপ দেখুৱা t mak a shc w c f lf t a publ pla e

**আলু উঠা** (আলু = মূল শিপা) মূলে সৈতে নষ্ট হোৱা সঁচ নোহোৱা হোৱা t b xt t w th ts **আলু খনা** শিপা খানি পেলোৱা অৰ্থাৎ সঁচ নথকা কৰা to d str y with rc ts **আলু তোলা** আলু খনা চোৱাঁ।

**আলুৰে পোখাই উঘলা** 'আলু খনা' চাৱাঁ।

**আলুৰে কলা পুলিয়ে খনা** বাৰীৰ আলু গছ আৰু কলা পুলিও খানি পেলোৱা। এনেকে সৰ্বস্বান্ত কৰা to ruin or de trcy alt gether with ife a d pr perty **আলুৰে কলা পুলিয়ে তোলা** একে অৰ্থ।

**আলেং আথেং কৰা** কোনো বস্তুৰ প্ৰতি উপযুক্ত মতে আদৰ বা মনোযোগ নকৰা যেনে আলে আথে কৈ পেলাই থোৱা বনত আলেং আথে কৰা to neglect

failing to take due care in respect of a thing or matter or to pay proper attention to a work

**আলেখ্-লেখ চোৱা** দূৰৰ পৰা বা গোপনে গতি-গোত্র বা কাৰ্য্য-কলাপ নিৰীক্ষণ কৰা to watch one s movements or doings secretly or from a distance **আলেখ্-লেখ্ পোৱা** গতি-গোত্র বা কাৰ্য্য-কলাপ জনা বা অৱগত হোৱা to b aware of one s movements or doings **আলেখ লেখ্ বুজা** 'আলেখ-লেখ চোৱা চোৱা' **আলেখ-লেখ্ লোৱা** আলেখ লেখ চোৱা চোৱা।

**আলেঙে আলেঙে** গোপনে ভিতৰি গম নিদিয়াকৈ যেনে কথাটোৰ আলেঙে-আলেঙেহে বুজ কৰিবা secretly without other s knowledge

**আলে জালে** আলস্যত জোখাৰ কাম নকৰাকৈ যেনে আলে জালে কাল কটোৱা dly n laz ne w thout w rk ng ad quately

**আলৈ আথৈ** নিৰাশ্রয়তা helplc es **আলৈ আহুকাল** বিৰক্তিকৰ জঞ্জাল tr)ubl and nui ance **আলৈ বিলৈ** বিলয দুৰ্গতি বিপদ distr ss

**আলৌ অ'পচু** জধলা আৰু কুৎসিত unt dy and ugly

**আলৌলৌৱা গৌৰী** (গৌৰী = হিমালয়ৰ জীয়েক পাৰ্বতী) গৌৰীৰ দৰে আলসুৱাকৈ উঠা অৰ্থাৎ সুখত উঠা ছোৱালী ধ্য a tenderly b ught p g rl Irn

**আৱৈ-কাৱৈ কৰা** পূৰ্বে কোৱা কথা এৰি টা বা কৰা t) try to e ade a p omi e or t scape a l ab l ty

**আশঙ্কা কৰা** (আশঙ্কা = সংশয সন্দেহ) (১) ভয় কৰা t( be afra d (২) সন্দেহ কৰা to doubt (৩) অশুচি বুলি সন্দেহ কৰা to suspect a not pure or clean **আশঙ্কা লগা** (১) সন্দেহ লগা অশুচি বুলি সংশয় জন্মা being doi btful su pecting something not to be pure and clean (২) **ভয় জন্মা** being afraid

**আসন পতা** বসন্ত ওলোৱা ৰোগীৰ মূৰ শিতানত এখন পীৰা পাৰি কাপোৰেৰে ঢাকি তাত ফুল থৈ আৰু ধূপ দীপ লগাই সজাই বসন্ত দেৱীলৈ সম্মান প্রদর্শন কৰা to put flowers and incense etc on a stool placed at the h ad of the bed of a person laid up with pox as a mark of respect to the goddess of pox

**আশ্রয় দিয়া** লাই দিয়া gi ing indulgence **আশ্রয় পোৱা** লাই পোৱা getting indulgence **আশ্রয় বুজা** মনৰ ভাবৰ সম্ভেদ লোৱা মন বুজা to gauge one s mind

**আশা পলা** বহু পৰ বা বহু দিন কিছুবালৈ আশা কৰি থকা to wait in hope for a long time **আশা পাশ** আশাৰ জৰী অৰ্থাৎ আশাৰ বান্ধনি আশাৰ পৰা এৰাব নোৱাৰা বান্ধ the ti of hop s i e nability to give up hope **আশা শুধীয়া** শুদ্ধ আশয় থকা অৰ্থাৎ সৰল চিতীয়া অকপটীয়া স্বাৰ্থ হীন plan mind d in re lfl s **আশা বন্ধ যোৱা** আশা কৰোঁতে কৰোঁতে লোকে এৰিব নোৱাৰা হোৱা সি বদ্ধমূল হোৱা t b tuck up to a hope

**আশীৰ্বাদীয়া** আশীৰ্বাদ দি ঘটা অৰ্থাৎ বিনা বেচে মাত্র আশীৰ্বাদ দি দখিণা ৰূপে পোৱা। এতেকে (১) বিনা মূল্যে পোৱা earned without ha ing to pay for (২) আশীৰ্বাদ দি ঘটিলে ভাল বিধৰ বা সৰহ বস্তু পোৱা নেযায়। এতেকে বেয়া বিধৰ বা তাকৰ bad in quality (r small in quantity

**আসৈ কৰা** 'আসৈ মতা চোৱা'। **আসৈ মতা** নাই নুই কৰা মিছা মতা মিছা বুলি কৈ ফাকি দিয়া to make a denial

**আহ্ যাহ্ কৰা** অহা-যোৱা কৰা। এতেকে (১) সামাজিক সম্পৰ্ক ৰখা to ha e

social intercourse (২) মুনিহ আৰু তিৰোতাই, অসৎ অভিপ্ৰায়েৰে পৰস্পৰ অহা যোৱা কৰা to exchange visits with a person of one s opposite sex with illicit intention

**আহতুৰা বাহতুৰা** অ'ৰ ত'ৰ পৰা অহা বাহিৰা বা উপকন্ধা মানুহ strangers outsiders coming from different place

**আহনি যাহনি কৰা** এবাৰ আহি, এবাৰ গৈ অহা যোৱা কৰি থকা। এতেকে উঠা নমা কৰি থকা যেনে বৰ টান নৰিয়াত নাড়ীয়ে আহনি যাহনি কৰে to be going up and down

**আহৰি কৰা** 'আজৰি কৰা' চোৱা। **আহৰি হোৱা** 'আজৰি হোৱা' চোৱা

**আহিলা পাতি** যুদ্ধলৈ লগা অস্ত্ৰ-শস্ত্ৰ আৰু খাৰ বাৰুদ আদি লাগতিয়াল সামগ্ৰী। এতেকে কোনো কামলৈ লগা সঁজুলি যেনে আহিলা পাতি ভাল হ'লেহে বনো ভাল হয় necessary tools and materials for doing anything

**আহোম তিৰি বহা** 'লেপেটা কঢ়া' চোৱা।

## ই

**ইকট সিকট কৰা** 'ইকটা সিকটা কৰা' চোৱা।

**ইকটা সিকটা কৰা** (১) বেয়া গোন্ধ বা সোৱাদ পাই মুখ বেঁকা বেঁকি কৰা to turn the face to this side and that side on getting a bad smell or a bad taste (২) অপ্ৰিয় কথা শুনি মুখ বেকেটা-বেকেটি কৰা to make a wry face on hearing something unpleasant

**ইকাতি সিকাতি কৰা** এবাৰ ইফালে এবাৰ সিফালে কাতি হোৱা। এতেকে টোপনি নহাকৈ পাটীত পৰি জিৰোৱা lying down for rest

**ইকূল সিকূল দুকূল যোৱা** (কূল = নৈৰ পাৰ) দুয়ো পাৰ ডুব যোৱা অৰ্থাৎ দুই ফালে নষ্ট হোৱা losing both ways বিজ্— 'অতো ভ্ৰষ্ট ততো নষ্ট'।

**ইঘৰ সিঘৰ কৰা** ইঘৰ সিঘৰ মানুহলৈ যোৱা calling at this or that house i e calling on neighbours on friendly visits

**ইচাৰ বিচাৰ কৰা** (ইচাৰ = আচাৰ) বৰকৈ শুচি অশুচিৰ বিচাৰ কৰা চিকাচন্দা কৰা to be squeamish in habit and custom

**ইচুক সিচুক কৰা** ইটো চুকে সিটো চুকে ফুৰা অৰ্থাৎ ভিতৰতে পুলুং পাল'ংকৈ ঘুৰি ফুৰা loitering within the house

**ইচ্ছা কৰা** দেহত্যাগ কৰা চলা অৰ্থাৎ মৰ' (মান) যেনে গোঁসাই ঈশ্বৰে ইচ্ছা কৰিলে to die **ইচ্ছা হোৱা** মৃত্যু ঘটা to be dead

**ইতালিও মাৰে সিতালিও মাৰে** 'দুই তালি মৰা' চোৱা।

**ইতালি সিতালি দুই তালি মৰা** 'দুই তালি মৰা' চোৱা।

**ইতিকিং কৰা** ইতিকিং অৰ্থাৎ ইনো কি —এনে ভাব কৰা অৰ্থাৎ পাতলালি কৰি অমান্য কৰা অগ্ৰাহ্য কৰা বিদ্ৰূপ বা পৰিহাস কৰা to slight

**ইন্দ্ৰপদ লভা** সাধনা কৰি ইন্দ্ৰত্ব লাভ কৰা অৰ্থাৎ যত্নৰ দ্বাৰা মহা সৌভাগ্য লাভ কৰা ব্যং to earn a g eat fortune irn

**ইফাল সিফাল** ইফাল আৰু সিফাল দুই বিপৰীত বা বেলেগ দিশ এতেকে প্ৰভেদ বৈপৰিত্য হীন ডেটি যেনে হৰ আৰু হৰি দুইৰো ইকাৰ এটাৰহে ইফাল সিফাল difference **ইফাল সিফাল কৰা** (১) অলপ ফুৰা চকা কৰা to stroll a little (২) মনতে এবাৰ ইফালে এবাৰ সিফালে যোৱা এতেকে ইতস্তত বা খেৰোগেঁৰো কৰা to hesitate (৩) ইফালৰ পৰা সিফাল কৰা অৰ্থাৎ চুৰ কৰা to steal (৪) লৰচৰ বা সাল-সলনি কৰি প্ৰভেদ

ঘটোৱা যেনে জোখৰ কথাৰ বা সময়ৰ ইফাল সিফাল কৰা অৰ্থাৎ হীন ডেড়ি কৰা to change or vary

**ইফালে সিফালে সৰকি যোৱা** এফালে সোমাই সৰকি যোৱা চোৰ্ৱা।

**ইবোৰ সিবোৰ কথা** ঘাই কথাৰ বাজে কোনো অন্য কথা অৰ্থাৎ কোনো মাত্ৰ আপত্তি any objection or oppo ition whatever

**ইভিটি সিভিটি কৰা** (ভিটি = ফাল দিশ) ইফাল সিফাল কৰা চোৰ্ৱা।

**ইমুখ সিমুখ কৰা** এফালৰ পৰা আন ফাললৈ মুখ ঘুৰোৱা এতেকে সেমেনা সেমেনি কৰা to make a wry face **ইমুখ সিমুখকৈ** ইজন সিজনৰ মুখত পৰি যেনে ইমুখ সিমুখকৈ জনাজাত হোৱা pas ing as a new from one s lip to another s

**ইলুটি সিলুটি কৰা** এবাৰ এলুটি আৰু এবাৰ ইলুটিলৈ বাগৰা এতেকে (১) চাটি ফুটি কৰা to be tossing about ( ) কোৱা কথাত ন'ৰৈ বাগি দিয়া to e ade a promise to change words

**ই সি** কোনোবা কোনোবি মানুহ বা কিবা ইটো সিটো বস্তু যেনে তালৈ ই সি দুজন এজন মানুহ আহিছিল বা তুমি অলপ ই সি খোৱাঁ this or that person or thing

**ইহাত আৰু সিহাত** এহাতেৰে অনা মাত্ৰে সিহাতেৰে খৰচ কৰা কাৰ্য্য যেনে ধন পালেও মাত্ৰ ইহাত আৰু সিহাত (অৰ্থাৎ পোৱা মাত্ৰে খৰচ হয়) spending by one hand what is earned by the other i e spending as soon as earned

**ইহাত সিহাত কৰা** (১) এজনৰ হাতৰ পৰা আন এজনৰ হাতলৈ নি দূৰ কৰা যেনে কিতাপটো ইহাত সিহাত কৰি ৰংপুৰ পোৱালেগৈ to pass from one s hand to another s (২) অস্থায়ীৰূপে ব্যৱহাৰ কৰিবলৈ হাত সলনি কৰা যেনে ফুলটো ইহাত সিহাত কৰি আটায়ে চালে to pass form one s hand to another s for a temporary use (৩) অলপ অচৰপ বন কৰি দি সহায় কৰা যেনে ইহাত সিহাত কৰিবলৈ মাত্ৰ লগুৱা এটা আছে to serve as a helping hand (৪) এখন হাতৰ পৰা ইখন হাতলৈ অনা নিয়া কৰা যেনে অথনি আপুনি আঙঠিটো হাততে ইহাত সিহাত কৰি আছিল to change from one hand to the other (৫) ইহাতলৈ বা সিহাতলৈ অফলীয়া কৰা যেনে পীৰাখন মাজ বাটৰ পৰা ইহাত সিহাত কৰি থ to remove to either side

**ইহাতে** অন্য হাতে আন ফালে যেনে এহাতে লাভ হৈ ইহাতে হানি হোৱা on the other hand

## ঈ

**ঈদ্ কৰা** মুছলমানে ঈদ্ পৰ্বত কৰিবলগীয়া কৃত্য পালন কৰা to observe the Id fe t al **ঈদ্ খোৱা** ঈদ্ উৎসৱৰ বাবে ৰঙেৰে পান-ভোজন আদি কৰা to enjoy the Id festival with food and drink

**ঈশ্বৰে কৰিলে** ঈশ্বৰে কৃপা কৰিলে যেনে ঈশ্বৰে কৰিলে তীৰ্থ-লৈ যাওঁ বুলিছোঁ if God be willing

**ঈশ্বৰে চকু মেলি চোৱা** ঈশ্বৰে শুভ দৃষ্টি কৰা God looking with His open eyes i e God being kind

## উ

**উকমুকৰ পোৱালী** উকমুক বুলি কোনো জন্তু নাই এতেকে নোহোৱা নোপোজা জন্তুৰ পোৱালী অৰ্থাৎ সংসাৰত নোহোৱা বস্তু যেনে খোঁৱাৰ বা

শিয়ালৰ শিং something not existing in Nature

**উকটি হাঁহি উঠা** নাড়ী ভুক ওলাই আহিব খোজা যেন লগাকৈ বাৰে বাৰে ডাঙৰ হাঁহি উঠা অৰ্থাৎ ৰবকৈ হাঁহি উঠা to have a loud and long hearty laugh

**উকহে খোৱা** উকহ্ এবিধ চৰাই সি খুটিলে মানুহৰ তত হেৰায়। এতেকে বিতত বা বিচেষ্টা হোৱা (ব্যঙ্গ ভাবত ব্যৱহাৰ হয় আৰু মিছাতে অৰ্থাৎ প্ৰয়োজন নথকা ভাব বুজাবলৈ খাটে) being pa ned by an Ukah s b te or nibble (Ukah bird its bite causes great pain) Th s phra e is used only ironically to mean ab enc c f ec s ty f something

**উক'ই উকাই খোৱা** এনেযে যোৱা বিনা লাভে যোৱা ব্যৰ্থ হোৱা যেনে অতখিনি শ্ৰম উকাই উকাই গ ল t b in ain

**উখনা উখনি কৰা** খকা খুন্দা কৰা চোৱাঁ। **উখনা উখনি লগা** খকা খুন্দা লগা চোৱাঁ।

**উগ্ দিয়া** জাপ্ লৈ থাকি আকৌ উৎপত্তি হোৱা (বেমাৰ আদিত খাটে) t relap

**উগাৰ ছৰা** (১) পূৰ্বে খোৱা বস্তুৰ উগাৰ মৰা belching (২) পুৰণি আখেজ বা অপকাৰলৈ উনুকিওৱা t refe tc ld ll feelings

**উগুল থুগুল লগা** মনত উদ্বেগ অস্থিৰতা বা চিন্তা লগা কি কৰিম কি নকৰিম লগা খুদুৰনি লগা to be anx ous tc be n u pen e to b not kn wing what to do

**উগ্ৰচণ্ডা ৰূপ ধৰা** (উগ্ৰচণ্ডা = মহামায়াৰ অষ্ট শক্তিৰ প্ৰথম জনা) উগ্ৰচণ্ডাৰ দৰে ঘোৰ ৰূপ ধৰা অৰ্থাৎ, খঙত ভয়ঙ্কৰ মূৰ্তি ধৰা (অকল স্ত্ৰী লিঙ্গতহে প্ৰয়োগ) to look terrible in rage (appl to f males alone)

**উঘা ঘূৰা দি ঘূৰা** কামত ব্যস্ত হৈ, অবিশ্ৰামে ঘূৰি ফুৰা to be busily moving about like a reel

**উঘাত সূতা** তাঁত বাটি কৰোঁতে উঘাৰ গাত সূতা থাকে মানেহে উঘা ঘূৰে নেথাকিলে নুঘুৰে সেই দৰেই, মানুহো আয়ুস থাকে মানেহে জীয়াই থাকে নিৰ্দিষ্ট আয়ুসৰ অন্ত হ'লে কোনো নিজীয়ে। এতেকে অৰ্থ হ'ল— নিৰ্দিষ্ট আয়ুস ভাগ্যত লাগি অহা আয়ুস the predestined period of one s l fe

**উচটীয়া মতা** (উচট = উৎসাহ) উচটাই দি অৰ্থাৎ উৎসাহ দি মাত মতা। এতেকে লোকৰ বিবাদত সপক্ষ কথা কৈ এক পক্ষক উচটাই দিয়া to en ourag a party in a quarrel by speak ng n ts fa our

**উচাট মন্ত্ৰ কৰা** মন্ত্ৰৰ দ্বাৰা উত্তেজিত কৰা t xcite by incantation **উচাট মন্ত্ৰ মতা** উত্তেজিত কৰিবলৈ মন্ত্ৰ মতা t make in antation with a iew to exc t

**উচাট মৰা** হঠাৎ খং কৰি বা উত্তেজিত হৈ উঠা to g t udd nly a gry ex ted

**উচুপি অহা** বেগেতে ডাঙৰ হৈ অহা লহ পহকৈ বাঢ়ি অহা (একেলগে াজা উদ্ভিদৰ সমূহত খাটে) যেনে শাক ডৰা উচুপি আহিছে to grow a fast nd luxur ant gr wth (appl t plant)

**উজান উঠা** উজানত মাছ সৰহকৈ পোৱা যায়। এতকে সৰহকৈ পাবলৈ হোৱা একে জুমতে সৰহকৈ ওলোৱা যেনে আহাৰত পকা আমৰ উজান উঠে t be a rush of anything to be plentifully a ailable at a t me **উজান দিয়া** উজানৰ মাছৰ দৰে লোকক দেখি লোকেৰে সৈতে একে মত হোৱা to join in doing anything just to follow others **উজান পৰা** 'উজান উঠা' চোৱাঁ

**উজাৰ কৰা** উচ্ছন্ন কৰা to ruin or

destroy totally উজাৰ খোৱা খোঁচৰা বাবে তলৰ পৰা ওপৰ হোৱা এতেকে (১) সাম লৈ থকাৰ পৰা জ্বলি উঠা বা প্ৰবল হোৱা বা জাজুল খোৱা যেনে শোক বা বেমাৰ উজাৰ খোৱা অত্যাচাৰত প্ৰজা উজাৰ খাই উঠা to relapse to rise in protest (২) হঠাৎ চক খোৱা ভয় খোৱা to be suddenly frightened উজাৰ হোৱা উচ্ছন্ন হোৱা to be totaly ruined or destroyed

**উজু কৰা** নমাজ পঢ়িবলৈ হাতমুখ আদি ধুই শুচি হোৱা to be clean for prayers by washing the hand and feet etc

**উজুটিত পৰি মৰা** উজুটি খাই পৰিয়েই মৰিব পৰা। এতেকে (১) অতি দুৰ্বল very weak (২) অতি অবস্থাহীন very poor

**উটি বুৰি ফুৰা** বিপদত পৰি থান থিত নোহোৱাকৈ ফুৰা বিপদৰ বাবে অনাই বনাই ফুৰা to wander in an unsettled state by eason being in troubl

**উটি যোৱা** (১) নৈৰ সোঁতত শুচি যোৱা to drift away in a str am (২) হানি হোৱা ক্ষতি হোৱা যেনে সেৰে সেৰে উটি গলেও চাওঁতা নাই to b lost or wasted

**উঠ বহ্** খাই উঠিয়েই আকৌ খাবলৈ বহিব পৰা অবস্থা। এতেকে প্ৰচুৰতাৰ অবস্থা যেনে ধনী মানুহৰ মুঠেই উঠ বহ্ state of great abundance

**উঠন্** (১) উন্নত উন্নতিশীল যেনে উঠন মানুহ, উঠন্ গছ, উঠন ভকত rising (২) পুষ্পিতা গাভৰু যেনে উঠন ছোৱালী Passed puberty (as applied to girls)

**উঠা** (১) এঠাই এৰি আন ঠাইত বসতি কৰিবলৈ যোৱা যেনে গুৱাহাটীলৈ উঠি গল to go to settle at one place abandoning another (২) সমৃদ্ধিশালী হোৱা যেনে মানুহ ঘৰ উঠিছে to be prosperous (৩) মৰা পঞ্চত্ব প্ৰাপ্ত হোৱা (সাধুভাষাত) যেনে গোঁসাই ঈশ্বৰ উঠিল to die (৪) মৰি উজাৰ হোৱা যেনে মানুহখৰ পুলিয়ে পোখাই উঠিল to be extinct (৫) উপযুক্ত বুলি নিৰ্দ্ধাৰিত হোৱা উত্তীৰ্ণ হোৱা যেনে পৰীক্ষাত উঠা to be passed as qualified

**উঠি অহা** (১) ক্ৰমশঃ উন্নত হোৱা rising (২) এঠাইৰ পৰা বসতি এৰি আন ঠাইত বসতি কৰিবলৈ অহা to leave the place of abode at one place and come to live at another উঠি বহা শোৱাৰ পৰা বহা এতেকে আশাতীত উন্নতি কৰা যেনে একে পালী দৰবতে উঠি বহিল বেপাৰত ধৰিয়েই উঠি বহিল to rise or make progress beyond expectation উঠি যোৱা (১) এঠাইৰ পৰা আন ঠাইত বসতি কৰিবলৈ যোৱা to leave the old place of abode and go to live at another (২) নষ্ট বা ধ্বংস হোৱা যেনে জহনীত মানুহ গোটেই ঘৰ উঠি গ ল to be totally destroyed উঠি ৰজা উঠি লৰি ফুৰি চাকি শাসন কৰা ৰজা যুৱৰাজ (বহি ৰজাৰ বিপৰীত)। এতেকে (ব্যঙ্গাৰ্থে) ক্ষমতা দেখুৱাই ফুৰা মানুহ one showing or taking advantage of h power

**উঠি পৰি লগা** কেতিয়াবা উঠি আৰু কেতিয়াবা পৰি যত্ন কৰা। এতেকে নেৰা নেপেৰাকৈ লগা অহোপুৰুষাৰ্থ কৰা to try utmost to devote one's self incessantly উঠি বহি লগা একে অৰ্থ।

**উৰণ হোৱা** উড়িব পৰা হোৱা। এতেকে ঋতুমতী হৈ ডাঙৰ হোৱা to be past menstruation

**উড়াই দিয়া** গণ্য নকৰা পাতল বুলি গ্ৰাহ্য নকৰা যেনে অজ্ঞানীয়ে জ্ঞানীৰ কথাও উড়াই দিয়ে to slight belittle or disregard

**উৰা বাতৰি** উড়ি আহি কাণত পৰা সম্বাদ। এতেকে জনৰব unconfirmed rumour

**উড়ি যোৱা** (১) বৰ বেগেৰে যোৱা to g ery fast (২) উড়ি গ'লে লাহে লাহে সৰু হৈ নেদেখা হয়গৈ এতেকে কমি কমি নোহোৱা হোৱা (প্ৰায়েই কিহবাৰ গোন্ধত বা বোলত খাটে) যেনে পুথিৰ আখৰ বা কাপোৰৰ বোল উড়ি যোৱা to disappear by becoming fainter and fainter

**উৎখাৎ কৰা** (উৎ = ওপৰ খাৎ = খনা) ওপৰলৈ খানি পেলোৱা। এতেকে উচন কৰা to destroy totally to crush down

**উতলা** উতলোতে বস্তুৰ তলৰ ভাগ ওপৰলৈ আৰু ওপৰৰ ভাগ তললৈ ঘনাই উঠা নমা কৰে। এতেকে চঞ্চল অস্থিৰ গাত তত নোহোৱা যেনে উতলা স্বভাৱৰ মানুহ, unsteady

**উত্তৰ কটা** উত্তৰা উত্তৰি কৰা তৰ্ক কৰা যেনে মান্য জনেৰে উত্তৰ কাটিব নেপায় to reply un pa ingly to argue

**উদং কৰা** শূন্য কৰা একো নথকা কৰা যেনে গৰু-ছাগলীয়ে বাৰী উদ কৰিলে to make empty **উদং কালি** যি কালত গৰু উদংকৈ মেলি দিয়া হয় সেই কালত। এতেকে খেতি বাতি নথকা উদঙীয়া কাল that part of the y ar in which there are no crops in the field and hence cattle ar let loose **উদং মূৰীয়া** মূৰৰ ওপৰত কোনো ওপৰৱালা নথকা স্বাধীন উদণ্ড independant uncontrolled **উদং মেলা** উদংকৈ মেলি দিয়া ৰখীয়া নোহোৱাকৈ এৰি দিয়া এতেকে বিনা শাসনে ইচ্ছামতে চলিবলৈ এৰি দিয়া to allow unrestricted freedom of conduct **উদং হোৱা** শূন্য হোৱা to be empty

**উদগৰণি লগা** উগাৰত বাঁতি আহিব লগা হোৱা অৰ্থাৎ ডিঙিলৈকে পেট ভৰি পৰা (খোৱাত খাটে) যেনে উদগৰণি লগাই খোৱা to have the stomach filled up to the throat

**উদ্বাউল হোৱা** বলীয়াৰ দৰে হোৱা অৰ্থাৎ খঙত বা শোক আদিত অধীৰ হোৱা to be very much impatient or distracted in anger or sorrow etc

**উধাতু খোৱা** ভয়ত আনন্দত বা উদ্বেগত উশাহ ল ব নোবাৰা হোৱা to be out of breath for fear delight or anxiety

**উদৰ সাত পুৰুষ কেঁচা মাছ খাওঁতেই যোৱা** উদে পুৰুষে পুৰুষে কেঁচা মাছকে খাই আহিছে, এতিয়া আৰু সেই ৰীতি এৰিব নোৱাৰে। এতেকে পূৰ্বৰে পৰা চলি অহা কোনো অভ্যাস বা নিয়ম এৰিব নোৱাৰা অৱস্থা th state of one s inability to give up a habit cu tom p elant since a long time

**উধাৰ পলা** পৰস্পৰে ইজনে সিজনক সহায় কৰা mutually assi ting each othe

**উধোৱা** ওপৰলৈ গতি কৰা। এতেকে উন্নতি লাভ কৰা t r e prosper o ad anc (সংস্কৃতৰ মূল অনুসৰি **উধোৱা** বুলিও লিখে)

**উপচি যোৱা** পাত্ৰত পূৰ হৈয়ো বাঢি বাগৰি পৰা। এতেকে সৰহ বা প্ৰচুৰ হোৱা to be ( erabundant **উপচি পৰা** একে অৰ্থ।

**উপজি বৰালি** বৰালি মাছ ওপজোঁতেই ডাঙৰ গোটৰ হয়। এতেকে উপজি আহোঁতেই ডাঙৰ লক্ষণ যুক্ত লোক one born great

**উপজিয়েই গোট ভাত গিলা** উপজিয়েই গোটা ভাত খাব নোৱাৰি লাহে লাহে অভ্যাস কৰিহে পাৰি। এতেকে ক্ৰমশং অভ্যাস কৰিহে কৰিব পৰা কাম একেবাৰেই কৰিবলৈ যোৱা trying to do at once anything that requires practice

**উপজি বাতিপুৱা** অতি প্ৰত্যুষ very early

morning

**উপাক্ পাক লগা** বেয়াকৈ মেৰ লগা মোৰ ধৰিব নোৱাৰা হোৱা জটিল হোৱা to be complicated or difficult to sol e

**উপান্ত কৰা** উচ্ছন্ন কৰা নষ্ট কৰা to lay waste to ruin altogether

**উবা জুবা কৰা** হুলস্থূল কৰা to create a onfusion

**উবুৰি খাই ধৰা** পেট পেলাই ধৰা অৰ্থাৎ সকলো সামৰ্থ্য আৰু মনোযোগ প্ৰয়োগ কৰি যত্ন কৰা to de ote one whole energy and attention **উবুৰি খাই লগা** একে অৰ্থ।

**উবুৰি খোৱা** ওপৰ ফাল তললৈ কৰি পৰা t be turned upside down **উবুৰি হোৱা** আঠু কাটিবলৈ ধৰা কেচুৱাৰ দৰে তলকৈ পেট পেলাই পৰা to lie flat on the ground like a hild before crawling

**উবুৰি দিয়া** তলি উদ কৈ দিয়া। এতেকে প্ৰচুৰ পৰিমাণে দিয়া যিমান থাকে তেনেই দিয়া যেনে হিয়া উবুৰিযাই চেনেহ দিয়া g ing away nreservedly

**উভতি কৰা** যেনেকৈ কৰিব লাগে তাৰ ওভোতাকৈ কৰা। এতেকে দুষ্টালি কৰা অমুৰি কৰা to beha e out ageously উভতি চোৱা **উলটি চোৱা** অৰ্থাৎ পুতৌ বা সাহায্য কৰা to take pity to ass t **উভতি নচা** ওপৰলৈ ভৰি আৰু তললৈ মূৰ কৰি নচা অৰ্থাৎ অতপালি কৰা ডেওপৰা উন্তুগালি কৰা to act outrageously

**উভতি বাট বুলা** আগ ফাললৈ ভৰি নচলাই পিঠি ফাললৈ হঁহকি খোজ দিয়া। এতেকে কোনো কাৰ্য্য ওভোতা ফালৰ পৰা কৰা যেনে নেওতা নিশিকোৱাকৈ অঙ্ক শিকোৱা to do anything in its reverse order

**উভহা মতা** আসোঁৱাহ বা আপত্তি থকা কথা কোৱা জঞ্জলীয়া কথা কোৱা to speak anything objectionable or controversial

**উভৈ নদী হোৱা** (উভৈ = অব্যয় শেষ বা অন্ত নোহোৱা) নৈৰ ভৰ সুঁতিৰ দৰে সদায় বৈ থকা অৰ্থাৎ প্ৰচুৰ হোৱা to be abundant or unlimited

**উমনি দিয়া** চৰাইৰ কণীৰ দৰে উমোৱা অৰ্থাৎ কোনো কাৰ্য্য বস্তু দিন পেলাই থোৱা গাপ দিয়া to hatch up i e to hel e anything for a long time

**উমাই উমাই** (১) চৰায়ে কণী উমোৱাৰ দৰে দীঘলীয়া যত্ন কৰি যেনে মাকে উমাই উমাই ল ৰা তোলে with long care and attention (২) অলপ অলপকৈ লাহে লাহে, ক্ৰমশ কিছু পলমে যেনে ধৰ্মৰ জুই উমাই উমাই জ্বলে gradually in small degrees by and by not at once

**উমানত শৰ কৰা** বিন্ধিব লগীয়া বস্তু নেদেখাকৈ তালৈ আন্দাজৰ ওপৰত কাঁড় মৰা। এতেকে অকল অনুমানৰ ওপৰত নিৰ্ভৰ কৰি কোনো কাৰ্য্য কৰা tc do anything depending on mer gues

**উমান ধৰা** অনুমান কৰা আন্দাজত ঠিক কৰা to e t mat by guess tc conjecture **উমান পোৱা** আটকাল পোৱা অনুমানত গম পোৱা to be aware f anything by conjecture **উমান বুজা** আটকাল লোৱা গম লোৱা to watch something secretly with a view to make a conjectur **উমান লোৱা** 'উমান বুজা চোৱা।

**উমানে উমানে** অনুমানেৰে আন্দাজে আন্দাজে যেনে অন্ধাৰত উমানে উমানে গৈ আছিলোঁ only by guess or conjecture

**উবহী গছৰ ওৰ্ বিচৰা** (ওৰ্ = অন্ত শেষ মূল) উবহী গছৰ ওৰ বিচাৰি উলিওৱাৰ পৰা একো লাভ নাই। এতেকে নিজৰ প্ৰয়োজন নথকা কথাৰ সম্ভেদ বিচৰা seeking the end or the root of

the bean plant i e enquiring about a matter with which one has no concern

**উলহৰ মাদলি** উলহত অৰ্থাৎ উল্লাসত বাজি উঠা ঢোল। এতেকে অলপতে বৰকৈ উলাহ্ লগা মানুহ One getting ea ily o er delighted

**উলু লোৱা** দাঁতৰ মাজৰ বস্তু খৰিকা সুমাই উলিয়াই দাঁত আঁতোৱা খৰিকা লোৱা tc pick th teeth

**উলুৰ লগত বগৰী পোৰা** দোষীৰ লগত নিৰ্দোষীকো শাস্তি কৰা to burn plum tree along with thatch bushe i e to punish the innocent with the guilty

**উৰাই বাত্তি পুৰাই যোৱা** (উৰা = উহ্ এতেকে অন্ত) অন্তলৈকে গোটেই ৰাতিটো পুৰাই যোৱা অৰ্থাৎ সমস্ত ৰাতি শেষ হোৱা pa ng w y f the whol night

**উৰাতে ভুকা** (উৰা = উহ অলপ মাত্ৰ গুপ্ত সম্বাদ ভুকা = কুকুৰৰ দৰে ভৌ ভৌ কৰা) অলপ মাত্ৰ গুপ্ত সম্বাদ পায়েই কোনো কথা প্ৰচাৰ কৰি ফুৰা তুচ tc be publishing anything cn g tt ng nly a mall luc f t cont

**উৰাহ পিয়াহ,** (উৰাহ = আসোঁৱাহ পিয়াহ = তৃষ্ণা) আসোঁৱাহ বিসোঁৱাহ টানৰ বেলা হুস্কিল মস্কিল বিপদ আপদ যেনে ওচৰ চুবুৰীয়াক উৰাহে পিয়াহে পোৱা যায় tim s of need r tr uble

**উশাহ চোৱা** মৰে বুলি আশঙ্কা কৰি উশাহৰ গতিলৈ মন কৰা t watch the breathing of a dying person r animal **উশাহ টনা** মৰিবৰ সময়ত কষ্টেৰে দীঘল উশাহ লোৱা gasping fcr breath at the tim of death **উশাহ দিয়া** উশাহ্ ল'বলৈ আজৰি দিয়া। এতেকে (১) জিৰণি দিয়া সকাহ দিয়া to give leisure or rest (২) আশ্বাস দিয়া to gi e hope **উশাহ নোহোৱা** আজৰি নথকাত উশাহ ল বলৈ সময় নোপোৱা অবস্থা যেনে বনৰ মাইৰত উশাহ নোহোৱা হৈছে the state of ha ing no leisure e en to take a breath **উশাহ পোৱা** (১) সকাহ পোৱা বিশ্ৰাম ল'বলৈ অৱকাশ পোৱা to get a short leisure (২) আশ্বাস পোৱা to be given a hope **উশাহ যোৱা** (১) উশাহৰ শেষ হোৱা অৰ্থাৎ মৰা to be dead (২) ভাপ্ নেযাবলৈ পুতি বা আবৰি থোৱা বস্তুৰ অলপ অলপকৈ ভাপ্ ওলোৱা যেনে তামোলৰ গাঁতৰ উশাহ গ'লে তামোলে গজালি মেলে to escape as air or gaseous substance **উশাহ লোৱা** (১) আজৰি পাই জিৰণি লোৱা t tak rest on getting a l sur (২) আশা বা নিৰ্ভৰ কৰা যেনে লোকত উশাহ লোৱা to expect f m r d p nd upon oth fa ur **উশাহ হেৰুৱা** উশাহ ] বলৈ লোকৰ আজৰি নোহোৱা কৰা অৰ্থাৎ বিচেষ্টা বা হাৰাশাস্তি কৰা যেনে সৰহীয়া ল ৰাই পালে জঞ্জাল মানুহৰ উশাহ হেৰুৱায় to mak re tle w th t bl o n y n **উশাহ হেৰোৱা** উধাতু খোৱা অবস্থা হোৱা যেনে লৰত উশ'হ হেৰাই আহিছে i b losing breath n fatigu r rwcrk

**উশাহ লবলৈ আজৰি নোহোৱা** বনৰ জঞ্জলত উশাহ ল'বলৈকো আহৰি নোপোৱা অৰ্থাৎ বনত বৰ ব্যস্ত থকা to be so bu y a to ha e n tim for breathing **উশাহ ল'বলৈ তৰণি নোহোৱা** (তৰণি = আজৰি) একে অৰ্থ।

**উহ্ ওলোৱা** (উহ্ = তলৰ পৰা ঝৰি পানী ওলোৱা বাট) পম ওলোৱা সন্ধান ওলোৱা to be formed as a clue **উহ্ দিয়া** ঝৰি ঝৰি ওলোৱা। এতেকে (১) ওলাবলৈ বা প্ৰকাশ হ'বলৈ আৰম্ভ কৰা বা বাট লোৱা to begin slowly

to come out or get publicity (২) সন্ধান বা পম্ দিয়া to give or provide a clue **উহ্ পোৱা** পম্ বা সন্ধান পোৱা to get a clue **উহ্ বিচৰা** (১) কোনো কথাৰ সন্ধান গুপ্ত সম্বাদ বা সূত্ৰ বিচৰা to be in search of a clue (২) পানী বা বাষ্পীয় বস্তুৰ দৰে ওলাই যাবলৈ বাট বিচৰা to search a way for escape as a liquid or a gas **উহ্ লোৱা** (১) গুপ্ত ভাবে বুজ কৰা to enquire about anything secretly (২) ওলাবলৈ বা প্ৰকাশিত হ'বলৈ বাট লোৱা to begin to leak out or to be known

## ঊ

**ঊধ্মুধ্ চাই** তলে ওপৰে অৰ্থাৎ আগ গুৰি সকলো ফালে বিবেচনা কৰি taking all points into full considerat on **ঊধ্মুধ মাৰি** সকলো আসোঁৱাহ গুচাই নিয়াৰিকৈ যেনে ঊধমুধ্ মাৰি কাম কৰিবা neatly without keeping any defect faultlessly

**ঊনৈশত বা বলোৱা** (বা বলোৱা = নাচোঁতে হাতৰ জোকাৰণিত বতাহৰ অলপ বা বলে এতেকে নচা) কুৰি পাবলৈ বুলি গৈ ঊনৈশ পাওঁতেই আনন্দত উৰুলীকৃত হৈ নচা। এতেকে অলপতে উল্লাসিত হোৱা to be elated for a small cause

**ঊনৈশ বিশ** ঊনৈশ আৰু কুৰিৰ ভিতৰত যিমান প্ৰভেদ সিমান মাত্ৰ প্ৰভেদ প্ৰায় সমান যেনে চেনিয়ে মিছিৰীয়ে ঊনৈশ বিশ মাত্ৰ অৰ্থাৎ দুয়ো প্ৰায় সমান সোৱাদ having only a very small difference as between 19 and 20

**ঊৰ্ বন্ধা** (ঊৰ = স ঊৰ্মি সাগৰৰ ঢৌ) পেটৰ নাড়ী ভুকৰে ঢৌৰ দৰে নুৰিয়ানুৰি কৰা। এতেকে ওকালি আহিব খোজা পট পকাই বাঁতি আহোঁ যেন কৰা feeling nausea

**ঊৰ্মি উঠা** (ঊৰ্মি = সং সাগৰৰ ঢৌ) শোক বা চিন্তাই জুমুৰি দি ধৰা getting a flood of orrow or anxieties

## ঋ

**ঋতুমতী হোৱা** ৰজস্বলা হোৱা to be mens truous

**ঋষিৰ শাপত পৰা** ঋষিয়ে শাপ দিলে অনিষ্ট হয়। এতেকে লোকৰ খঙৰ পাত্ৰ হোৱা কাৰবাৰ খঙত পৰা ব্যং to be under a sage s curse i e to be the object of one s wrath lm

## এ

**এই গুনা ভেলে** (ওনা = ভাজিবৰ নিমিত্তে এবাৰ খোলাত দিবলৈ জোৰা ধান চাউল আদি) চিৰা খুন্দিবৰ নিমিত্তে খোলাত এবাৰ ভাজিবলৈ দিয়া ধান খিনি ডেই নষ্ট হ'ল। এতেকে কোনো কাৰ্য্যৰ নিমিত্তে কৰা এবাৰৰ যত্ন নিষ্ফল হল th s entu has fa led

**এঁচহীয়া মানুহ** খৰি ফালোঁতে এফলীয়া হৈ এৰাই যোৱা চঁহাৰ নিচিনা স্বভাৱৰ মানুহ। এতেকে একে ছাটেই কপট এৰি পেলোৱা স্বভাৱৰ মানুহ a p rson of a generous mind disposed to gi e up grudges readily

**এৰা তেৰা** এখেত তেখেত (সন্মান সূচক সৰ্বনাম ভকতীয়া ভাষাতে খাটে) this or that personage

**এৰা চৰা** এৰা চাৰিলে গা বেয়া লগাত যন্ত্ৰণা হয় সেইদৰেই মন বেয়া লগাত যন্ত্ৰণা পোৱা ব্যং যেনে তেওঁক নেদেখিনো তোমাৰ কি এঁৰা চৰিছে to be in pain im

**এঁহ্‌গছৰ পৰা কেঁহ্‌গছলৈ** (এঁহ = আঁহ্ কেঁহ = কেশ চুলি) কোনো বিষয়ৰ আনকি সকলো সৰু সৰু কথালৈকে যেনে ঘৰখনৰ এঁহ্‌গছৰ পৰা কেঁহ্‌গছলৈ

অকণ মোৰ মূৰত even to the smallest matter regarding a subject

এক্ ঢোলৰ বাট এটা ঢোলৰ মাত যিমানলৈ শুনি যিমান দূৰ বাট the distance from which a drum can be heard

একৰম্ কালি পূৰ্বে একালত যেনে একৰম্ কালি দোলাতহে ফুৰিছিলোঁ at some past time

একঠা খোৱা একঠা চাউল খোৱা চোৱাঁ।

একঠা চাউল খোৱা সাজত কঠাকৈ লেখ ধৰে দেখি একঠা বুলিছে। সুখেৰে আৰু খ্যাতিৰে খোৱা। এতেকে প্ৰতিপত্তি লাভ কৰা নামজ্বলা মানুহ হোৱা achieving eminence in lif

একপাগী ভাতৰ লগতে একেটা পাত্ৰতে একেলাগে যি সিজে অকল তাৰেই এসজীয়াকৈ নিৰামুহীয়া খোৱা মানুহ a vegetarian taking only one meal a day of things cooked in the ame pot together with rice

একাটি চৰা একাঠী চৰা চোৱা।

একাঠী চৰা (কাঠী = তাঁতৰ কাঠী) জোখত একাঠী সৰহ হোৱা। এতেকে এখোপ বঢ়া আগতকৈ চৰা বা বঢা হোৱা to be ncreas d by a step to be a step ahead

একাণে সোমাই ইকাণে ওলোৱা (১) অশ্ৰদ্ধাত বা গ্ৰাহ্য নকৰাত কোনো কথা বা উপদেশ অগৃহীত বা উপেক্ষিত হোৱা যেনে ভাল কথা ক'লে অসৎ জনৰ একাণে সোমাই ইকাণে ওলায় Lit to enter by one ear and pass by the other i e to be disregarded as an advice out of conceit or contempt (২) বিশ্বাসৰ অযোগ্য শুনি যাওঁতেই মিছা বুলি জনা incredible known to be false as oon as heard

একাদশত গুৰু হোৱা বৃহস্পতি গ্ৰহ একাদশ স্থানত থকা। বৃহস্পতি একাদশত থাকিলে সৌভাগ্য হয়। এতেকে সৌভাগ্যৰ দিন পৰা to be under the good sight of the planet Jupiter i e to be under the influence of good stars একাদশত বৃহস্পতি হোৱা একে অৰ্থ।

একিল খাই একিল দিয়া লোকে কিল এটা মাৰিলে লোককো একিল মৰা অৰ্থাৎ লোকে কৰা বেয়া আচৰণৰ জোৰাই জোখাই আচৰণ কৰি প্ৰতিশোধ লোৱা to return a blow for a blow

একে খুন্দাই যোৱা বেমাৰৰ প্ৰথম খুন্দাতে মৰা (শাও) to succumb to the very first stroke of a disease (ur e)

একে গোট হোৱা এ গাট হোৱা মুঠ বন্ধা t be united or combined

একে চৰুত খোৱা একে পগীয়া চোৱাঁ।

একে চৰুৰে খোৱা একে অৰ্থ।

একেটা পুখুৰীতে পানী খোৱা কেইবা জনেও একে জনী তিৰোতাৰেই আহ্ যাহ্ কৰা to have the same woman as paramour for mo than on man

একে ঠৰে ৰোৱা লৰচৰ নকৰাকৈ ঠৰ হৈ ৰোৱা to stand still without mo ng

একে পগীয়া একেটা পাগতে খোৱা অৰ্থাৎ একে চৰুতে একে জনে ৰান্ধিলেই খোৱা m ssing together i e not cooking separately

একে ৰবণীয়া গৰুৰ গাখীৰ দামুৰিয়ে সৈতে একে ৰৰণৰ গাইৰ গাখীৰ milk of a cow ha ing the same colour as the calf's

একৈয়া বোটলা গুটি খেলত লোকৰ গুটি কটা বা খোৱাৰ এটা নিয়ম সেই নিয়মেৰে সৰহ্ গুটি খাব পাৰি। এতেকে অৰ্থ হ'ল— অনেক ঠাইৰ পৰা অলপ অলপকৈ আনি অনেক সংগ্ৰহ কৰা getting a large quantity by taking a little from different places

একো কথা নাই একো আপত্তি নাই no

objection whatever

**একো কালে** কেতিয়াও কোনো কালে ever in the past or in future

**একো নাই হোৱা** খঙত একো নমনা হোৱা অৰ্থাৎ ৰবকৈ খং কৰি উঠা to be blind in rage

**একোৰে একোটো** কোনো বস্তুৰে এটাও বা অলপো যেনে ভাত ৰান্ধিবলৈ একোৰে একোটো নাই anything whatever of any kind

**এখনিকে দুখনি কৰা** এখনকে দুখন বুলি কোৱা অৰ্থাৎ মিছা কথা জোৰা দি কোনো কথা বঢ়াকৈ কোৱা যেনে কুটি মানুহে লোকৰ কথা এখনিকে দুখনি কৰি লগায়গৈ to exaggerate one's faults in back biting him before another

**এগোট হোৱা** একে গোট হোৱা চোৱা।

**এঘৰৰ এটা** এঘৰৰ প্ৰতিনিধি স্বৰূপে এজন। এতেকে লেখৰ মানুহ মুখাল মানুহ the man representing a house i e a man who is a somebody স্ত্ৰী—**এঘৰৰ এজনী**।

**এখাঁত মৰা** (খাঁত = খোলৰ খাঁত) কোনো কামত অলপ বেলিলৈ যোগ দিয়া to join or take part in anything just for a short while

**এখেঁতা মৰা** একে বাৰতে সৰহকৈ লাভ কৰা to make large profits at a time

**এচলু পানী দিয়া** শাস্ত্ৰমতে দান দিয়া বস্তুৰ লগতে পানী এচলুও দিব লাগে। এতেকে ছিঙা কটাকৈ আশা এৰি দিয়া জলাঞ্জলী দিয়া to give up a hope altogether

**এছাল ছিগিলেও** এতৰপ ছাল এৰাই গলেও অৰ্থাৎ অতিশয় কষ্ট বা যন্ত্ৰণা পালেও যেনে এছাল ছিগিলেও বোলা বাক্য এৰিব নেলাগে even in case of great pain or torture

**এটকা মহন্ত** (মহন্ত = ধৰ্মাচাৰ্য্য) বহুত পইচাৰে এটকা ৰূপ হোৱাৰ দৰে সকলো মহন্তৰ মুঠ সমূহ মহন্ত মহন্ত মণ্ডলী all the Mohantos taken together or collectively **এটকা মহন্তক ছেদ কৰা** সমূহ মহন্তক কাটি বধ কৰা (শপতত খাটে) যেনে এনে কৰ যদি এটকা মহন্তক ছেদ কৰ to kill the whole congregation of the Mohantas or saintly persons (used as an oath) **এটকা মহন্তৰ আঁৰ হোৱা** মহন্তসকলৰ দৃষ্টিৰ অন্তৰ হোৱা অৰ্থাৎ মৰি যোৱা (শপতত খাটে to die used as an oath) **এটকা মহন্তৰ বাজ** মহন্তসকলৰ মাৰ্গৰ বাহিৰ। এতেকে অসৎ, অধৰমী irreligious vile

**এটা কথা কৈছোঁ** প্ৰকৃততে নহলেও তৰ্কৰ কাৰণে হয় বুলি ধৰি লৈছোঁ যেনে ৰজা নহলেও এটা কথা কৈছোঁ তুমি জানিবা ৰজা assuming for the sake of argument

**এটা কথাৰ মাত** তৰ্কৰ কাৰণে নোহোৱা কথাকে হয় বুলি ধৰি লোৱা কাৰ্য্য an assumption for the sake of argument

**এটা বাট কৰা** অহা যোৱা কৰি বাট নোহোৱা ঠাইত বাটৰ চিন বহুওৱা। এতেকে অনেক বেলি অহা-যোৱা কৰা যেনে তোমাৰ ঘৰলৈ আহি আহি এটা বাট কৰিলোঁ calling repeatedly at the same place

**এটাৰ মূৰত মাৰ মাৰিলে এশটা মৰা ইমান** গজ্ঞ খোৱা যে এটাৰ মূৰত মৰিয়ালে সেই মাৰত এশটাৰ মৃত্যু হোৱা। এতেকে অতি গজ্ঞ খোৱা নিসন্ধি (অকল জীৱিত প্ৰাণীত খাটে) very closely packed (appl to living beings only)

**এঠাইত কাটিলে সাত ঠাইত গজা** গছৰ ডাল এঠাইত কাটিলে আকৌ কেইবা ঠাইতো পোখা মেলে। সেইদৰেই এটা বিষয়ত শাসন কৰিলে আকৌ কেইবা বিষয়ত উদ্ভতালি কৰা to be outrageous in several matters when controlled in one

**এঠেলা মৰা** কিছু সাহায্য কৰা rendering some help **এঠেলা পোৱা** এচাবুৰি কষ্ট ভোগা getting a good lesson i e a dose of suffering

**এডাল কুটা দুডাল নকৰা** আন বন কৰা দূৰৰ কথা কুটা এডালো ছিঙি দুডাল নকৰা অৰ্থাৎ সমূলি একো বন নকৰা doing absolutely no work whatever

**এডাল চুলিকে দুফাল কৰা** চুলিডাল নিচেই মিহি বস্তু তাকো দুফালকৈ ফলা। এতেকে (১) আপোন মানুহৰ ভিতৰত মনান্তৰ ঘটোৱা to creat disunion among tho whc are attached to each cth r (২) সকলো কথা পুঙ্খানুপুঙ্খৰূপে ভাঙি পাতি দেখুওৱা যেনে এডাল চুলিকে দুফাল কৰি বুজাই দেখুৱাইছোঁ tc expla n n full deta l

**এঢলীয়া** অকল একে ঢালে যোৱা অৰ্থাৎ একাণপতীয়া একেটা কথাতে লাগি থাকি আন কথা মন নকৰা যেনে এঢলীয়া স্বভাৱৰ মানুহ capabl f mind ng nly on th g at a ti n in exclu icn cf cthers

**এদানি মৰা** (দানি – কড়ি বা পাশা আদিৰ দানি) খেলত চলৰ দানি পৰাত জিকা। এতেকে একেলগে সৰহকৈ লাভ কৰা t mak larg ga i r prcfits at a time

**এদিনেই এবছৰ যোৱা** এদিনেই এবছৰ যেন দীঘল হৈ অতীত হোৱা। দুখ কষ্টত অলপ সময়কে দীঘল যেন লাগে। এতেকে দুখৰ কাল অলপেই বৰ দীঘল যেন লগা হোৱা a h rt p r d t di tr ss b ing felt a v ry long **এদিনেই এবছৰ হোৱা** একে অৰ্থ।

**এনেই** (১) একো অভিপ্ৰায় নকৰাকৈ যেনে এনেই আহিলোঁ w thout i purpose (২) ধন খৰচ নোহোৱাকৈ বা শ্ৰম নকৰাকৈ মাফতে যেনে এনেয়েই পোৱা বস্তু with ut co t or labcur (৩) অবাবত মিছাতে যেনে এনেই কিলালে without justification **এনেয়ে** একে অৰ্থ।

**এনে তেনে** এনেকুৱাটো কাৰ্য্য অৰ্থাৎ প্ৰকাশ কৰি ক'বলৈ বেয়া পাই, ইঙ্গিতেৰে উল্লেখ কৰা বেয়া কাৰ্য্য যেনে এই কাম কৰ যদি তোৰ গোঁসাইৰে এনে তেনে (অৰ্থাৎ তই তোৰ গোঁসাইৰ তেজ মঙহ খোৱাৰ দৰে গৰ্হিত কাৰ্য্য কৰা হ'ব) this and that sinful r ab minabl act

**এন্ধাৰত খপিওৱা** আন্ধাৰত খপিওৱা চোৰাঁ।

**এপথাল পৰা** কাপোৰৰ দৰে কিছুদিন পিন্ধি এধোৱন ধোৱা। এতেকে ব্যৱহাৰ কৰা বাবে কিছু পুৰণি হোৱা to b old by b ing u e l f r om t m

**এপগীয়া** একে প'গীযা চোৰাঁ।

**এপৰাল পৰা** (১) ঢেকীত (চাউলৰ দৰে) এবাৰ কাঁৰি উলিওৱা on cl an d n th hu king ma hin (২) ব্যৱহাৰ নকৰাত কিছু পুৰণি হোৱা g tting ld for being ome what u cd (৩) দুখ পোৱা বাবে এচাবুৰি কষ্ট ভোগা এচাবুৰি কষ্ট ভুগি নিশকতীয়া হোৱা to b weak by fi ng cl ir talm nt t t ouble

**এপানী বোৱা** এচাবুৰি কষ্ট দিয়া to gi a lum f trcubl

**এপালি শিকোৱা** এশিকন শিকোৱা অৰ্থাৎ দুখ বা কষ্ট দিয়া tc t ach a l s n i e to g c troul les

**এপাহ্ মৰা** আপদ সৰা আভুৱা ভৰা d c i ng an gnorant pc son b do g yth ng i npert ctly cr indiff rently **এপাহ্ সৰা** একে অৰ্থ।

**এফালে সোমাই এফালে সৰকি যোৱা** শৰীৰৰ এফালে সোমাই সিফালে ওলাই যোৱা। এতেকে হৃদয় ভেদ কৰি যোৱা অন্তৰ থকাসৰকা কৰি যোৱা অৰ্থাৎ বৰ শোক বা বেজাৰ দিয়া যেনে তেওঁৰ ককৰ্থনা মোৰ এফালে সোমাই এফালে সৰকি গৈছে to pierce the heart

i e to cause great sorrow or grief

**এবাহু দিয়া** (বাহু = হাড়ৰ পৰা মঙহ বছা কাৰ্য্য) হাড়ে মঙহে বাছি বেলেগ কৰা। এতেকে (১) ৰবঁকৈ মাৰ কিল কৰা to beat severely (২) দবনিকৈ খোৱা to eat to ones heart s content **এবাহু পোৱা** ৰবঁকৈ মাৰ কিল খোৱা বা দুখ কষ্ট পোৱা to be severely beaten to be put to pain or d stress

**এবুৰি ছ আঁৰা** একুৰি বা একুৰি চাৰিটা অৰ্থাৎ অনেক বা বহুত twenty or tw nty four i e many in number

**এমোট যোৱা** গাৰ এতৰপ ছাল এৰাই যোৱা। এতেকে অতিশয় শাৰীৰিক যন্ত্ৰণা পোৱা to undergo great bodily uffering

**এয়ে সেয়ে** (১) এইবিলাক কাৰণৰ বাবে এতেকে fo these reasons (২) এয়া আৰু সেয়া গোট খুৱাই অৰ্থাৎ মুঠতে যেনে এয়ে সেয়ে এটকা হ'ল th and that taken togeth

**এৰা ধৰা** কোনোবাৰ এৰা আৰু কোনোবাৰ ধৰা অৱস্থা। এতেকে এৰণ ধৰণ বিৰাম ছেদ ভেদ যেনে এৰা ধৰা নোহোৱা জ্বৰ ce sation top m s n **এৰা ধৰাকৈ** মাজে মাজে এৰি অৰ্থাৎ একেবাহে নোহোৱাকৈ থাকি থাকি। এতেকে ঠায়ে ঠায় চেলেকা চুবুৰাকৈ ছেগা চোৰাকৈ মজা মজিকৈ যেনে এই ছোৱা বাটত এৰা ধৰাকৈহে মানুহৰ ঘৰ পাবা এৰা ধৰাকৈ পঢ়িলে পঢ়া নহয় এৰা ধৰাকৈ জ্বৰ উঠে at inter al **এৰা পৰলীয়া** পৰাল পৰাত অৰ্থাৎ পুৰণি হোৱাৰ কাৰণে এৰা পৰি থকা (ঘৰ বাৰীত খাটে) deserted or abandon d **এৰা পৰা** লেখৰ বাহিৰ হোৱা পৰিত্যক্ত হোৱা বাছ পৰা to be ej cted or omitted **এৰা বোটলা** লোকে এৰি থৈ যোৱা বস্তু সংগ্ৰহ কৰা to collect things left out or rejected by others

**এৰাপাত খোৱা ছাগলী** (ছাগলীয়ে এৰাগছৰ পাত খাই চুলুঙালি কৰি ফুৰে) এতেকে তেনেকুৱা চুলুং মানুহ a man regardless of truth or propriety

**এলাই জাপৰী** (এলাই = এলাগী জাপৰী = জখলা) দেখিবলৈ বেয়া আৰু জখল্ মখল্ (স্ত্ৰী লিঙ্গত খাটে) ugly and clumsy **এলাই জাবৰী** (জাবৰী = জাবৰেৰে ভৰা) একে অৰ্থ। **এলাইবাদু,** (এলাই = এলাগতিয়াল বাদু = টেঙা জৰা আদিৰ ভিতৰৰ বাকলি) অলাগতিয়াল বাকলিৰ দৰে কামৰ অযোগ্য অকামিলা অপাত্ৰ worthless unfit for any useful purpos

**এলাপাকে** 'আলাপাকে' চোৱাঁ।

**এশখন মুখেৰে কোৱা** (১) বহুবাৰ কোৱা বাৰম্বাৰ কোৱা to say repeatedly (২) দঢ়াই বা ডাঠি কোৱা প্ৰতিবাদলৈ ভয় নকৰি কোৱা মুক্ত কণ্ঠে কোৱা to p k boldly or w thout f ar of t ad ct n

**এশিকা দিয়া** ভালকৈ এটা শিক্ষা দিয়া ব্যং t t ch a l l i **এশিকা পোৱা** এটা শিক্ষা পোৱা ব্যং t get l son l n

**এসূতৰ কাজী** সৰ্বসাধাৰণ তাঁত বোৱাত বাছৰ বিন্ধাই পতি দুডালকৈ সূতা থাকে কিন্তু এবিধ মোৰ আছে, তাত বিন্ধাইপতি এডাল সূতাহে থাকে। তাক একণীয়া মোৰ বোলে সেই মোৰ ভাল শিপিনীয়েহে ব ব জানে। এতেকে ডাঙৰ কাজী পাকৈৎ শিপিনী a clever expert in weaving

**এসেকা দিয়া** জুইত সেকা। এতেকে এশিকন দিয়া এচাবুৰি কষ্ট দিয়া ব্যং to teach a lesson i e to give a volume of trouble or pain Irn **এসেকা পোৱা** এশিকন পোৱা ব্যং to get a lesson irn

**এহাতৰ ছল দুহাতে কাঢ়িব নোৱাৰা হোৱা**

যি লেঠা বা বিপদ অলপ আয়াসতে গুচাব পৰা হ'লহেঁতেন অৱহেলাৰ গতিকে সেয়ে দুঃসাধ্য হোৱা the growing of a difficulty or danger to a large extent although it could be easily removed at the begining

**এহাতলৈ চেলেকা** গাখীৰৰ কলহত হাত সুমালে কিলাকুটিলৈকে গাখীৰ লাগি আছে সেই দেখি হাত গোটেইটো চেলেকি সেইখিনি গাখীবো খোৱা। এতেকে অকণো নেৰি খোৱা সৰহকৈ খোৱা অতিপাতকৈ খোৱা তুচ্ছ to eat without leaving anything to eat pl ntif lly

**এহেঁচা মৰা** এবাৰ হেঁচা মাৰি দিয়া অৰ্থাৎ এবাৰ কিছু সাহায্য কৰি দিয়া to render some help or assi tance fo a time

**এহেৰ তেহেৰ** অ'ৰ ত'ৰ of th s or that place i e of different places

# ঐ

**ঐদেহি বৈদেহি গোৱা** 'অঙালী বঙালী গোবা চোৰাঁ।

**ঐয়া হৈয়া কৰা** (১) এজনে এফাললৈ আৰু আন এজনে আন ফাললৈ টনা Pulling by different persons from diff rent directions (২) কোনো কাৰ্য্য কৰোঁতে অমিল ৰূপে আচৰণ কৰা বিৰোধা বিৰোধী কৰা। to act discordantly in doing anything to be disagreeing

**ঐৰাৱত** সেই নামৰ এটা হাতী ইন্দ্ৰৰ বাহন সি বৰ ভাল বাহন। এতেকে ব্যঙ্গ ভাবেৰে বেয়া হাতী বা ঘোঁৰা the elephant on which Indra the king of the god rides A bad elephant or horse (When used in ironical sense)

# ও

**ওঁঠ কটা** ওঁঠ কাটিলে মুখৰ ভিতৰত বস্তু নৰয়। এতেকে (১) পেটত কথা নথকা কোনো কথা লোকক নোকোৱাকৈ থাকিব নোৱাৰা স্বভাৱৰ যেনে ওঁঠ কটা মানুহ unable to retain a secret (২) দুৰ্মুখ foul tongued **ওঁঠ চেলেকা** মেকুৰী আদিয়ে কোনো বস্তুলৈ লোভ কৰি তাক খাবলৈ নাপালে ওঁঠ চেলেকি মন পতিয়াই। এতেকে (১) আশা কৰি নিৰাশ হোৱা to feel disappointed (২) উপেক্ষিত হোৱা বাবে দুঃখিত আৰু লজ্জিত হোৱা to feel shame and sorrow for b ing refused **ওঁঠ পাতল** ওঁঠ পাতল হ'লে মুখৰ পৰা অবাধে কথা ওলায়। এতেকে বাছ বিচাৰ নকৰি মুখত যি আহে তাকে কোৱা চেলেপু কথা গোপনে ৰাখিবলৈ অপাৰগ andom in speech unable to keep secre s **ওঁঠ লবোৱা** খাওতে বা কথা কওঁতে ওঁঠ লৰে। এতেকে (১) অলপ কিবা খোৱা to eat a little (২) অলপীয়াকৈ কিবা কথা কোৱা to speak a l ttle

**ওঁঠ কাটি ওঁঠ ৰঙা কৰা** ওঁঠ ৰঙা বোলাবলৈ নিজৰ ওঁঠ কাটি তাৰ তেজেৰে ওঁঠ ৰঙা কৰা অৰ্থাৎ অতিশয় কষ্ট স্বীকাৰ কৰি নিজৰ অৱস্থা স্বচ্ছল বুলি দেখুওৱা to cut one s own lips to mak them look red i e to assume a look of afflu nce at a g eat acrific of one s own elf

**ওঁঠ চেপিলে পিয়াহ ওলোৱা** মাকৰ পিয়াহ খাবলৈ এবাৰ সৰহ দিন নোহোৱা। এতেকে কম বয়সীয়া অনভিজ্ঞ young inexperienced

**ওঁঠ মোঠ চেলেকা** (মোঠ—অনু) লাজ পাই বা পৰাস্ত হৈ সেমেনা সেমেনি কৰা feeling abashed for shame or for a defeat

**ওঁঠৰ পিয়াহ নুগুচা** ওঁঠ চেপিলে পিয়াহ ওলোৱা চোৱাঁ।

**ওঁঠে ওঁঠে নলগা** কিবা খাওঁতে বা কওঁতে ওঁঠত ওঁঠ লাগে। এতেকে (১) সমূলি একো নোখোৱাকৈ থকা to be not taking any food or drink whatever (২) সমূলি বাদ বিসম্বাদ নলগা to be without any altercation whatever

**ও তৎসৎ চকাৰ বকাৰ নোবোলা** সমূলি একো নমতা বাম গঙ্গা নোবোলা to be absolutely silent speaking not even a syllable ও তৎসৎ নমতা একে অৰ্থ।

**ওচৰে যোৱা** ওচৰেদি যোৱা অৰ্থাৎ প্ৰকৃত বস্তুৰ লগত কিছু মিল হোৱা তেনেই নহলেও প্ৰকৃত বা মূল বস্তুৰে কিছু সাদৃশ্য থকা যেনে তোমাৰ ব্যাখ্যা মূলৰ ওচৰেও নেযায় to approach or came near the real th ng to ha e some similarity with the original

**ওজন ধৰা** দাই ধৰা আসোঁৱাহ ধৰা আপত্তি কৰা to find fault to object to

**ওটা বোকা** (ওটা = সত্ৰীয়া ভকতৰ বহাত পানী ওলাই যাবলৈ ভিতৰৰ পৰা বাহিৰলৈ বেৰৰ তলেদি দিয়া লোৰ) ওটা ৰুকি চুকুকি নিকা কৰা। গোকাট কাম কৰা বুলি নিন্দাৰ্থে ভকতত খটোৱা হয় যেনে ওটা বোকা ভকত accustomed to dirty works

**ওঠৰটা নাম দিয়া** ব্যঙ্গ ভাবেৰে বহুত উপনাম দি নিন্দা কৰা যেনে গু পেৰেত ধৰ্ম যুধিষ্ঠিৰ সত্যনাৰায়ণৰ ভতিজাক ইত্যাদি to give various nick names with a iew to ridicule

**ওত মাৰি বন কৰা** (ওত = এলাহ) আসোঁৱাহ নেৰাখি এলাহ নকৰি নিয়াৰিকৈ বন কৰা to do anything without leaving any defect or a part undone

**ওনা জেৱা** এই ওনা জেলে চোৱাঁ।

**ওপচ্ সাগৰ** উপচি থকা সাগৰ। এতেকে প্ৰচুৰ পৰিমাণ যেনে বস্তুৰে ওপচ সাগৰ হৈছে abundant quantity

**ওপজা ভদীয়া** ভাদ মাহত ওপজা মানুহ one born in the month of ভাদ।

**ওপত সাগৰ** ওপৰলৈকে পোত খাই পৰা সাগৰ। অৰ্থৰ বাবে ওপচ্ সাগৰ চোৱাঁ।

**ওপৰ চকুৰা** তললৈ মন নকৰি অকল ওপৰে ওপৰে চোৱা স্বভাৱৰ। এতেকে চঞ্চল উতনুৱা shallow superficial in observation **ওপৰ হাত** নিজৰ হাত লোকতকৈ ওপৰ হ'লে মাল খুঁজত চল হয়। এতেকে নিজৰ ইচ্ছা বা কথা বজাব পৰা সুচল বা অৱস্থা upper hand advanta geous position

**ওপৰ ডিঙি কৰা** দাব কোবৰ পৰা লোকক সৰুবাবলৈ লোকৰ ডিঙিৰ ওপৰত নিজৰ ডিঙি পাতি দিয়া অৰ্থাৎ লোকৰ বিপদত লোকক পাচ কৰি নিজে আগ হোৱা to face other s dangers

**ওপৰতে** তলত নিবিচৰাকৈ। এতেকে (১) বিনা পৰিশ্ৰমে এনেয়ে মাফতে হক বা স্বত্ব নথকাতো without labour for nothing without any right or claim (২) ওপৰে ওপৰে অৰ্থাৎ ভাবি গুণি নোচোৱাকৈ simply by gliding o er the surface i e without thinking over a matter

**ওপৰতে পৰা** (১) লোকৰ গাৰ ওপৰতে পৰি লোকক ঢাকি ধৰা অৰ্থাৎ বিপদত আবৰি ধৰা shielding oth rs against danger (২) কোনো বস্তু পাবৰ অৰ্থে ব্যগ্ৰতাৰে খেদি অহা যেনে বস্তু ভাল হ'লে গৰাকী ওপৰতে পৰেহি to rush in for getting a thing

**ওপৰ পুৰুষক ধৰা** পিতৃ পিতামহ আদিক ধৰি গালি পৰা to abuse one s forefathers **ওপৰ পুৰুষক নমোৱা** নিজে গৰ্হিত কাম কৰি পিতৃ পিতামহৰ

গৌৰৱ হানি কৰা lowering forefathers by one's own misdeeds
**ওপৰ তাগৰ দোষ** পৃথিৱীৰ ওপৰে কিন্তু স্বৰ্গৰ তলে থকা দেৱতাসকলক লগোৱা অপৰাধ বিশেষকৈ সূৰ্য্যমণ্ডলত থকাসকলক offence taken by the deities living abo e the Earth but below the Heaven specially those living in the region of the Sun
**ওফন্দা** ওফন্দি পৰা স্ফীত হোৱা। এতেকে গপাল হোৱা যেনে ধনী হৈ ওফন্দি পৰিছে to be swollen headed or puffed up
**ওফন্দি গজাটোপ হোৱা** গঙ্গাটোপে পেটত বতাহ সুমাই লৈ ওফন্দি থাকে। এতেকে মিছা বা অসাৰ ডেম ধৰা to be puffed up like the globe fish
**ওফোন্দ্ পতা** বোহ্ কৰা ঠেহ্ পতা to be sullen or offended **ওফোন্দ্ লগা** ঠেহে ধৰা বোহে পোৱা যেনে তেওৰ ওফোন্দ লাগিছে to be overcome by sullenness
**ওভং মতা** অবাচ্য মতা লাজ কথা কোৱা to utter obscene words
**ওভং গোবে নচা** 'উভতি নচা' চোৱাঁ।
**ওভং মতা** ওভ মতা চোৱাঁ।
**ওভং মন্ত্ৰ কৰা** 'উচাট মন্ত্ৰ কৰা' চোৱাঁ
**ওভং মন্ত্ৰ মতা** 'উচাট মন্ত্ৰ মতা' চোৱাঁ।
**ওভতনি অহা** নৈত পানী সৰহ হৈ উজান ফাললৈ বোৱা the water of a river flowing upwards by reason of high flood
**ওভোতাই পঢ়াব পৰা** পূৰ্বে শিকাখিনিকে আকৌ ন'কৈ শিকাব পৰা অৰ্থাৎ পূৰ্বে শিকা কথাৰ যিখিনি বুজা নাই, তাকো বুজাব পৰা। এতেকে জ্ঞানত বা পাৰ্গতালিত শ্ৰেষ্ঠ able to teach one over again i e very much advanced in knowledge or skill
**ওভোতাই মূৰ খুৰোৱা** আগৰ দিনৰ এবিধ শাস্তি। এতেকে শাস্তি কৰা to inflict punishment by shaving the head backward
**ওভোতাই মোট ছেলোৱা** (মোট = ছাল) জীৱিত প্ৰাণীৰ ছালখন ওভোতাই ছেলালে অতি উগ্ৰ কষ্ট পায়। এতেকে অতি ভীষণ শাস্তি কৰা to put to any horrible torture by removing the skin upwards
**ওভোতা কোলেৰে খোঁচা** (ওভোতা = বৰশীৰ দৰে ওভোতা শুং থকা) ওভোতা কোলেৰে খুচিলে বস্তু এবাই যাব নোৱাৰে। এতেকে এবাব নোৱাৰা বাঞ্ছত পেলোৱা to drive to a helpless corner
**ওৰ্ খোৱা** সৰু প্ৰাণীৰ স্ত্ৰী পুৰুষে সঙ্গম কৰা to have sexual intercourse (appl to small creatures) **ওৰ্ ঘোৰ** (ঘোৰ = প্ৰবল ওৰ—অনু) বৰ প্ৰবল গাঢ় যেনে ওৰ ঘোৰ টোপনি deep sound **ওৰ্ ধৰা** (ওৰ = অন্ত) পম ধৰা অনুসন্ধান কৰি তত্ত্ব পোৱা to get at anything by making an enquiry finding a clue **ওৰ্ পৰা** অন্ত হোৱা শেষ হোৱা to come to an end to be finished **ওৰ পোৱা** ওৰ ধৰা চোৱাঁ। **ওৰ্ বাটে** (ওৰ = সমস্ত) গোটেই বাটে all along the road **ওৰ যোৱা** ওৰ খোৱা চোৱাঁ। **ওৰ্ লোৱা** অনুসন্ধান কৰা to make an enquiry **ওৰ হোৱা** ওৰ পৰা চোৱাঁ।
**ওৰ্ গোৰ্ মাৰি** (ওৰ = সীমা অন্ত গোৰ = গুৰি) গুৰিৰে পৰা অন্তলৈকে সকলো মুলি যেনে বিয়াত ওৰ গোৰ মাৰি দুহেজাৰ টকা খৰচ হ'ল counting every thing altogether
**ওলগ লোৱা** মূৰ দোঁৱাই সন্মান কৰা সেৱা কৰা to show respect by bowing
**ওলমা বাদুলী দিয়া** বাদুলীৰ দৰে ওলমি থকা অৰ্থাৎ, দুই হাতে ওপৰৰ কিহবাত ধৰি তললৈ ওলমি থকা to be suspended by getting hold of

something above

ওলয়া মণি ডিঙিত ওলমাই পিন্ধা দীঘলকৈ গাঁথা এবিধ সোণৰ মণি a long string of golden beads worn on he neck

ওলাওঁতে এগোৰ সোমাওঁতে এগোৰ সদায় দুৰ্ব্যৱহাৰ ৰীতিবন্ধা দৌৰাত্ম্য regular habitual ill treatment or tyranny

ওলোটা বেদ বিপৰীত বেদ অৰ্থাৎ প্ৰকৃত বা চলিত ৰীতিৰ বিপৰীত বিধান a wrong custom or rite

ওৱাদানী হোৱা প্ৰচুৰ হোৱা to be more than enough

ওৰা বন দোৱা কৰা এবাৰ কৰা বনকে আকৌ দোৱা বাৰ অৰ্থাৎ দ্বিতীয় বাৰ কৰিবলগীয়া কৰা অৰ্থাৎ বন বঢ়োৱা making a finished work required to be done o er again

ওহাৰ নমা জগিবৰ অনতি পূৰ্বে গৰু-ম'হ আদিৰ ওহাৰ ডাঙৰ হোৱা getting an enlarged udder prior to giving a alf

ওহালি পৰা উবলি পৰা এতেকে (১) কাপোৰ বওঁতে বাণিৰ সূতা বাঁচৰ খুন্দাত পোন হৈ নৰহি কেৰেচীয়াকৈ বহা sett ng of threads aslant or in an oblique way of the woof in weaving (২) তাঁতৰ কাপোৰ আদিৰ পুতল এফালে ওলোৱা আৰু এফালে সোমোৱা হোৱা to be of irregular breath in course of being woven (appl to cloths)

# ঔ

ঔ কিল ঔ টেঙা সৰাৰ দৰে ধুপ্‌ধুপাই উঠা কিল। এতেকে টানি মৰা কিল্ ভুকু আদি blows and kicks etc with heavy dull sounds.

ঔ পৰা ঔ পৰোতে সি মাটিত পৰিলে যেনে শব্দ হয় তেনে শব্দ উঠাকৈ কিলোৱা অৰ্থাৎ বৰকৈ মাৰ্ কিল কৰা; to give a heavy beating

ঔচ বুলিলে পোৱা পোহনীয়া কুকুৰ ওচৰতে থাকে আৰু ঔচ বুলিলেই আহে সেই দৰেই, বিচাৰিলেই পোৱা আৰু আজ্ঞাধীন (ইতৰ জনত খাটে) যেন আমি দেউতাই ঔচ্ বুলিলে পোৱা মানুহ readily obeying a call like a pet dog i.e living close by and obedient to the call (appl to people of inferior status)

ঔৰে গল খজুৱা ঔ টেঙা খালে গল নখজুৱায় কিন্তু সিও খজুৱা বুলিছে। এতেকে সুহৃদজনেই বিৰোধ আচৰণ কৰা নেপাব লগীয়া কথা বা মানুহৰ পৰাই বেয়া আচৰণ পোৱা one s own or friendly people going against him being harmed by people or matters never thought of or suspected

# ক

কইনা খোজ বিয়াৰ কন্যাৰ দৰে লাহে লাহে কঢ়া খোজ slow paces like those of a bride in marriage

কঁকালত কাপোৰ বন্ধা 'কঁকালত টঙালি বন্ধা চোৱা।

কঁকালত টঙালি বন্ধা কোনো টান কামত বল পাবলৈ মানুহে কঁকালত টানকৈ টঙালি বা গামোচা বান্ধি লয়। এতেকে টান কামলৈ সাজু হোৱা to be ready for a hard task

কঁকাল পৰা কঁকাল হ'লি যোৱা এতেকে (১) দুৰ্বল হোৱা to be weak or incapable (২) বুঢ়া হোৱা to reach old age কঁকাল পেলোৱা নিশকতীয়া হোৱা to become weak and powerless (২) উদ্যম এৰি দিয়া to give up energy or earnestness

কঁকাল ভগা ক্ষমতাহীন হোৱা to have one s power lost to be rendered powerless **কঁকাল ভঙা** (১) ক্ষমতা বা সামৰ্থ্য নোহোৱা কৰা to render powerless or meansless (২) নাচোনত ভঙ্গীৰে কঁকাল ঘুৰোৱা to move the loins gracefully in dancing (৩) গধুৰ বাবে দুখজনক যেনে কঁকাল ভঙা বোজা very heavy (appl to a burden or load)

**কঁটীয়া বজ্জক** (বজ্জক = বজৰীয়া সৰু গুটীয়া) কঁটীয়া হৈ মুজুৰা লাগি থকা মানুহ a dwarfish person a person of staunted growth

**কঁটীয়া লাগি থকা** নেবাঢ়ি চুটি হৈ থকা to be short in growth to be not growing in proportion to one s age

**ক-ক ম ম কৰা** সামান্য মাত্ৰ লিখা পঢ়া কৰিবলৈ শিকা to learn just a little of reading and writing

**ক কৰিব নজনা** ক আখৰটোকে ফুটাই মাতিব নজনা অৰ্থাৎ সমূলি লিখা পঢ়া নজনা quit illiterate **ক বুলিব নজনা** একে অৰ্থ।

**কচু-কটা দিয়া** কচুগছ কটাৰ দৰে বিনাশ্ৰমে আৰু বেগতে কাটি ধ্বংস কৰা to cut easily like arum plants i e to kill easily and swiftly by cutting

**কচু গুটি** কচু গুটিয়ে খজুৱায়। এতেকে অশিষ্ট বা কুবুধীয়া মানুহ a naughty or mischievous person **কচু-ঘেঁটা দিয়া** কচু শাক সিজাওঁতে গলি যাবলৈ ঘুঁটি দিয়া হয়। এতেকে গলিতং কৰা অৰ্থাৎ বৰকৈ ঘোদলা বা জোকৰা stirring or jerking very much

**কচু ঘটা দিয়া** কচু শাক ৰান্ধোতে সি গলি যাবলৈ ঘুটি দিব লাগে। সেইদৰে ঘুটি দিয়া অৰ্থাৎ বৰকৈ জোকাৰি দিয়া। to shake violently

**কচুৰ কঁকাল** কচু গছেৰে নিৰ্মিত কঁকাল অৰ্থাৎ বল নথকা কঁকাল weak loins **কচুৰ কটাৰী** কচুৰ ঠাৰিৰে সজা কটাৰী অকৰ্মন্য। এতেকে কোমল বা আলসুৱা বাবে অকৰ্মন্য মানুহ বা বস্তু a person or a thing useless for being too tender soft or delicate

**কটনা কটা** সূতা কটা বেচ লৈ লোকক সূতা কাটি বা কাপোৰ বৈ দিয়া to spin or weave for others for remmuneration

**কটলা কটল** (কট = সং কটু) কটু টান। এতেকে যন্ত্ৰণা দায়ক (মাত বা কথাত খাটে) যেনে কটলা-কটল্ মাত বা কথা painful harsh (appl to words)

**কটা-কটি কৰা** (১) ইজনে সিজনক সিজনে ইজনক পৰস্পৰ অস্ত্ৰেৰে কটা to cut each other with weapons (২) পাব লগীয়া ধন বা বস্তুৰ বাবে দিব লগীয়া ধন বা বস্তু মাৰি দিয়া to set off

**কটা-কুটা কৰা** (১) কটা বা কুটা কাৰ্য্য কৰা কটা ছিঙা কৰা to cut into pieces (২) লিখা কথা আঁচ মাৰি কাটি তাৰ মুৰে অন্য কথা লিখা to line over (in writing) and make additions or alterations

**কটা ছিঙা কৰা** কাটি টুকুৰা টুকুৰ কৰা। to cut anything into pieces ( 'ছিঙা কটা 'ই সৈতে একে অৰ্থ নহয়)

**কটা-বান্ধ দি ধৰা** (কটা বান্ধ = কাটিবলৈ নিয়া অপৰাধীক বন্ধাৰ দৰে বান্ধ) 'চোৰ বান্ধ দি ধৰা চোৰা।

**কটা মৰা শত্ৰু** কাটি বধ কৰিব পাৰে এনে শত্ৰু। এতেকে ঘোৰ বা মাৰাত্মক শত্ৰু a fierce enemy an unsparing enemy

**কটা যোৱা** লোকে মূৰটো কাটি পেলোৱাত মৃত্যু হোৱা (গালি বা শাওত খাটে) to be beheaded (used in curse or abuse)

**কটাৰ পো** বন্দী বা গোলামৰ পুতেক (গালিত খাটে) son of a slave (used in abuse)

**কটাহি কৰা** কটাক্ষ কৰা। এতেকে গ্ৰাহ্য কৰা to care or regard

**ক-টোৰ চিনি চুক নিচিনা** আখৰ নিচিনা সমূলি লিখা পঢ়া নজনা quite illiterate

**কঠিয়া তোলা কৰা** তিনি চাৰি চাহ্ হাল বোৱাৰ পাচত কৰলৈ বোকা কৰাৰ আগতে মাটিত হাল বাই মৈ দিয়া to plough and harrow land beofore the final preparation for planting paddy

**কঠীয়া পৰা** শালি ধান ৰুবৰ কাৰণে কঠীয়া গজিবলৈ ধান সিঁচা to sow seeds for growing paddy seedlings for transplantation **কঠীয়া মৰা** 'কন কঠীয়া মৰা' চোৱাঁ।

**কণ-কঠীয়া মৰা** (কণ = গুটিৰ যি অ শৰ পৰা গাঁজ মেলে বীজ) কণ আৰু কঠীয়া দুইকো নষ্ট কৰা। এতেকে সমূলে ধ্বংস কৰা t destroy altogether with germs

**কণ মৰা** 'কণ কঠীয়া মৰা' চোৱাঁ।

**কণা-কণি কৰা** এজনে সিজনক সেই জনে আকৌ আন এজনক কাণে কাণে কোৱা এতেকে ভিতৰে ভিতৰে প্ৰকাশ কৰা pa s ng a news from one s ear to another s

**কণা বিধতা** বিধতাৰ এটা চকু কণা বোলে কাৰণ তেও কোনোৰ কপালত সুখ আৰু কোনোৰ কপালত দুখ লিখে যাৰ ফাললৈ ভালটো চকুৰে চাই লিখে তাৰ সুখ আৰু যালৈ কণাটো চকুৰে চাই লিখে তাৰ দুখ লিখি থৈ যায় এই ভাব। এতেকে কোনোক সুখ আৰু কোনোক দুখ দিওঁতা বিধতা Blind Fat **কণা বেহা** কণাই কৰা বেহা কণাই বেয়া বস্তুকে ভাল বুলি আনে এতেকে নিজে ঘটাকৈ কৰা বেচা কিনা বা ব্যবসায় a bad bargain

**ক'ত ল'ম ক'ত থ'ম কৰা** ক'ত লওঁ ক'ত থওঁ বুলি উখল মাখল লগোৱা অৰ্থাৎ অতি সমাদৰ কৰা আতোল্-তোল্ কৰা to welcome with great cordiality

**কথন মথন কৰা** কথোপকথন কৰা আলোচনা কৰা to have a conversation or consultation

**কথা এৰা** বোলা বচন এৰা প্ৰতিশ্ৰুতি লঙ্ঘন কৰা to break one s own promise **কথা কিনা** কথা দি কথা লোৱা নিজৰ দুই চাৰি কথা কৈ বিশ্বাস জন্মাই লোকৰ গুপ্ত কথা উলিয়াই লোৱা to get at one s secrets by pretending to divulge one s own **কথা গৰকা** গৰকি চালে বোকা আদিত পোত খাই থকা বস্তুৰ গম্ গতি বা আও ভাও বুজিব পাৰি। সেইদৰেই ভাবি চিন্তি চাই কোনো বিষয়ৰ সকলো কথা বুজা to consider fully all details of a matter **কথা চহকী** কথাৰে চহকী অৰ্থাৎ বৰ কথকী বহুত কথা ক'ব পৰা talkative **কথা চোবোৱা** অনৰ্থক কথা পতা to indulge in idle talks **কথা থকা** (১) অসৎ নাম বা দুৰ্যশ স্থায়ী হোৱা যেনে বেয়া কাম কৰিলে বহু দিনলৈ কথা থাকে to last as an infamy (২) গুপ্ত অবৈধ প্ৰেম থকা যেনে ভদীয়াৰে ভুৰুকীৰে কথা আছে বা কথা থকা বুলি গুলাইছে to ha e ill c t intimacy **কথা থোৱা** অসৎ নাম বা দুৰ্ণাম স্থায়ী কৰা যেনে বদন ফুকনে মান আনি কাললৈ কথা থ'লে to earn a lasting infamy **কথা দিয়া** প্ৰতিশ্ৰুত দিয়া to give word to promise **কথা পাগোলা** কোৱা কথাকে ঘুৰাই ঘুৰাই কোৱা চৰ্বিত চৰ্বন কৰা to repeat the same thing o r and o er again **কথা পিন্ধোৱা** কোনো কথাৰ বাবে পাচলৈ ধৰা বন্ধাকৈ ধৰিবৰ অভিপ্ৰায়েৰে আগেয়েই অলপ উল্লেখ কৰি সূত্ৰপাত কৰি থোৱা যেনে পাচলৈ ৰূপ ধাৰে খুজিবৰ মনেৰে 'মই দৰ্কাৰ হ'লে ৰূপ টকাদিয়েক বিচাৰিব পাৰোঁ বুলি কৈ থোৱা to refer to a matter just to prepare the way to press for it later on **কথা ফুটি**

**কাতি বোলা** কথা বহল ভাবে প্ৰচাৰিত হোৱা to be circulated widely as a news **কথা বন্ধা** (১) চুক্তি কৰা to enter into an agreement (২) আৰি মৰা to bet or wager **কথা মাৰী** কথাৰ বাহু বা ভঁৰালৰ অধিকাৰী। 'কথা চহকী' চোৱাঁ **কথা ৰহা** কথা মাতঃৰৰ হোৱা অৰ্থাৎ লোকে মনা বা গ্ৰাহ্য কৰি লোৱা one s words or suggestion being accepted by others **কথা ৰখা** (১) 'কথা থোৱা' চোৱাঁ। (২) প্ৰতিশ্ৰুতি ৰক্ষা কৰা to keep a promise (৩) অনুৰোধ ৰক্ষা কৰা to comply with a request **কথা বোলা** (১) অসৎ নাম বা দুৰ্ণাম স্থায়ী হোৱা to last as an infamy (২) কোৱা কথা ফলিওৱা to came to pass as foretold (৩) কথা ৰজা বা বলবৎ হোৱা যেনে উতনুৱাৰ মেলত ধীৰ লোকৰ কথা নৰয় to prevail as an advice **কথা লগা** কথা ফলিওৱা যেনে মোৰ কথা লাগিল happening of anything foretold by one **কথা লগোৱা** লোকৰ কথা লোকক কৈ কুটনাট কৰা to back bite to speak ill of one to anothr with a view to create a dis union between the two **কথা শুনা** (১) লোকৰ উপদেশ মতে চলা to follow one s advice (২) তিৰস্কাৰ শুনা তিৰস্কৃত হোৱা to hear rebukes to be the subject of one s rebuke (৩) লগনীয়াৰ কঁথা পতিওৱা to belive a back biter s report **কথা সলোৱা** বোলা বচন এৰা to change one s own words to break a promise **কথা হোৱা** আলোচনা কৰা পৰামৰ্শ কৰা to consult

**কথাত আখৈ ফুটা** আখৈ ভাজোঁতে ধান ফুটাৰ দৰে স্পষ্টকৈ আৰু ঘনাই কথা ওলোৱা falling of words from one s lips distinctly and without break

**কথাত বোলা** কথা নেৰা অৰ্থাৎ কৰিম বোলা মতেই কাৰ্য্য কৰা to keep or stick to one s word or promise **কথাত লগা** কথাত বেয়া পোৱা বা বেজাৰ পোৱা যেনে ল'ৰাৰ কথাত নেলাগিবাঁ to take offence at one s word

**কথা তল পেলোৱা** আন কিবা কথা উলিয়াই কোনো কথা পাহৰোৱা বা পাচ পেলোৱা to get a topic put off or forgotten by introducing some other matter in con ersation

**কথা দি কথা লোৱা** 'কথা কিনা' চোৱাঁ।

**কথায় কথায়** (১) কথাইপতি at every word (২) কথাৰ চলত অন্য কথাৰ সম্পৰ্কত অন্য কথাৰ লগতে যেনে কথায় কথায় এই কথাও ক'লোঁ by the bye

**কথাৰ আঁত** কথাৰ সূত্ৰ এটা কথাৰ পাচত ক ব লগীয়া ইটো কথাৰ মূৰ যেনে কথাৰ মাজত কথা উলিয়ালে কথাৰ আঁত হেৰায় the thread of speech the links of thought in a speech **কথাৰ আঁট** কথাৰ বান্ধ বা যুক্তি the arguments or reasonings in a speech **কথাৰ কথা** কথাৰ লগৰ কথা অৰ্থাৎ যুক্তিযুক্ত কথা লেখত ল'ব লগীয়া কথা মানিবলগীয়া কথা a speech or word that counts **কথাৰ চল** এটা কথা কওঁতে তাৰ লগতে আন এটাও ক'বলৈ পোৱা সুযোগ the opportunity to put in a new topic in a talk **কথাৰ চিৰি** (চিৰি = শ্ৰী) কথাৰ ৰূপ বা গঢ the mode of a speech **কথাৰ ছেও** কথাৰ গতি বা ভাও the way of a talk the way in which something is said **কথাৰ ঠেও** কথাৰ লগৰ অঙ্গিভঙ্গি the gestures accompanying a speech **কথাৰ ধাৰ** কথাৰ ঢাল যেনে কথাবাৰ বেয়া ধাৰে গ'ল ধাৰত পেলাই কথা কৰাঁ the trend or drift

of a talk **কথাৰ পাক** কথাৰ পকোৱাপকি ভাব বা মেৰ্‌পাক diplomacy in a speech **কথাৰ পাকত** কথা কওঁতে অকস্মাৎ অর্থাৎ টলকিব নোৱাৰাকৈ যেনে কথাৰ পাকতে নকওঁ বোলা কথাও ওলাই পৰিল in an unguarded moment in course of a talk **কথাৰ পেঁচ** 'কথাৰ পাক' চোৱাঁ। **কথাৰ প্ৰসঙ্গত** কথাৰ লগতে in course of conversation **কথাৰ প্ৰাস** 'কথাৰ সুৰ' চোৱাঁ। **কথাৰ মাত** তর্কৰ কাৰণে মানি লোৱা কথা যেনে কথাৰ মাতটোহে কৈছোঁ এইটো জানিবা মোৰে বস্তু an assumption for the sake of argument **কথাৰ লাচ** 'কথাৰ চল' চোৱাঁ। **কথাৰ লৱজ্** কথাৰ ভাও বা ভাবা the mode or the form of language used in talk **কথাৰ সুৰ** কথাৰ ভাত গতি বা লক্ষণ the tone of a speech

**কথাৰ মালিহা মৰা** (মালিহা মৰা = কিনিবৰ মন নথকাতো মিছাতে দৰ ভাও কৰা) যি কাম কৰিবৰ মন নাই, মিছাতে তাৰ কথা কৈ কাল কটোৱা wasting time by talking over something without meaning to do it

**কথাৰ মূৰত কথা** লোকে কোৱা কথাৰ ক্ষিপ্ৰ আৰু উপযুক্ত উত্তৰ a prompt and fitting reply

**কথাৰ লগৰ কথা** 'কথাৰ কথা' চোৱাঁ।

**কন্যাকাল হোৱা** পুষ্পিতা হোৱা ভোলনি হোৱা to have menses

**কপাল উঠা** সৌভাগ্য উদয় হোৱা to have good luck or ascending stars **কপাল গুণীয়া** কপালৰ গুণত হোৱা ordained by fate

**কপাল ফুটা** সৌভাগ্য নষ্ট হোৱা দুৰ্কপলীয়া disappearing of fortune unfortunate ill lucked **কপাল ফুলা** কপাল প্ৰস্ফুটিত হোৱা সৌভাগ্যৰ দিন হোৱা to be blessed by fortune

**কপালত থকা** দৈৱৰ দ্বাৰা নিৰ্দিষ্ট destined by fate

**কপাল বেয়া হোৱা** দুর্ভাগ্যৰ দিন হোৱা getting unlucky or evil days **কপাল মুকলি হোৱা** দুর্ভাগ্য গুচি সৌভাগ্যৰ দিন উদয় হোৱা getting lucky days after an unlucky period

**কপালে আঁটা** কপালে জোৰা অর্থাৎ কপালত থকা যেনে কপালে আঁটিলে মাটি খোঁচৰোতেও সোণ পায় to have been fixed by Destiny

**কপাহু চন্দিয়াৰ নজলা** আনকি কপাহো চন্দিয়াৰ নজলা। এতেকে সকলো লাগতিয়াল কামৰ অপাত্ৰ worthless incapable of doing any useful work whatever

**কপৌ ছেলোৱা দিয়া** কপৌ আদি চৰাইৰ ওভোতাই ছাল ছেলোৱাৰ দৰে মানুহৰ কাণসঁতাৰ চুলি ওপৰলৈ ঘহাঁ বা আজোৰা। তেনে কৰিলে বৰ দুখ পায় to pull upwards by the hair on the temple

**ক'বলৈ ঠাই নাই** ইমান ক'ব লাগিব যে কোৱাখিনি থ'বলৈ ঠায়ে নোজোৰে। এতেকে অতিশয় যেনে তাজমহল এনে ধুনীয়া যে ক'বলৈ ঠাই নাই (অর্থাৎ অতিশয় ধুনীয়া) cannot be described in words

**কবুল কৰা** সৈ কঢ়া to admit or confess

**কম-বেচ** অলপ তাকৰ বা সৰহ more or less

**কমৰ বন্ধা** 'কঁকালত টঙালি বন্ধা' চোৱাঁ।

**কৰ্কৰি জলদিয়া** মৃতকৰ সূক্ষ্ম দেহৰ শান্তিৰ উদ্দেশ্যে মৰাৰ দহ দিনলৈকে এঁৰা গাখীৰ আৰু চেঁচা পানী নিবেদন কৰা to offer milk and cold water for cooling the astral body of a deceased person up to the tenth day after death

**ক'ৰ পানী কেনি যায় চোৱা** ঘটনাৰ সোঁত বা গতি নিৰীক্ষণ কৰা to watch the progress of events

**ক'ৰবাৰ কোনোৱা** কোনোবা ঠাইৰ কোনোবা মানুহ অৰ্থাৎ অচিনাকি বা নিলগীয়া মানুহ a stranger

**কৰম-কানিৰ অধিকাৰী** (কৰম = শ্ৰাদ্ধ কানি = কাপোৰ অৰ্থাৎ বাপেক মাক মৰিলে পুতেকে মুৰত বন্ধা পথালি গামোচা) মৰিলে শৰাধ কৰিবলৈ আৰু মুৰত পথালি গামোচা বান্ধিবলৈ অধিকাৰ থকা মানুহ অৰ্থাৎ বিধিমতে উত্তৰাধিকাৰী a legal heir

**কৰি খোৱা** নিজে পৰিশ্ৰম কৰি জীৱিকা নিৰ্বাহ কৰা being supported by on own labour

**কল-গুটি খোৱা বঙাল** প্ৰবাদ আছে বোলে কেতিয়াবা কোনোবা এটা বঙ্গদেশীয় মানুহে, পোৰাতে অসমলৈ আহি, জালুক বুলি ভাবি আঠীয়া কলৰ গুটি খাইছিল। তেতিয়াৰে পৰা এই বাক্য বঙ্গদেশৰ মানহক ইতিকি কৰি কোৱা হয় th ph ase i us d in ridicul ng a Bengalee a it is sa d that in th past time some Bengale at plantain ds n A sam mi taking the sam for black p pper

**কলতলীয়া বাঁহতলীয়া** কল তলত বা বাঁহ তলত থকা। এতেকে একো নজনা চহা ignorant and uncouth **কলতলে বাঁহতলে** কলৰ তলত আৰু বাঁহৰ তলত অৰ্থাৎ য'তে ত'তে সকলো ঠাইতে যেনে আজিকালি শিক্ষিত মানুহ কলতলে বাঁহতলে হৈছে, অৰ্থাৎ সকলো ঠাইতে পোৱা যায় anywhere and e erywhere

**কল্ পুলিৰে বিয়া হোৱা** বিয়া এটা শাস্ত্ৰীয় সংস্কাৰ বিয়া নকৰালে মানুহ অশুচি হৈ থাকে। সেই দেখি বুঢ়া কাললৈকে আবিয়ৈ হৈ থকা তিৰোতাই, শুচি হ বলৈ শেহ বয়সত কল পুলি এটা আগত থৈ হোম পুৰি তাতে বিয়া সোমায়। তাকে কল পুলিৰে বিয়া হোৱা বোলে to observe the formality of marriage at an old age by marrying a plantain tree (this was actually done among the ignorant people for it was regarded as a sin to remain unmarried for the whole life)

**কল বঢ়া** (কল = আকেল সাহ) সাহ বঢা পিত বঢা অৰ্থাৎ কোনো বেয়া কাম কৰি আকৌ তেনে কৰিবলৈ সাহ বৃদ্ধি হোৱা যেনে চুৰ কৰি কৰি চোৰৰ কল বাঢ়ে to be emboldened to do a wrong having done similar wrongs befor

**কলগ্ৰহ লগা** (কল্ = গল) গলগ্ৰহ লগা চোৱাঁ। **কলগ্ৰহ হোৱা** একে অৰ্থ।

**কলপ্ কটা** অসিদ্ধ হোৱা যেনে অলপতে কলপ্ কটা to fail

**কলম তিওৱা** লিখিবলৈ হলে দোৱাতত কলম তিয়াব লাগে। এতেকে (১) অলপকৈ লিখা যেনে আজি দিনটো কলম তিয়াব পৰা নাই to write ju t a l ttl (২) লিখা পঢা কামৰ চাকৰি কৰা যেনে নাম-কটা মানুহে দুনাই চৰ্কাৰৰ ঘৰত কলম তিয়াব নোৱাৰে to er e a sawr ter

**কলমৰ খোঁচ** কিবা লিখিবলৈ হলে কলমৰে খুচি লিখিব লাগে এতেকে লিখিত কথা বা আদেশ the wr tt n matt r r a written order

**কলিজা খোৱা** আগ মগুহ খোৱা চোৱাঁ।

**কলি ধৰা** গছত গুটি হ'বলৈ কলি হোৱা ফলিওৱা to put forth buds **কলি পেলোৱা** একে অৰ্থ। **কলি মেলা** একে অৰ্থ। **কলি লগা** (১) 'কলি ধৰা' চোৱাঁ। (২) কুট নাট কৰা to set on against another by speaking tc each the ill of the other

**ক'লীয়া খেতৰ** সেই নামৰ ক'লা বৰণীয়া এবিধ ভূত এতেকে অতিশয় ক'লা বৰণৰ মানুহ a person of a very black complexion

**ক'লীয়া পানীত মেলা** দ্বীপান্তৰ কৰা to put to transportation as a punishment

**ক'লৈ যাওঁ গোপাল ক'লৈ যাওঁ কৃপাল লগোৱা** হে গোপাল মই ক'লৈ যাওঁ হে কৃপাল মই ক'লৈ যাওঁ এনে বুলি দুখ বা বেদনাত বিতত হোৱা এতেকে দুখ কষ্টত বিতত হোৱা to be restless in pain or sorrow

**কলং ঢেকী** (কলং = লেংলেঙীয়া দীঘল) গা গাৰী নোহোৱা লেংপেঙীয়া ওখ মানুহ a thin and disproport ionately tall person

**কষটিত মৰা** কষটি শিলত মাৰি চাই সোণৰ ভাল বেয়া বুজে। এতেকে বিশিষ্ট ৰূপে পৰীক্ষা কৰা to try well to exam ne carefully

**কষ্ট খোৱা** দীঘলীয়াকৈ প্ৰসব-কষ্ট ভোগ কৰা to ha e prolonged pangs of child birth

**কহুৱা চোৰ** কাহি থকা চোৰ কহুৱা চোৰ চুৰ কৰিবৰ অনুপযুক্ত কাৰণ সি কাহৰ বাবেই ধৰা পৰে। এতেকে কিবা কামৰ বাবে অনুপযুক্ত মানুহ one unfit for a particular work

**কাউৰী কুকুৰা মাটিত পৰা** ৰাতি অন্ত হোৱা মাত্ৰে কাউৰী আৰু বন কুকুৰা ডালৰ পৰা মাটিলৈ নামে। এতেকে অতি প্ৰত্যুষ যেনে কাউৰী কুকুৰা মাটিত পৰাতে খোজ ললোঁ dawning early morning

**কাউৰী-খোঁটা দিয়া** কাউৰীৰ দৰে খুঁটি আমনি কৰা। এতেকে মূৰত থপিওৱা মস্কৰা কৰা নিন্দা কৰা to strike slightly on the head to ridicule

**কাউৰী বাঁজী** কাউৰীয়ে জীৱনত মুঠেই এবাৰহে বিয়ায় বুলি প্ৰবাদ আছে। এতেকে এটা সন্তানৰ পাচত দুনাই সন্তান নোহোৱা তিৰোতা বিঁয়ে বাঁজী a woman that becomes barren after her first child

**কাউৰীয়ে কা কৰোঁতেই** নিচেই পুৱাতে early in the morning at day break

**কাউৰীয়ে কা-কা কৰা** নিচেই ৰাতিপুৱা হোৱা যেনে কাউৰীয়ে কা কা কৰোঁতেই শুই উঠিবা dawning

**কাউৰীয়ে ৰটা** কাউৰীয়ে কা-কা কৰাৰ দৰে ঘোষণা কৰা অৰ্থাৎ নীচ মানুহে লোকৰ বেয়া কথা ৰটনা কৰা তুচ্ spreading other s scandals cont

**কাউৰী-শগুণেও নোখোৱা** (১) কাউৰী শগুণে জঘন্য বস্তুও খায় সিহঁতেও ঘিণ কৰি নোখোৱা। এতেকে অতি ঘৃণনীয় বা শোচনীয় যেনে কাউৰী শগুণেও নোখোৱা অৱস্থা very deplorable or comtemptible (২) বহুত খাই খাই আমনি লগাত কাউৰী শগুণেও খাবলৈ এৰা। এতেকে প্ৰচুৰ সৰহ যেনে উজানৰ মাছ কাউৰী-শগুণেও নোখোৱা হৈছে very abundant or plentiful

**কাঁড় মৰাদি মৰা** কাঁড়ৰ দৰে বেগেৰে গতি কৰা to shoot like an arrow i e ery swiftly

**কাকুতিত গছৰ পাত সৰোৱা** এনেকৈ কাকুতি কৰা যে সেই কাকুতি শুনি গছ গছনিয়েও পাত সৰাই দি সহানুভূতি দেখুৱায়। এতেকে অতিপাতকৈ কাকুতি কৰা entreat with great supplication

**কাচ্ পাৰ কৰা** (১) ভালকৈ সাজ পাৰ পিন্ধা to dress properly (২) সাজু হোৱা to be ready

**কাছুটি এৰা** (কাছুটি = কঁকালত পিন্ধা কাপোৰ) কামত বৰকৈ ব্যস্ত থাকোঁতে কাছুটি সুলকিলে তাক ভালকৈ ল'বলৈ গাত তৰণি নেথাকে বেমাৰত বিচেষ্টা হ'লেও তেনে হয়। এতেকে বিতত বা বিচেষ্টা হোৱা তৰণি নথকা হোৱা to be restless or senseless **কাছুটি লোৱা** কাছুটি পিন্ধিবলৈ লোৱা অৰ্থাৎ ল'ৰা অৱস্থাৰ পৰা ডাঙৰ হোৱা to reach the age at which one feels ashamed to remain nacked to pass the period of childhood

**কালত গাভৰু গাৰি কাটোৱা** বিয়া নোসোমোৱাকৈ গাভৰু বয়স পাৰ কৰা (অকল তিৰোতাত খাটে) to pass one s youth or prime of life

without marrying (appl only to women)

**কাটিলে বাঁহ পৰে মেলিলে হাঁহ চৰে** নিচেই ওচৰতে অৱস্থিত situated at close proximity

**কাঠ** কাঠৰ সাঁজুলিলে কাঠেই মূল বস্তু। এতেকে মূল গুৰি আঁতি গুৰি যেনে ভাল কাঠ চাই হোৱাদী আনিবাঁ the origin of a person or a family **কাঠ কটা** দুখ বন কৰা to do hard task **কাঠ কঠুৱা** কাঠৰ দৰে টান বা কঠুৱা। এতেকে (১) নিৰ্দয় cruel hard hearted (২) আপঁইতা immature **কাঠ কলি** কাঠৰ দৰে টান হৈ থকা ফল কলি altogether immature unripe (appl to fruits) **কাঠ কুঠাৰ** কাঠৰ দৰে বা কুঠাৰেৰেহে কাটিব পৰাৰ দৰে টান। এতেকে (১) তেনেই আপঁইতা quite immature or unripe (২) অমাৰ্জিত বা নিষ্ঠুৰ ignorant raw uncouth cruel **কাঠ চিত্ত** নিমৰমিয়াল বা নিষ্ঠুৰ অন্তৰ cruel or unkind heart **কাঠ চিতীয়া** নিমৰমিয়াল বা নিষ্ঠুৰ অন্তৰৰ hard or cruel hearted **কাঠ-চেঁউৰী** গাভিনী হ'বৰ বয়স নোহোৱা চেঁউৰী a young animal not reaching the age of conceiving a calf **কাঠ বন্ধা** কাঠৰ দৰে টান হৈ হেঁকটিয়া বন্ধা to form into a corn **কাঠ বাঁজী** মূঠেই সন্তান নোহোৱা বাঁজী তিৰোতা quite a barren woman **কাঠ বুকু** 'কাঠ চিত' চোৱাঁ। **কাঠ মৰা** 'কাঠ বন্ধা' চোৱাঁ। **কাঠ মাছ,** কাৱৈ গড়ৈ শ'ল আদি বোকাত থকা টান বিধৰ মাছ fishes of the hard species as named above **কাঠ-সংস্কাৰ** কাঠ বাঁহ আদিৰে মৃত দেহক খৰি দিয়া কাৰ্য্য cremation **কাঠ হাঁহি** কঠুৱা হাঁহি অন্তৰত সন্তাৱ নথকা হাঁহি a sardonic smile

**কাঠ ফটা জ্বৰ** গাত কাঠ দিলে তাপত সিও ফাটি যায় এনে জ্বৰ অৰ্থাৎ টান বা শকত জ্বৰ a high fever

**কাঠৰ মুঢ়া** গছ কাটি আনি এৰি থৈ অহা মুঢ়াটো। এতেকে কামৰ অযোগ্য আৰু হকা বধা নকৰা সাক্ষীস্বৰূপ মানুহ a non interfering person who is of no use for any practical purpose

**কাণ উনোৱা** কাণ থিয় কৰি টলকা মাৰি শুনা অৰ্থাৎ সজাগ হোৱা to be alert **কাণ-কটা** নিলাজ নিধক অপমানলৈ বা লোকে বেয়া বোলালৈ ভয় নকৰা shameless regardless of censure ridicule or insult **কাণ কৰা** মনোযোগ কৰা to pay attention **কাণ গধুৰ** কাণেৰে ভালকৈ নুশুনা short of hearing **কাণ চুওৱা** কাণত স্পৰ্শ কৰোৱা অলপকৈ শুনাই থোৱা to report briefly **কাণ দিয়া** কাণ প্ৰয়োগ কৰা অৰ্থাৎ মন দি শুনা to hear with attention **কাণ পতা** 'কাণ দিয়া' চোৱাঁ। **কাণ পৰা** কাণ আকৃষ্ট হোৱা কাণে হঠাৎ শুনিবলৈ পোৱা যেনে দূৰত গোৱা গীতটোত কাণ পৰিল to have the ear attracted by a sound **কাণ পেলোৱা** 'কাণ দিয়া' চোৱাঁ। **কাণ বাগৰা** এজনৰ কাণৰ পৰা আন এজনৰ কাণলৈ বাগৰি যোৱা অৰ্থাৎ ইজনৰ পৰা সিজনকৈ প্ৰচাৰিত হোৱা to pass from one s ears to another s

**কাণ-তলীয়া চৰ** কাণৰ তলতে মৰা অৰ্থাৎ কাণ তাল মাৰি যোৱাকৈ মৰা চৰ তাল্‌বাল্ খুওৱা চৰ a severe slap below the ear

**কাণ-মূৰ কৰা** কাণ আৰু মস্তিষ্ক প্ৰয়োগ কৰা অৰ্থাৎ মনোযোগ কৰা to attend to to apply attention **কাণ মূৰ জোকৰা** ইতৰ জন্তুৱে শোৱাৰ পৰা উঠি কাণ মূৰ জোকাৰি কামলৈ সাজু হয়। এতেকে আলস্য এৰি কামলৈ সাজু হোৱা to shake off laziness and be prepared for work **কাণ-মূৰ থিয় কৰা** সজাগ হোৱা to be alert **কাণ-মূৰ নাইকিয়া** কাণ কটা আৰু মূৰ খুৰোৱা। আগৰ দিনত জঘন্য অপৰাধৰ বাবে তেনে দণ্ড কৰি লাজ

দিছিল এতেকে নিলাজ নিধক shameless কাণ-মূৰ নবোৱা 'কাণ মূৰ জোকৰা' চোৱাঁ।

**কাণ সৰালি মৰা** গোপনে তলকা মাৰি শুনা to listen secretly and silently

**কাণ্সাৰ এৰা** কাণ কৰিবলৈ এৰা মনোযোগ বা যত্ন নকৰা হোৱা to cease to mind or take care of **কাণসাৰ কৰা** কাণ কৰা মনোযোগ বা যত্ন কৰা to mind to attend to or take care of

**কাণত ধৰা** (১) কোনো কাম আগলৈ নকৰোঁ বুলি নিজে নিজৰ কাণ মোহাৰি প্ৰতিজ্ঞা কৰা to resol e by pulling one s own ears not to repeat a thing (২) লোকৰ কাণ মোহৰা to pull others by the ear **কাণত নোসোমোৱা** ইমান ডাঙৰ যে কাণৰ বিন্ধাত নোসোমায় অৰ্থাৎ অসম্ভৱ বিশ্বাসৰ অযোগ্য incredible not worth believing **কাণত পৰা** আপুনি আহি কাণত প্ৰবেশ কৰা কাণৰ গোচৰ হোৱা to reach the ear **কাণত পেলোৱা** শুনোৱা যেনে এই কথা হাকিমৰ কাণত পেলাব লাগিব to report to **কাণত বজা** ধাতুৰ পাত্ৰ আদিৰ বাজন শুনি ভাল-বেয়া বুজা যায় সেই দৰেই, শুনি যাওঁতেই মিছা বুলি জনা যেনে গছত গৰু উঠা কথা কাণত বাজি যায় to sound in the ear i e to seem incredible on hearing

**কাণত মন্ত্ৰ দিয়া** গুৰুৱে শিষ্যক কাণে কাণে ইষ্ট মন্ত্ৰ দিয়ে সেইদৰে মনে মনে কুমন্ত্ৰণা দিয়া to give ill advice secretly

**কাণি-দুৱৰী** অলপ বেঙাই বা মেল খাই থকা (দুৱাৰত খাটে) যেনে দুৱাৰখন কাণি দুৱৰী হৈ আছে half opened (appl to a door)

**কাণি মুনি দিয়া** কাণি মুনি খেলত কৰাৰ দৰে 'মোৰ গাত দোষ নাই' বুলি চকু মুদি লাঠী জোকৰা। এতেকে ফলাফলৰ বাবে দায়ী নহওঁ বুলি শৰণ দি উধামুধাকৈ কোনো কাম কৰা to do anything rashly declaring one s non liability for the result

**কাণে কাণ মাৰিয়ে** কাণে কাণে মূৰে মূৰে কথমপি যেনে কাণে কাণমাৰিয়েহে সময়ত পালোহি narrowly barely

**কাণে কাণে** (১) দাঁতিয়ে দাঁতিয়ে যেনে আলিৰ কাণে কাণে মানুহ বহিছে along the side (২) 'কাণে কাণমাৰিয়ে' চোৱাঁ। (৩) কাণতে মুখ লগাই অৰ্থাৎ ফুচ্ফুচাই যেনে জেকে নুশুনাকৈ কাণে কাণে ক'লোঁ in a whisper

**কাণে নাকে খোৱা** বৰল আদিয়ে একেলগে অনেকে কাণে নাকে কামুৰি বিতত কৰে। এতেকে জুমুৰি দি ধৰা বহুতে একেলগে আহকাল কৰা to be annoyed by many at a time

**কাণে নাকে মাত নোৱা** দুৰ্বল হ'লে কথাবোৰ কাণ আৰু নাকেদি ওলোৱা যেন লাগে। এতেকে কথা ক'বলৈ বল নোহোৱা হোৱা being unable to speak with strength by reason of weakness

**কাণে বজা** 'কাণত বজা' চোৱাঁ।

**কাণে বাহি যোৱা** 'কাণে বজা' চোৱাঁ।

**কাণে মূৰে খোৱা** 'কাণে নাকে খোৱা' চোৱাঁ।

**কাতি কৰা** অবহেলা বা অগ্ৰাহ্য কৰা যেনে মহন্তক কাতি কৰি দুষ্টক আদৰা to neglect or disregard **কাতি-শাঁতা** কাতি মাহৰ লাগী বৰষুণ continous rains in the month of কাতি। **কাতি হোৱা** কাতি হৈ পৰা। এতেকে টোপনি নহাকৈ দীঘল দি পৰি জিৰোৱা to lie down for rest

**কাতিকৈ চোৱা** কৃপা কটাক্ষ কৰা পুতৌ কৰা সহানুভূতি দেখুওৱা to sympathesise

**কাতিহা নসহা** (কাতিহা = কাতি হোৱা) বস্তু জোখোতে ভৰ সৰহ হোৱা ফালে তৰ্জু কাতি হয় তেনে কাতি হোৱা নসহা। অৰ্থাৎ লোকৰ ভাগ সৰহ হোৱা

বা লোকে অধিক সুবিধা পোৱা সহ্য নকৰা খেপ্ ধৰা যেনে তালযুৰীয়া ল ৰাই কোনেও কাৰো কাতিহা নসহে not brooking a preference given to others to be jealous

**কান্ পতা** লোকৰ কান্ধৰ ভাৰ ল বলৈ নিজৰ কান্ধ পাতি দিয়া। এতেকে সাহায্য কৰা বা কৰিবলৈ সাজু হোৱা যেনে পুতেক ডাঙৰ হ'লে বাপেকৰ ভাৰলৈ কান পাতে to assist or come forward to assist

**কান পেলোৱা** কাম কৰিবৰ মন নহ'লে গৰুৱে যুৰলিৰ পৰা কান পেলায় অৰ্থাৎ কান তললৈ নমায়। এতেকে কিবা কাম কৰিব নোখোজা বা কামলৈ উদ্যম নকৰা হোৱা to shirk work to cease to work with interest and energy **কান মৰা** এখনৰ পৰা ইখন কানলৈ ভাৰ সলাই লোৱা to hang a load from one shoulder to the other **কান সমনীয়া** নিজৰ কান্ধৰ সমান ওখ যেনে কান সমনীয়া ভাই as tall or high as one shoulder appl to a person (২) কানত সমানে সাঙ্গী ভাৰ ল ব পৰা ওখ tall enough to carry a load jointly with another by the shoulder **কান সলোৱা** (১) 'কান মৰা' চোৱা। (২) লোকক সকাহ দিবলৈ লোকৰ কান্ধৰ পৰা নিজৰ কান্ধলৈ ভাৰ লোৱা to take a load from another shoulder to one s own to give rest to the other

**কান্ সলনি দিয়া** 'কান সলোৱা (২)' চোৱাঁ।

**কানত উঠা** লোকৰ ওপৰত প্ৰভুত্ব চলোৱা to rule over others **কানত তোলা** অতিকৈ আশ্ৰয় দি লাই বঢ়োৱা to give excessive indulgance

**কানি তিতা মৰা** 'তিতা মৰা' চোৱাঁ।

**কানি পাণ খোৱা** পান কুটি লৈ কানিত সিজাই, জুইৰ তাপত শুকাই, ধোৱাঁ খোৱাত তাৰ ধুম পান কৰা to smoke opium

**কানি পান কৰা** কানিৰ ধোৱাঁ খোৱা। 'কানি পান খোৱা' চোৱাঁ।

**কানিয়ে কাছুটিয়ে যোৱা** কানিয়ে-কাপোৰে শৌচ হোৱা। ভয়ত বা ৰোগত ৰৰকৈ বিচেষ্টা হ'লেহে মানুহৰ তেনে হয়। এতেকে ৰৰকৈ বিচেষ্টা বা বিজ্ঞান হোৱা to be bewildered and restless in fear or illness

**কান্দনত গছৰ পাত সৰোৱা** ইমানকৈ কন্দা যে কান্দন শুনি গছেও পাত সৰাই দি সহানুভূতি দেখুৱায়। এতেকে অতিপাতকৈ কন্দা to cry and weep loudly and bitterly

**কান্দনি কলাইৰ ভাৰ** কান্দনি কলাই কেচুৱা ল'ৰাৰ এবিধ ৰোগ। এই ৰোগত ল ৰাই সদায় কান্দি থাকে। তাকে কান্দনি কলাই ভূতে পোৱা বোলে। সেয়ে এৰি যাবলৈ ল'ৰাৰ মোমায়েকে তিনিমুনি বাটত ভাৰ এখন থৈ আহেগৈ। তাত একাৰি কেচা কল এটা কল ডিল একোচা খৰি আৰু কেইটামান চপৰা দলি থাকে। সেই ভাৰকে কান্দনি কলাইৰ ভাৰ বোলে a load of the things stated above and left at the junction of three roads to please an evil spirit that is supposed to attack an infant and make it always cry excessively

**কান্দি ভাত খোৱা** (১) কেচুৱা ল ৰাই ভাত খাওতে ঠেহ্ পাতি কান্দে। এতেকে কেচুৱা অতি কম বয়সৰ of very tender age (২) ডাঙৰ শোক বা বেজাৰত মানুহে ভাত খাওতেও কান্দে। এতেকে অতি দুখ বেজাৰত কাল কটোৱা passing days in great sorrow or distress

**কান্দি বল জিকা** বলেৰে বা যুক্তিৰে নোৱাৰি কান্দনৰ দ্বাৰা সহানুভূতি আকৰ্ষণ কৰি জয়ী হোৱা to win or gain by weeping what one fails to achieve by strength or reasonings

**কাছুলি-জপা দিয়া** কাছুলি মাছ চেপেটা গুণে অলপ ঠাইতে বহুত জাপিব পাৰি। সেইদৰে কোনো বস্তু অলপীয়া ঠাইতে ঠাহ্ খুৱাই থোৱা putting too many things at a small place **কাছুলি লুটি দিয়া** কাছুলি মাছৰ দৰে লুটি খাই বাগৰ মৰা অৰ্থাৎ নিজৰ কথা বা নিৰ্দিষ্ট নীতি লুটিয়াই বাগি দিয়া changing a promise or fixed principle to suit one's own convenience

**কাপ্ খাই ধৰা** লিপিত খাই টানকৈ লাগি ধৰা খাজে খোপে খাই পৰা to adhere firmly or fit tightly

**কাম্‌বা কঢ়া** মৰিবৰ সময়ত দাঁত সৰাহি দি টানি উশাহ লোৱা biting the teeth and gasping for breath at the time of death

**কামৰ মানুহ** (১) সদায় কাম কৰিব লাগে দেখি আজৰি নোহোৱা মানুহ a busy person (২) কাম কৰিব পৰা মানুহ অৰ্থাৎ কামিলা বা পাৰ্গত মানুহ a competent person

**কামোৰ মৰা** কুকুৰ আদিৰ দৰে কামুৰি অপকাৰ কৰা। এতেকে অনিষ্ট সাধন কৰা to injure or harm

**কামোৰ মাৰি ধৰা** লিপিত খাই ধৰা অৰ্থাৎ একেবাহে লাগি থকা to stick to

**কামোৰা** হিংসাত নিন্দা কৰা বা মিছা দোষ অৰ্পণ কৰা তুচ t speak ill of a person or accuse out of malice cont

**কামোৰা-কামুৰি কৰা** পৰস্পৰ খিয়লা খিয়লি বা শত্ৰুতা কৰা quarrelling hating and harming each other

**কায়মনো বাক্যে** গা মন আৰু কথাৰে অৰ্থাৎ দেহে-কেহে সৰ্ব প্ৰকাৰে যেনে কায়মনো বাক্যে কৰা পুৰুষাৰ্থ with body mind and speech i e with heart and soul

**কাৰ দিন কাৰ ৰাতি** কিবা কথাত আৰি মাৰিলে এই বাক্য খাটে। কাৰ দিন আৰু কাৰ ৰাতি হয় তাক দেখা যাওঁক (জিকা জনৰ দিন আৰু হৰা জনৰ ৰাতি এই ভাব)। এতেকে অৰ্থ হ'ল — কোন জিকে কোন হাৰে চোৱা হওক let it be seen who wins and who loses

**কাৰ্য্যৰ মানুহ** কাৰ্য্যকুশল মানুহ কাৰ্য্যত বিচক্ষণ লোক a competent person a practical man or woman

**কাৰো মুখত কোনেও পানী দিব নোৱাৰা হোৱা** সকলোৰে বেমাৰ বাবে কেৰে কাকো শুশ্ৰূষা কৰিব নোৱাৰা হোৱা none being able to look after another by reason of illness of all

**কাৰো মূৰলৈ কোনেও চাব নোৱাৰা হোৱা** আটায়েই কষ্ট বা বিপদত পৰা বাবে কেৰে কাকো পুতৌ কৰিব নোৱাৰা হোৱা to be unable to help or pity others being every body in distress or danger

**কাল্ শত্ৰু** (কাল্ = যম) দুৰন্ত শত্ৰু a mortal enemy **কাল সংহতি** গোপাল আতাৰ প্ৰবৰ্ত্তিত প্ৰথামতে চলা সমাজ the sect that follows the rites prescribed by Gopal Ata

**কালক খোৱা** অতি অনিষ্টকাৰী যেনে কালক খোৱা মানুহ very injurious or mischievous

**কালৰ আপদ** কালোচিত আপদ অৰ্থাৎ যুগ ধৰ্মৰ মতে হ বলগীয়া অমঙ্গল an evil which is a sign of the times

**কাললৈ কথা থকা** কথা থকা (১) চোৱা। **কাললৈ কথা থোৱা** 'কথা থোৱা' চোৱা। **কাললৈ কথা ৰখা** 'কথা থোৱা' চোৱা। **কাললৈ কথা ৰখোৱা** 'কথা থোৱা' চোৱা। **কাললৈ কথা ৰোৱা** কথা থকা (১) চোৱা।

**কালিকা লগা** (১) মাহাত্ম্য বা মহিমা থকা জাগ্ৰত যেনে কালিকা লগা থান বা দেৱালয় having divine powers (২) ভূত লগা দেও লম্বা possessed by evil spirit

**কালে টনা** (কাল = যম মৃত্যু) মৃত্যুৱে টনা অৰ্থাৎ মৰণ ওচৰ চপা to be approached by death

**কাষবি কটা** একজলীয়া হৈ কাষেদি গুচি যোৱা to pass by the side

**কিং কৰ্তব্য বিমূঢ় হোৱা** কি কৰিব লাগে ঠিক কৰিব নোৱাৰি বিমোৰত পৰা to be perplexed not knowing what to do

**কিঞ্চিৎ কৰি বঞ্চিত নকৰা** 'বঞ্চিত নকৰি কিঞ্চিৎ কৰা' চোৱাঁ।

**কিতাপৰ পোক** অতিকৈ কিতাপ পঢ়ি থকা মানুহ a book worm

**কিবা কিবি** ই সি কিবা বস্তু অৰ্থাৎ, নজনা মনত নথকা বা সঠিককৈ ক ব নোৱাৰা ইটো সিটো বস্তু বা কথা যেনে কিবা কিবি খাই যাম কিবা কিবি বহুত দেখিলোঁ কিবা কিবি কৈছিল this or that one thing or another th ngs not exactly known remembered or ascertained

**কিবাখন কৰা** (১) কোনো কাৰ্য্য বেয়াকৈ বা অমনোযোগেৰে কৰা to do anything badly or indifferently (২) অস্বাভাৱিক ভাৱে আচৰণ কৰা যেনে নৰিয়াই কিবাখন কৰিছে t a t in an unnatural way **কিবাখন কোৱা** অযুক্তিসঙ্গত কথা কোৱা আগেয়ে কোৱাৰ লৰকৈ কথা কোৱা কথা সলোৱা to speak unreasonably to change words **কিবাখন গোৱা** (১) 'কিবাখন কোৱা' চোৱাঁ। (২) অসংলগ্ন কথা কোৱা ভ্ৰম বকা যেনে নৰিয়াই কিবাখন গাইছে to speak incoherently

**কিবা বুলিছেনে** কথাৰ মাজত কিবা পাহৰি গলে এই বাক্যৰ ব্যৱহাৰ হয়। ইয়াৰ অৰ্থ হৈছে— কথাটো কি পাহৰিছোঁ যেনে তাৰ নামটো কিবা বুলিছেনে— হৰি হ ব পায how you call it what i it called **কিবা বুলিবৰ** একে অৰ্থ। **কিবা বোলেনে** একে অৰ্থ।

**কিমান পানীৰ মাছ** সৰহ পানীৰ মাছ নহয এই ভাব বুজাইছে। পানী কম থাকিলে মাছে বল কৰিব নোৱাৰে তাক অনায়াসে ধৰিব পাৰি। এতেকে সৰহ শক্তি বা উপায় নথকা মানুহ a person of small power or resources

**কিমানৰ বহুতী** (বহুতী = বহন কৰিব পাৰতী) কিমান বোজা সহিবৰ সক্ষম? —অৰ্থাৎ, সৰহ সহ্য কৰিবৰ অপাৰগ ক্ষুদ্ৰ শক্তিৰ unable to bear much weight i e of limited resources power or capabilities

**কিম্বদন্তি** বহু কালৰে পৰা মানুহে মুখে মুখে কৈ অহা কথা প্ৰবাদ a tradition a saying orally transmitted from generation to generation

**কিম্ভূতকিমাকাৰ** কিং ভূত কি আকাৰ কি পদাৰ্থেৰে নিৰ্মিত আৰু কি আকাৰ তাক থিৰা কৰিব নোৱৰা। এতেকে পূৰ্বে নেদেখা নুশুনা অদ্ভুত নোহোৱা নোপজা (নিন্দাৰ্থে ব্যৱহাৰ হয়) যেনে কিম্ভূতকিমাকাৰ মানুহ strange the like of which has not been seen or heard before

**কিয়ামতৰ দিন** (মুং) ঈশ্বৰে সকলো মানুহৰ পাপ পুণ্যৰ বিচাৰ কৰা দিন the day of judgment

**কিৰিয়া কঢ়া** (কিৰিয়া = শপত) শপত খোৱা to swear **কিৰিয়া ধৰা** (কিৰিয়া = ক্ৰিয়া) 'ক্ৰিয়া ধৰা' চোৱাঁ।

**কিৰীলি পৰা** (কিৰীলি = ক্ৰীডা) ৰঙৰ চিঞৰ মৰা আনন্দত উচ্চ ধ্বনি কৰা to scream in delight **কিৰীলি মৰা** একে অৰ্থ।

**কিলৰ খাৰ খোৱা** সদায় মাৰকিল্ খোৱা to be beaten frequently

**কিলৰ গাৰু** গাৰুত যিমানেই কিল মৰা হয় সি দুখ নেপায়। এতেকে কিল্ সহিব পৰা দগধা মানুহ one callous of beating for having been beaten often **কিলৰ গাঁৰিশলি** গাঁৰিশলিয়ে সদায় থোৱাৰ খুন্দা খাই থাকে এতেকে সদায় কিল খাই সহজ হোৱা মানুহ one occustomed to beating

**কিলিংখা লগা** বাধা বিঘিনি বা অসুবিধা উদ্ভৱ হোৱা to be faced by an obstruction or inconvenience

**কিহবাই পোৱা** ভূত প্রেত আদি কিবা উপদেৱতা আহি গাত লগা to possesed by some evil spirit

**কিহে পাইছে,** কোন ভূতে পাইছে যেনে এনে উদ্ভুতালি কৰিবলৈ তোক কিহে পাইছে what evil spirit has possessed?

**কীর্তন কৰা** (১) ঈশ্বৰৰ মহিমা গাই উপাসনা কৰা to sing praises of God (২) গুণ বৰ্ণোৱা to praise

**কুঁচিয়া খোঁচা দিয়া** কুঁচিয়া মাটিৰ তলত থাকে তাক জোঙেৰে খুঁচি ধৰা হয়। এতেকে কুঁচিয়াক খোঁচাৰ দৰে খোঁচা অৰ্থাৎ ৰবাকে শাৰীৰিক যন্ত্ৰণা দিয়া to put to painful torture

**কুঁজাত ধৰা** (কুঁজা = নাঙল কুঁজ থকা বাবে) নাঙলত ধৰা অৰ্থাৎ কৃষি বৃত্তি অবলম্বন কৰা to take to the plough

**কুক্-ভা খেলা** এবাৰ কুক্ বুলি লুকাই, আকৌ ভা বুলি দেখা দি ধেমালি কৰা to play by once hiding and once appearing again

**কুকুৰ-টোপনি** কুকুৰৰ দৰে পাতল টোপনি very light sleep like that of a dog **কুকুৰ ধূলি** কুকুৰৰ ভৰিৰ ধূলিৰ নিচিনা হীন বা অপকৃষ্ট যেনে কুকুৰ ধূলি মানুহ very low or insignificant **কুকুৰ ধেমালি** কুকুৰৰ দৰে লেঙেৰ-পেঙেৰ বা লেঙেৰা লেঙেৰি fondling like the dog s

**কুকুৰ পিটা কৰা** 'কুকুৰী পিটা কৰা' চোৱাঁ।

**কুকুৰ-মৰণেৰে মৰা** কুকুৰ দৰে অযত্নত বা অব্যৱস্থাত মৰা to die neglected or uncared for like a dog

**কুকুৰা কাটি শপত খোৱা** আগৰ কোনো কোনো জাতিৰ মানুহে কুকুৰা চৰাই কাটি ডাঙৰ শপত খাইছিল। এতেকে অতি গুৰু বা অলঙ্ঘ্য শপত খোৱা to take an irrevocable oath

**কুকুৰা-ঠেঙীয়া আখৰ** কুকুৰাৰ ঠেঙৰ দৰে আগচী বেয়া আখৰ bad looking or ugly writing

**কুকুৰা ডাকতে** কুকুৰাই ডাক দিওঁতেই। এতেকে নিচেই পুৱাতে just at dawn

**কুকুৰীপিটা কৰা** কুকুৰক পিটন দিয়াৰ দৰে কৰা অৰ্থাৎ, ৰবাকে গালি-শপনি পৰা to abuse right and left **কুকুৰী পিটা দিয়া** ৰবাকে মাৰ্‌কিল্ কৰা to beat or thush soundly

**কুকুৰে কাঁইট নোখোৱা কৰা** কুকুৰ অজ্ঞান জন্তু মাছৰ কাঁইট তাৰ প্ৰিয় বস্তু। যেনে কৰ্কথনা কৰিলে অজ্ঞান কুকুৰেও তাৰ প্ৰিয় খাদ্য খাবলৈ এৰে তেনে কৰ্কথনা কৰা। এতেকে অতিশয় কৰ্কথনা কৰা to abuse or reproach severely

**কুটা এডাল দোভোখৰ নকৰা** এডাল কুটা দুডাল নকৰা চোৱাঁ।

**কুটা কঢ়িওৱা** (১) চৰায়ে বাঁহ সাজিবলৈ অনেক ঠাইৰ পৰা ভালে দিনে এডাল এডালকৈ কুটা সংগ্ৰহ কৰা to collect straws for building a nest (appl to birds) (২) অলপ অলপকৈ বহুদিনে ধৰি বহু ঠাইৰ পৰা বস্তু গোটোৱা to collect things in small quantities from various places during a long time **কুটা ছিঙা** এডাল কুটাকে ছিঙি দোভোখৰ কৰা। এতেকে (১) সম্পৰ্ক ছেদ্ কৰা কুশ ছিঙা to sever connection (২) অতি সামান্য কিবা অলপীয়া বন কৰা doing a very small work

**কুম্পানীৰ দিন** ভাৰতবৰ্ষক ইষ্ট ইণ্ডিয়া কুম্পানীয়ে শাসন কৰা কাল the period when India was under the East India company

**কুৰ্ণিচ কৰা** (মুং) ভৰি ছুই প্ৰণাম কৰা to bow down in respect touching one s feet

**কুকং কাবাং কৰা** শুই থকাৰ পৰা উঠিলে কুকং কাবাং শব্দ হয়। এতেকে গা লৰোৱা অৰ্থাৎ কামত হাত দিবলৈ উপক্ৰম কৰা to prepare to set hand to work

**কুকলি পিঠা** (কুকলি = এবিধ বাজনা) কুকলিত কোবোৱাৰ দৰে কোৱোৱা। এতেকে (১) ৰবকৈ মাৰ কিল কৰা to beat severely (২) ৰবকৈ চিঞৰি কাজিয়া কৰা quarrel in a loud voice

**কুৰুক্ষেত্ৰ কৰা** কুৰুক্ষেত্ৰ ৰণৰ বৰ হুলস্থুল হৈছিল আৰু কটা ছিঙা মানুহ দুনুহেৰে ঠাই ভৰিছিল। এতেকে হুলস্থুল লগোৱা আবৰ্জনাৰে ভৰাই ঠাই লেতেৰা কৰা to create disorder and confusion to make a place unclean with dirt and rubbish **কুৰুক্ষেত্ৰ কৰা** একে অৰ্থ।

**কুলাই পাচিয়ে নধৰা হোৱা** কুলা আৰু পাচি আদি পাত্ৰত থৈও বাটি থকা। এতেকে বৰ সৰহ হোৱা প্ৰচুৰ হোৱা to be over abundant

**কুলাবুঢ়ী ওলোৱা** বিয়াত সুবাগুৰি তুলিবলৈ যাওঁতে এজনী মানুহে কুলা এখন লৈ নাচি যাব লাগে তাকে কুলা বুঢ়ী বোলে। এতেকে বহুবালি কৰা নাচনী উঠা to play the clown

**কুলা মৰা** কুলাৰে ঢাকোন মৰা। এতেকে কথাৰ মাজত কিবা গুপ্ত কথা ওলালে তাক কৌশলেৰে গোপন কৰা বা তল পেলোৱা to conceal anything confidential that accidently comes out in conversation

**কুলাৰে জৰা চালনীৰে চলা** জাৰি চালি চাউল আদিৰ তুঁহ পতান গুচায়। এতেকে কথা পৰীক্ষা কৰি তাৰ মিছা অংশ বাদ দিয়া যেনে মিছলিয়াৰ কথা কুলাৰে জাৰি চালনীৰে চালিহে পতিয়াবাঁ to scrutinise a statement o reject its false portions

**কুশ ছিঙা** 'কুটা ছিঙা (১) চোৱাঁ।

**কুট লগা** 'কলি লগা (২) চোৱাঁ।

**কূপ মণ্ডুক** নাদৰ ভেঁকোলা। নাদৰ ভেঁকোলা সদায নাদতহে সোমাই থাকে গতিকে সি বাহিৰৰ একো কথা নেজানে। এতেকে বহিৰ্জগতৰ কোনো কথা নজনা অজ্ঞ মানহ an ignorant person having no knowledge whatever of the outside would

**কেই আখি কলৰ ভকত** কেই আখি কল খাব পাৰোঁতা অৰ্থাৎ সৰহ কল খাবৰ ক্ষমতা বা শক্তি নাই, এই ভাব। এতেকে সৰহ শক্তি নথকা অল্প শক্তিৰ ক্ষুদ্ৰ ক্ষমতাৰ of limited power resources or capabilities

**কেই ছাটি পানীৰ মাছ** কেই ছাটি মান পানী সিঁচিলেই ধৰিব পৰা মাছ। 'কিমান পানীৰ মাছ চোৱাঁ।

**কেও কিছু নোহোৱা** কোনো সম্পৰ্কীয় মানুহ নথকা সংসাৰত অকলশৰীয়া one having no relatives in the world

**কেওমেও কৰা** মেকুৰীৰ দৰে গা বেঁকাই, মেও মেও কৰি ভৰিৰ গুৰিত লুটিপুটি কৰা। এতেক নীচ ভাবে কাকুতি মিনতি কৰা suppl cating with ser ility

**কেং-কেঙোৱা** কুকুৰৰ দৰে কে কেং শব্দ কৰা অৰ্থাৎ বকি থকা (তুচ্ছাৰ্থে) to bark like a dog i e to speak unpleasant things cont **কেং কেঙাই থকা** একে অৰ্থ।

**কেঁ-কোঁ-কাঁ-কা কৰি থকা** পাৰ চৰায়ে কোঁ কোঁ কৰি নিজৰ বহাত নিৰ্বিবাদে যোৰ পাতি থাকে। সেই দৰেই, লৰা তিৰোতা লৈ নিজৰ ঘৰত শান্তিৰে দিন নিওৱা to live with family at ones own home in peace and tranquility

**কেঁকোৰা খোলা দিয়া** কেঁকোৰা পোৱালীয়ে পেটত থাকোঁতেই মাকৰ মগুহ খুলি খুলি খায়। সেইদৰে খোৱাৰ বাবে মাকৰ মাত্ৰ খোলাটোহে থাকেগৈ আৰু মৃত্যু হয়। এতেকে ধন বস্তু চুঁচি নি লোকক সৰ্বস্বান্ত কৰা to ruin a person by constantly drawing on his resourc s

**কেঁকোৰা গাঁত বিচৰা** ভয়ত লুকাবলৈ কেঁকোৰাৰ গাঁত বিচৰা। এতেকে ভয়ত বিকল হোৱা ব্যং যেনে তোমাৰ ভয়ত আমি কেঁকোৰা গাঁত বিচাৰিছোঁ (অৰ্থাৎ

তোমালে সমূলি ভয় কৰা নাই) to search for a crab hole in fear i e a safe place for hiding Irn

**কেঁকোৰা-চেপা দিয়া** কেঁকোৰাৰ চেপা বৰ টান আৰু তাক বেগত এৰুৱাব নোৱাৰি। এতেকে স্বাৰ্থ সিদ্ধিৰ বাবে লোকক নেৰা-নেপাৰাকৈ টানি ধৰা putting utmost pressure in order to squeeze or extract something from a person

**কেঁকোৰা নাঙলত ধৰা** 'কুজাত ধৰা চোৱাঁ।

**কেঁচাই খাতী** শদিয়াৰ তাম্রেশ্বৰী গোঁসানী তেও বৰ খঙাল বুলি প্ৰখ্যাত। এতেকে অতি খঙাল উগ্ৰ স্বভাৱৰ তিৰোতা a woman of a fierce temperament **কেঁচাই-খোৱা** নিসিজোৱাকৈ খাব পৰা যেনে কেঁচাই খোৱা আলু eatable in a raw state i e without being ooked

**কেঁচা কিল** টানকৈ কৰা মাৰ কিল্ severe beating **কেঁচা জলপান** পকান্ন নথকা জলপান refreshments consisting of things other than cooked corn of any kind **কেঁচা শাল** থিতাতে মাত্র গাত সোমোৱা হুল্ বা জেং। এতেকে লোকে সৈতে মিলিব নোৱাৰা আমঠ বা অবুজন মানুহ a disagreeable self w lled or obstinate person

**কেঁচা পকা নবছা** এইটো পকিছে, খাব লাগে বা সেইটো পকা নাই খাব নেলাগে এনে বিচাৰ নকৰা। এতেকে ল'ৰা বুঢ়া বিচাৰ নকৰা যেনে জহ্নীয়ে কেচা পকা নেবাছে to make no consideration of tender or advanced age (as an epidemic in attacking people)

**কেঁচা ৰণত পৰা** ৰণৰ প্ৰথম অৱস্থাতে নিপাত হোৱা। এতেকে কোনো সঙ্কটৰ প্ৰথম খুন্দাতে বিনষ্ট হোৱা to succumb to the very first shock of an attack

**কেঁচালি কৰা** কেঁচা আচৰণ কৰা অৰ্থাৎ অবুজনৰ কাম কৰা to act in a self willed or unreasonable way

**কেচুটো হোৱা** কেঁচুৰ দৰে লেও সেও হোৱা অৰ্থাৎ, হীন ৰূপে বশীভূত হোৱা to be cringing with servility

**কেঁচেলা-কেঁচেলি কৰা** গাটো অকাই পকাই লখোৱা বা কোঁচ খুৱাই আকৌ দীঘল কৰি লৰোৱা to twist and stretch the body

**কেঁত কৰা** দুখ বা যন্ত্ৰণা পোৱাৰ চিন দেখুওৱা to show signs of being pained

**কেঁৰা কুঁজা ভঙা** আঁৰ মৰা আসোঁৱাহ নথকা কৰা to make faultless by retouching

**কেৰা ভঙা** 'কেঁৰা কুঁজা ভঙা চোৱাঁ। **কেঁৰা মৰা** একে অৰ্থ। **কেঁৰা লগা** আঁৰ লগা আউল লগা to be not of order to be intertwined

**কেএৰা আঙুলিৰ যোৰ লব নোৱাৰা** গোটেইটো শৰীৰ নেলাগে অকল কেএৰা আঙুলিটোৰ সমান হ'ব নোৱাৰা। এতেকে সমূলি যোৰ মাৰিব নোৱাৰা তেনেই অসমকক্ষ হোৱা to be hopelessly unfit to vie with

**কেএৰা বনৰ দৰে সিপোৱা** কেএৰা বনে শিপা বঢ়াই বহুত ঠাই জুৰি ধৰে। এতেকে ক্ৰমশঃ অধিকাৰ বিস্তাৰ কৰা to spread influence or strengthen position gradually

**কেতেৰা জেঙেৰা কৰা** 'কেটেৰা মৰা চোৱাঁ।

**কেটেৰা মৰা** জোকোৰা মাৰি কথা কোৱা to speak angrily and abruptly

**কেটেঙা মৰা** 'কেটেৰা মৰা চোৱাঁ।

**কেনা লগা** পোকে বিন্ধা। এতেকে আঁৰ লগা বেয়া হোৱা যেনে যঁতৰত কেনা লগা মোৰত কেনা লগা কথাত কেনা লগা to be not of order to be faulty

**কেৰামতালি কৰা** টিঙিল্ ঘিলোৱা মহতালি কৰা নিজৰ যোগ্যতা দেখুৱাই

কিতাহি কৰা; to be indulging in showing skill strength power or capacity

**কেৰেঙ কৰা** (১) কেৰাহিকৈ চোৱা। এতেকে গ্ৰাহ্য কৰা to have a regard for (২) দুখ বা কষ্ট বুলি মনা যেনে এইখন ভাৰ নিবলৈ সি কেৰেউকে নকৰে to feel as a burden or a pain

**কেৰেপ কৰা** 'কেৰেউ কৰা' চোৱা।

**কেৰোণ লগা** কেৰোণে ধৰা অৰ্থাৎ কুৰ্বুধালিয়ে ধৰা যেনে তাৰ স্বভাৱত কেৰোণ লাগিছে to be attacked by canker i e to be corrupted by mischievous propensities কেৰোণে খোৱা একে অৰ্থ কেৰোণে ধৰা একে অৰ্থ।

**কেল্‌কেলাই থকা** কাউৰীৰ দৰে কেল্‌কেল্ শব্দ কৰি থকা অৰ্থাৎ অপ্ৰীতিকৰ ৰূপে বকি থকা to be babbling or prattling

**কেলি কেন্দেলি কৰা** (কেলি = ধেমালি) 'কেহেলি কেন্দেলি কৰা' চোৱা।

**কেহেলি কেন্দেলি কৰা** (কেহেলি = কেলি ধেমালি কেন্দেলি = কন্দল অৰ্থাৎ ধেমালিৰ কন্দল) ধেমালি ধুমুলা ৰঙ তামচা কৰা ক্ৰীড়া কৰা to be indulging in merry making

**কোঁচ্ খোৱা** (১) সঙ্কুচিত হোৱা to be contracted (২) পাচ হোঁহকা ইতস্তত কৰা খেৰো-গেৰো কৰা যেনে বতৰ বেয়া দেখি যাবলৈ কোঁচ্ খাইছোঁ to hesitate **কোঁচ পতা** (১) সন্মানিত জনৰ হাতৰ পৰা কিবা বস্তু ল'বলৈ সন্মানেৰে আঁচল পতা to spread one s cloth to receive something given by a respected or revered person (২) বিনীত ভাৱে ভিক্ষা কৰা to ask humbly for a gift

**কোকালি কৰা** অতিকৈ কাবৌ কৰা to pray or entreat with supplication কোকালি পৰা একে অৰ্থ।

**কোকোহা পৰা** খীণাই শুকাই সৰু হোৱা to be reduced or emaciated

**কোজোৱা লগা** বিকচিনা লগা অশুচি বুলি আশঙ্কা লগা to entertain a suspicion regarding the cleanlines of anything

**কোনো কথা নাই** একো কথা নাই চোৱা। কোনো কথা হোৱা কোনো বিপদ ঘটা happening of a mishap

**কোনো কালে** কেতিয়াও কোনো কালতে যেনে এনে কথা কোনো কালে হোৱা নাই never at no time ever কোনো দিনে একে অৰ্থ।

**কোনোৱা ধুবুৰী** আগৰ দিনত অহা-যোৱাৰ সুবিধা নথকাত মানুহে ধুবুৰীকে বহুত দূৰ বুলি ভাবিছিল। এতেকে পূৰ্বে নেদেখা বহুত দূৰৰ ঠাই an unseen and very distant place কোনোৱা লঙ্কা একে অৰ্থ।

**কোবোৱা** দূৰৰ পৰা আঘাত বা আক্ৰমণ কৰা যেনে জুয়ে কোবোৱা টৌৰে কোবোৱা ধ্বনিয়ে কোবোৱা to strike or attack from a distance

**কোমল কণ্ঠা** কথা বা ব্যৱহাৰত প্ৰথমে টান হৈ, পাচত লাহে লাহে কোমল ভাও ধৰা to tone down

**কোমল ধুন্দুলি** কোমল ধুন্দুলিৰ দৰে কোমল বা আলসুৱা অৰ্থাৎ সুখীয়া মানুহ a tender or delicate person ne er used to hardship

**কোৰ্বানি কৰা** (মুং) কোনো পশু হত্যা কৰি ধৰ্মৰ অৰ্থে তাৰ মঙহ লোকক বিলাই দিয়া to kill an animal and distribute its meat to people for a religious purpose

**কোৰ মতা** ৰোগক মাতি অনা অৰ্থাৎ ৰোগ হ'ব পৰা আচৰণ কৰা to court illness

**কোৰ বন্ধা** (কোৰা = সাঙ্গীভাৰ) সাঙ্গী কৰা সাঙ্গী ভাৰত বহন কৰা to carry anything on a pole on the shoulders of two or more

persons
**কোৰোণাৰে চপোৱা** (কোৰোণা = মৰণাৰ ধান চপাবলৈ কোৰৰ আকৃতিৰ কাঠৰ যন্ত্ৰ) কোৰোণাৰে চপাওঁতে একে বাৰতে বহুত ধান চাপ খায়। এতেকে সৰহ সৰহকৈ উপাৰ্জন কৰা একো একো বাৰতে সৰহীয়াকৈ গোটোৱা to earn or gather large quantities at a time
**কোৱাই কোৱা** কাউৰীয়ে কোৱা কোৱা কৰাৰ দৰে নীচ লোকে মিছাকৈয়ে লোকৰ বেয়া কথা ৰটনা কৰা যেনে কোৱাই কৈ থাওক তালৈ কাণ নকৰিবাঁ crowing like the crows i e falsely circulating an infamy or a scandal
**কোৱা-মোৱা লগা** (কোৱা মোৱা=আন্ধাৰ) আন্ধাৰ মুধাৰ লগা অৰ্থাৎ পেপুৱা বা বিবুদ্ধি হোৱা to be bewildered
**কোৱাৰ কা ঝিলীৰ ঝাঁ নোহোৱা** আন কি কাউৰীৰ কা বা ঝিলীৰ ঝাঁ শব্দও নোহোৱা অৰ্থাৎ সম্পূৰ্ণ নিস্তব্ধ যেনে কোৱাৰ কা ঝিলিৰ ঝাঁ নোহোৱা ঠাই perfectly silent without the l a t sound (appl to a place)
**কোৱাৰি চেলেকা** ওঠ চেলেকা (১) চোৱা।
**ক্ৰিয়া কৰা** মান্যজন মৰিলে সংযমেৰে থাকি অশৌচ খটা to pass the mourning period with sober and austere living for the death of a respected relative **ক্ৰিয়া ধৰা** একে অৰ্থ।

# খ

**খং জৰা খ** প্ৰকাশ কৰা খঙত কোনো কাৰ্য্য কৰা to express anger to do anything out of anger **খং সৰা** মনতে উঠি থকা খ কোনো ঠাইত প্ৰয়োগ কৰি তাক গুচুৱা বা মাৰ নিওৱা যেনে বামক মাৰিবলৈ নাপাই, হৰিক মাৰিয়েই খং সাৰিলে to get rid of wrath
**খঁকত বগা চামনি পৰা** খঁকত সৰহকৈ খোৱা বাবে বেমাৰ পৰাতে গাৰ বগা ছাল ওলাই যোৱা অৰ্থাৎ অতি খঁতাহৰ বাবে ক্ষতিগ্ৰস্ত হোৱা to be a loser for excessive a arice or greed
**খঁটাসুৰ** সেই নামৰ এটা অসুৰ। এতেকে ডেওপৰা দুষ্ট মানুহ a wicked man of outrageous conduct
**খঁতিবা বন্ধা** ৰীতি বন্ধা সদায় নিৰ্দিষ্ট সময়ত কোনো কাম কৰিবলৈ নিয়ম কৰি লোৱা যেনে গধূলি গধূলি ৰৰমুণ দিবলৈ মেঘে খঁতিবা বান্ধি লৈছে to make a rule to do anything always at a particular time **খঁতিবা লগা** সহজ হোৱা একে বাহে সদায় ঘটিবলৈ লোৱা to become a habit or practice to happen always
**খঁৰা ডাবি** ডুখৰীয়া ডাবি অৰ্থাৎ অসাৰ ভয় প্ৰদৰ্শন an empty threat **খঁৰা ধুন** অসম্পূৰ্ণ ধুন কুৰুচিৰ ধুন পখৰা ধুন distastful decoration uncongruous fashion
**খঁৰা নাকত লাজে ধৰা** লাজ নোহোৱা মানুহৰ খঁৰা নাক বুলি কয়। এতেকে নিলাজৰ লাজ লগা shameless person feeling ashamed
**খকজা লগা** সহজ নথকা বাবে কোনো কামত আচল লগা finding difficulty or inconvenience in doing anything for want of practice
**খকা খুন্দা কৰা** উখনা উখনি কৰা বিবাদ বা খৰিয়াল কৰা বাচ্যাবাচ্যি কৰা to altercate to exchange hot words to quarrel **খকাখুন্দা লগা** খৰিয়াল লগা happening of a quarrel
**খ-খৰাই থকা** কোনো কামৰ বাবে ঘনাই সাধি থকা বা খচখচাই থকা annoying a person by repeatedly asking to do something

**খণ্ডত একো নাই হোৱা** একো নাই হোৱা চোৱা।

**খণ্ডত জ্বলি উঠা** খণ্ডত জুইৰ দৰে জ্বলি উঠা অৰ্থাৎ বৰকৈ অভিভূত হোৱা। get very much enraged **খণ্ডত জ্বলি পৰ্কি উঠা** খণ্ডত জুইৰ দৰে জ্বলি পকা আঙঠাৰ দৰে ৰঙা হৈ পৰা। এনেকে অতিশয় ক্ৰোধান্বিত হোৱা to be in great fit of anger **খণ্ডত যামদগ্নি হোৱা** (যামদগ্নি = পৰশুৰাম তেওঁ বৰ খঙাল আছিল) বৰকৈ ক্ৰোধান্বিত হোৱা to be furiously enraged

**খঙে মূৰৰ চুলি পোৱা** খ উঠি উজাই গৈ মূৰৰ চুলি পোৱা অৰ্থাৎ অতিপাত খং উঠা to be excessively enraged

**খচ্‌খচাই থকা** খ খৱাই থকা চোৱা।

**খচৰা কৰা** আঁচনি কৰা চোৱা।

**খচি খোৱা** অতিপাতকৈ খোৱা হেঁপাহ পলুৱাই খোৱা to eat excessively to eat to one's heart content

**খজিনা ধৰা** কোনো বস্তু খুজি নেপাই খোঁহ পতা to be squeamish

**খটবান্ধ কৰা** (খটবান্ধ = খট বা দলিলৰ চৰ্তৰ দৰে বান্ধ) কোনো কথাত মান্তি হ বলৈ বা নহ বলৈ বৰকৈ বাদানুবাদ কৰা to dispute much when asked to agree to a proposal

**খতৰ্ খোৱা** (খতৰ = সঙ্কট) সঙ্কটত অৰ্থাৎ অসুবিধা বা চৰখৰিয়াত পৰা যেনে শ্বিলঙলৈ যাওতে ভাৰ কাপোৰ নিনি খতৰ খাই থৈছোঁ to be in inconvenience or difficulty to get a sad experience

**খতি খণ্ নোহোৱা** (খতি = ক্ষতি খণ = ক্ষণ) ক্ষণ খতি নোহোৱা অৰ্থাৎ সদাই থকা বা হোৱা বিৰাম নথকা যেনে খতিখণ্ নোহোৱা জ্বৰ বা বৰষুণ incessant without stop or break

**খন পেলাই খন খোৱা** এখন পেলায়েই আকৌ এখন খোৱা অৰ্থাৎ ঘনাই খোৱা (তামোল খোৱাত খাটে) chewing one betel nut after another i e chewing betel nut too often

**খন্তীয়া খুঁচুৰীয়া** অস্থায়ী আৰু অলপীয়া যেনে খুঁচৰীয়া লেঠা petty and temporary

**খন্দ্ মাৰি দিয়া** অলপ দিনলৈ লোকক মাটি লগোৱা অৰ্থাৎ ভোগ কৰিবলৈ স্বত্ব দিয়া to lease out land for a short period **খন্দ্ মাৰি লোৱা** অলপ দিন ভোগ কৰিবলৈ লোকৰ মাটি লোৱা to take up other's land under a short time lease

**খন্দিয়াই সোধা** কোনো কথাৰ কেইবাটাও খণ্ড কৰি লৈ খণ্ডই পতি সুকীয়াকৈ প্ৰশ্ন কৰা চোৰৰ সাখীক চাবাল বা কূট প্ৰশ্ন কৰা to question separately on the different divisions of a subject to cross examine

**খন্দুৱা খোৱা** খাজনা দি ৰায়ত স্বৰূপে লোকৰ মাটি ভোগ কৰা to possess land as a tenant by paying rent in money **খন্দুৱা দিয়া** খাজনা লৈ মাটি খাবলৈ দিয়া to rent out land for money **খন্দুৱা লগোৱা** খন্দুৱা দিয়া চোৱা।

**খন্দুৱা লোৱা** খন্দুৱা খোৱা চোৱা।

**খপ্ জপ্ কৰা** খপৰ জপৰ কৰা চোৱা।

**খপ জপ্ লগা** খপৰ জপৰ লগা চোৱা।

**খপ্ জপ্ লগোৱা** খপৰ জপৰ লগোৱা চোৱা।

**খপৰ্-জপৰ্ কৰা** খপ জপ কৰা কি কৰোঁ কি নকৰোঁ স্থিৰ কৰিব নোৱাৰি কামত লেটি-পেটি লগোৱা to be confused or puzzled in doing anything **খপৰ্ জপৰ্ লগা** খপ্ জপ লগা লেটি পেটি লগা to get confused or puzzled **খপৰ্ জপৰ্ লগোৱা** খপ জপ্ লগোৱা লেটি পেটি লগোৱা to create confusion or a puzzle

**খপিয়াই ফুৰা** উমানত হেঁপিয়াই বা বিচাৰি ফুৰা অৰ্থাৎ আন্দাজৰ ওপৰত কোনো

কথাৰ অনেক প্ৰকাৰৰ অনুমান কৰা groping in the dark searching for anything at random

**খপি সোধা** লুকোৱা কথা উলিয়াবলৈ কথাৰ পম ধৰি ধৰি প্ৰশ্ন কৰা গোচৰৰ সাখীক চাৱাল কৰা to question minutely to cross examine

**খপীয়া পৰা** এনেয়ে লোকৰ ঘৰত বহুত দিন খাই বৈ বাস কৰা to live as a guest at other s house for a long time

**খৰ্ কৰা** লৰা লৰি কৰা to make haste **খৰ টনা** (খৰ = তাপ) লালীকৈ টান ৰ'দ দিয়া to be a drought **খৰ তঁকীয়া** (তঁক = জঁক তেজ) কোবাল তেজীয়া অৰ্থাৎ টকৃটকীয়া উদ্যোগী খৰকৈ বন কৰিব পৰা যেনে **খৰতঁকীয়া** মানুহ energetic quick and acti e **খৰ মৰা** খৰ টনা চোৱাঁ। **খৰ হোৱা** (১) বেগী হোৱা যেনে নাড়ী খৰ হৈছে কথা কোৱা খৰ হৈছে to be too quick (২) খৰ টনা চোৱাঁ। (৩) অধিক তাপ পাই বেয়া হোৱা যেনে গুৰৰ পাগ খৰ হোৱা বা ৰ'দত দিয়া ধান খৰ হোৱা to be over dried **খৰ খেদা কৰা** 'খৰ কৰা চোৱাঁ। **খৰ খৰ কৰা** একে অৰ্থ। **খৰ পোছ কৰা** একে অৰ্থ।

**খৰ্ব নিখৰ্ব** কামত পটু আৰু উদ্যোগী able and energetic

**খৰচি গুচা** ডোখোৰা ভাগি গুড়ি বা মিহি হোৱা এতেকে সন্দেহ গুচা যেনে এতিয়াহে মোৰ মনৰ খৰচি গুচিছে to have doubts removed **খৰচি গুচোৱা** সন্দেহ দূৰ কৰা to remove doubts **খৰচি ভঙা** খৰচি গুচোৱা চোৱাঁ। **খৰচি মৰা** (১) সন্দেহ গুচা যেনে মনৰ খৰচি মৰিল to have doubts removed (২) সন্দেহ গুচোৱা to remove doubts

**খৰলি খোৱা** (খৰলি = উহুৱাই বন্ধা শাক) দুখীয়া খাবন খোৱা এতেকে কষ্ট ভোগ কৰা যেনে ছমাহ খৰলি খালোঁগে living on poor meals i e living in want and difficulty **খৰলি পাক দিয়া** (বা **মৰা**) হঠাৎ ঘূৰা অৰ্থাৎ আগৰ কথাৰ বা মতৰ হঠাৎ সলনি কৰা যেনে যাও বুলি পাচত খৰলি পাক মাৰি নোযোৱা হ'ল suddenly changing one s words or opinion **খৰলি পিটা** হাইৰাপ হৈ ধূম-ধূপাল কৰা to be angry and noisy in worry or disgust **খৰলি মৰলি কৰা** (বা **লগোৱা**) খৰলি বাহ্মোতে খোলাত খৰ্মৰাই লৰাই দিয়া। এতেকে খৰ্মৰোৱা ধৰ্ফৰোৱা to be restless in pain or trouble **খৰলি মৰলি লগা** খৰমৰণি বা ধৰ্ফৰণি লগা to have a state of restlessness for pain or trouble

**খৰিকাত দিয়া** মাছ মঙহ আদি শলাত খুঁচি লৈ জুইত সেকি সিজোৱা। এতেকে টান চিন্তা ভাবনাত পেলাই কষ্ট দিয়া lit to roast i e to put to great anxietie or mental trouble

**খৰিকা দিয়া** খৰিকাত খুঁচি জুইৰ তাপত সিজোৱা to roast **খৰিকা লগোৱা** মুগাৰ পলু লাগি থকা খৰিকাবোৰ পলুৱে পাত খাবলৈ চোম গছত বান্ধি দিয়া to put silk worms on a tree to feed on its leaves **খৰিকা লোৱা** খৰিকা সুমাই দাঁতৰ মাজ খঁতোৱা উলু লোৱা to pick the teeth

**খৰিচা খুন্দা দিয়া** কলহত খৰিচা ভৰোৱাৰ দৰে খুন্দি খুন্দি ঠাহি ভৰোৱা। এতেকে বলেৰে কটিয়াই খুওৱা to feed a person by thrusting too much food into the mouth

**খৰি দিয়া** মৃত দেহ পোৰা কাঠ সংস্কাৰ কৰা to cremate a dead body

**খমে ধৰা** পেটৰ বিষ আৰু ঘনাই শৌচ হোৱা to get pain in the stomach with frequent stools

**খলি পোতা** (খলি = গুটি পচাবলৈ বা পুলি কৰিবলৈ খনা লোৰ) উদং খলি পোতা অৰ্থাৎ থাকিবলৈ ঠাই পাই, বহু

দিনীয়াকৈ থাকিবলৈ লোৱা to stay at a place for a long time **খলি লোৱা** একে ঠাইতে বহু দিন বাস কৰা সদায় অহা-যোৱা কৰা to stay for a longtime to visit a place frequently

**খলিহা ছাটি মৰা** খলিহা মাছৰ দৰে চট চটাই ছাটি মৰা অৰ্থাৎ উচাটি মৰা হঠাৎ খং কৰি বা উত্তেজিত হৈ উঠা to be angry or excited suddenly

**খলিহৈ খোৱা** খলিহৈ মানুহে নেখায় গৰুয়েহে খায়। এতেকে একেবাৰ গালি a term of abuse

**খাই এগাৰি যোৱা** খাওঁতে উগাৰ উঠি যোৱা। এতেকে সৰহকৈ খোৱা to eat too much

**খাইকহু** ( 'ৰাক্ষস শব্দটো বাগৰি আহি এই দৰে হৈছে — ৰাক্ষস—ৰাইকষ—ৰাইকহ— খাইকহু) ৰাক্ষসে সৰহকৈ খায়। এতেকে খঁকুৱা মানুহ a glutton a greedy person **খাই গাহৰি** গাহৰিৰ দৰে সৰহকৈ খাই নোদোকা হোৱা মানুহ one eating much and growing fat like swin **খাই ধৰা** জোখত মিলি গাতে লাগি ধৰা বা খোলনিয়ে আলে মিলি পৰা যেনে চোলাটোৱে খাই ধৰিছে খুঁটাৰ আলুটো চ'তিৰ খোলনিত খাই ধৰিছে to fit properly **খাই পৰা** একে অৰ্থ। **খাই মৰা** কিবা খুজি বা কিবা কৰিবলৈ কৈ বৰকৈ আহুকাল কৰা যেনে ৰূপ এটকালৈ খাই মাৰিছে to trouble very much for anything **খাই মাছ**, মাছ বেঁচোতাই নিজৰ ঘৰত খাবলৈ ৰখা মাছ fish set apart for own home by a seller **খাই মুৱা** দেখিলে খায় খায় যেন দেখা মুখ থকা অৰ্থাৎ ভীষণ আৰু অমঙ্গলীয়া মুখৰ having a horrible and inauspicious face **খাই মুৱা** পৰিয়ালৰ বা লগৰ আনবিলাকৰ মূৰ খোৱা অৰ্থাৎ সেইবিলাক মৰি হাজি টুকুৱা। এতেকে কুলক্ষণীয়া আৰু হতকপলীয়া unfortunate and ill omened **খাই যোৱা** ছন্দ বা সুৰত মিলি যোৱা যেনে নামে পদে খাই গৈছে to be of the same tune and rhyme **খাই-শো** অকল খোৱা আৰু শুই থকা মানুহ অৰ্থাৎ এলেহুৱা মানুহ, খোদ্ one that only eats and sleeps i e an idle person

**খাই ঠোঁট এছৰা** কাউৰীৰ দৰে কোনো বস্তু খাই উঠি ঠোঁট এছাৰি পোলোৱা অৰ্থাৎ লোকৰ পৰা উপকাৰ পাই অকৃতজ্ঞ হোৱা অগুণকাৰী হোৱা to be ungrateful

**খাই পাত ফলা** অকৃতজ্ঞ হোৱা to be ungrateful

**খাও খাও মূৰ্ত্তি** পালেই খাবলৈ উদ্যত হৈ থকা মূৰ্ত্তি এতেকে উগ্ৰ ভীষণ বা খঙাল মূৰ্ত্তি an awfully fierce appearance

**খাঁজ-কটা** খোপ বা বাব কটা যেনে খাঁজ কটা জখলা having notches

**খাঁজ খোৱা** (১) খোলনিত খাই পৰা আঁট খাই ধৰা to fit tightly in a notch or hole (২) ভৰি পৰা খুন্দ খোৱা যেনে খাঁজ খাই ভৰি পৰিল to be quite filled up **খাঁজ লোৱা** খাঁজ খোৱা চোঁৱা। **খাঁজ লৰা** জোৰা ঢিলা হোৱা যেনে বান্ধ বা গাঁঠিৰ খাঁজ লৰা to become loose (as a joint)

**খাঁজি খোৱা** জাপি জাপি বা হেঁচি হেঁচি খোৱা এতেকে বৰ সৰহকৈ খোৱা to eat too much

**খাঁজে খোপে খোৱা** এডাল কাঠৰ খোপ আন এডালৰ খোলনিত খাই পৰা অৰ্থাৎ মিল হোৱা। এতেকে জোৰাই জোখাই মিলা জোখে পোতে মিলি যোৱা to fit nicely

**খাটনি খটা** (১) বাব থকা বাবে বিনা ধনে কাম কৰি দিয়া যেনে পাইকে খাটনি খটা to render manual service in lieu of a tax (২) পৰিশ্ৰম কৰা যেনে চাকৰিয়াল বুলিয়েই দিনটো খাটনি খাটিব লাগে to labour **খাটনি**

ধৰা কোনো কথাৰ বাবে অনুৰোধ বা প্ৰাৰ্থনা কৰা অনুগ্ৰহ বিচৰা to make a request or a prayer to seek favour

**খাটনি-লোটনি কৰা** (লোটনি = বন্দনা সেৱা) সেৱা সংকাৰ কৰি খটা অৰ্থাৎ সকাতৰে ভাৱসা বা প্ৰাৰ্থনা কৰা to request or pray very humbly

**খাপ দিয়া** ধৰিবৰ মনেৰে লুকাই বাট চোৱা to lie in wait **খাপ লোৱা** বহুত পৰলৈ বাট চোৱা দীঘলীয়াকৈ অপেক্ষা কৰা to wait long

**খাব জীৱৰ লক্ষণ** ভালেৰে খাই জীৱন নিৰ্বাহ কৰাৰ পূৰ্ব লক্ষণ বা চিন। এতেকে সুলক্ষণীয়া প্ৰকৃতি লক্ষ্মীযুক্ত স্বভাৱে বা ৰীতি নীতি traits of conduct indicating future prosperity

**খাম্ বন্ধা** গোট বন্ধা জুলীয়া গুচি গোটা হোৱা যেনে গলোৱা ঘিঁৰে চেঁচা হ'লে খাম বান্ধে to solidify **খাম মৰা** চিঠিৰ দুমুৰ নতুবা লেফেফাৰ মুখ আঠা লগাই জোৰা দিয়া to close an envelop or the ends of a letter with glue

**খামোচ মাৰি ধৰা** হাতেৰে টানকৈ মুঠি মাৰি ধৰা অৰ্থাৎ নেৰো বুলি ধৰা এতেকে একান্ত মনেৰে বিশ্বাস কৰি ধৰা যেনে লোকৰ কথা নুশুনি এই বুধিকে খামোচ মাৰি ধৰিছোঁ staunchly believing or clinging to anything

**খাৰ কঢ়া** গাৰ পৰা খাৰ গুচাই বিশুদ্ধ কৰা যেনে সূতা বা কাপোৰৰ খাৰ কঢ়া to make thing free of alkali **খাৰি বন্ধ হোৱা** খাৰি বন্ধা চোৱা।

**খাৰি বন্ধা** নেপাহৰাকৈ মনত বৈ যোৱা যেনে সকতে শিকা বিদ্যাই মনত খাৰি বান্ধে to be firmly engraved in memory

**খাৰে ধৰা** খাৰ লগা বাবে পচি যোৱা to rot in alkali

**খিং খিং খাং খাং কৰা** খং বা বিৰক্তিৰ ভাব প্ৰকাশ কৰি কথা কোৱা to be speaking with a feeling of anger annoyance or disgust. **খিং খিংকাই থকা** একে অৰ্থ।

**খিটিং খাটাং লগা** সৰু সুৰা দ্বন্দ কাজিয়া লগা বা অমিল বা মনোমালিন্য ঘটা getting petty quarrels or disagreements

**খিয়াতি অনা** খ্যাতি অনা ব্যঙ্গাৰ্থত ব্যৱহাৰ হয়। এতেকে অখ্যাতি বা দুৰ্ণাম অনা to bring disgrace or humiliated **খিয়াতি অহা** দুৰ্ণাম হোৱা to be disgraced or humiliated **খিয়াতি ৰখা** দুৰ্ণাম ৰখোৱা বা স্থায়ী কৰা to earn a lasting disgrace **খিয়াতি হোৱা** 'খিয়াতি অহা' চোৱা।

**খীৰতী গাই,** গাখীৰ দি থকা গাই; অৰ্থাৎ সদায় উৎপন্ন হ'বৰ মূল বা থলী লাভদায়ক সম্পত্তি a source of income a paying propert

**খুঁটি খোৱা** চৰাই-পোৱালীয়ে ডাঙৰ হ'লেহে নিজে খুঁটি খায়। এতেকে নিজে কৰি খাব পৰা adult capable to maintain by own efforts **খুঁটি মৰা** মাটিত খুঁটি পোতা 'টৌ খুঁটি মৰা' চোৱা।

**খুঁটিয়াই চোৱা** মাছে বৰশীৰ টোপ টিপিয়াই চোৱাৰ দৰে গম গতি বুজা। এতেকে অলপকৈ প্ৰস্তাব কৰি অভিমত বুজা মনৰ ভাব বুজিবলৈ কোনো কথা অলপকৈ কৈ চোৱা to sound a person

**খুঁটিয়া খুঁটি কৰা** চৰাইৰ দৰে খোঁটা খুঁটি কৰা এতেকে পৰস্পৰ খিয়লা খিয়লি কৰা সামান্য দ্বন্দ কাজিয়া কৰা যেনে ল'ৰাই খুটিয়া খুঁটি কৰা to be quarrelling with each other to be doing small acts of hostilities to each other

**খুকুৰি ভঙা** সন্দেহ দূৰ হোৱা to have doubts removed **খুকুৰি ভঙা** সন্দেহ দূৰ কৰা to remove doubts **খুকুৰি মৰা** সন্দেহ দূৰ হোৱা বা কৰা to have doubts removed or to remove

doubts
**খুচমুচ কৰা** অলপকৈ হাত ভৰি লৰাই শব্দ কৰা অৰ্থাৎ এলেহুৱা ভাৱেৰে সামান্য কিবা কাম কৰা to do some trifling works in an idle way
**খুচুং মুচুং কৰা** খুচমুচ কৰা চোৱাঁ।
**খুজি কিল খোৱা** মোক মাৰাঁহি বুলি নিজে আহ্বান কৰি কিল খোৱা অৰ্থাৎ উপযাচি অত্যাচাৰ সহা নিজে আহ্বান কৰি দুখ কষ্ট ভোগা to court troubles or oppression
**খুদুৱনি লগা** আশঙ্কা বা সন্দেহ লগা কি হয় কি নহয় ভাবি মনত অনিশ্চয়তা লগা উগুল থুগুল লগা to be in a state of suspense or anxiety
**খুন্দ খোৱা** খুন্দাত পিটি খোৱা এতেকে নিসন্ধিকৈ ভৰা ঠাহ খোৱা যেনে পেৰা কাপোৰেৰে খুন্দ খাইছে to be filled up to the utmost capacity of the container
**খুন্দাই লাখুটি** যি লাখুটিৰে খুন্দিবলৈ ভাল তেনে লাখুটিৰ দৰে। এতেকে চুটি চাপৰ নিপোটল টান বন্ধীয়া মানুহ a short strong built hardy person
**খুন্দা খোৱা** (১) ঠেলা খোৱা ঠেকা খোৱা to get a push to get a stroke against (২) কিল খোৱা to be beaten **খুন্দা মৰা** ঠেলা মৰা ঠেকা লগা to strike against
**খুন্দি তাও কৰা** (তাও = তাপ) জুইত তাও দি ধাতু মৰিয়াই চেপেটা কৰা। এতেকে বৰকৈ মাৰ কিল কৰা to beat soundly
**খুম্ মৰা** জন্তুৱে মুৰেৰে খুন্দা বা খুম্ মাৰে এতেকে বাঙ্গ অৰ্থত সেৱা কৰা যেনে এনেয়ে মান সৎকাৰে জুৰিছে, এতিয়া লোকক দেখুৱাই খুম্ মাৰিব নেলাগে to bow down Irn
**খুলি খোৱা** 'কেঁকোৰা-খোলা দিয়া চোৱাঁ।
**খেও খোৱা** (খেও = ক্ষেপন যেনে— পানীত জাল) কেনিও বেঙাই নথকাকৈ লিপিত খাই ধৰা। এতেকে ঠিক ঠাইত ঠিক কাপে খাই পৰা to fit rightly in the right place **খেও মৰা** মাছ ধৰিবলৈ পানীত জাল পেলোৱা to cast a fishing net
**খেচ্ খেচ্ কৈ থৰা** (খেচ = খহটা বস্তু ঘঁহিলে হোৱা অপ্ৰীতিকৰ শব্দ) পাব লগীয়া কিহবালৈ টান কথাৰে সাধি বা কোনো কথাত দাই ধৰি কটু বাক্য কোৱা to annoy by harshly demanding anything due or by blaming for anything in strong words **খেচ খেচাই থকা** (১) পাবলগীয়া বস্তুৰ বাবে টান কথাৰে ঘনাই সধা to annoy by constantly demanding anything due in strong words (২) কেট কেটাই থকা হি হি খিং খি কৰি থকা to abuse too often **খেচ খেচোৱা** (১) পাবলগীয়া বস্তুৰ বাবে টান কথাৰে সধা to demand anything due in strong words (২) টান কথাৰে জগৰ ধৰা to find fault fo anything in harsh words
**খেটেং মেটেং লগা** 'খিটি খাঁং লগা চোৱা।
**খেতৰ সাইজ কৰা** (খতৰ = ক্ষেত্ৰপাল নামেৰে উপ দেৱতা সাইজ = সিদ্ধ) উপদেৱতাৰ বলেৰে এটা বস্তু আন টোৰ দৰে কৰা। এতেকে মায়া কৰা ভুৱা দিয়া to deceive or hoodwink
**খেদাকোৱা কৰা** (খেদা + কোৱা = কৰা) ধৰিবৰ নিমিত্তে পাচে পাচে খেদি যোৱা to chase
**খেদা মৰা** লগ ধৰিবলৈ বেগেৰে পাচে পাচে ল'ৰি যোৱা to run to overtake
**খেপ ধৰা** কোনো কাম লোকেও নকৰিলে নকৰোঁ বোলা লোকৰ বাগি ধৰা to refuse to do something unless some one else does his portion
**খেপিয়া খেপি কৰা** পৰস্পৰে খেপ ধৰা 'খেপ ধৰা চোৱাঁ।
**খেৰণিয়ে বননিয়ে** খেৰণি বননিতো 'কলতলে বাঁহ তলে চোৱাঁ।

**খেকশ্বী** ধানৰ থোকৰ ধান সৰি গৈ উদং হৈ থকা লাহী ঠাৰি। এতেকে বৰ লাহী মানুহ অতি ক্ষীণ মানুহ an emaciated or very lean person

**খেৰেচ্ কৰা** লেতেৰা কৰা to make dirty

**খেল কৰা** একেটা শব্দকে এটা বাক্যত একাধিক বাৰ ভিন্ন অৰ্থত প্ৰয়োগ কৰা to use the same word more than onece in the same sentence in different meanings

**খেৰনি মৰা** তাঁতৰ ফুল বছাত ফুলৰ মাজত আন সূতাৰে বাণি দিয়া weaving a thread of a different colou in the midst of an embroidery work while in loom

**খেৰালি মৰা** (১) খেৰালি জালে অনেক ঠাই আৰু তাত থকা বস্তু সামৰি ধৰে। এতেকে অনেক ঠাই বস্তু বা কথা সামৰি ধৰা to sp ead o er a larg ar a like a fishing net (২) খেৰালি জাল মাৰোঁতে মাছ উঠে নে নুঠে তাৰ ঠিকনা নেথাকে। এতেকে অনিশ্চিত লাভলৈ যত্ন কৰা to make an attempt without certainity as to ts result to strike at random

**খেহনেজীয়া** খেহ্ অৰ্থাৎ চীন দেশৰ মানুহৰ দৰে দীঘল টিকনি লগা (পূৰ্বে চীনা মানুহৰ দীঘল টিকনি আছিল)। এতেকে অতি গুৰি নজনা অচিনাকি of unknown or gin

**খৈয়াঙৰ কৰা** অঙ্কুৰে সৈতে ক্ষয় কৰা সমূলি নষ্ট কৰা to destroy totally

**খৈয়া ধৰা** নিজৰ সলনি কাম কৰিবলৈ ভাত কাপোৰীয়াকৈ নিযুক্ত কৰা। এতেকে বিনা বানচে প্ৰতিনিধি পতা বা গা সলনি দিয়া to employ as a substitute without payment **খৈয়া পৰা** খপীয়া পৰা চোৰা। **খৈয়া মৰা** অকল ভাত কাপোৰ লৈ লোকৰ সক সুৰা বন কৰা। এতেকে লোকৰ সলনি স্বৰূপে বিনা বানচে কাম কৰা to act as a substitute for another without remmuneration

**খোকা পতা** সৰহ মাছ পাবৰ আশাৰে ঠুহা নেপাতি খোঁকা পতা। এতেকে সৰহ লাভ পাবলৈ যত্ন কৰা ব্যং যেনে ধনীৰ পাচত খোঁকা পতা to try to make a large gain Im

**খোঁচৰা** (১) এজনৰ গাৰ পৰা লোকৰ গালৈ খুঁচৰি বা বাগৰি যোৱা। এতেকে সংক্ৰামক যেনে খোঁচৰা ব্যাধি infectious (২) উজাৰি ওপৰ কৰা। এতেকে অপ্ৰীতিকৰ পুৰণি কথাৰ উল্লেখ কৰা to refer to old and unpleasant matters

**খোঁচা মৰা** ঘৰৰ চালৰ উকথা বিন্ধাত ন কৈ খেৰ খুচি দিয়া to insert thatching grass in to the leaking portions of a thatched roof

**খোকোজা লগা** মনত অশুচি ভাব বা আশঙ্কা লগা যেনে বেয়া ঠাইত ফুৰি অহা গাৰে কিবা খাবলৈ খোকোজা লাগে feeling a sense of impurity or uncleanli ess

**খোজ কঢ়া** ভৰিৰে চলন ফুৰণ কৰা to walk **খোজ দিয়া** মাটিত খোজ পেলোৱা to tread on the ground **খোজ ধৰা** লোকৰ খোজে খোজে খোজ কঢ়া। এতেকে পদানুসৰণ কৰা গতি ধৰা যেনে পুতেকে বাপেকৰ খোজ ধৰে to follow another s foot steps **খোজ-পাহৰা** নিজৰ প্ৰচলিত ৰীতি-নীতি এৰা বা বিস্মৰণ কৰা to forget one s own customs **খোজ পাহৰোৱা** এবাৰ কৰি যোৱা কাম পাহৰিবলৈ লোকক সময় দিয়া যেনে চোৰে খোজ পাহৰাইহে চুৰ কৰিবলৈ আহে to allow sufficient time to others to forget what one has done before **খোজ লৰোৱা** (১) এঠাইৰ পৰা আন ঠাইলৈ যাবলৈ ভৰি চলোৱা যেনে ঘৰৰ পৰা খোজ নলৰায় to go from one place to another (২) মাইকী গৰু মহ আদিয়ে মতাৰ লগত সম্ভোগ কৰা পথাৰ ফুৰা

to be covered (as applied to female animals) খোজ লোৱা (১) 'খোজ ধৰা' চোৱাঁ। (২) খোজ কাঢ়িবলৈ শিকা বা আৰম্ভ কৰা যেনে লৰাই খোজ লোৱা to learn to walk (as a child) (৩) এফাললৈ যাবলৈ আৰম্ভ কৰা যেনে কলিয়াবৰলৈ খোজ ললে to start for a place

খোজাটোভ বোজটো কৰা এখোজ দিওঁতে এদিন কৰা এদিনত মাত্র এটা খোজ দিয়া অর্থাৎ খোজ কাঢ়োঁতে গহৰি কৰা walking at an unduly slow pace

খোজত পৰি মৰা অতি নিশকতীয়া অতি দুর্বল অবস্থাহীন very weak very poor

খোজত পকৰা মৰা খোজত বাটৰ পকৰা মৰাকৈ খোজ কঢা। বেগাই খোজ কাঢ়োঁতে পকৰা নমৰে কিন্তু ভৰি পেলাই আকৌ দাঙিবলৈ বেলি কৰিলে হেঁচা খাই মৰে। এতেকে অতি গহীনকৈ খোজ দিয়া to walk at unusually slow paces

খোজা-বঢ়া কৰা বিয়া কৰাবলৈ ছোৱালী খোজা to make matrimonial negotiations for the hand of a girl

খোপ এৰা (খোপ = ভৰি নিপিছলিবলৈ গছত বা মাটিত কটা খোপ বা খপলা) খোপনি এৰি দিয়া ব্য to give up a contention or a feeling of offence Im খোপ এৰুওৱা বোহ ভঙা জগৰ ভঙা কোনো কথাৰ বাবে কৰা আপত্তি এৰুৱাই দিয়া ব্য to persuade to gi e up a contention or a feeling of offence Im খোপ এৰোৱা জগৰ বা বোহ ভগা আপত্তিৰ ছাৰণ হোৱা ব্যং remo al of a contention or an offended feeling Im খোপ ছিগা 'খোপ এৰোৱা' চোৱাঁ। খোপ ছিঙা খোপ এৰুওৱা চোৱাঁ। খোপ ধৰা জগৰ ধৰা বোহ পতা খুঁট ধৰি লাগি থকা ব্য to be offended to stick to a contention Im খোপ লগা বোহ বা জগৰ লগা ব্যং to be sullen offended Im খোপ লগোৱা বোহ বা জগৰ লগোৱা ব্যং to offend Im

খোপনি ধৰা পিছল নোখোৱাকৈ খোপনিত দৃঢ়কৈ থোৱা। এতেকে কোনো মতত নেৰা-নেপেৰাকৈ ধৰা to stick to a principle view or opinion খোপনি পোতা একে অর্থ। খোপনি লোৱা একে অর্থ।

খোৰ লগা (খোৰ = খোৰা খুৰী) মুখ লগা to be effected by evil eye খোৰা খুৰী লগা একে অর্থ।

খোৰা খুৰী সবাহ, দৰা কন্যাৰ গাৰ পৰা মুখলগা দোষ গুচিবলৈ বিয়াৰ তৃতীয় দিনা গধূলি পতা সবাহ a ceremony observed in the evening of the third day from a marriage in order to drive away the effects of evil eye from the person of a bride or a bridegroom

খোৰ উলিওৱা (খোৰ = গছৰ খোৰো দ ঠাই) অর্থাৎ লোকৰ থকা ঠাই বা মন্ত্রণাৰ ঠাই বিচাৰি উলিওৱা to find the den of vile people খোৰ ওলোৱা সন্ধান ওলোৱা coming to light of a clue or where abouts of anything খোৰ লোৱা (১) থাকিবলৈ ঠাই লোৱা তুচ্ছ to take up abode cont (২) সন্ধান লোৱা to g t at a secret by finding a clue to it

খোলা 'কেঁকোৰা খোলা দিয়া' চোৱাঁ। খোলা উলিওৱা একে অর্থ।

খোলাকটিৰ তাল (খোলাকটি = ভগা খোলা) খোলাকটিৰে তাল বজালে তাক মানুহে তালৰ মাত বুলি নুশুনে। এতেকে নিষ্ফল যত্ন অসার্থক উপদেশ বা যুক্তি প্রয়োগ যেনে গালোঁ বালোঁ খোলাকটিৰ তাল a fruitless attempt an advice or argument not followed or accepted

খোৱা (১) ভোগ কৰা যেনে আগ ভাগ খোৱা মাটি বিষয় গালি বা মাৰ খোৱা

to enjoy or endure (২) ভক্ষণ কৰা। এতেকে ধ্বংস বা নষ্ট কৰা অপকাৰ কৰা যেনে তই মোক খালি তাক মনেই খালে to ruin (৩) ভেঁটী স্বৰূপে গ্ৰহণ কৰা যেনে দুটকা ৰূপ খাইহে চমনখন উলিয়াই দিছে to accept as a bribe (৪) কামোৰা বা বিন্ধা যেনে সাপ বা বৰলে খোৱা to bite or sting (৫) জোখত ঠিক হোৱাত মিল হৈ লাগি ধৰা যেনে চোলাটো গাত খাইছে to fit in measurement (৬) জীৱিকা উপাৰ্জন কৰা সংসাৰ যাত্ৰা চলোৱা যেনে কটনা কাটি খোৱা to earn livelihood (৭) স্ত্ৰী পুৰুষ ৰূপে সঙ্গম কৰা যেনে অজাতিত খোৱা to have sexual intercourse (৮) কবিতাৰ ছন্দ বা পদ মিলা যেনে পদ দুফাকি খোৱা নাই to be similar in rhyme

**খোৱা-কামোৱা** কামোৰা কামোৰি। এতেকে খিয়লা খিয়লি শত্ৰুতা jealousy enmity **খোৱা দিয়া** নৈৰ পথালি ভাৱে পাৰলৈ পোনাই নাও বোৱা to play a boat right across a river **খোৱা মৰা** একে অৰ্থ।

**খোৱা খুই কৰা** (১) ইজনে সিজনে পৰস্পৰৰ ঘৰত ভোজন কৰা to interdine **খোৱাখো কৰা** এখোৱা এখোৱাকৈ অনেক খোৱা নিয়া। এতেকে বহুতকৈ নিয়া ঢুকাৰ লগা হোৱাকৈ নিয়া to take away anything in a large quantity **খোৱা-বোৱা কৰা** (বোৱা—অনু) ভাত পানী খোৱা to eat and drink to take a meal **খোৱা-লোৱা কৰা** (১) একেলগে খাই বৈ সামাজিক সংসৰ্গ কৰা to have social intercourse by eating and drinking with each other (২) স্বামী স্ত্ৰীৰূপে সহবাস কৰা to live like husband and wife

**খোৱা জীয়াৰ লক্ষণ** 'খাব জীৱৰ লক্ষণ চোৱা।

**খোৱাৰ যোজা** বোন্দাৰ দৰে খাওঁতা অৰ্থাৎ খকুৱা আৰু বহুভোজী মানুহ a glutton a greedy and voracious eater **খোৱাৰ যম** খোৱাত যমৰ দৰে মানুহ। এতেকে একে অৰ্থ।

**খোহা মৰা** (১) 'খোঁচা মৰা' চোৱা। (২) বস্তু দীঘল কৰিবলৈ তাৰ লগত এডোখৰ জোৰা দিয়া to add a portion to anything to make it longer **খোহা মাৰি থকা** খোহা বা খোঁচা মৰা খেৰৰ দৰে লোকৰ লগত সোমাই থকা অৰ্থাৎ লোকৰ লগত বাস কৰা to live at other s house with them

# গ

**গইনা পোৱা** আশ্ৰয় পোৱা to get shelter **গইনা লোৱা** আশ্ৰয় লোৱা to take shelter

**গছৰ আগৰ মান আয়ুস** দীঘল আয়ুস a long life

**গছৰ পাত নলৰা** সমূলি বতাহ নবলা absolute want of breeze

**গছোৱা** (১) লোকৰ হাতত গচ্ছিত ৰখা to depos t anyting with other s (২) গচ্ছিত থোৱা বস্তু নষ্ট হ'লে তাৰ মূল্য নিৰূপণ কৰা to set a value to anything lost while held in trust by other (৩) শস্য নিবোৰা thinning plants growing too close to each other (৪) সামান্য কাম কৰি তাকে বৰকৈ যহোৱা to make much of rendering a trifling service

**গজগজাই উঠা** খং কৰি উঠা to become angry

**গজ্ মুঠীয়াকৈ ধৰা** (গজ্ = গোঁজা) গোঁজ মাৰিবলৈ ধৰাদি মুঠি মাৰি ধৰা অৰ্থাৎ থিয় মুঠিৰে ধৰা যেনে গজ মুঠীয়াকৈ কাপ্ ধৰা গজমুঠীয়াকৈ ধৰি কড়ি মৰা holding by the clenched fist in an upright position

**গজ-মূৰা** কুলক্ষণীয়া ill omened

**গজ মূৰ্খ** বৰ মূৰ্খ a big dunce

**গজৰ খৈয়া** বন কৰিব নোখোজা আৰু বন পাচিলে গোথোৰ্-মোথোৰ কৰা বনুৱা an unwilling and resenting workman

**গঞ্জ খোৱা** ঠাহ্ খোৱা নিসন্ধিকৈ ভৰি পৰা একে ঠাইতে বহুত গোট খোৱা যেনে বিহুৰ বজাৰ মানুহেৰে গঞ্জ খায় to be full of to be fully packed up with

**গড়মিল কৰা** বিবেচনা কৰা আলোচনা কৰা to consider to consult **গড়মিল হোৱা** (গড = হি নোহোৱা নাই) অমিল হোৱা to be d screpant

**গড়ীয়া পৰা** আঁখে গড়ীয়াৰ দৰে বেয়া বুলি বাছ পৰা বা বৰ্জিত হোৱা to be excluded or omitted as bad

**গঢ় গতি** ৰূপ আৰু আচৰণ form and conduct **গঢ় লগা** আঁৰ গুচি নিয়াৰি হোৱা। এতেকে ব্যং ভগা বা নষ্ট হোৱা to be broken or poilt Irn **গঢ় লগোৱা** ব্য ভঙা বা নষ্ট কৰা to break or spoil Irn

**গণাগন কৰা** গণ্য কৰা মান্য কৰা to have regard or repect

**গণিতা কৰা** গণ্য কৰা লেখত লোৱা to regard or respect to count a some one or something

**গণ্ড মূৰ্খ** (গণ্ড = গাঁড ফোঁহোৰা) গাঁডৰ দৰে বিৰক্তিকৰ আৰু ঘৃণাৰ যোগ্য মূৰ্খ। এতেকে অতিপাত মূৰ্খ জধামূৰ্খ a great dunce a disgusting and loathsome fool

**গতাতে বাট লোৱা** গতা খাই আগ বাঢি গৈ সেই চলতে গুচি যোৱা। এতেকে সামান্য চেলু লৈয়েই স্বাৰ্থ সাধন কৰা to serve ones self interest on getting a small plea

**গতি-গোত্ৰ** (গতি = চলন ফুৰণ গোত্ৰ = আঁতি গুৰি মূল এতেকে আচৰণ বা স্বভাব) আওভাও চলন ফুৰণ ৰীতি নীতি ways and manners habit and conduct **গতি মতি** (মতি = আশয় চৰিত্ৰ) চলন ফুৰণ আৰু আশয় বা মনৰ ভাব ways of conduct and trend of mind **গতি পোৱা** (১) উপায় বা উপকাৰ পোৱা ভাল অবস্থা পোৱা যেনে আপুনি মৰম কৰিলে গতি পাম to be benefitted (২) মৃত্যুৰ পাচত সজ গতি লাভ কৰা to have a state of bliss in the next world **গতি লগা** (১) ভাল দিহা লগা to be comfortably settled or arranged for (২) ব্য ধ্বংস হোৱা to be ruined or destroyed Irn **গতি লগোৱা** (১) ভাল দিহা কৰি দিয়া to settle comfortably to make a good arrangement (২) ব্য ধ্বংস কৰা নষ্ট কৰা to ruin or destroy Irn

**গতে গতে** (গত = প্ৰকাৰ) প্ৰকাৰে প্ৰকাৰে বিধে বিধে ভাগে ভাগে দিহা লগাই যেনে গতে গতে ন থলে সমযত বস্তু বিচাৰি পোৱা নেযায় seperately orderly methodically

**গদাধৰে গদিওৱা** গদাধৰে কাৰ্য্য সিদ্ধি কৰিবলৈ গদাৰে মৰিওৱা খতিওৱা। (বিষ্ণুৰ হাতত গদা থকা বাবে তেওক গদাধৰ বোলে।) এতেকে ঈশ্বৰে বলোৱা ঘটোৱা। (ধেমেলীযা ভাৱে) যেনে গদাধৰে গদিযাই কামটো সিদ্ধি কৰালে ভাল হয to be goaded by God

**গধুৰ কণীয়া** গধুৰ কাণৰ অৰ্থাৎ কাণেৰে ভালকৈ নুশুনা। এতেকে কলা যেনে গধুৰ কণীযা মানুহ hort of hear ng

**গপ মৰা** (১) অহঙ্কাৰ প্ৰকাশ কৰা যেনে গপ মাৰি কৈছোঁ মোৰ দৰে জনা বুজা কোনো নাই to boast (২) অগ্ৰসৰ ন’হৈ থমকা মাৰি থকা যেনে গৈ গৈ বাটতে গপ মাৰি ৰ’ল to be suddenly at a standstill without proceeding or advancing (৩) একো নকৰাকৈ নেমাতি নুবুলি এলাহ কৰি থকা যেনে জাবত গপ মাৰি বহি

আছোঁ to sit idly and silently without doing anything

**গপাত গেলা** নিজৰ গপতে নিজে গেলি যোৱা অৰ্থাৎ, গেলা বস্তুৰ দৰে অনাদৃত বা বৰ্জিত হোৱা to rot in pride i e to be looked down and rejected by others for being too proud

**গপাই গজহস্তী কৰা** সৰু কথাকে ওফোন্দাই ডাঙৰ কৰা to make much of a small matter

**গৰা মাৰি ধৰা** জপটিয়াই সাবটি ধৰা to encircle and clasp with both the arms

**গম্ গতি বুজা** আটকাল বা উমান বুজা আও ভাও দেখি অনুমান কৰা to make a guess by watching movements

**গম্ দিয়া** উমান বা সঁহাৰি দিয়া to give indication or a slight notice **গম ধৰা** উমান বা সঁহাৰি অনুভৱ কৰা to be aware of an indication or slight not ce **গম পোৱা** গম ধৰা চোৱাঁ। **গম লোৱা** গম ধৰা চোৱাঁ।

**গমা পিটা কৰা** গমি অৰ্থাৎ ভাবি আৰু পিটি অৰ্থাৎ কোবাই মৰিযাই চোৱা। এতেকে ভালকৈ বিবেচনা কৰি চোৱা to consider carefully

**গৰখীয়া-ধেমালি** গৰখীয়া ল'ৰাই কৰা ধেমালি। এতেকে লৰালি বা পাতল কাম light or undignified ct **গৰখীয়া মেল** গাম্ভীৰ্য্য আৰু দায়িত্ব নথকা মেল বা সঙ্গ undignified and ir esponsible affair or company

**গৰজ লগা** দায়িত্ব হোৱা দাযে পোৱা ধাৰ লগা to be under a responsibility or liability **গৰজ্ হোৱা** একে অৰ্থ।

**গৰজে পোৱা** গৰজ লগা চোৱাঁ।

**গৰত থৈ কুটা** মঙহ যেনেকৈ গৰত থৈ দা বে কুবিয়াই কুটে সেই দৰে কুটা। অৰ্থাৎ বৰকৈ কদৰ্থনা কৰা to abuse or reproach mercilessly

**গৰাকী ওলোৱা** দাবি কৰা কোনো বস্তু মোৰ বুলি নিব খোজা to claim

**গৰাকী ভগোৱা** গ্ৰাহক ভগোৱা dissuading or preventing people from going in for a thing **গৰাকী লগা** কোনো বস্তু কিনিবলৈ বা ল'বলৈ বিচৰা বা ইচ্ছা কৰা to be desirous of buying or getting a thing **গৰাকী লগোৱা** গৰাকী হ'বলৈ লোকক আহ্বান কৰা অৰ্থাৎ কিনিবলৈ বা নিবলৈ মানুহৰ আগ্ৰহ জন্মোৱা to attract people to buy or take a thing

**গৰা খহোৱা দিয়া** নৈয়ে গৰা খহোৱাদি ভাত আদিৰ দ'ম খহোৱা অৰ্থাৎ দ'মাদ'মে খোৱা to eat greedly a heap of food

**গৰাহ্ মাৰি ধৰা** গ্ৰাস কৰি ধৰা। এতেকে (১) ভীষণ ৰূপে আক্ৰমণ কৰা to attack furiously (২) বৰ মনোযোগেৰে ধৰা যেনে কামত গৰাহ মাৰি ধৰা to devote full attention to a work

**গৰিহণা খোৱা** (গৰ্হণ = নিন্দা শাও) নিন্দাবাদ বা শাও শপনি খোৱা to be blamed or cursed **গৰিহণা দিয়া** নিন্দা কৰা বা শাও দিয়া to blame or curse

**গৰিহা খোৱা** গৰিহণা খোৱা চোৱাঁ।

**গৰিহা দিয়া** গৰিহণা দিয়া চোৱাঁ।

**গৰিয়া গৰু** হালত নোযোৱা গৰু। এতেকে সৰপা মানুহ, তুচ an idle fellow cont

**গৰু খোজক গঙ্গা বোলা** গৰু খোজৰ অলপীয়া পানীকে গঙ্গা নদী যেন দেখা thinking the little water in a cow s foot print to be the Ganges

**গৰু খোজৰ পানী** নিচেই অলপীয়া আৰু তৰা পানী very little and shallow water

**গৰুগুৰ অভইখ্** (অভইখ্ = অভক্ষ্য অৰ্থাৎ খাই ঢুকাব নোৱাৰা) গৰুগুৰ আহাৰ সৰহ তেনে গৰুগুেও খাই ঢুকাব নোৱাৰা। এতেকে প্ৰচুৰ অপ্লাৱিত যেনে কাণ্ডি মাহত মাছ গৰুগুৰ অভইখ্

হয় too plentiful

**গৰু বিচৰা দিয়া** গৰু বিচৰাৰ দৰে বিচৰা অৰ্থাৎ সকলো ঠাইতে আৰু ভালকৈ বিচৰা to search minutely and at different places as for a missing cow

**গৰু-মানুহ চপা** গৰু আৰু মানুহ ঘৰলৈ চাপি অহা। এতেকে গধূলি হোৱা to be evening

**গৰু হৈ গু খোৱা** বুদ্ধিভ্ৰষ্ট হৈ গৰ্হিত কৰ্ম কৰা doing wrong for loss of discretion or good sense acting like a fool

**গ'ল কথা গুচিল** যি কথা হৈ গ'ল তাৰ পুনৰ উল্লেখৰ প্ৰয়োজন নাই, এই ভাব বুজাবলৈ প্ৰয়োগ হয় যেনে কাজিয়া লাগিছিল ভাগিল গ'ল কথা গুছিল it is a bygone matter

**গল্‌ধনত গপ** মতা ম'হৰ বল বাঢ়িলে গল্‌ধন শকত হয়। এতেকে বল শক্তি বা ক্ষমতাৰ বাবে নিজৰ মনৰ অহঙ্কাৰ বা নিৰ্ভয় ভাব pride or a feeling of self sufficiency due to one s own strength or power

**গল্‌ধন ধৰা** বল বৃদ্ধি হোৱাত ম'হৰ দৰে গল্‌ধন শকত হোৱা। এতেকে বল শক্তি বা ক্ষমতা সৰহ হোৱাত অহঙ্কাৰী হোৱা to be proud of strength or power

**গল্‌ধনৰ গাগৰি** (গাগৰি = আশ্ৰয় সহায় বল) গলধনত গপ চোৱাঁ।

**গলগ্ৰহ লগা** ডিঙিত গ্ৰহ স্বৰূপ হৈ লগা অৰ্থাৎ এৰাব নোৱাৰাকৈ আপদ লগা to be an una oidable and loathsome burden **গলগ্ৰহ হোৱা** একে অৰ্থ।

**গলৰ গুৰি পোৱা** কুকুৰৰ দৰে জাপ মাৰি ডিঙিৰ ওচৰ পোৱা। এতেকে ৰবকৈ সাহ পোৱা অতিকৈ আশয় পাই নিৰ্ভয় হোৱা to be bold and regardless by getting over indulgence

**গলৰ বিহ** গলত বিহ লাগিলে সি বেগতে নেৰায় আৰু বৰ আহুকাল কৰে। এতেকে আহুকলীয়া আৰু বেগতে নুগুচা জঞ্জাল গলগ্ৰহ an annoying and obstinate trouble or burden

**গলৰ মণি** গলত পিন্ধা মণি। এতেকে বৰ আদৰৰ মানুহ বা বস্তু person or a thing highly endeared **গলৰ মাণিক** গলৰ মণি চোৱাঁ।

**গলিতং কৰা** গলিত কৰা গলাই পেলোৱা। এতেকে (১) তেনেই কোমল কৰা যেনে সিজাই গলিতং কৰিলো to make quite soft (২) ৰবকৈ পিটা বা কিলোৱা to beat severely

**গ'লি পমি যোৱা** মৰম ব্যথা বা কৰুণাত দ্ৰবীভূত হোৱা to melt in kindness sympathy or compassion

**গলে নলে লগা** (নল = ডিঙিৰ নল এতেকে গল) গলে গলে লগা অৰ্থাৎ অতি মিলা প্ৰীতিৰ অতি বন্ধু ভাবাপন্ন thick and thin hand and glove very much attached to each other

**গহ্বা গজা** গুটি নপচোৱাকৈ তলসৰা গুটিৰ পৰা গজা এতেকে জহ্বা bastard

**গহৰি কৰা** পলম কৰা বিলম্ব কৰা to delay

**গা অহা** বাজনাৰ ছেৱত নাচিবৰ মন যোৱা। এতেকে উলাহ লগা মন উঠা to be encouraged in delight **গা উঠা** গা দা খোৱা অৰ্থাৎ উলাহ লগা মন বঢ়া উৎসাহিত হোৱা to be encouraged **গা এৰা** প্ৰসব হোৱা যেনে প্ৰসূতীৰ গা এৰাইছে to be delivered of a child

**গা আলেগা দিয়া** গা এফলীয়া কৰা গা এৰা দিয়া চোৱাঁ। **গা আলেঙা দিয়া** একে অৰ্থ। **গা এদলীয়া হোৱা** (১) যুটীয়া দায়িত্বৰ হাত সৰা to get rid of a joint responsibility (২) দায়িত্ব সম্পাদন কৰি বা তাৰ ভাৰ লোকক দি নতুবা অকল নিজেই লৈ নিজঞ্জলীয়া হোৱা to get rid of troubles by discharging a responsibility or delegating it to

others or by taking it solely upon self **গা একলীয়া হোৱা** নিৰাপদে সন্তান প্ৰসৱ কৰি নিজে ৰক্ষা পোৱা to be safe or out of danger by delivering a child after labour **গা এৰা দিয়া** দায়িত্ব ত্যাগ কৰা সম্পৰ্ক পৰিহাৰ কৰা to cease to have responsibility attention or connection **গা এৰি দিয়া** নিজে চেষ্টা নকৰি আপোনা আপুনি যি হয় হ'বলৈ এৰি দিয়া to cease to take interest in a matter and leave it to take its own course **গা এৰোৱা** (১) দাই সৰা to get rid of a responsibility (২) গা এৰা চোৱাঁ।

**গাই গাই লগা** গাতে গা লাগি থকা। এতেকে নিকট সম্পৰ্কীয় বা ওচৰ চুবুৰীয়া closely related or living close

**গাই বাই চোৱা** ক ব লগীয়া কথা কৈ পক্ষ সমৰ্থন কৰি জিকিবলৈ যত্ন কৰা হক ৰক্ষাৰ অৰ্থে যুক্তি তৰ্ক প্ৰয়োগ কৰি পুৰুষাৰ্থ কৰি চোৱা to try to win a cause by representing its favourable side to plead in one s favour to win a cause

**গাই মুৰা** গোটেই জনমত সমূলি গোফ-ডাড়ি নগজা যেনে গাইমুৰা মানুহ, one having no growth of whiskers or beards throughout life

**গাওনা গোৱা** গাওনি গোৱা চোৱাঁ।

**গাওনি গোৱা** (গাওনি = যি গোৱা যায়) ৰটনা কৰা গ্লানি প্ৰকাশ কৰা to speak ill of

**গাঁও ফুৰা** গাঁৱৰ মানুহৰ ঘৰত ফুৰা চকা কৰা to call at the houses of neighbours

**গাঁঠি কটা** টোপোলা বা বেৰৰ পোলাৰ গাঁঠি কটা। এতেকে চুৰ কৰা to steal

**গাঁঠিৰ সোণ** 'আঁচলৰ ধন চোৱাঁ।

**গাঁত পুৰোৱা** গাঁত ভৰোৱা। এতেকে পেট পূৰ কৰা অৰ্থাৎ খোৱা (নিন্দাৰ্থে) to eat cont

**গাঁতত ক'কাল দিয়া** কঁকালটো গাঁতত থাকিলে বেগত উঠিবলৈ টান হয়। এতেকে অবহেলা কৰা সৰপালি কৰা কাম পাচলৈ পেলাই থোৱা to be indolent to be putting off things in dilences **গাঁতত কঁকাল পেলোৱা** একে অৰ্থ।

**গাঁতত পৰা** গাঁতত পৰিলে উঠিবলৈ টান। এতেকে ঠেকত পৰা টানত বা অসুবিধাত পৰা to be in a difficult or inconvenient situation

**গাঁতৰ এন্দুৰ** সদায় গাঁততে সোমাই থকা এন্দুৰ। 'কূপ মণ্ডুক চোৱাঁ।

**গাঁতলৈ যোৱা** (১) মানুহ মৰিলে গাঁত খানি পুতি থয়। এতেকে মৰা (শাওত ব্যৱহাৰ হয়) to die (used as a curse) (২) তললৈ যোৱা অৰ্থাৎ অধঃপতিত হোৱা পাচলৈ যোৱা to be spoilt or degraded to retrograde

**গাঁতে আঁটা** মৰিলে গাঁত খানি পুতিবলৈ ঠাইৰ নাটনি নোহোৱা not to be in want of a space to be burried

**গাঁৰি ধৰা** শকত হোৱা পেম ধৰা গাত মঙহ ধৰা to be fat **গাঁৰি খহা** খীণোৱা to be reduced in body

**গা উঠা** উৎসাহিত হোৱা to be animated or encouraged **গা কৰা** শাৰীৰিক বা আৰ্থিক উন্নতি কৰা to prosper bodily or financially **গা কুটকুটোৱা** বহুত বেলি একে ঠাইৰে থাকিলে গা কুট-কুট কাট-কাট কৰে এতেকে একো কাম কৰিবলৈ নেপাই কচ্-কচনি লগা to be restless to do something having not done anything for a long time **গা খৰোৱা** ঘনাই সৰু-পানী চুৰ লাগি পোৰণিয়ে ধৰা to pass urine too often with a burning sensation **গা খহা** গৰ্ভ নষ্ট হোৱা to get an abortion **গা খহোৱা** গৰ্ভ নষ্ট কৰা to cause miscarriage **গা গধুৰ** গধুৰ বস্তুৰ বেগত লৰচৰ নহয়।

এতেকে এলেহুৱা বেগত লৰিব চৰিব নোৱাৰা indolent **গা ঋটা** গা দুৰ্বল হোৱা শৰীৰৰ অৱস্থা হ'টি যোৱা to be weak or in declining health **গা ঋটি দিয়া** একে অৰ্থ। **গা খেলোৱা** ধুন মাৰি বিনা কামে ফুৰি ফুৰা to be strolling with a foppish air **গা চাই** (১) গালৈ দৃষ্টি ৰাখি অৰ্থাৎ নিজৰ অপকাৰ নোহোৱাকৈ সাৱধানে যেনে গা চাই ফুৰিবা with safety to self carefully (২) গাৰ জোখাৰে গাত খোৱাকৈ যেনে গা চাই গামোচা suiting one in size **গা চেবোৱা** (চেব্ = সং চপ্ = সঞ্চালন) কোনো আশঙ্কাৰে সঞ্চালিত হোৱা অৰ্থাৎ কোনো বেয়া কথা হব বুলি মনে গঁজা বা মনত খেলোৱা যেনে টেকেলাক দেখিয়েই, খাজনা সাধিবলৈ আহিছে বুলি গা চেবালে to ha e a pre entiment of anything bad **গা-চোৰা** গৰাকীৰ গা ৰক্ষা কৰোঁতা যেনে গা চোৰা লিগিৰা responsible for one s personal safety as a bodyguard **গা জিলিকা** গা জিলিকা হোৱা চোৱাঁ। **গা জুৰোৱা** শৰীৰ জুৰ কৰি দিয়া। এতেকে সন্তোষ দিয়া l t to cool the body i e to please **গা জোকৰা** নাচোঁতে গা জোকাৰ খায়। এতেকে নাচনিয়াৰৰ স্বভাৱ ধৰা অৰ্থাৎ পাতলালি কৰা চঞ্চল হোৱা tc behave with levity **গা জোৰা** গালৈ জোৰা বা যথেষ্ট হোৱা বা গাত জুৰি ধৰা যেনে আমাৰ দুখে গা জুৰিছে to be enough for one to suffer

**গা টেঙোৰা** গা টেঙা হোৱা বা গা টেঙা কৰা গা দুখোৱা চোৱাঁ। **গা তঙোৱা** বেমাৰৰ পৰা উঠি সবল হোৱা আৰ্থিক দুৰৱস্থাৰ পৰা ভাললৈ অহা to recoup health or pecuniary position **গা তিওৱা** গা ধোৱা to bath **গা তোলা** বহা বা শোৱাৰ পৰা উঠা বা লোকক তোলা। এতেকে নিজে উৎসাহিত হোৱা বা লোকক উৎসাহিত কৰা to be up and doing to encourage **গা থাকৰা** (থাকৰা = থাউনি পোৱা) (১) গা বোৱা বা ৰক্ষা পোৱা যেনে আৰু দহ টকা হলেহে গা থাৰৰিব to be saved to be able to manage (২) গা ৰক্ষা কৰা যেনে আৰু দহ টকা আনিছে গা থাৰৰিছোঁ to save one s self **গা থোৱা** তনু ত্যাগ কৰা বা মৰা মান্ যেনে গোঁসাই ঈশ্বৰে গা থ'লে to expire to die hon **গা দঙা** (১) বেমাৰৰ পৰা উঠি সবল হোৱা to pick up strength after an illness (২) ব্যং মৰা প্ৰাণত্যাগ কৰা to die Im **গা দিয়া** (১) বঢ়া ডাঙৰ হোৱা যেনে শাক ডৰাই গা দিছে to grow up (২) সাহায্য কৰা to assist (৩) চহকী হোৱা to be rich to be better off **গা দুখোৱা** গাত দুখ জন্মোৱা অৰ্থাৎ মনত বেয়া লগোৱা যেনে কঠুৱা কথাই গা দুখাই যায় to bore a person in mind **গা ধন** (১) পোৱা মুৰি অৰ্থাৎ, মানুহৰ গোটেপতি লগোৱা ধন বা ৰাজহ poll tax (২) বিয়া কৰাবলৈ ছোৱালী দিয়া বাবে ছোৱালীৰ অভিভাৱকক দিয়া ধন mon y gi en to the guardian of a girl in consideration of giving her n marriage **গা ধৰা** গাত মঙহ বঢ়া হৃষ্ট পুষ্ট হোৱা to be fat **গা নৰিয়া** গৰ্ভৱতী pregnant

**গা পতা** নিজৰ গাটো পাতি দিয়া এতেকে (১) লোকক নিজৰ অপকাৰ কৰিবলৈ এৰি দিয়া যেনে তুমি কিলাব খুজলে মই গা পাতি দিমনে? (২) সহায় কৰিবলৈ আগবঢ়া সহ'য কৰিব পৰা হোৱা যেনে পুতেকে গা পাতিলে বাপেকৰ চিন্তা নেথাকে to be ready or able to assist **গা পাতি লোৱা** (১) স্বীকাৰ কৰা সৈ কঢ়া to admit or confess (২) উপযাচি আগবঢ়া বা স্বীকাৰ কৰা যেনে মই নোকোৱাতো যাম বুলি গা পাতি লৈছে to take up on ones s self without being

asked **গা পৰা** গা ঘটা দুৰ্বল হোৱা to be pulled down in health **গা পাতল** গা পাতল হ'লে ল'ৰি ঢাপৰি ফুৰিব পাৰি। এতেকে উদ্যোগী এলাহ নথকা active **গা পেলোৱা** যত্ন কৰিবলৈ এৰি দিয়া নিশ্চেষ্ট হোৱা to be cease to strive **গা পোৱা** (১) গা স্পৰ্শ কৰা অৰ্থাৎ দায়ে পোৱা যেনে সেই লেঠাই তোমাৰ গা নেপায়হি to come as a responsibility or liability (২) আশয় পোৱা বাবে অগ্ৰাহ্য কৰা যেনে নীচ জনে মৰম পালেই গা পায়হি to be regardless or disrespectful (৩) গাত লগা বাবে কষ্ট পোৱা। এতেকে অতিৰিক্ত হোৱা যেনে খৰচে গা পাই গৈছে to be rather too much to endure **গা বজা** গা চেবোৱা চোৰাঁ। **গা বন্ধ হোৱা** গৰ্ভ হোৱা to be n the family way **গা বেয়া কৰা** (১) সামান্য অসুখ হোৱা to be ndi posed (২) তিৰোতা মানুহৰ অশৌচ লাগিবৰ উপক্ৰম হৈ অসুখ কৰা to begin to have the pains for a child birth **গা ভগা** বীৰ্য্য স্খলন হোৱা to ha e sem nal discharges (২) তিৰোতাৰ প্ৰসবৰ অনতিপূৰ্বে স্ৰাব হোৱা to have discharges prior to child birth (৩) গা খীণ হোৱা to be thinner in body **গা ভকন্ধ** (ভকন্ধ = পুৰ) গৰ্ভৱতী pregnant **গা ভাৰী হোৱা** গৰ্ভৱতী হোৱা to be pregnant **গা মাটি** খাটনিৰ বেচৰ বাবে খাবলৈ দিয়া কল্পিত মাটি lands given for njoyment in consideration of personal ser ices **গা মাটি কৰা** অতি পৰিশ্ৰমত স্বাস্থ্য হানি কৰা to injure health by excessive labour **গা মাটি হোৱা** স্বাস্থ্য হানি হোৱা to be injured in health **গা মানুহ** গাৰ মানুহ চোঁৱা। **গা মুৰি দিয়া** ঠৰ লাগিলে পোনাবলৈ গা ভঙা ছিঙা কৰা to stretch out limbs to remove stiffness **গা মুৰি মানুহৰ** মুৰে পতি অৰ্থাৎ গাইপতি মানুহটোৰে পতি যেনে গামুৰি টকাকৈ ধৰগুনি পেলাইছে per head

**গা যোৱা** তিৰোতাৰ স্ৰাব হোৱা to have menstrual discharges **গা ৰখা** (১) হানি বা কষ্টৰ পৰা গাক ৰক্ষা কৰা to save one s self from loss or distress (২) সাহায্য কৰি নিৰাপদ বা নিশ্চিন্ত কৰা to make free from anxieties or troubles by rendering assistance (৩) স্ৰাৱ বন্ধ কৰা stop discharges (৪) ব্যং বিপদ বা জঞ্জাল ঘটোৱা to bring about danger or trouble Irn **গা ৰোৱা** (১) গা ৰক্ষা পৰা যেনে এশ টকা হ'লেহে গা ৰ'ব to be saved from trouble (২) নিৰাপদ বা নিশ্চিন্ত হোৱা to be free of troubles or anxieties (৩) স্ৰাব হ বলৈ বন্ধ হোৱা to get discharges stopped (৪) ব্য অনিষ্ট হোৱা বিপদ ঘটা to be undone Irn **গা লৰা** (১) প্ৰসবৰ লক্ষণ হোৱা যেনে অমুকীৰ গা লৰিছে to ha e symptoms of child brith (২) কোনো কাৰ্য্য কৰিবলৈ গা লৰা চৰা যেনে ইমানে কোৱাতো গা নলৰিল to be stirred to do anything **গা লৰোৱা** গা লৰচৰ কৰা অৰ্থাৎ কোনো কামলৈ কুৰুংকাৰা কৰা to be moving or stirring to do omething **গা লাগি** গাৰে লাগি অৰ্থাৎ শৰীৰ আৰু মন প্ৰয়োগ কৰি কায়মনে গাত লাগি with heart and soul **গা সৰা** পৰিত্ৰাণ পোৱা ৰক্ষা পোৱা to get rid of (a trouble danger or responsibility) **গা সুৰা** মাহেকীয়া স্নানৰ সময়ত বা আন সময়তে সৰহকৈ স্ৰাব হোৱা to get excessive discharges during menstrual period or at any other time **গা সুৰি যোৱা** একে অৰ্থ। গা

লোৱা গাই সহ্য বা সহ্য কৰা to be bearable **গা হোৱা** লোকৰ বাবে লগা হোৱা জামিন হোৱা to stand as a surety

**গাগৰি দিয়া** (গাগৰি = সহায় আশ্ৰয়) লোকৰ আশ্ৰয় পাই সাহ কৰি দেখুওৱা লোকৰ বলত সাহ পাই ডাবি দিয়া to show courage being backed by others **গাগৰি মৰা** একে অৰ্থ।

**গাগল গিলা দিয়া** গাগল মাছৰ নেলু বহল আৰু খঁক সৰহ কিবা খোৱা বস্তু পালে সি সৰহীয়াকৈ গিলে। এতেকে কোনো বস্তু সৰহীয়াকৈ খোৱা বা আত্মসাৎ কৰা misappropriating or eating anything in a large quantity

**গা চেকেৰাই যোৱা** চোকা অস্ত্ৰৰ কোবত গা চেকেৰ কৰি যায়। সেই দৰেই গা জিকাৰ খুৱাই যোৱা যেনে গা চেকেৰাই যোৱা কথা causing shock

**গাজত লগা** (১) লোকৰ মনৰ গুপ্ত ভাবৰ বা অভিপ্ৰায়ৰ ইঙ্গিত বা উল্লেখ থকা touching one s concealed motive (২) মৰ্মস্থল স্পৰ্শ কৰি যোৱা যেনে গাজত লগা কথা touching one s weak points or unfair object

**গাজৰ কথা** মনৰ গুপ্ত কথা বা অভিপ্ৰায় যেনে গাজৰ কথা ক'লে মানুহে বেয়া পায় concealed motive

**গা জকৰীয়া লগা** লেঠা বা আহুকাল গুচাত প্ৰশান্তি লগা to feel free of troubles or embarrassment

**গা জিলিকা হোৱা** গা জিলিকি লোকৰ চকুত পৰা হোৱা। এতেকে (১) বিখ্যাত হোৱা to be notable to achieve prominence (২) তিৰোতা মানুহৰ লোকে দেখিলে গৰ্ভ হৈছে বুলি চিনিব পৰা হোৱা to be advanced in family way so as no longer to be able to conceal it

**গাটোৰ লগতে হাঁটো হোৱা** গাটোৰ লগত হাঁটো লাগি থকাৰ দৰে লোকৰ লগত অভেদ হৈ লাগি ফুৰা। অৰ্থাৎ সঙ্গ নেৰাকৈ লোকে সৈতে মিলি ফুৰা constantly associating with another

**গাত কথা লগা** (১) কথাই গাত স্পৰ্শ কৰা অৰ্থাৎ কথাৰ গধুৰত্ব অনুভৱ হোৱা যেনে বয়স হ'লেহে কথা গাত লাগে to be judicious or considerate (২) গাত ভৱিষ্যত বাণী ফলিওৱা যেনে গুৰু জনে কৈ যোৱা কথা তেওঁৰ গাত লাগিছে to be frutified as a prophecy in respect of a person

**গাত কাপোৰ লোৱা** কাপোৰেৰে গা ঢাকি গাৰ আবুৰ ৰক্ষা কৰা to cover the body to keep privacy

**গাত কিবা হোৱা** গৰ্ভ হোৱা to have a child in conception

**গাত গামোচা লোৱা** পাট গাভৰু হোৱালীয়ে উদ গাৰে নেথাকি গাত এখন গামোচা মেৰাই লয়। এতেকে পাট গাভৰু হোৱা to reach the age prior to that of full puberty (appl to girls)

**গাত গোঁসাই নাইকিয়া হোৱা** প্ৰাণীৰ গাত আত্মা বা ঈশ্বৰৰ অংশ থাকে তাকে গোঁসাই বুলিছে সেয়ে নাইকিয়াৰ দৰে হোৱা। এতেকে বিচেষ্টা বিতত বা বিবুদ্ধি হোৱা to be restless or very much perplexed

**গাত জুই জ্বলা** গাত জুই জ্বলিলে যে[illegible] কষ্ট হয় তেনে কষ্ট হোৱা। এতেকে অতিশয় মানসিক কষ্ট হোৱা to be in extreme mental agony

**গাত পাখি গজা** পাখি গজিলে চৰাই পোৱালীয়ে উড়িব পাৰে। এতেকে (১) নিজে নিজৰ তত্ত্বাবধান কৰিব পৰা হোৱা অৰ্থাৎ ডাঙৰ দীঘল হোৱা to be adult or able to take care of self (২) উভ্ৰাবল হোৱা to be unsteady or uncontrollable

**গা দাঙি কোৱা** ডাঠি কোৱা নিশ্চয়কৈ কোৱা সাহেৰে কোৱা to assert boldly

**গাত পাতি লোৱা** লোকে নোবোলাতো জগৰীয়া বুলিছে বুলি ভাবি লোৱা to

suppose to have been accused without being accused at all

**গাত বাৰবি ফুল বহা** কিলাই গাত বাৰবি ফুলৰ দৰে চিন বহুওৱা to make small circular marks on the body by giving severe blows

**গাত বিহু লগা** গাত বিহু লাগিলে হোৱাৰ দৰে কষ্ট হোৱা। গাত জুই জ্বলা চোৱাঁ।

**গাত বিহু লগা** বিহুত মানুহে বৰকৈ ৰঙ ধেমালি কৰে। এতেকে (১) বৰকৈ ৰঙ ধেমালিত মগ্ন হোৱা to be in great ecstacy (২) (বিপৰীত অৰ্থত) অতি বেজাৰ বা শোকত অভিভূত হোৱা to be emerged in great sorrow

**গাত লগা** (লগা = স্পৰ্শ কৰা)— (১) দোষে ছোৱা জগৰে পোৱা যেনে কাম বেয়া হ'লে তোমাৰ গাত লাগিব (অৰ্থাৎ দোষ লাগিব) to be liable for (২) গাত ফলিওৱা যেনে মঙ্গলতিয়ে কোৱা কথা মোৰ গাত লাগিল to come to happen as foretold (৩) গা অধিকাৰ কৰা গাত লগা যেনে গাত ভূত লগা to be possessed by (as an evil spirit) (৪) গাতে লাগি থকা। এতেকে আপু বা আপোন যেনে গাত লগা মানুহ own or friendly (as applied to a person) **গাত লাগি** মনদি যত্ন কৰি with attention taking interest **গাত লোৱা** (১) সৈ কঢ়া স্বীকাৰ কৰা যেনে পদকীয়াই দোষ গাত লৈছে to admit or confess (২) স্বীকৃত হোৱা যেনে কাইলৈ আহিবলৈ গাত লৈছোঁ to agree or consent

**গাত লেঠা হোৱা** গা-নবিয়া হোৱা গৰ্ভ সঞ্চাৰ হোৱা (সৌধু ভাষা) to be in the family way **গাত হাত দিয়া** (১) প্ৰহাৰ কৰা যেনে গুৰু জনৰ গাত হাত দিয়া মহাপাপ to assault to beat (২) তিৰোতা মানুহক বেয়া অভিপ্ৰায়েৰে স্পৰ্শ কৰা to touch a woman with an immoral purpose (৩) দোষী বা দোষভাগী বুলি লেটিওৱা to implicate **গাত হাত ফুৰোৱা** হাত ফুৰালে গৰু-ম'হ শান্ত হয়। এতেকে মিঠা আচৰণ বা মৰমেৰে শান্ত বা বশ কৰা to pacify or subdue by kind treatment or behaviour

**গাতে চিকোট মাৰি চোৱা** চিকোটত লোকে কিমান দুখ পায় নিজৰ গাতে চিকোটি চাই তাৰ পৰিমাণ বুজা। এতেকে লোকৰ দৰে দুখত নিজে পৰিছোঁ বুলি অনুমান বা কল্পনা কৰি দুখ বুজা pinching own body to feel other s pain i e realising others pain or distress by imagining one s self to be in a similar plight **গাতে চিকোটি চোৱাঁ** একে অৰ্থ।

**গা দহ্‌দহীয়া লগা** (দহ্‌দহীয়া = দৃঢ় স্থিৰ সবল) অৱস্থা ভাল গতিকে নিশ্চিন্ত লগা to be without anxieties for being well off

**গান্ধি মাৰি হাত গোন্ধোৱা** ক্ষুদ্ৰ জনৰ অপকাৰ কৰি মাত্ৰ নিজৰ অপযশ কৰা to earn discredit by injuring an insignificant person

**গাপ উঠা** বতাহ নোপোৱাকৈ ঢাকি থোৱাত ভাপ ওলোৱা। এতেকে কোনো কাম গহৰিকৈ পেলাই থোৱাত পুৰণি হোৱা to have been shelved in negligence for a long time **গাপ দিয়া** গহৰি কৰি বহু দিন পেলাই থোৱা to shelve for a long time **গাপ লগা** গাপ উঠা চোৱাঁ।

**গা ভাৰী হোৱা** (ভাৰী = গধুৰ) গৰ্ভ হোৱা to be pregnant

**গা মাৰি যোৱা** হাত ভৰি চপাই, কেনিও গা নলগাকৈ সাৱধানে যোৱা যেনে ভকত সজ্জনৰ মাজেদি গা মাৰি যাব লাগে to pass carefully without touching anything around

**গা মূৰ জোকৰা** সজাগ হোৱা to be alert **গা মূৰ ধোৱা** ঋতুস্নান লগা ছুৰ

লোৱাৰা হোৱা to have monthly menstruation

**গামোচা লোৱা** গাত গামোচা লোৱা চোৱা।

**গাৰ আঁৰ হোৱা** (১) গাৰ ওচৰৰ পৰা অলপ বেলিলৈ আঁতৰি যোৱা যেনে সৰপা বনুৱাই গৃহস্থৰ গাৰ আঁৰ হ'লেই বন নকৰা হয় to be away for a short while (২) গাৰ ওচৰৰ পৰা আঁতৰি গৈ চিৰকাললৈ নেদেখা হোৱা। এতেকে মৰা (শপতত খাটে) যেনে আপোনাৰ গাৰ আঁৰ হবলৈকে মই তেনে ক'ম কৰা নাই to die (used in swearing)

**গাৰ উমান** উমান বুজিব পৰা শক্তি power of perception **গাৰ চেৰ্** (চেৰ্ = স চপ্ = সঞ্চালন) উমান বুজিব পৰা সতৰ্কতা alertness **গাৰ বলেৰে** অকল অযথা ক্ষমতা চলাই, অৰ্থাৎ যুক্তি প্ৰমাণ বা স্বত্ব নথকাতো যেনে গাৰ বলেৰে এই নিয়ম চলাইছে forcibly i without right reason or justification unjustly **গাৰ মানুহ** আহোম ৰজাৰ দিনত বিষয়াৰ তলে খাটি দিবলৈ বাব্ থকা বনুৱা। এতেকে তাবৰ মানুহ তলতীয়া মানুহ সদায় পৰিচৰ্য্যা কৰিবলৈ লাগি থকা মানুহ people under one s authority personal attendants

**গাৰ গুৰি পোৱা** গাৰ ওচৰ পোৱা অৰ্থাৎ (১) বৰকৈ লাই বা আশ্ৰয় পোৱা to get too much indulgence (২) মাৰিবলৈ খেদা মাৰি গৈ ওচৰ পোৱা to approach with a view to assault

**গাৰ গোন্ধত সাতখন বিলৰ মাছ মৰা** অতিশয় লেতেৰা (অকল প্ৰাণীত খাটে) very filthy and dirty (appl to living beings alone)

**গা বজিং বজিং কৰা** (বা লগা) (বজিং = আনন্দিত) গা আনন্দিত লগা অৰ্থাৎ, মনত বৰ সন্তোষ লগা উল্লাসিত হোৱা to be exhilirated in delight

**গাৰ নোম ডালি ডালি হোৱা** গাৰ নোম এডাল এডাল হৈ শিয়ৰি উঠা। এতেকে ভয়ত বা বিস্ময়ত জিকাৰ খাই উঠা to startle in sudden fear or amazement

**গাৰ নোম থিয় হোৱা** গাৰ নোম ডালি ডালি হোৱা চোৱা।

**গাৰ নোম নেদেখা হোৱা** গধূলি হোৱা to be dusk

**গাৰ নোম শিয়ৰা** গাৰ নোম ডালি ডালি হোৱা চোৱা।

**গাৰ ফালে পৰ পানী দিয়া** সঙ্কটাপন্ন শাৰীৰিক অবস্থা precarious bodily condition

**গাৰ সক সক গোঁসাই নাইকিয়া হোৱা** গাত গোঁসাই নাইকিয়া হোৱা চোৱা (তাতকৈ কম বিতত হোৱা।)

**গাল কাঢ়ি কৰা** আওকাণ কৰা অমনোযোগ কৰা to be inattenti e

**গাল্ ফটা** বৰকৈ মুখ মেলিলে বা মুখত সৰহকৈ বস্তু ভৰালে গাল ফাটি যায়। এতেকে সৰহ লাভৰ আশা কৰি ক্ষতিগ্ৰস্ত হোৱা to be a loser by attempting to gain too much **গাল মৰা** গলিয়াই মুখত ভৰাই খোৱা। এতেকে কোনো কাম অকলৈ কৰিবলৈ গাত লোৱা যেনে তেওঁ গোটেই সকামটোৰ খৰছ দিবলৈ গাল মাৰিছে to under take the sole responsibility for anything

**গালিৰে কুকুৰ পিটা কৰা** ('কুকুৰী পিটা কৰা' চাই লোৱা) অকল গালি পাৰিয়েই বৰকৈ কিলোৱাৰ সমান দুখ দিয়া to abuse mercilessly to cause pain by abusing as if by beating right and left

**গালে মুখে হাত দিয়া** বৰ চিন্তিত হোৱা to be in great anxiety **গালে মুখে হাত ফুৰোৱা** আদৰ বা মৰম কৰা to welcome or to show kindness by pasing the palm over one s cheeks and face

**গালৈ সামৰা** লোকক নিদি অকল নিজেই লোৱা আত্মগ্ৰাহ কৰা to take the

whole of anything for self alone to be self seeking

**গা শকত লগা** গা দহদহীয়া লগা চোৱাঁ।

**গা-সলনি দিয়া** নিজৰ মুখে আনক প্ৰতিনিধি দিয়া to give a proxy or a substitute **গা সলনি হোৱা** লোকৰ প্ৰতিনিধি হোৱা to be a proxy or substitute for another

**গা সাতখন আঠখন কৰা** ৰঙত বা খঙত উত্ৰাৱল হোৱা to be over excited either with pleasure or wrath

**গাহৰি খাবন খোৱা** গাহৰিৰ দৰে সৰহ আৰু লেতেৰা খাবন খোৱা eating dirty things in large quantity like swine

**গাহৰি গৰাল** গাহৰিৰ গঁৰালৰ দৰে লেতেৰা বাসস্থান a filthy place of abode like that of swine

**গিয়াতালি খোৱা** আদ্যশ্ৰাদ্ধ বা সপিণ্ডনৰ তৃতীয় দিনা জ্ঞাতিক দিয়া ভোজ খোৱা partaking of the feast given to the kinsmen on the third day from the Sraddha of a deceased person

**গিৰ্জনি মৰা** (গিৰ্জনি = গৰ্জন) বহুত মানুহে ৰঙত একেলগে কিৰীলি পৰা to cream in a body in delight

**গিলি ধৰা** ঢাকি ধৰা অৰ্থাৎ অতি ডাঙৰ হোৱা বাবে অমানী হোৱা জোখতকৈ ডাঙৰ গুণে দেখাত অমিল হোৱা যেনে পাগুৰীয়ে মুখখন গিলি ধৰিছে to be disproportionately big or large

**গিলিপ মৰা** গিলিপে গাৰুক ঢকাৰ দৰে ঢকা। এতেকে (১) কেউপিনে তেনেই ঢকা to cover up entirely (২) আবুৰ বা পৰ্দাত ৰখা যেনে তিৰী জাতিক গিলিপ মাৰি থোৱা অযুগুত to keep in strict privacy

**গুঁজৰি উঠা** (১) গোঁজৰণি মাৰি উঠা গোৰ্গোৰাই উঠা to growl (২) গুঞ্জৰি অৰ্থাৎ গুঞ্জন কৰি উঠা। এতেকে মৃদু মধুৰ মাত মাতি উঠা (কবিতাত খাটে) to begin to speak in a pleasant sweet and low voice (used in poetry)

**গুটি ধৰা** গুটি ধৰিলে গছ বোৱা সাৰ্থক হয়। এতেকে সাৰ্থক বা সফল হোৱা to frutify **গুটি সাঁচ** বসন্ত ৰোগ হোৱাৰ সাঁচ বা চিন marks of smallpox

**গুড়ি পকৰাক উধাৰ নিদিয়া** নিহ্কিনৰ উন্নতি হ'ব নিদিয়া not to let the humble rise

**গুড়ি পকৰাৰ পৰা গজহস্তীলৈ** সৰুৰ পৰা ডাঙৰলৈ'ক (অকল প্ৰাণীত খাটে) যেনে গুড়ি পকৰাৰ পৰা গজহস্তীলৈ আহাৰ ন'হলে কোনো নিজীয়ে from the smallest to the biggest (appl only to living beings)

**গুণ কৰা** উপকাৰ কৰা যেনে দৰৱে গুণ কৰিছে to do good to give a good effect **গুণ গোৱা** গুণ কীৰ্তন কৰা প্ৰসংশা কৰা শলাগ লোৱা to praise to express gratitude **গুণ টনা** গুণ জৰীৰে বামৰ পৰা টানি উজনি পানীত নাও নিয়া to drag a boat with a rope in up stream **গুণ থকা** (১) যশস্যা বোৱা যেনে মানুহ মৰি যায় গুণ থাকি যায to last as a good name (২) গুণযুক্ত ফলদায়ক যেনে গুণ থকা ঔষধ efficacions **গুণ থোৱা** সুনাম স্থায়ী কৰা to keep a lasting fame **গুণ দিয়া** গুণ কৰা চোৱাঁ। **গুণ পোৱা** উপকাৰ পোৱা to get benefit **গুণ বোৱা** গুণ প্ৰচাৰ হোৱা spreading of a good name **গুণ ৰোৱা** গুণ থকা চোৱাঁ। **গুণ লোৱা** গুণ স্বীকাৰ কৰা শলাগ লোৱা to acknowledge a benefit to express gratitude **গুণ হোৱা** উপকাৰ হোৱা accruing of a good

**গুণৰ মানিক** গুণ থকা মানিক। এতেকে অতি গুণী লোক a highly qualified person

**গুণা-কটা** গুণাৰ ফুল বছা যেনে গুণা

কটা খনীয়া having embroidery works of gold or silver threads

**গুণা-গঁথা কৰা** (গুণা = ভবা গঁথা = ভবা কথাবোৰ মালাৰ দৰে গঁথা) ভাবি পেলাই, ভবা কথা লানি লগোৱা। এতেকে ভালকৈ ভবা চিন্তা কৰা বা বিবেচনা কৰা to think over all the details of a matter

**গুণা টনা** টোকাৰীৰ গুণা টনা যায় মানে ভাল মাত ওলায়। এতেকে বৰকৈ যত্ন কৰা যেনে কামত গুণা টানি ধৰিবা to apply utmost efforts

**গুদা উঠা** (গুদা = গুড়া) গুড়ি বা চূৰ্ণ হোৱা। এতেকে ভাগি ডোখৰ ডোখৰ হোৱা যেনে ঢাবিখন গুদা উঠিল to be broken to pieces **গুদা কৰা** ভাঙি ডোখৰ ডোখৰ কৰা বা গুড়ি কৰা to break to pieces or to make powder by breaking **গুদাগুদ্ কৰা** খুন্দি-গুড়ি কৰা। এতেকে বৰকৈ মাৰ্‌পিট কৰা to beat severely **গুদা তোলা** গুদা কৰা চোৱা। **গুদা হোৱা** গুদা উঠা চোৱা।

**গুমৰ ভগা** গুপ্ত কথা প্ৰকাশ হোৱা আবুৰ গুচা to be divulged (as a secret) to have a privacy removed or destroyed **গুমৰ ভঙা** গুপ্ত কথা প্ৰকাশ কৰা আবুৰ ভঙা to divulge a secret to remove privacy

**গুৰি** গছৰ মূল। এতেকে (১) আৰম্ভন যেনে গুৰিতে লেঠা গুৰিৰে পৰা যত্ন কৰিলেহে কাম ভাল হয় the beginning of anything (২) ঘাই ঠাই যেনে গুৰিত ধৰিলেহে কাৰ্য্য সিদ্ধি হয় গুৰিত পানী দিয়া the main place the right place (৩) মূল ঘাই কাৰণ নেতা বা নায়ক যেনে এখেতেই সকলোৰে গুৰি the root the main cause the leader (৪) গোষ্ঠীৰ বা বংশৰ আদি যেনে মানুহটো দুখীয়া হ'লেও তাৰ গুৰিটো ভাল the origin of a person or a family (৫) পশ্চিম বা ভাটী ফাল যেনে গুৰিত গাঁজিলে বৰষুণ আনে the western or the down ward direction (৬) নাৱৰ পাচ ফাল যেনে গুৰিয়ালে গুৰিত ধৰি নাও বায় the stern of a boat (৭) সমীপ্ ওচৰ যেনে মান্যজনৰ গুৰিত সন্মানেৰে কথা কবা proximity

**গুৰি-কঁঠাল পৰা দিয়া** (গুৰি-কঁঠাল = গছৰ গুৰি ফালে লগা কঁঠাল) গুৰি-কঁঠাল শকত দেখি মাটিত পৰোতে গেমেহাই পৰে। এতেকে ডাঙৰ শব্দেৰে মাটিত পৰা to fall on the ground with a heavy sound

**গুৰিত গোবৰ দিয়া** গুৰিত গোবৰ দিলে গছ বাঢ়িবলৈ ডাঙৰ সহায় কৰা হয়। এতেকে ডাঙৰ সহায় কৰা to render substantial help **গুৰিত পানী দিয়া** গছৰ গুৰিত পানী দিলে ডাল পাত সকলোৰে জীপ্ পায়। এতেকে কাৰ্য্য সিদ্ধিৰ বাবে মূল ঠাইত যত্ন কৰা to try at the right quarters for fulfilment of an object

**গুৰি কটা** গছৰ গুৰি কাটিলে মহৎ অনিষ্ট কৰা হয়। এতেকে মহৎ অনিষ্ট সধা মূল উচ্ছেদ কৰা to do a great harm to cut at the root **গুৰি ধৰা** গুৰি ব'ঠা বাই নাও ঠিক বাটে নিয়া। এতেকে গতি নিৰ্ণয় কৰা ঘাই নেতা স্বৰূপে কাৰ্য্য কৰোৱা to be at the helm of a matter **গুৰি শকত** গুৰি শকত হ'লে অৰ্থাৎ গুৰিত বল থাকিলে গছ নুভাগে। এতেকে সমৰ্থবান ডাঙৰ সহায়যুক্ত strong at the back

**গুৰু এৰি ভক্তি কৰা** গুৰুৰে দেখুওৱা পথে দি নচলি অন্য পথে চলি ঈশ্বৰক ভক্তি কৰা। এতেকে অবাটে কাম কৰা বিপথে চলা to proceed in the wrong way i e not in the prescribed way

**গুৰু ঘাঁত মৰা** (গুৰু-ঘাঁত = খোল বাজনাৰ এক প্ৰকাৰ ছেও) বায়নে খোল বজাওঁতে পোনতে গুৰুঘাঁত মাৰিব লাগে। এতেকে কোনো কাম আৰম্ভ

কৰা to start or begin anything

গুৰু বাক্যৰ ভিতৰ গুৰুৱে দিয়া শিকনি মতে চলা। এতেকে ধৰ্ম পথত চলা যেনে গুৰু বাক্যৰ ভিতৰ মানুহ obeying the rules of righteousness

গুৰু-ভকতৰ অন্তৰ হোৱা (অন্তৰ = আঁতৰ) গুৰু-ভকতৰ আঁৰ হোৱা চোৱা।

গুৰু-ভকতৰ আঁৰ হোৱা গুৰু আৰু ভকতে নেদেখা হোৱা অৰ্থাৎ মৰি যোৱা (শপতত খাটে) যেনে গুৰু ভকতৰ আঁৰ হ বলে মই এনে কাম কৰা নাই to die (used in oath)

গুৰুলা গুৰুল্ কৰা তেনেই গুৰি কৰি পেলোৱা (মাৰ কিলত খাটে) যেনে কিলাই গুৰুলা গুৰুল্ কৰিলে to reduce to powder i e to beat heavily

গুলুম বন্ধা ওলাই যাবলৈ বাট নোপোৱাত একে ঠাইতে ডাঠ হৈ গোট খোৱা (ধোঁৱা জাতীয় বস্তুত খাটে) যেনে দুৱাৰ মাৰি থোৱাত ধোঁৱাই গুলুম্ বান্ধিছে to be dense by being shut up without a passage to escape গুলুম মৰা একে অৰ্থ।

গুৱা ভগোৱা তামোল খাবলৈ দি অভ্যৰ্থনা কৰা (সাধু ভাষা, to show cordiality to a guest by giving betel nuts to chew (used in dignified language)

গুৱাল গালি গুৱালে নাম গোৱাৰ ছলেৰে বা ম'হ গৰুক গালি পৰাৰ ছলেৰেই লোকক গালি পাৰে কিন্তু সেই গালিৰ বাবে মোকে পাৰিছে বুলি বুজিলেও গুৱালক কোনেও ধৰিব নোৱাৰে কাৰণ তাত কাৰো নামৰ উল্লেখ নেথাকে। এতেকে লোকক উদ্দেশ কৰি নাম নধৰাকৈ পৰা গালি abusive language without mention of the person abuaed

গু কৰা তেনেই লেতেৰা কৰা তেনেই অকামিলাকৈ নষ্ট কৰা to make very much dirty to spoil altogether

গু-কানিৰ গৰাকী গু মূত লগা কাপোৰ ধুই, ল'ৰা-ছোৱালীক অকল তুলি তালি ডাঙৰ কৰিবৰ গৰাকী অৰ্থাৎ মাত্ৰ প্ৰতিপাল কৰি তুলিবৰহে গৰাকী আনবিলাক কথাৰ বাবে গৰাকী নহয় এই ভাব one responsible only for the bringing up of a child and nothing else in respect of it

গুত চাউল খোৱা অত্যন্ত কিৰ্পিণ very nuch miserly

গু-পেৰেত বিষ্ঠাৰো মোহ এৰিব নোৱাৰা প্ৰেত। এতেকে অতিশয় কৃপণ মানুহ an extremely niggardly person গু খক একে অৰ্থ।

গু-শুঙা বেজ বিষ্ঠা পৰীক্ষা কৰা বাবে চিকিৎসকক এই বুলি নিন্দা কৰে this pharase is used to ridicule a physician for examining people s stools

গু হবা দিয়া অতি বেয়া ধৰণে হৰা অতিপাতকৈ পৰাভব হোৱা to be shamefuly defeated in a contest

গোঁজা মৰা কিবা কথা মনত পেলাই দিবলৈ বা কিবা মন কৰিবলৈ লোকৰ গাত ঠেলা মৰা বা ঘুকুটিওৱা to nudge a person to remind or notice something

গোঁঠেলা-গোঁঠেলি কৰা গেঁঠেলা মৰা বস্তুৰ দৰে কথা কোৱা অৰ্থাৎ খঙেৰে জোকোৰা মাৰি গোৰগোৰাই কথা কোৱা to speak angrily in short and indistinct words

গেঠেলা মৰা নপকি টান হৈ থকা to be hardened instead of being ripe গোঁঠেলা লগা একে অৰ্থ।

গেৰ খহা (গেঁৰ = গৰ্ভস্থ সন্তান) প্ৰসৱ হোৱা যেনে 'হৰ্ বিস্তৰ্ হৰ অমুকীৰ গেঁৰ খহি পৰ to be delivered of a child গেঁৰ ধৰা ধান জাতীয় শস্যৰ গৰ্ভত থোক মেলা গেৰেলী ধৰা to begin to have seeds within (as in case of plants like paddy) গেঁৰ

মৰা (১) 'গেঁৰ খহা" চোৱাঁ। (২) চৰাই-পোৱালীৰ পেট পোনতে ডাঙৰ থাকে মঙহ আৰু পাখি হ'লে পাচত গাই পেটে মিলি পৰে তাকে 'গেঁৰ সৰা বোলে। এতেকে কেচুৱা বয়স অতিক্রম হোৱা to have passed infancy

**গেণ্ডেৰি দিয়া** কুকুৰৰ দৰে দাঁত উলিয়াই গোঁজৰণি মৰা অর্থাৎ ভাবুকি দিয়া মিছা ভয় দেখুওৱা to growl like a dog i e to show a ain threat

**গেজেৰা মৰা** 'কেটেৰা মৰা চোৱাঁ।

**গেজেৰা-গেজেৰি কৰা** খঙেৰে চুটিকৈ আৰু কেটেৰা মাৰি কথা কোৱা to be short abrupt and angry in speech

**গেনা লগা** নাকত পানী থকা বাবে মাত গেনগেনীয়া হোৱা। ৰোহ লগা মানুহৰো কান্দোতে নাকেদি পানী ওলোবাত মাত তেনে হয়। এতেকে ৰোহ্ লগা ব্যং to be sullen or offended Irn

**গেৰেউ-গোঁথেউ কৰা** (গেৰেউ = গা গধুৰ গেঁথেউ = গেঁথনি) সৰহকৈ খোৱাত া৷ গধুৰ লাগি আৰু উশাহ লোৱাত কষ্ট পাই এলাহ লগা। এতেকে হেলা কৰা অনিচ্ছা কৰা কোনো কাম কৰিম নে নকৰিম বুলি ইতস্তত কৰা to be reluctant or hesitating **গেৰেউ গোঁথেউ লগা** একে অর্থ।

**গেৰেলী খৰা** 'গেঁৰ ধৰা চোৱাঁ। **গেৰেলী মেলা** একে অর্থ।

**গেৰো-গোঁথো কৰা** কোনো কার্য্য কৰিবলৈ অনিচ্ছাৰ ভাব কৰা to feel reluctant to do a th ng ('খেঁবো গেঁবো 'ৰে একে অর্থ নহয়।)

**গেলা গপ** এনে গপ যে সি মানুহটো গেলাই পেলায় অর্থাৎ গেলা বস্তু ঘিণ কৰাৰ দৰে সকলোৱে তাক গপৰ বাবে ঘিণ কৰে। এতেকে অতিশয় গপ excessive pride **গেলা ডাৱৰীয়া লালী** বৰষুণত ঠাই বোকা হৈ, গেলি যোৱাৰ দৰে হয়। এতেকে লালীকৈ বৰষুণ দিয়া ডাৱৰীয়া বতৰ a wet season i e continuous raining for days together **গেলা বতৰ** একে অর্থ। **গেলা বৰালি** গেলা বৰালি মাছ অনাদৰৰ বস্তু। এতেকে অনাদৃত বস্তু অৱজ্ঞাৰ বস্তু anything unwelcome or detastable

**গেলাত টেঙা দিয়া** গেলা বস্তু এনেয়ে খাবলৈ বেয়া তাতে টেঙা দিলে সি অধিক বেয়া হয়। এতেকে বেয়াকে অধিক বেয়া কৰা to make a bad thing worse

**গেলেপা খোৱা** একে ঠাইতে সৰহকৈ গোট খাই গাপ যুক্ত হোৱা to be heated by over crowding **গেলেপা লগা** গাপৰ বাবে গেলি বিকৃত হোৱা to be over fermented for over crowding

**গোঁজ মৰা** খোঁচ্ মাৰি মাটিত পোতা। এতেকে (১) ৰোৱা বা পচোৱা to transplant or sow (২) খুঁটি পোতা to put in a peg

**গোজা মৰা** খোঁচ মাৰি পোতা। এতেকে (১) ৰোৱা to plant as a tree (২) স্থাপন কৰা বা পতা অর্থাৎ বৃত্তি বিধান বা জীবিকাৰ উপায় দি থিতাপি কৰা to settle or establish a person in life by givirg some occupation

**গোঁজেই গছ হোৱা** মদাৰ বা শিমলু আদিৰ ডাল গোঁজ স্বৰূপে পুতি থ'লে সেয়ে কালত গছ হযগৈ। এতেকে অস্থায়ীৰূপে থাকিবলৈ পাই, নিগাজী হোৱা অলপ সুবিধা বা চল পায়েই লাহে লাহে ক্ষমতা বিস্তাৰ কৰি স্থায়ী আৰু প্রতাপী হোৱা to become a tree from peg i e to be permanent after getting a place temporarily

**গোফাল্ নেজাল্** গোঁফ আৰু নেগুৰযুক্ত। এতেকে ব্য প্রধান সম্ভ্রান্ত prominent resp ctable Irn

**গোঁসাই থোৱাদি থোৱা** পূজা কৰা গোঁসাই থোৱাদি যত্নেৰে থোৱা। এতেকে বৰ যতনেৰে থোৱা to keep with great care

**গোঙোৰা মৰা** খঙেৰে অস্পষ্টকৈ দুটা বা এটা শব্দ কোৱা to utter just a word

or two angrily and indistinctly **গোঙোৱা-গোঙোৱি কৰা** একে অৰ্থ।

**গোছ লোৱা** খেতিত পোনৰ দিন ভুই ৰোৱা to transplant paddy seedlings for the first day in the season

**গোট কৰা** একেলগ কৰা গোটোৱা to collect together **গোট খুওৱা** একে অৰ্থ। **গোট খোৱা** একেলগ হোৱা চাপ খোৱা চপা to assemble **গোট বন্ধা** (১) এগোট হোৱা চোৱা।(২) 'গোট মৰা' চোৱা। **গোট মৰা** পনীয়াৰ পৰা গোটা অৱস্থা প্ৰাপ্ত হোৱা to be condensed **গোট হোৱা** এগোট হোৱা চোৱা।

**গোট কাঠ** গোটে গোটে থকা কাঠ। এতেকে জধামূৰ্খ a great dunce **গোট গৰু** তেনেই গৰু অৰ্থাৎ সম্পূৰ্ণ বুদ্ধিহীন মানুহ, অতিশয় মূৰ্খ a great fool

**গোটা কনীয়া** সাঙ্গীকৈ ন'লৈ গুটীয়া ভাব লোৱা। এতেকে লোকৰ লগ নোহোৱা অকলশৰীয়া যেনে গাঁৱৰ মূৰৰ গোটাকনীয়া এঘৰ মানুহ lonely separated from others

**গোথোৰ-মোথোৰ কৰা** (গোথ = গুচ্ছ, থোপা মোথোৰ—অনু) কপালৰ আগ থোপা কৰা। এতেকে বিৰক্তিৰ ভাবেৰে অস্পষ্টকৈ দুই চাৰি আষাৰ কটু কথা কোৱা জেঙেৰা-জেঙেৰি কৰা গোঙোৱা-গোঙোৱি কৰা। to utter a few indistinct words in an angry mood to be cross and peevish

**গোধ ওকটা** লোকৰ গুপ্ত বা পুৰণি দোষৰ কথা উল্লেখ কৰা to refer to an old or secret sin or vice of a person

**গোধত গেলা** (গোধ = গুপ্ত পাপ বা দোষ) গুপ্ত পাপত বা দোষত ভিতৰি গেলি পচি যোৱা to be rotting in secret sins or vices

**গোনা মতা গুলোৱা** গোনা ম'হে গাৰ বলেৰে মইমতালি কৰি ফুৰে। এতেকে ক্ষমতা দেখুৱাই মইমতালি কৰা to be self willed and showing

**গোনা ম'হ** অকলশৰে ফুৰা বলী আৰু দুষ্ট মতা ম'হ। এতেকে লোকৰ লগ নোলোৱা মইমত স্বভাৱৰ দুষ্ট মানুহ a disagreeable and self willed man

**গোবৰ-লেতী** নেগুৰত গোবৰ লাগি থকা গাইৰ দৰে লেতেৰী অৰ্থাৎ লেতেৰী dirty filthy (used in the feminine gender) **গোবৰ-লেতেৰা** গোবৰত নেগু লোৱাৰ দৰে লেতেৰা। এতেকে খৰ লেতেৰা very dirty (used in masculine gender) স্ত্ৰী—গোবৰ-লেতেৰী।

**গোবৰ-পানী খোৱা** ডাঙৰ পাপৰ শাস্তি স্বৰূপে হিন্দু মানুহে পৰাচিত হৈ, গোৱৰ গোলা পানী খাই শুচি হ'ব লাগে। এতেকে ডাঙৰ পাপৰ বাবে পা পৰাচিত হৈ উদ্ধাৰ হোৱা to make expiation for a grave sin

**গোৰ মাৰি গঙ্গাত পেলোৱা** গোৰ মাৰিও গঙ্গাত পেলালে পৰোতা জনে গঙ্গাস্নানৰ ফল পায়। এতেকে অপকাৰ কৰিবলৈ কৰা কাৰ্য্যৰ পৰা অনিচ্ছা ক্ৰমে উপকাৰ কৰা to do a good unwittingly by an a tion intended for harm

**গো মূৰ্খ** গৰুৰ দৰে মূৰ্খ a big fool

**গোৱা** (১) গাউনি গোৱা চোৱা। (২) গীত গোৱা গীত দোহাৰি দোহাৰি গায়। এতেকে একেটা কথাকে ঘূৰাই ঘূৰাই কোৱা repeating the same thing over and over again

**গোৱা-বোৱা** গাই বাই চোৱা চোৱা।

**গোৱে পোৱে তল যোৱা** ধনে জনে বিপদাপন্ন হোৱা to be involved in danger of wealth as well as the life of ones son

**গোহালি টকলা** কপালৰ আগত নোম নথকা তেনে গৰু কুলক্ষণীয়া। এতেকে কুলক্ষণীয়া বা অমঙ্গলীয়া মানুহ an ill omened man

# ঘ

ঘঁটা ভালকৈ লবোৱা। এতেকে চৰ্চা বা আলোচনা কৰা to discuss to deal with a matter

ঘঁটা ওলোৱা ডিঙিৰ ঘটিকা ওলোৱা। এতেকে ৰৰকৈ খীণোৱা to be much reduced in body ঘঁটা কোবোৱা ঘণ্টাৰ কলিৰ দৰে দুই দাঁতিয়ে কোবোৱা। এতেকে দুৰ্বলতাৰ বাবে অথিৰকৈ খোজ দিয়া to step unsteadily for weakness ঘঁটা লৰা ঘণ্টাৰ কলিৰ দৰে লৰা কাৰ্য্য অৰ্থাৎ ৰৰ জোকাৰ বা জোকাৰণি যেনে চুলি কোচাত ধৰি লৈ ঘঁটা লৰা দিলে হাতীত গ'লে গাই ঘঁটা-লৰা পায় a rough shaking

ঘঁটা জোকৰা দিয়া ঘণ্টাৰ কলিৰ দৰে জোকাৰ দিয়া অৰ্থাৎ, ৰৰকৈ জোকৰা to shake roughly

ঘঁটীয়া শিঙৰা ঘাটত থকা শিঙৰা মাছ সদায় মানুহৰ সঞ্চালত থাকি টেঙৰ হোৱাত সিহঁতে ৰৰশীত নোখোঁটে। এতেকে ধূৰ্ত মানুহ a willy person

ঘঁৰিয়াল পৰা দিয়া ঘঁৰিয়াল পানীৰ যুৰলিত ঠেং ঠুং মেলি দীঘল দি পৰি থাকে। এতেকে হাত ভৰি মেলি দীঘল হৈ পৰি থকা ধোৱা দি পৰা to lie down stretching the limbs like a crocodile

ঘট পৰীক্ষা ঘটেৰে কৰা পৰীক্ষা অৰ্থাৎ এঘট পানীত ক'লা আৰু বগা দুটা গুটি সুমাই থৈ বদীয়াজনক তাৰে এটা তুলিবলৈ দি যি পৰীক্ষা কৰা হয় সেই পৰীক্ষা a form of ordeal as described above

ঘট মট লগা বাধা বিঘিনি হোৱা জোঁট পোট লগা happening of an obstruction or tangle ঘটং মটং লগা একে অৰ্থ।

ঘণ্টা কোবোৱা বামুণ ঘণ্টা কোবাই জীৱিকা অৰ্জা বামুণ অৰ্থাৎ, শান্তি স্বস্ত্যয়ন কৰি খোৱা বামুণ a Brahmin earning livelihood by performing religions ceremonies for others

ঘণ্টা মুদ্ৰা দিয়া (মুদ্ৰা = কিবা বস্তুৰ আকৃতি দেখুৱাবলৈ হাতেৰে কৰা আঙ্গি ভুঙ্গি) ঘণ্টা বজোৱাৰ দৰে মুদ্ৰা দি দেখুওৱা অৰ্থাৎ তুচ্ছ ভাব বা অগ্ৰাহ্যৰ ভাব বুজাবৰ অৰ্থে বুঢ়া আঙ্গুলি লৰাই দেখুওৱা (এই ৰীতি ভদ্ৰ সমাজত গৰ্হিত) to show contempt or disregard by swinging the thumb like the knob of a bell (this is objection able in decent societies) ঘণ্টা লৰা দিয়া চুলিত ধৰি লৈ ঘণ্টাৰ দৰে মূৰ জোকৰা to shake the head violenthy by catching the hair

ঘপ্ কৰে ঘপ্‌ৰ কৰে বেগেতে অকস্মাৎ, হঠাৎ, অনায়াসে হেলাৰঙে instantly suddenly easily without trouble

ঘৰ কৰা স্বামী স্ত্ৰী ৰূপে গৃহবাস কৰা to live as husband and wife ঘৰ গচকা বিয়াৰ পাচ দিনা পুৱা দৰাৰ লগতে আহি ছোৱালীয়ে দৰাৰ ঘৰত ভৰি দিয়া (মাটি বাৰী বুজি বাজি ল'বলৈ হ'লে তাক গচকি দখল লোৱা হয়। এই ঘৰ গচকা নিয়মটো তাৰে আভাস) to set foot at one s husband house (as a formality) for the first time after marriage ঘৰ গিৰী ঘৰ চলাওঁতা অৰ্থাৎ ডাঙৰ লোকৰ ঘৰ চলাওঁতা ঘাই ভৃত্য the chief steward ঘৰ গোনা সদায ঘৰতে সোমাই থকা home keeping ঘৰ জোঁৱাই চপনীয়া জোঁৱাই a son in law living permanently at his father in law s house ঘৰ ধৰা লেঠা লুঠলি মাৰি সুচাৰু ৰূপে ঘৰ চলোৱা to manage a household smoothly ঘৰ নিৰন্তৰে প্ৰতি ঘৰে ঘৰেপতি at every house ঘৰ পতা (পতা = স্থাপন কৰা) বিয়া বাৰু কৰাই থিতাপী কৰা বা হোৱা to marry and

settle in life **ঘৰ বুঢ়া** ঘৰৰ ভিতৰৰ বয়সীয়াল বা সৰ্বপ্ৰধান মূল মানুহ the senior most member or the head of a family **ঘৰ ভগা** মানুহ মৰাত বা বেলেগ হোৱাত ঘৰৰ শ্ৰী নষ্ট হোৱা breaking up of a household by reason of death or partition in the family **ঘৰ ভঙা** গৃহৱৰ্তীৰ ভিতৰত বিবাদ ঘটাই, একেঘৰ মানুহকে কেইবা ঘৰো কৰা to divide a family by creating dissensions among the members **ঘৰ মুৱা** নিজৰ ঘৰৰ ফাললৈ মুখ কৰি যোৱা যেনে ঘৰমুৱা যোঁৱাই বেগাই খোজ দিয়ে proceeding towards home **ঘৰ মুৰি** ঘৰেপতি নিৰ্দ্ধাৰিত (পোৱামুৰিৰ বিপৰীত) যেনে ঘৰমুৰি বৰঙনি fixed per house (as opposed to per capita or head) **ঘৰ লগা** ঘৰত আসক্ত হোৱা যেনে গৰুটো ঘৰ লাগিছে to be attached to a home or a family out of love or affection **ঘৰ লগোৱা** ঘৰত অনুৰক্ত কৰা যেনে নতুন গৰুক লোণ পাত খুৱাই ঘৰ লগোৱা to make attached to a house or a fam ly **ঘৰ লোৱা** (১) নতুন ঘৰত থাকিবলৈ আৰম্ভ কৰা যেনে পূৰ্ণিমাৰ দিনা ন ঘৰ ল'ম to start li ing in a new residence (২) এয়ে মোৰ ঘৰ বুলি মন পাৰি থাকিবলৈ লোৱা যেনে গৰুটোৱে ঘৰ লৈছে to be used to a new abode **ঘৰ শুওৱা** ঘৰ শোভা কৰা যেনে লক্ষিমী তিৰোতাই ঘৰ শুৱাই থয় to adorn a house **ঘৰশুৱা** ঘৰ শুৱাই থকা যেনে ঘৰশুৱা মানুহ adorning a house i e being like an ornament to the house **ঘৰ সোঁৱৰা** আন ঠাইত থাকি ঘৰলৈ মনত পৰাত আকৌ ঘৰলৈ ঘুৰি অহা to remember and return to one s old place of abode

**ঘৰ গুচাই বাঁহতল কৰা** ঘৰখন বাঁহতলৰ দৰে বিশৃঙ্খল কৰা to make a house disorderly

**ঘৰ নাব্ কৰা** ঘৰ নষ্ট কৰা to spoil a house

**ঘৰ বেৰা দিয়া** ঘৰৰ কেউফালে বেৰি ধৰি আক্ৰমণ কৰা to attack by sorrounding a house to be siege a house

**ঘৰৰ মানুহ,** ঘৰৰ ভিতৰৰ প্ৰধান মানুহ (স্ত্ৰীয়ে স্বামীৰ বা স্বামীয়ে স্ত্ৰীৰ লোকৰ আগত উল্লেখ কৰোঁতে ব্যৱহাৰ কৰে)। এতেকে স্বামী বা স্ত্ৰী a husband or a wife

**ঘৰ ল'ৰিলেও মানুহ নলৰা** ঘৰটোৱেই যদি কেনেবাকে ঠাই এৰি যায় তথাপি মানুহে ঘৰ এৰি ক'লৈকো নোযোৱা অৱস্থা। এতেকে ঘৰত সদায় মানুহ থকা অৱস্থা ঘৰ কেতিয়াও উদং হৈ নথকা অৱস্থা the state of a house never being empty i e some body being always present in the house

**ঘৰে ঘৰে** ঘৰেপতি at every house **ঘৰে দুৱাৰে** ঘৰ আৰু ঘৰৰ দুৱাৰে সৈতে অৰ্থাৎ ঘৰৰ সকলো অ শই সৈতে যেনে ঘৰে দুৱাৰে পেলনি গ'ল মাটি ডোখৰ ঘৰে দুৱাৰে বেচিলোঁ with houses and everything pertaining to them **ঘৰে পৰে** নিজ ঘৰ আৰু আন ঠাইতো যেনে দ্বন্দুৰাই ঘৰে পৰে দ্বন্দ কৰি ফুৰে both at home of abroad **ঘৰে বাজে** 'ঘৰে পৰে' চোৱা।

**ঘাই খোৱা** সৰু প্ৰাণীৰ স্ত্ৰী পুৰুষে সঙ্গম কৰা ওৰ যোৱা to copulate **ঘাই ঘৰ** আচল ঘৰ মূল ঘৰ থিতাপী ঘৰ the home the permanent abode **ঘাই দিয়া** 'ঘাই পতা' চোৱা। **ঘাই পতা** বনৰীয়া চৰাই ধৰিবলৈ পোহনীয়া চৰাইৰে ফান্দ্ পতা to lay trap for wild birds by putting a decoy bird to attract them **ঘাই মুৰীয়া** বৰ মুৰীয়া সৰ্বপ্ৰধান leading most

prominent

**ঘাইল কৰা** অস্ত্ৰ আদিৰে প্ৰহাৰ কৰি ঘূণীয়া কৰা to wound **ঘাইল হোৱা** অস্ত্ৰ আদিৰ প্ৰহাৰত ঘূণীযা হোৱা to be wounded

**ঘাঁহ ধৰা** সমূলি নোখোৱাৰ পৰা অলপ অলপকৈ ঘাঁহ খাবলৈ আৰম্ভ কৰা যেনে পোৱালীয়ে ঘাঁহ ধৰিলেহে, গৰু টানি খীৰাব লাগে বেমাৰত পৰিবৰ পৰা গৰুটোৱে ঘাঁহ ধৰা নাই to begin to eat grass for the first time or after a period of abstinence

**ঘাট খাউৰা** সৰুতে পিতৃ মাতৃ মৰা বাবে নিৰাশ্ৰয় rendered helpless at a young age by the death of parents **ঘাট হোৱা** (১) কম হোৱা টুটা যেনে ধান গাল দোৱা জোখত এদোণৰ ঘাট হ'ল to be less (২) খীণোৱা to be reduced or emaciated (৩) পৰাস্ত হোৱা হৰা যেনে যুঁজত তেওৰ ঘাট হ'ল to be defeated or vanquished

**ঘাটৰ শৱ** খৰি দিবলৈ নৈৰ ঘাটলৈ নিয়া মৃত দেহৰ দৰে। এতেকে মৰোঁ মৰোঁ হৈ থকা মানুহ one in the point of death

**ঘাটি খোৱা** দোষত বা বিপদত পৰা চৰথৰীয়াত পৰা যেনে নেচাই বাট বুলিলে ঘাটি খাবলৈ আছে to be involved in trouble to come to grief **ঘাটি লগা** অপৰাধ হোৱা দোষ লগা to be an offence **ঘাটি লগোৱা** দোষ বা অপৰাধ লগোৱা to offend **ঘাটি হোৱা** (১) কম হোৱা যেনে গাখীৰখিনি জোখত এসেৰ ঘাটি হ'ল to be less (২) দোষ বা ত্ৰুটি হোৱা যেনে অজ্ঞানীৰ ঘাটি হ'লে জ্ঞানীয়ে ক্ষমা কৰে to be an offence or a short coming

**ঘাৰ মোচৰা** (ঘাৰ = ডিঙিৰ পাচ ফাল) ডিঙি পকোৱা। এতেকে বধ কৰা মহৎ অনিষ্ট কৰা যেনে বলিও খালে ঘাৰো মুচৰিলে to kill to do a great harm

**ঘালি নিয়া** উকটি উজাৰি বা উঘালি তলত লুকাই থকা বস্তু ওপৰলৈ উলিয়াই দিয়া অৰ্থাৎ গুপ্ত দোষ উলিয়াই উধাই মুধাই গালি পাৰি নিয়া to go on abusing right and left raking up old scandals

**ঘিউত কাইট বছা** সমূলি দোষ নথকা স্থলত দোষ উলিয়াবলৈ বিচৰা to seek to find fault with anything quite faultless

**ঘিউ বিয়লী কৰা** মগু বা মাটি মাহত ঘিউ সানি ৰ'দত শুকাই, খাবলৈ জুতি লগা কৰা to soak pulses in ghee and dry in the sun to make them more tasteful

**ঘিট ঘিটনি উঠা** বহুত মানুহ একে ঠাইতে গোট খোৱাৰ বাবে হুলা গলা শব্দ উঠা। এতেকে সৰহ মানুহৰ সমাগম হোৱা যেনে মানুহৰ ঘিট ঘিটনি উঠিছে many people to be assembling together **ঘিট ঘিটাই থকা** বহুত মানুহ আহি গৈ থকা বহুত মানুহৰ সমাগম হৈ থকা যেনে মানুহে ঘিট ঘিটাই আছে many people to be going and coming

**ঘিটিং কৰা** মেঘৰ দৰে ঘিটি কৈ মাত্ৰ গাজনি মৰা। এতেকে অতি সামান্য কিবা ঘটনা ঘটা যেনে দুই ঘৰ এনে আপ্ত মানুহ যে এঘৰত ঘিটি কৰিলেও সিঘৰে গম পায় occurring of something very trifling

**ঘিলা কটা** আঁঠুৰ ঘিলা আজুৰি উলিয়াই পেলোৱা (আগৰ দিনত ই এবিধ ৰাজদণ্ড আছিল) taking off the knee caps as a punishment

**ঘুকুটিয়াই থকা** ঘনাই ঘোকোটা মাৰি সোঁৱৰাই বা সজাগ কৰি থকা। এতেকে ঘনাই খটিযাই থকা pressing or insisting repeatedly nudging too often

**ঘুণ্ডলা উঠা** (ঘু = ঘুণ গুলা = গুড়া) ঘুণ গুড়িৰ দৰে হোৱা পুৰণি হোৱাত বা

অতি ব্যৱহাৰত নষ্ট হোৱা to be spoilt for being too old or being over used **ঘুগুলা কৰা** ব্যৱহাৰ কৰি নষ্ট কৰা to make old or useless by using too nuch **ঘুগুলা তোলা** 'ঘুগুলা কৰা' চোৱা। **ঘুগুলা হোৱা** 'ঘুগুলা উঠা' চোৱা।

**ঘুম্ মৰা** (১) মূৰৰ পৰা ভৰিলৈকে কাপোৰেৰে ঢাকি লোৱা to envelope the whole body including the head with cloth (২) চিন্তাযুক্ত হৈ মনে মনে বহি থকা to be sitting silently in a mournful mood

**ঘুমটি নহা** টোপনি নহা অর্থাৎ (১) অশান্তি ভোগ কৰা ব্যগ্ৰ বা চিন্তিত হোৱা to be losing peace of mind to be anxious (২) লোকৰ ভাল দেখি খিযালত চকু পোৱা to felt envy at other s good **ঘুমটি মৰা** টোপনিত শুই থকা to be sleeping

**ঘুমুটি খোৱা** টানকৈ আছাৰ খোৱা যেনে তিনি **ঘুমুটি** খাই পৰিলগৈ to be shaken iolently

**ঘুমুটিয়াই ফুৰা** কিবা বিচাৰি ঘুৰি ফুৰা to be moving about here and there in search of anything

**ঘুলা উঠা** 'ঘুগুলা উঠা' চোৱা। **ঘুলা কৰা** 'ঘুগুলা কৰা' চোৱা। **ঘুলা হোৱা** ঘুগুলা হোৱা চোৱা।

**ঘুলি লোৱা** ঘুলিত পৰা ম'হৰ দৰে বোকাৰে লুটুৰি পুটুৰি হোৱা to wallow in mud

**ঘূৰা** (১) ওভতা যেনে এতিয়া মানে তেও ঘুৰিব পায to return or come back (২) এফালৰ পৰা আন ফাললৈ মুখ কৰা to turn round or turn back (৩) কোনো কথা কৈ তাক সলোৱা to change words to break promise (৪) অতিকৈ ফুৰা যেনে দিনটো ঘুৰিবই লাগিছোঁ to run about to roam **ঘূৰা পকা** অকাই পকাই ফুৰা যেনে ধুবুৰীৰ পৰা ঘূৰিপকি আহিলোঁগৈ to move about

**ঘূৰাই ঘূৰাই** বাৰেপতি পুন পুন repeatedly **ঘূৰাই পকাই** (১) ঘূৰণ বাটে আওহাতেদি in a round about way indirectly (২) বলাই ঘটাই অনেক প্ৰবন্ধেৰে বৰাই বুজাই by persuasion by persistent efforts

**ঘূৰা পকা কৰা** ইফালে সিফালে ফুৰা to move about

**ঘূৰি ঘূৰি** 'ঘূৰাই ঘূৰাই' চোৱা।

**ঘূৰি ফুৰা** 'ঘূৰি পকি ফুৰা' চোৱা।

**ঘূৰি পকি ফুৰা** ব্যস্ত হৈ ইফালে সিফালে গৈ ফুৰা to move about busily

**ঘেং কৰি উঠা** কুকুৰৰ দৰে ঘেং শব্দ কৰি উঠা। এতেকে হুকিয়াই উঠা ভৌ ভৌকৈ ধৰা to snarl like a dog **ঘেংঘেঙাই উঠা** একে অর্থ।

**ঘেঁত্তা মৰা** বহুত লাভ কৰা to make large profit

**ঘেকেটা খোৱা** অপমান পাই পাই অপমানলৈ লাজ নোহোৱা নিলাজ নিধক চতুৰ devoid of selt respect be ng accustomed to insult shameless cunning

**ঘেকেটি খোৱা** 'ঘেকেটা খোৱা' চোৱা।

**ঘেৰ্ ঘেৰণি টনা** মৰিবৰ সময়ত ডিঙিত কফ হোৱাত ডিঙিৰ ঘেৰ ঘেৰ শব্দ হোৱা making rattling sound from throat due to cough at the time of death

**ঘোঁকা-ঘোঁক কৰা** ঘোঁকা ঘোঁকে নিয়া অর্থাৎ ঘনাই ঘনাই সৰহ পৰিমাণে নিযা যেনে ভঁড়ালটো হাততে পাই ধাৰবোৰ ঘোঁকা-ঘোঁক কৰিলে to take out anything repeatedly and in large quantities

**ঘোঁকা মৰা** কোনো বস্তুৰে বোকা মাৰি বা ডাঙৰকৈ খামোচ মাৰি সৰহ পৰিমাণে নিয়া to scoop out or gouge out anything in a large quantity

**ঘোঁৰা বাগৰ দিয়া** ঘোঁৰাই মাটিত বাগৰাৰ দৰে বাগৰা অর্থাৎ টোপনি নহাকৈ শুই বাগৰা বাগৰি কৰা to roll on the

bed

**ঘোঁৰাৰ আগত লবা** ঘোঁৰাতকৈও আগ হৈ লবি যোৱা অর্থাৎ, ঘোঁৰাৰ চেকুৰেও পাচ পেলাব নোৱাৰা। এতেকে কোনেও গুচাব বা নিবাৰণ কৰিব নোৱাৰা অর্থাৎ ন্যায্য মতে প্রাপ্য justly due due under a irrevocable right

**ঘোঁৰাৰ ছুটি** ঘোঁৰাৰ চেকুৰ অর্থাৎ বৰ দ্রুত গতি যেনে 'মেলিলে মন ঘোঁৰাৰ ছুটি বান্ধিলে মন শিলৰ খুটি great speed **ঘোঁৰাৰ শিং** ঘোঁৰাৰ শিং নগজে। এতেকে নোহোৱা নোপজা বস্তু অসম্ভৱ বা অস্বাভাৱিক বস্তু horse horn i e an absurd thing anything that does not exsist in Nature

**ঘোঁৰা শিং গজোৱা** ঘোঁৰাৰ শি নগজে। এতেকে অসাধ্য সাধন কৰা ব্যং to achieve something quite impossible Irn

**ঘোঁৰা শিঙৰ কঁৰীয়া** (বা কেক) ঘোঁৰাৰ শিং নাই। এতেকে নোহোৱা নোপজা বস্তুৰ অলঙ্কাৰ ব্য an ornament of a material that does not exi t in Nature Irn

**ঘোগোলা উঠা** ঘুগুলা উঠা চোৱাঁ। **ঘোগোলা হোৱাঁ** 'ঘুগুলা হোৱাঁ চোৱাঁ।

**ঘাচাম গাঁঠি** (ঘোচাম = চোৱা গছৰ সূত তাৰ জৰী বৰ টান হয়) টান জৰীৰ গাঁঠি এৰাব নোৱাৰা বান্ধ। এতেকে এৰাব নোৱাৰা লেঠা নেৰা নেপেৰা লেঠা যেনে 'আঁৰে হ'লে আহুকাল বিষয় হ'লে জঞ্জাল ভার্য্যা হলে ঘোচামৰ গাঁঠি an unavoidable entanglement

**ঘোচামৰ জৰী** 'ঘোচাম গাঁঠি চোৱা।

**ঘোৰ খুওৱা** পোন গুচাই বেঁকা কৰা অর্থাৎ, ঠৰঙা গুচাই ভাঁজ লোৱা কৰা। এতেকে অসম্মত থকাৰ পৰা সম্মত কৰোৱা to make a stiff person pliant i e to make an unwilling person agreeable **ঘোৰ খোৱা** অসম্মত থকাৰ পৰা সম্মত হোৱা to become agreeable from being unwilling or obstinate **ঘোৰ লোৱা** 'ঘোৰ খোৱা চোৱাঁ।

**ঘোলা** বোকাৰ দৰে ঘেলঘেলীয়া কৰা। এতেকে সা কৰা লুটপাট কৰা নষ্ট কৰা যেনে বিদেশীয়ে অসম দেশ ঘুলিলে জহনীয়ে গাওঁখন ঘুলিছে to plunder to exploit to lay desolate

# চ

**চঁক্ খোৱা** অকস্মাৎ ভয় খোৱাত বা আচৰিত হোৱাত গা জিকাৰ খাই উঠা উচাপ্ খোৱা to startle in sudden alarm or surprise

**চঁছালি ওলোৱা** (চঁছালি = জৰীৰে গোঁঠা কামী) বুকুৰ কামী হাড়বোৰ চঁছালিৰ কামীৰ দৰে ওলাই পৰা। এতেকে বৰকৈ খীণোৱা to be much emaciated

**চকলা বন্ধা** গাৰ ছালত ঘূৰণীয়া হৈ উখহি সাঁচ হোৱা rising of a round pot on the skin (like one for a mosquito bite)

**চকা যোৱা** বৰকৈ তাপ পোৱা গুণে কোনো পাত্রৰ (বিশেষকৈ মাটিৰ পাত্রৰ) এচঁহা এৰাই যোৱা flaking off of a sl ce from the surface of a pot (especially an earthen one) by reason of being heated too much

**চকাৰ বকাৰ নোকোৱা** আন কি চ কিম্বা ব আখৰটোও উচ্চাৰণ নকৰ্বা অর্থাৎ মুঠেই একোকে নোকোৱা কোনো কথা নোকোৱা uttering not even a mono syllable i e speaking not at all

**চকাহ দিয়া** (১) বৰষুণৰ নিবাম ঘটা বৰষুণৰ পাচত আকৌ সূর্য্য প্রকাশ হোৱা to cease to rain the sun

being visible again after cessation of rains (২) বেমাৰৰ বা কষ্টৰ উপশম হোৱা to abate as a disease or a pain

**চকু কঢ়া** চকু উঘালি উলিয়াই মানুহক অন্ধ কৰা (পূৰ্বে কোনো কোনো দোষৰ বাবে এই দণ্ড দিয়া হৈছিল) pulling out the eyes as a punishment **চকু গজা** চকু প্ৰস্ফুটিত হোৱা অৰ্থাৎ, দেখি শুনি নতুন কথা জনা বুজা হোৱা to have the eyes opened i e being able to realise matters not noticed before **চকু-চৰহা** সেই নামৰ এবিধ পোক আছে সি চকুত পৰিলে চকুত বৰ কষ্ট হয়। লোকৰ কিবা ভাল দেখিলে তেনে কষ্ট পোৱা অৰ্থাৎ লোকৰ ভাল হোৱা সহিব নোৱাৰা। এতেকে চকুপোৰা স্বভাৱৰ পৰশ্ৰীকাতৰ envious jealous **চকু চাওঁতেই** চকুৰে চাই থাকোঁতেই অৰ্থাৎ, বেগেতে ততালিকে instantly **চকু দিয়া** (১) লাভ কৰিবৰ অৰ্থাৎ পাবৰ বাঞ্ছাৰে লক্ষ্য কৰা যেনে এই মাটি ডোখৰত তেও চকু দিছে আমুকাই অমুকীত চকু দিছে to watch or look at with a desire to possess (২) 'চকু ৰখা' চোৱা। (৩) চোৱা যেনে এনেহে ধুনীয়া যে চকু দিলে চকু বয় to see **চকু থোৱা** চাবলৈ লৈৰা অৰ্থাৎ একে থিৰে চাই থকা to fix eyes upon anything **চকু নমা** সেই নামৰ এবিধ চক্ষুৰোগ হোৱা সেই ৰোগত চকু উখহে আৰু ৰঙা পৰে getting upthalmia

**চকু পকোৱা** খ উঠিলে মানুহে চকু পকায়। এতেকে খ কৰা খ প্ৰকাশ কৰা to be angry to express anger **চকু পৰা** দৃষ্টি পৰা যেনে এই কথাত আপোনাৰ চকু পৰিছে, অৰ্থাৎ ইয়াক আপুনি দেখিছে to have the eyes attracted to anything **চকু পোৱা** লোকৰ ভাল দেখি সহিব নোৱাৰা হোৱা to feel envy to be jealous **চকু ফুৰোৱা** চকু ফুৰাই চোৱা। এতেকে (১) ওপৰে ওপৰে ভাল-বেয়া চোৱা to examine superficially (২) দেখিলে ঘূৰাই চাই সংশোধন কৰা to revise and correct **চকু মুদা** (১) মৰা মৃত্যু হোৱা to die (২) দেখিলে চকু মুদি থকা অৰ্থাৎ, দেখিও নেদেখা ভাও জোৰা যেনে মই ঘৰুৱা কথালৈ চকু মুদিছোঁ to shut one s eyes to something **চকু মেলা** ডাঙৰ বেমাৰত অজ্ঞান হৈ থকাৰ পাচত অলপ বাক পোৱা যেনে নৰিয়াই আজিহে অলপ চকু মেলিছে to get a slight relief in a serious illness **চকু ৰখা** আলেঙে আলেঙে গতি বিধিলৈ লক্ষ্য ৰখা দৃষ্টি ৰখা যেনে ল'ৰাটোলৈ চকু ৰাখিবাঁ to have an eye upon **চকু লগা** (১) দেখি মন খোৱা মনোমত হোৱা যেনে বস্তুটোত মোৰ চকু লাগিছে to be of one s choice (২) চকুযুক্ত অৰ্থাৎ চকুবাল যেনে চকুলগা মানুহে যেই সেই কাম বেগেতে শিকে keen sighted

**চকু জাপ নোযোৱা** সমূলি টোপনি নহা to have absolutely no sleep

**চকুত আঙুলি দিয়া** ছল কৰা বা ঠগা ফাকি দিয়া যেনে এনেহে টেঙৰ যে চকুত আঙুলি দিব নোৱাৰি to deceive or cheat

**চকুত ঘুমটি নহা** 'ঘুমটি নহা' চোৱাঁ।

**চকুত ধৰা** চকুত জলকতবক কৰা to seem indistinct to eyes

**চকুত পৰা** দৃষ্টিত পৰা catching one eyes **চকুত পেলোৱা** দৃষ্টি আকৰ্ষণ কৰা জনোৱা যেনে ৰাইজৰ দুখ ৰজাৰ চকুত পেলাব লাগে to bring to notice to represent **চকুত লগা** মনৰ জোখাৰে হোৱা দেখি মনোমত পোৱা যেনে ঠাই দোখৰ মোৰ চকুত লাগিছে to be of one choice

**চকুত বাতি দিবলৈকো** দৰৱ স্বৰূপে চকুত দিবলৈকো চকুৰ দৰবলৈ নিচেই তাকৰ বস্তুৰেই জোৰে। এতেকে অলপো

সমূলি নিচেই তাকৰকৈও যেনে চকুত বাটি দিবলৈকো ঘৰত লোণৰ সঁচ নাই তোমাক চকুত বাটি দিবলৈকো পাবলৈ নোহোৱা হ'ল (অৰ্থাৎ অলপো লগ নোপোৱা হ'ল) not even the smallest quantity of anything not even a very little i e not at all

**চকুত সেপ দি কন্দা** মুখৰ সেপ চকুত সানি কন্দাৰ ভাও জোৰা। এতেকে মিছা কান্দন কন্দা কপট শোক প্ৰকাশ কৰা to feign weeping or sorrow

**চকু থাকি খালত পৰা** চকু থকা মানুহ, চকুৰে চাই নগলেহে খালত পৰে। এতেকে নিজৰ অসাৱধানতাৰ বাবে বিপদত পৰা to be in troubles for one s own carelessness

**চকু দিলে চকু ঘোৰা** চকুৰে চালে চকু ঘুৰি নাহি তাতে বৈ থকা অতি ধুনীয়া বস্তু দেখিলেহে মানুহে তেনে হেঁপাহেৰে চায়। এতেকে অতি ধুনীয়া চাই থাকিবৰ মন যোৱা যেনে উপচি ফুলা ফুল জোপা চকু দিলে চকু ৰোৱা হৈছে no nice or beautiful that people cannot turn their eyes from it i e ery beautiful or pleasing

**চকু নভঙাকৈ চোৱা** চকু ইফাল সিফাল নকৰাকৈ বা নপচৰাকৈ চোৱা। এতেকে একে থিৰে চোৱা একেৰাহে চোৱা to stare eagerly

**চকু পাৰি চাব নোৱাৰা** ( 'চকু পাৰি চোৱা চোৱাঁ) অৰ্থাৎ সমূলি ভাল চকুৰে চাব নোৱাৰা দেখিব নোৱাৰা বা বেয়া পোৱা ever unwilling to bestow a kind look i e being not at all kind or courteous

**চকু পাৰি চোৱা** (১) মনোযোগেৰে চোৱা to look at a person or anything attentively (২) অকপট বা সৰল মনেৰে অৰ্থাৎ সদয় দৃষ্টিৰে চোৱা শুভ দৃষ্টিৰে চোৱাঁ to have a look with an open mind and kindness

**চকু মুদ নোযোৱা** 'চকু জাপ নোযোৱা চোৱাঁ।

**চকু মেলি চোৱা** কৃপা দৃষ্টি কৰা সুপ্ৰসন্ন হোৱা to cast a look of sympathy to take pity to be favourably disposed

**চকুৰ আগত** দেখাত সাক্ষাতত যেনে মোৰ চকুৰ আগত এনে কাম হ'ব নোৱাৰে within one s sight in presence of **চকুৰ আগতে** (১) চাই থাকোঁতেই সাক্ষাততে যেনে চকুৰ আগতে চুৰ কৰিলে বিপদ হয় হয় যেন চকুৰ আগতে দেখি আছোঁ under the very eye (২) সদায় দেখি থকা ঠাইতে যেনে বস্তুটো চকুৰ আগতে থ'বি at a place that can be often seen (৩) অদূৰ ভৱিষ্যতে যেনে বিপদ হয় যেন চকুৰ আগতে দেখি আছোঁ in the immediate future **চকুৰ টিপতে** (১) চকুৰে টিপ মাৰি দিয়াতে। এতেকে চকুৰ ইঙ্গিততে at a slight hint with the eye (২) চকুৰ পচাৰ মাৰোঁতেই, অৰ্থাৎ ততালিকে at a twinkling of the eye instantly **চকুৰ পচাৰতে** এবাৰ চকু পচাৰোঁতেই অৰ্থাৎ তুৰন্তে in an instant **চকুৰ মণি** চকুৰ মণিৰ দৰে যত্নেৰে ৰাখিবলগীয়া বস্তু। এতেকে অসাধাৰণ যত্ন মৰম বা মূল্যৰ বস্তু anything of inestimable care affection or worth

**চকু ৰঙা কৰা** খং উঠিলে চকু ৰঙা হয়। এতেকে খঙৰ ভাব প্ৰকাশ কৰা to show red eyes.

**চকুৰ পতা জাপ নোযোৱা** 'চকু জাপ নোযোৱা চোৱাঁ।

**চকুৰে নেদেখা কাণেৰে নুশুনা** অনেক দূৰত থকা very distant far off

**চকুলৈ চাব নোৱাৰা** (১) চকুলৈ চাবলৈ সাহ নকৰা যেনে উত্তৰ কাটো ছাৰি চকুলৈ চাই কথা ক'ব নোৱাৰিলোঁ to be afraid of looking at the eye (২) অতি খঙাল উগ্ৰমূৰ্ত্তি তেজস্বী furious in anger fierce looking

very commanding

**চকুলৈ চোৱা** (১) ভয় বা সঙ্কোচ নকৰাকৈ চকুত চকু পেলাই চোৱা ('চকুলৈ চাব নোৱাৰা 'ৰ বিপৰীত) যেনে তলতীয়াই মুনিবৰ চকুলৈ চাই কথা কোৱা অযুগুত to look at one s eyes without a feeling of respect regard or fear (২) মিলা প্ৰীতিৰ ভাবেৰে চোৱা অৰ্থাৎ, মুকলি মনেৰে ব্যৱহাৰ কৰা যেনে সেই কাজিয়াৰে পৰা তেওঁ মোৰ চকুলৈ চোৱা নাই to behave with an open mind to treat without coldness

**চকু-লো টোকা** কন্দা to weep

**চকু-লোৰে বাট নেদেখা হোৱা** কন্দাৰ মাইৰত সৰহকৈ পানী ওলোৱাত চকুৰে বাট নেদেখা হোৱা অৰ্থাৎ ধাৰাসাৰে কন্দা to weep bitterly

**চকুৰে চকুৰে চোৱা** (১) মনৰ ভাব বুজিবলৈ এজনে এজনৰ চকুলৈ টানকৈ চাই থকা to look hard at the eyes to get at one s inner feelings (২) টান নৰিয়াত শেষ মুহূৰ্ত্ত বুজিবৰ নিমিত্তে ৰোগীৰ চকু নিৰীক্ষণ কৰি থকা to watch the eyes of a dying person to ascertain the last moment

**চকুৰে চকুৰে নপৰা** পেটত অমিল থাকিলে মানুহে চকুলৈ নেচায় দেখি চকুত চকু নপৰে। এতেকে সমূলি অমিল ভাব হোৱা to be at loggerheads **চকুৰে চকুৰে নলগা** 'চকু জাপ নোযোৱা চোৱা। **চকুৰে জাল মাৰি ধৰা** চকুৰে স্পষ্টকৈ নেদেখা হোৱা to be seeing dim and indistnict

**চকুৰে জুই আগুনি দেখা** চকুৰ আগত জুইৰ ফিৰিঙতিবোৰে নাচি ফুৰা যেন দেখা। অতি দুৰ্বলতাৰ বাবে বা মূৰত ডাঙৰ আঘাত পালে তেনে হয়। এতেকে অত্যন্ত দুৰ্বল লগা বা মূৰত আঘাত পাই জিঁজিৰিমূৰা খোৱা to be seeing fire sparks before eyes by reason of either weakness or a shock on the head

**চকুৰে সৰিয়হ ফুল দেখা** দুৰ্বলতা বা ডাঙৰ আঘাতত মূৰ ঘূৰালে চকুৰে সৰিয়হ ফুলৰ দৰে হালধীয়া দেখি। অৰ্থৰ বাবে 'চকুৰে জুই আগুনি দেখা' চোৱা।

**চগা পৰা** চগাই উড়ি আহি শস্যাদি খাই নষ্ট কৰে। এতেকে অকস্মাৎ আহি, লোকৰ বস্তুৰ অন্যায় পূৰ্বক ভাগ খোৱা to come all on a sudden and take a share of other s things without justification

**চটহা মৰা** এচটা হৈ লাগি ধৰা লিপিত খাই লাগি পৰা to adhere closely

**চটাহি পাখৰী** চট্‌চটাই ফুৰা ডেওপৰা তিৰোতা an over brisk woman পুং— **চটাহি পখৰা।**

**চ'ত ফুৰা** চ'ত মাহত টোলৰ ছাত্ৰই ঘৰে ঘৰে আশীৰ্বাদ দি দখিণা বিচৰা (ই এটা পুৰাতনীয়া প্ৰথা) going round for alms during the month of Chait (this is done by the resident students of Sanskrit schools)

**চ'তিয়া চ'তি কৰা** চ'তৰ বিহুৰ সময়ত আগধৰি কাপোৰ বৈ উলিয়াবলৈ শিপিনীয়ে অৰিয়া অৰি কৰা। এতেকে কোনো কথাত অৰিয়া অৰি কৰা to act in rivalry

**চতুৰ্থা** মানুহ মৰিলে মৃতকৰ উদ্দেশে মৰাৰ চাৰি দিনৰ দিনা কৰা কাৰ্য্য ceremoney performed on the fourth day after death of a person

**চতুথা শান্তি** মানুহ মৰিলে শৰাধৰ দিনা মৃতকৰ পৰিবাৰবৰ্গ শুচি হ'বৰ নিমিত্তে তেওঁলোকৰ গাত শাস্ত্ৰীয় মন্ত্ৰ মাতি ছটিওৱা পানীৰ শান্তি sprinkling of holy water on the relatives of a deceased person on th Sradh day in order to clean them for ceremorial purposes

**চতুৰী ভাজন দৈ** নিজে বন নকৰি লোকৰ বনত ছিদ্ৰ ধৰা তিৰোতা a woman not working herself but simply finding fault with others

**চন কৰা উচ্ছন্ন কৰা** to ruin or destory totally to desolate **চন হোৱা উচ্ছন্ন হোৱা** to be totally destroyed or ruined

**চনমুৰ কৰা** বিৰক্ত হৈ খঙত হাই-উৰুমি কৰা চাল-আফাল বা ধুম্‌ধুপাল কৰা to be boisterous in anger or disgust

**চণ্ডালিওৱা** বখলিওৱা বাকলিৰ তৰপ গুচাই, ঢাক্ খাই থকা বস্তু উলিওৱা। এতেকে গোধ ওকটা to bring out hidden scandals

**চন্দুৱা পৰা** বেয়া কাম কৰা বাবে লোকৰ আগত ওলাবলৈ লাজ পোৱা to feel ashamed to appear before others for having done anything bad

**চপাই কটা** গুৰি চপাই কটা to cut at the root

**চপাই কোঁচাই থোৱা** সামৰি থোৱা যত্নেৰে দিহা লগাই থোৱা to keep anything in proper order or with care

**চপাই বনমালী কৰা** বাহুল্য গুচাই জধামধাকৈ চপাই বা গোটাই লৈ চুম্বক কৰা to make short by mixing up in an indifferent and haphazard way

**চমকা মৰা** হাতৰ আঙুলিবোৰ মেলি খামোচ মৰা এতেকে কোনো বস্তুৰ সৰহকৈ এখামোচ নিয়া to take a large handful of anything

**চমু চপা** ওচৰ চপা ওচৰা ওচৰি হোৱা to come nearer to come almost to a close **চমু চপোৱা** ওচৰ চপোৱা অন্ত হ ব লগীয়া কৰা to bring nearer to bring almost to a close

**চয় দেখা** সন্দেহ কৰা আশঙ্কা কৰা চোভা কৰা to suspect

**চয় নিশ্চয় কৰা** (চয়—অনু) হোৱা নোহোৱাৰ খাটা কৰা to decide anything finally

**চয় নিশ্চয় হোৱা** খাটাং হোৱা হোৱা নোহোৱাৰ স্থিৰ হোৱা to be decided finally

**চৰখৰীয়াত পৰা** নৈৰ চৰখৰীয়াত নাও লাগি ধৰাৰ দৰে বুজিব নোৱাৰি অকস্মাৎ বিপাঙত পৰা to find one s self suddenly in a precarious situation

**চৰ্চা** (১) **চৰ্চা কৰা** আলোচনা কৰা অধ্যয়ন কৰা to study a subject (২) লোকৰ অপযশ বখানি প্ৰীতি লাভ কৰা যেনে 'চাবিৰ আঁৰত বজাকো চৰ্চে to indulge in speaking ill of others

**চৰ্বিত চৰ্বন কৰা** চোবোৱাকে চোবোৱা অৰ্থাৎ কোৱা কথাকে ঘূৰাই ঘূৰাই কৈ থকা to speak the same thing over and over again

**চৰ পৰা** ফল পৰাৰ অন্তত গছ মৰি যোৱা to die after the fruits are ripe (as a plantin tree)

**চৰণত ধৰা** কাতৰ ভাৱে প্ৰাৰ্থনা কৰা কাকুতি কৰা to pray supplicantly **চৰণত পৰা** শৰণাগত হোৱা to pray supplicantly for protection

**চৰণৰ ছাঁ** পদাশ্ৰয় মহৎ জনৰ আশ্ৰয protection under a great personage

**চৰাইটো হৈ ধানটো নোখোটা** চৰাই এটাই এটা ধান খুটিলে গৃহস্থৰ বিশেষ একো হানি নহয় সিমান হানিও নকৰা অৰ্থাৎ সমুলি হানি নকৰা not to do even the slightest harm

**চৰা হোৱা** জোখতকৈ ডাঙৰ বা সৰহ হোৱা যিমান লাগে তাতকৈ অধিক হোৱা যেনে ম হতকৈ শিং চৰা হোৱা দুখ বা কষ্টতকৈ কান্দন কাটন চৰা হোৱা to exceed the proper limits to be more than what is proper or becoming

**চ'ৰি মৰা** (চ'ৰি = নাও বোৱা দীঘল বা লগী বাঁহ) চ'ৰিৰে মাটিত খুঁচি হেঁচি নাও চলোৱা। এতেকে টান শ্ৰম কৰা যেনে চ'ৰি মাৰি (অৰ্থাৎ দুখ কৰি) ঘটা ধন propelling a boat with a

long bamboo pole i e doing hard labour

**চৰিয়া মেলা** চোৰ ধৰিবলৈ বা চোৰে নিয়া বস্তু উলিয়াবলৈ তলে তলে মানুহ নিযুক্ত কৰা to employ spy to find out a thief or things stolen

**চৰু ছোৱা** ভাত ৰন্ধা চৰু স্পৰ্শ কৰা। এতেকে (১) ন-কৈ ৰান্ধনী হোৱা ঘৰৰ ভাত ৰান্ধিবলৈ অধিকাৰ পোৱা যেনে ন-বোৱাৰীক চৰু ছুব দিছোঁ অৰ্থাৎ ৰান্ধনী পাতিছোঁ to have the license or suffrage to touch the cooking pot i e to cook food for the family (২) চৰু স্পৰ্শ কৰি অশুচি কৰা যেনে শিয়ালে চৰু ছুলে to defile a cooking pot by touching it

**চৰুত খোৱা** বাটি লৈ খাবলৈ বাট নেচাই, ৰন্ধা চৰুৰে পৰা চুৰকৈ খোৱা to eat from the cooking pot secretly **চৰুত ধৰা** (১) ৰান্ধোতে চৰুতে ডেই যোৱা যেনে ভাত গালে চৰুত ধৰিলে to be over burnt in the pot in course of cooking (২) ৰন্ধা কামত ব্যস্ত থকা to be engaged in cooking (৩) পূৰ্বে ৰান্ধনী নোহোৱা মানুহে ৰান্ধনী হৈ ৰন্ধা কাৰ্য্য কৰিবলৈ লোৱা যেনে বোৱাৰী ছোৱালীক পুৰণি হ'লেহে চৰুত ধৰিবলৈ দিয়া হয় to take charge of cooking **চৰুত লগা** (১) 'চৰুত ধৰা (২) ৰন্ধা কাৰ্য্যত লাগি ভাগি লোকক সাহায্য কৰা to assist others in cooking **চৰুত সোমোৱা** ৰান্ধিবলৈ আখলত সোমোৱা to be in the kitchen for cooking

**চৰুৰ কাণত লাগি থোৱা** ৰন্ধা চৰুৰ কাণত দুটা এটা ভাত লাগি থাকে তাক তুচ্ছ জ্ঞান কৰি ৰান্ধনীয়ে চপাই নানে সেই দৰেই, তুচ্ছ বুলি বিবেচিত হৈ সৰা বা পৰিত্ৰাণ পোৱা যেনে গোটেই ঘৰ মানুহ মৰি হাজি ল'ৰা এটা মাত্ৰ চৰুৰ কাণত লাগি ৰ'লগৈ অৰ্থাৎ নমৰাকৈ জীয়াই থাকিল to be spared for being considered as too insignificant

**চৰুলৈ জাল নোযোৱা** চৰুৰ তলত জুই দিয়া নোহোৱা ভাত ৰন্ধা নোহোৱা যেনে আজি তিন দিন আমাৰ চৰুলৈ জাল যোৱা নাই (অৰ্থাৎ ভাত ৰন্ধা নাই) to have absolutly no cooking

**চল উলিওৱা** সুযোগ উলিওৱা to make an opportunity **চল ওলোৱা** সুযোগ হোৱা occuring of an opportunity **চল চোৱা** সুযোগ বিচৰা to be in search of an oopportunity **চল দিয়া** সুযোগ দিয়া to give facilities or an opportunity **চল পোৱা** সুযোগ পোৱা to get an opportunity or advantage **চল বিচৰা** 'চল চোৱা চোৱাঁ। **চল হোৱা** 'চল ওলোৱা চোৱাঁ।

**চলকৰ কৰা** খোৱা-লোৱা কৰা আহ যাহ কৰা কোনো প্ৰকাৰৰ সামাজিক ব্যক্তিগত বা ব্যৱসায়িক আদান প্ৰদান বা ব্যৱহাৰ কৰা to have dealings or intercourse

**চলন ফুৰণ** গতি গোত্ৰ চোৱাঁ।

**চলা** গতি কৰা অৰ্থাৎ প্ৰাণত্যাগ কৰা মান যেনে ঈশ্বৰ পুৰুষ চলিল to d e hon

**চলাই কৰাই খোৱা** লোকক চলাই আৰু লোকৰ হতুৱাই বন কৰাই জীৱিকা নিৰ্বাহ কৰা। এতেকে স্বাধীন ব্যৱসায় চলাই খোৱা to live an independant life by managing one s own business

**চলাচল** (১) গমনাগমন অহা-যোৱা যেনে এইটো আলিত মানুহৰ বৰ চলাচল হয় passing of traffic (২) সামাজিক ব্যৱহাৰ যেনে আমাৰ সিহঁতে সৈতে চলাচল নাই social intercourse

**চলিছাই ধৰা** (চলিহ = চল্লিশ) চল্লিশ বছৰ পাৰ হ'লে মানুহৰ দৃষ্টি শক্তি কম হোৱা to have declining eye sight after

40 years of age

**চহ কৰা** খেতি বাতি কৰা to do cultivation works **চহ দিয়া** মিছা প্ৰলোভন দিয়া to hold out false hopes

**চহৰ ফুৰা** (চহৰ = গোঁসাই মহন্ত সকলৰ শিষ্য থকা গাঁও বা চুবুৰি) কৰ ভাৰ আদি তুলিবলৈ প্ৰবসুৱাকৈ চহৰত বাস কৰা to sojourn in the muffasil to raise people s dues to a spiritual head

**চহলা মৰা** (চহ = বঞ্চনা) প্ৰবঞ্চনা কৰা to practise fraud or deception

**চাই বাট বোলা** বাটলৈ চাই খোজ কঢা অৰ্থাৎ সাৱধানে চলা আগ পাচ ভাবি চিন্তি কাম কৰা to look at the path before treading i e to proceed cautiously in doing anything

**চাউল উকলা** ভোগৰ অন্ত হোৱা an enjoyment being over **চাউল উঠা** (১) জীৱিকাৰ বাট বন্ধ হোৱা to have the means of livelihood stopped (২) ভোগৰ বা খোৱাৰ অন্ত হোৱা। এতেকে আয়ুসৰ অন্ত হোৱা to have one s life come to an end **চাউল উলিওৱা** জীৱিকা উপাৰ্জন কৰা to earn livelihood **চাউল খুওৱা** সকাম পাতি মানুহক ভাত খুওৱা feeding people in ceremony **চাউল খোৱা** অন্নেৰে প্ৰতিপালিত হোৱা যেনে 'কৌৰৱৰ চাউল খাই পাণ্ডৱৰ গীত গোৱা to be supported **চাউল টুটা** 'চাউল উঠা' চোৱাঁ। **চাউল ধৰা** ভাত খোৱা (ভকতীয়া ভাষা) to eat a meal of cooked rice **চাউল বহোৱা** ভাত বান্ধিবলৈ চৰুত চাউল আৰু পানী দিয়া অৰ্থাৎ ভাত বন্ধা to cook rise **চাউল মৰা** (১) জীৱিকাৰ উপায় বন্ধ হোৱা যে'ন তেওঁৰ চাউল মৰিল to have the means of livelihood stopped (২) জীৱিকাৰ উপায় বন্ধ কৰা যেনে তেওঁ মোৰ চাউল মাৰিলে to stop one s means of livelihood **চাউল মোকলোৱা** 'চাউল উলিওৱা' চোৱাঁ। **চাউল সিজোৱা** (১) ভাত বন্ধা (ভকতীয়া ভাষা) to cook rice (২) সিজোৱা চাউল অৰ্থাৎ ভাত (ভকতীয়া ভাষা) cooked rice

**চাউল এটা চেপেটা নকৰা** সকামলৈ চাউল চেপেটা কৰা হয় অৰ্থাৎ চাউল খুন্দি ভাজি খাদ্য প্ৰস্তুত কৰা হয় তাকে নকৰা অৰ্থাৎ একো সকাম নিকাম নপতা যেনে তেওঁৰ ঘৰত বছেৰেকতো চাউল এটা চেপেটা নকৰে অৰ্থাৎ গোটেই বছৰত সমূলি একো সকাম নকৰে to have absolutely no festival in the house

**চাউল চৰু বন্ধা** প্ৰবাসলৈ যাওঁতে চাউল চৰু লৈ যাব লাগে। এতেকে লাগতিয়াল বস্তু বান্ধি কুন্ধি লৈ প্ৰবাসলৈ ওলোৱা to prepare bags and baggages to start for a journey

**চাউল চৰু লৈ যোৱা** কোনো ঠাইত অলপ দিন থকাকৈ যাবলৈ হ'লে মানুহে লগত চাউল চৰু লৈ যায়। এতেকে অলপ দিন থকাকৈ কোনো ঠাইলৈ যোৱা to go to a place to sojourn for a while

**চাউল সিজোৱা ধৰা** 'চাউল ধৰা' চোৱাঁ।

**চাং পতা কথা** খুটা ধাম আদিৰে ওখকৈ চা পতাৰ দৰে জোৰা দি বা ঢোকা-ভেঁজা দি ওখকৈ কোৱা কথা। এতেকে ফোঁপ যহ, মিছা গপ মিছা কথা জোৰা দি কৰা ফিতাহি bragging false boastings

**চাঁচৰি কোৰোৱা** সত্য গোপন কৰিবলৈ বেঁকাকৈ বা অনিশ্চিতকৈ কথা কোৱা। 'বাগতি খেলোৱা' চোৱাঁ।

**চাঁৎ কৰে** তপত তেলত পানী পৰিলে চেৰে কৈ উঠাদি হঠাৎ। এতেকে অকস্মাৎ যেনে চাঁৎ কৰে মনত পৰিল quite suddenly

**চাক্ ধৰা** ধনু বা বন্দুকৰ নিচান পোনোৱা to make an aim with a gun or an

arrow

**চাচাক্-চুমুক্ কৰা** চুচুক চামাক কৰা চোৰ্ঋা।

**চাঙত উঠা** গা বেয়া বুলি বন বাৰী নকৰি শোৱা চাঙত শুই থকা ব্যং to be on bed alleging sickness Irn

**চাঙত তুলি থোৱা** একো কাম বন কৰিবলৈ নিদিয়াকৈ অতি আলসুৱাকৈ ৰাখি প্ৰতিপাল কৰা ব্য যেনে তুমিনো মোক কি চাঙত তুলি থৈছাঁ? to keep a person in bliss and comfort and without giving any work to do Irn

**চাঙত তুলি থোৱা দিয়া** কোনো বস্তু নেসেমেকাকৈ বহু দিনলৈ ভালে থাকিবলৈ হ'লে তাক ধোঁৱাচাঙত তুলি থয় সি তাতে ধোঁৱা লাগি শুকানে থাকে। এতেকে কোনো কাৰ্য্য গহ্‌ৰিকৈ ভালে দিন পেলাই থোৱা ব্যং to shelve or put off a matter for a long time Irn

**চাঙিত উঠা** মৰিলে চাঙিত তুলি শ্মশানলৈ নিয়ে। এতেকে মৰা ব্যং to die Irn

**চাট নসহা** (চাট= অলপীয়া আঘাতৰ শব্দ) খিৰিক-খাৰাক শব্দকো নসহা। এতেকে সমূলি ওচৰ চাপিব নিদিয়া অহা গম পালেই পলোৱা যেনে বন কুকুৰাই মানুহৰ চাট নসহে to run away even at the slightest sign of approach **চাট নোলোৱা** সমূলি ওচৰ নচপা to approach not in the least

**চাটিফুটি কৰা** দুখ বা যন্ত্ৰণাত চটফটোৱা ইচাট বিচাট কৰা ধৰফৰোৱা to be restless in pain or agony **চাটিফুটি লগা** চাটিফুটিৰ ভাব অনুভব কৰা to feel restlessness

**চাটু কৰা** (১) লোকে ভাল পোৱা কথা কৈ ভালৰি বোলোৱা তোষামোদ কৰা to flatter (২) কিবা উপকাৰৰ অৰ্থে লোকলৈ আশা কৰা to look up to others for some good

**চান কড়া** অলপীয়া এভাগ চুৰ কৰা যেনে খাৰু গঢ়িবলৈ দিয়া সোণৰ ছমহামান সোণাৰিয়ে চান কাটিলে to misappropiate a small portion of anything

**চান্দ আফাল কৰা** (চান্দ = চান অৰ্থাৎ পিঠিৰ দুই বাটিৰ মঙহ আফাল = আস্ফালন) খঙত আৰু বিৰক্তিত দুই বাহু আস্ফালন কৰা অৰ্থাৎ খঙত বা বিৰক্তিত হাই উৰুমি কৰা খৰলি পিটা ধুমধুপাল কৰা to be boisterous in anger and disguest

**চাপ খোৱা** বহল শুচি ঠেক হোৱা গোট খোৱা to contract or shrink to assemble

**চাপনী-টোপোলা বন্ধা** চাপনী তিৰোতাৰ দৰে অলপ কথাতে গুচি যাবলৈ ওলোৱা। threatening to quit the house at a slight offence like a concubine

**চাপৰীয়ালৰ দোণ** চাপৰীয়ালে মাহ সৰিয়হ বেচিবলৈ জোখতকৈ সৰু দোণ ৰাখে। এতেকে জোখতকৈ কম বস্তু ধৰা দোণ বা অন্য কিবা জোখৰ পাত্ৰ a measuring basket of less than the standard capacity

**চাব্ দি ধৰা** জুলুকি বা পলৰে অনুমানৰ ওপৰত পানীত চবিয়াই মাছ ধৰে। এতেকে সন্দেহৰ ওপৰত দোষাৰোপ কৰি সৈ কঢ়াবলৈ বিচৰা to charge a person for an offence on mere suspicion and try to secure a confession **চাব্ মৰা** একে অৰ্থ। **চাব্ মাৰি ধৰা** একে অৰ্থ।

**চামনি বন্ধা (বা মৰা)** ঘন হৈ গোট খাই ঢাকি ধৰা যেনে গাখীৰৰ ওপৰত সৰে চামনি বান্ধে মলিয়ে গাত চামনি বান্ধিছে to spread over the surface like a thick cover

**চামৰ পীৰা পাৰি দিয়া** সম্ভ্ৰান্ত জনক বহিবলৈ চাম কাঠৰ ভাল পীৰা পাৰি দিয়ে। এতেকে সম্ভ্ৰমেৰে সমাদৰ জনোৱা to receive a guest with respect Irn

**চাৰ দিয়া** গুৰিত ব'ঠা মাৰি নাও আগ

বঢ়োৱা to push a boat ahead by the steering oar চাৰ পোৱা আহাৰেৰে পেট ভৰা (গৰু আদিত খাটে) to have the stomach filled up with food (appl to cows and horses etc) চাৰ হোৱা 'চৰা হোৱা চোৱাঁ।

চাৰ বান্ধ দি ধৰা (চাৰ = সৰহ, এতেকে প্ৰকয় টান) টান বান্ধ দি ধৰা অৰ্থাৎ, কোনো কথাৰ বাবে লোকক টানকৈ ধৰা বা অনুৰোধ কৰা যেনে চাৰ বান্ধ দি ধৰি এশ টকা নিলেহি to press or urge very strongly

চাৰণ দিয়া (চাৰণ = নৈৰ পলসত অহা সাৰ) সাৰ দিয়া অৰ্থাৎ মাজে সময়ে ধন বস্তু আদিৰে সহায় কৰা to assist now and then with things or money চাৰণ পৰা নৈৰ বা দাঁতি কাষৰৰ পৰা সাৰ পৰাত সাৰুৱা যেনে চাৰণ পৰা মাটি fertile by reason of getting manure from floods or from the sorroundings চাৰণ পোৱা বাহিৰৰ পৰা সাৰ পোৱা। এতেকে লোকৰ পৰা ধন বস্তু আদিৰ সহায় পোৱা to get assistance from others in money or things

চাৰি-আলি চাৰি ফালৰ পৰা চাৰিটা আলি আহি একেলগ হোৱা ঠাই চাৰিটা আলিৰ সংযোগৰ ঠাই the crossing or junction of four roads

চাৰি-আলিৰ বাটনি ('চাৰি আলি চাই লোৱাঁ) চাৰি আলিত অনেক মানুহ গোট খাই, সঁচা মিছা অনেক কথা কোৱা-মেলা কৰে। এতেকে বাটকৰাৰ মুখৰ সঁচা মিছাৰ ঠিক নোহোৱা কথা street gossips

চাৰিং ৰজা আহোম ৰজাৰ দিনৰ এগৰাকী ডাঙৰ ৰাজপুৰুষ যুবৰাজ the heir apparent t the throne of Assam during the Ahom kings

চাৰি খুৰাত ধৰি মতা (মতা = প্ৰাৰ্থনা কৰা ক্ষমা খোজা) চাৰিওটা খুৰাত ধৰি ক্ষমা প্ৰাৰ্থনা কৰা। (খুৰা গৰুৰহে থাকে মানুহৰ নেথাকে। এতেকে ঠাট্টাত মাত্ৰ ব্যৱহাৰ হয়) asking apology by touching all the four hoofs (only cows and such other animals have hoofs This phrase is therefore used only as a taunt or joke)

চাৰি ঢাপৰ বাজ বাৰীৰ সীমাৰ বাহিৰ। এতেকে সমূলি সংশ্ৰৱ নথকা quite unconcerned having no connection whatever

চাৰি খনীয়া শৰাধ অভ্যুদয় শ্ৰাদ্ধ ন পুৰুষৰ শৰাধ a Sradha ceremony for the gratification of one s father grand father great grand father mother grand mother great grand mother maternal grandfather maternal great grand fathcr maternal great great grand father

চাৰি বেদৰ বাজ বেদৰ বৰ্হিভূত সম্পূৰ্ণ অবিহিত not sanctioned by the four Vedas i e quite improper quite unwarrantable

চাৰি সীমাত ভৰি নিদিয়া ভিতৰৰ সোমাওক ছাৰি সীমা চাৰিটাতো ভৰি নিদিয়া। এতেকে কোনো ঠাইৰ বা বিষয়ৰ সমূলি ওচৰ নচপা তাৰ পৰা দূৰত থকা তাৰে সৈতে কোনো স শ্ৰৱ নৰখা treading not even on the four boundaries of a place or a subject i e keeping at a distance from it having no concern with it of any sort

চাৰি সীমাৰ বাজ 'চাৰি ঢাপৰ বাজ চোৱাঁ।

চাৰি সীমা বোৱা ধান কৰলৈ মাটিত চাৰিখন হাল বোৱা মাটি কঠিয়া-তোলা কৰা ploughing the same land for the fourth time before planting paddy (it is planted after another round of plaughing and harrowing)

চাল-বাৰ কোবোৱা (১) দুৰ্ব্বল বাবে বাবেচালে হাতেৰে ভেঁজা দি খোজ কঢ়া to walk by leaning against the wall or holding the roof being too weak to step steadily (২) ঠিক কথা নকৈ কিবা কিবি কোৱা speaking irrelevantly

চাল-বাৰেও নুশুনা আন নেলাগে ঘৰৰ বাৰ বা চালেও নুশুনা। এতেকে কোনেও নুশুনা অতি গুপুত not heard even by the roof or the wall i e very confidential বিজ not whispered even to the pillow

চালত এখুন্দা বাৰত এখুন্দা মৰা 'চালত এখুন্দা বাৰত এখুন্দা — অৰ্থাৎ, না না ফালৰ পৰা হোৱা বাধা বিঘিনি। না-না বাধা বিঘিনি পোৱা to g t troubles or obstruction from different sources or quarters

চালত কাপোৰ থৈ ভাত খোৱা নিজে বেলেগে বন্ধা বঢ়া নকৰি কাপোৰ সলাই ঘৰৰ চালত থৈ ভিতৰৰ বন্ধা ভাত খোৱা। এতেকে একে পাগত খোৱা আপোন যেনে চালত কাপোৰ থৈ ভাত খোৱা মিতিৰ eating one s cooked food i e very intimate in social intercourse

চালনী সৰকা কৰা চালনীৰ দৰে ফুটাযুক্ত কৰা অৰ্থাৎ থকাসৰকা কৰা making full of holes by piercing চালনী সৰকা দিয়া ওলমা বাদুলী দি দুই হাতৰ মাজেদি ভৰি সুমাই সৰকি যোৱা to hang by holding something above with both the hands and then to turn over the body through the passage betwcen the arms

চালৰ কুটা বাৰৰ মাটি চালৰ কুটাৰ পৰা বাৰৰ মাটিলৈকে ঘৰৰ সৰ্ব-সম্পত্তি everything belonging to a household

চালি জাৰি চোৱা সঁচা মিছা পৰীক্ষা কৰি চোৱা to scrutinise

চালি ধৰা ম'ৰা চৰাইৰ দৰে চালি ধৰি ধুন দেখুওৱা অৰ্থাৎ, গা যেলোৱা কিতাহি কৰা সৌন্দৰ্য্য বিকাশ কৰা ব্যং to strut like a peacock i e to make a vain show of one s beauty

চালে চকু যোৱা চালে চাই থাকিবৰ মন যোৱা। এতেকে বৰ ধুনীয়া চিত্তাকৰ্ষক very beatiful or atractive

চালে পানী কটা ঘৰৰ পানী পাচেদি ধাৰ নিচিগাকৈ বৰষুণৰ পানী পৰা flowing rain water ceaselessly from the eaves of a roof

চালে বাৰে কোবোৱা (১) ভয় খুৱাবলৈ চাল বাৰত মাৰ ধৰা to beat the roof and the walls of a house to frighten others (২) অসংলগ্ন কথা কোৱা to speak incoherently or irrelevantly (৩) ক'ত আছে নেজানি কোনো বস্তু য'তে ত'তে খেপিয়াই বুৰা পাহৰা কথা সুঁৱৰিলে বহুত কথা খেপিওৱা তালকৈ নজনাত কোনো কথা অনুমানত নিৰ্ণয় কৰিবলৈ বিচৰা to grope in the dark to beat about the bush to strike at random (৪) গাৰ ধৰ যুগুতি নোহোৱাত চালে বাৰে ঢকা কোৱাই খোজ দিয়া to walk unsteadily for weakness or illness

চাহ এৰা দিয়া একে তলীতে বহুকাল চাহ খেতি কৰাৰ পাচত চাহ গছৰ পাত কমি যোৱা। এতেকে ক্ৰমশঃ আওকাণ কৰা neglecting more and more gradually

চাহ দিয়া পৰিমাণত সৰহ হোৱা উফোৱা বাঢি সৰহ হোৱা যেনে পুৰণি ধানৰ ভাতে চাহ দিয়ে to increase in volume চাহ পোৱা পৰিমাণত সৰহ হোৱা বাবে সাহায্য পোৱা বা বাঁটি দিবলৈ জোৱা হোৱা যেনে ভাত গাল উফোৱা বাবে বহুত চাহ পালোঁ to get enough for distribution by reason of something increasing in volume চাহমৰা চাহ গছৰ পাত

মোহাৰি শুকাই, খাবৰ উপযুক্ত কৰা to manufacture tea.

**চাহীনী খোৱা** (চাহীনী = ক্ষুদ্ৰ এভাগ যেনে এচাহী) লোকৰ বস্তুৰ অলপীয়া এভাগ চুৰ কৰা বা লাভ খোৱা চান কচা to misappropiate a small portion of anything

**চিকচন্দা কৰা** (১) অশুচি বুলি আশঙ্কা কৰা to suspect as impure (২) খোৱাত চেলেংপেটেং কৰা মন পাৰি নোখোৱা to eat with disinclination

**চিকা ফুৰা** বস্তুৰ ওপৰে চিকা বগালে সি দুৰ্গন্ধ হয়। এতেকে দুৰ্নাম পোৱা লেতেৰা ঘৃণিত যেনে ভালৰ পোৱালী দুখীয়া হোৱাত চিকা ফুৰা হৈছোঁ despised

**চিকোটি লাও বুঢ়া কৰা** গছৰ লাও কোমলে আছেনে বুঢ়া হৈছে, মানুহে চিকোটি চাই পৰিমাণ বুজে কোমল পালে ছিঙি আনে বুঢ়া পালে এৰি আছে। সেইদৰে চিকোটিলে কোমল লাওকো বুঢ়া কৰা হয় অৰ্থাৎ কোমল হৈ থাকিলে ছিঙিব বুলি লাও লৰা লৰিকৈ বুঢ়া হৈ পৰে এই ভাব। এতেকে মন নকৰাকৈ থকা কথাৰ উল্লেখ কৰি মানুহক টেঙৰ বা সতৰ্ক কৰা to put a man on guard unwittingly by referring to something that does not strike him

**চিকোণ শ্যাম** (চিকোণ = চিকণ সুন্দৰ মিহি, আলসুৱা শ্যাম-শ্ৰীকৃষ্ণ তেওঁ বৰ সুন্দৰ আছিল) আলসুৱা আৰু সুন্দৰ মানুহ ব্যং a tender and beautiful person Irn

**চিএৰত গগণ ফলা** আকাশখন ফাটি যোৱাকৈ চিএৰা অৰ্থাৎ, বৰকৈ চিএৰা টানকৈ চিএৰ বাখৰ লগোৱা to scream or cry very loudly

**চিএৰত গছৰ পাত সৰোৱা** ইমানকৈ চিএৰা যে চিএৰ শুনি পূতৌত গছৰ পাতো সৰি পৰে। এতেকে অতিপাতকৈ চিএৰা to cry or scream violently

**চিৎ ভোলোঙা খোৱা** (১) নৰিয়া পৰা to be laid up with illness (২) ওপৰলৈ মুখ কৰি লুটি খাই পৰা to fall down on the back **চিৎ ভোলোঙা খুওৱা** চিৎকৈ পেলোৱা to fall one on the back **চিৎ ভোলোঙা দিয়া** 'চিৎ ভোলোঙা খোৱা' চোৱা।

**চিৎলং পাতলং হৈ পৰা** 'চিত, পতং খোৱা' চোৱা।

**চিতং পতং খোৱা** চিৎ হৈ দীঘল দি পৰা to lie prostrate on the back **চিতং পতং দিয়া** একে অৰ্থ।

**চিন্তাত গৰ্ত্ত পেলা** চিন্তাত অন্তৰখন গেলি যোৱা অৰ্থাৎ অতিপাত চিন্তা লগা being in serious anxieties

**চিপ কঢ়া** 'চিপ টনা' চোৱা। **চিপ খোৱা** (১) খোৰোচা লগা খোৰোচা গাঁঠি টান হৈ আট খোৱা to be tied firmly in a slip knot (২) টান উশাহত এবাৰ দাং খোৱা আৰু এবাৰ সোমাই যোৱা (বুকুত খাটে) যেনে নৰিয়াৰ বুকুৱে চিপ খাইছে to have a heaving chest as in hard breathing **চিপ টনা** মৃত্যুৰ সময়ত আজুৰি উশাহ লোৱা to gasp for breath when dying **চিপ পতা** চৰাই বা জন্তু ধৰিবলৈ খোৰোচা লগা ফান্দ পতা to lay a trap of slip knot to catch birds or animals **চিপ মৰা** উচাল মাৰি ওপৰলৈ টনা যেনে বৰশীৰ চিপ মৰা to pull up briskly **চিপ লগা** খোৰোচা লগা to be caught in a lip knot **চিপ লোৱা** 'চিপ টনা' চোৱা।

**চিয়াৰ দিয়া** ঠাৰে চিয়াৰে অৰ্থাৎ সঙ্কেত বা অঙ্গিভঙ্গিৰে জানিব দিয়া ইঙ্গিত কৰা ইচাৰা দিয়া অলপকৈ উল্লেখ কৰা to hint to remind or allude to anything by a gesture or a secret sign or hint **চিয়াৰ মৰা** একে অৰ্থ

**চিৰিং কৰা** বুকু কঁপি উঠা to get a thrilling sensation

**চিলমিল কৰে** অলপ মাত্ৰ চকু জাপ খোৱাকৈ কলা ঘুমটীয়াকৈ যেনে চিলমিল কৰে টোপনি আহোঁতেই সাৰ পালোঁ with a slight touch of sleep drowsily

**চিলনী সাতোৰ** পানীত চিৎ হৈ দিয়া সাঁতোৰ swiming on the back

**চিলনী থাপ মৰা** গম নিদিয়াকৈ চিলনীৰ দৰে হঠাৎ থাপ মাৰি নিয়া to snatch off all on a sudden like a kite

**চিলিম কামোৰা** নগা জাতিৰ কোনো সম্প্ৰদায়ৰ ভিতৰত এটা ৰীতি আছে যে কোনো গাভৰু কোনো ডেকালৈ যাব খুজিলে তাই তাৰ খোৰাঁখোৱা যতনটো আনি তাত হুপি দেখুৱায় তাৰ পাচত সামাজিক প্ৰথা মতে সিহঁতৰ বিয়া হয়। এতেকে ছোৱালীয়ে নিজে দৰা বাছি লোৱা chosing a husband by a girl of her own accord **চিলিম চিগা** চিলিম ছিগি দোডোখৰ হ'লে ধপাত খোৱাৰ মুদা মৰে। এতেকে মুদা মৰা উপায় নথকা হোৱা যেনে ঘোঁৰাটো হেৰোৱাত কোনো ঠাইলৈ যোৱাৰ চিলিম ছিগিল to be undone to be deprived of means for doing something

**চুচৰি ফুৰা** টপিনাৰে মাটিত চুঁচৰি ফুৰা। এতেকে (১) সঘনে ঠাই সলোৱা কোনো ঠাইত থিতাপীকৈ থাকিবলৈ নোপোৱা to have to change place of residence too often (২) মাটিত চুঁচৰি কাকুতি কৰি ফুৰা অৰ্থাৎ হীন ভাবে কাবৌ কৰি ফুৰা to be supplicating constantly

**চুক-ভেঁকুলী** সদায় চুকতে সোমাই থকা ভেঁকুলী 'কূপ মণ্ডুক' চোৱাঁ। **চুক সুন্দৰী** সদায় নিজৰ ঘৰৰ চুকতে সোমাই থকা সুন্দৰী অৰ্থাৎ আন কোনো ঠাই নেদেখা আৰু কোনো কথা নুশুনা গুণে নিজকে বৰ ভাল বুলি ভবা অজ্ঞ তিৰোতা a foolish woman thinking too much of herself without ever going out of home

**চুকতে থাকি বুকতে কামোৰা** যাৰ আশ্ৰয়ত থকা যায় তাকে অনিষ্ট কৰা to injure one's own supporter

**চুচুক চামাক কৰা** কিবা কৰিবলৈ লাজত বা ভয়ত ইতস্ততঃ কৰা to be hesitating to do something out of fear or bashfulness

**চুঙাৰ বাদুলী** অকল চুঙাৰ ভিতৰতে সোমাই থকা চুঙা বাদুলী। 'কূপ মণ্ডুক চোৱাঁ।

**চুটা পৰা** কম হোৱা তাকৰ হোৱা to be short or deficient

**চুটি কাপোৰ** মেখেলা the lower garment of a woman a skirt **চুটি চাপৰ** দীঘল বা ওখ নোহোৱা কঁটীয়া বিধৰ short in size

**চুটি গাঁতৰ এন্দুৰ** চুটি গাঁতৰ এন্দুৰে তাৰ চুটি গাঁতততে অহা-যোৱা কৰি থাকে। এতেকে অলপ বুদ্ধিৰ বা অলপ ক্ষমতাৰ মানুহ a person of small resources

**চুন্নৎ কৰা** (মুং) মুছলমানৰ ৰীতিমতে সৰু ল'ৰাৰ লিঙ্গৰ ছালৰ আগ ছেদ কৰা to circumcise a boy according to Mahomedan custom

**চুপচুপনি মৰা** চুপচুপুৱা অৰ্থাৎ মিঠা কথাৰে শান্ত কৰা বা ভুলোৱা to pacify or persuade with sweet words

**চুপতি কৰা** মিছা তৰ্কাতৰ্কি কৰা অসাৰ বা যুক্তিহীন উত্তৰা উত্তৰি কৰা to be bandying words **চুপতি মৰা** একে অৰ্থ।

**চুৰ্তি হেৰুৱা** বিচুৰ্তি হোৱা পেপুৱা হোৱা বিচেষ্টা হোৱা to be amazed or puzzled to lose peace rest or tranquility **চুৰ্তি হেৰোৱা** চুৰ্তি লোপ হোৱা বিতত বা বিচেষ্টাৰ অৱস্থা হোৱা to be without rest or peace

**চুকপা খোৱা** কোনো বস্তুৰ ভাল ভাগ লুকাই নিজে খোৱা to enjoy secretly the best portion of anything

**চুলি ছিঙি কাতৰ কৰা** নিজৰ চুলিকে ছিঙি আগত থৈ কাতৰ ভাৱে মিনতি কৰা।

এনেকৈ অতি সকাতৰে মিনতি জনোৱা to entreat very humbly

**চুলি ডালক দুফাল কৰি** চুলি অতি মিহি বস্তু তেনে মিহি চুলি এডালকো ফালি দুফাল কৰি অৰ্থাৎ পুঙ্খানুপুঙ্খ ৰূপে সকলো ভাণ্ডি পাতি যেনে চুলি ডালক দুফাল কৰি বুজাইছোঁ very minutely giving the full details of anything

**চুলি ডালৰ আগত নধৰা** সমুলি গ্ৰাহ্য নকৰা to have not even the slightest regard

**চুলি ডালৰ ইফাল সিফাল** মাত্ৰ চুলি এডালৰ সমান প্ৰভেদ অৰ্থাৎ অতি সামান্য তাৰতম্য জান নেজান হীন ডেঢ়ি a slight or imperceptible difference

**চুলিয়া চুলি কৰা** খঙত পৰস্পৰে চুলিত ধৰি আজোৰা আজুৰি কৰা to pull each other by the hair in anger **চুলিয়া চুলি লগা** চুলিত ধৰি টনা আজোৰা কাৰ্য্য ঘটা to happen the act of pulling each other by the hair

**চুলিৰ আগে জীৱ উড়া** জীৱটো ওলাই চুলিৰ আগেদি উড়ি গুচি যোৱা। এতেকে বিষম ৰূপে ভয় খোৱা যেনে বাঘটোৱে আগ ভেঁটি ধৰিলত চুলিৰ আগে জীৱ উড়িল to be quite horrified **চুলিৰ আগে জীৱ যোৱা** একে অৰ্থ। **চুলিৰ আগে ধাতু উড়া** একে অৰ্থ।

**চুলুং চালাং কৰা** (চালাং—অনু) (১) চুলুঙালি কৰা পাতলালি কৰা to be conducting with indignity (২) অমনোযোগেৰে কাম কৰা to be doing anything indifferently or without interest or attention

**চুলুঙা চুলুঙি কৰা** 'চুলং চালা কৰা' চোৱাঁ।

**চুৱা খোৱা** লোকৰ উচ্ছিষ্ট খোৱা। এতেকে নীচ জঘন্য (গালিত খাটে) low mean **চুৱা চেলেকা** একে অৰ্থ। **চুৱা খেটুলা** একে অৰ্থ। **চুৱা হোৱা** (১) অশুচি হোৱা বিধুতি হোৱা to be unclean (in ceremonial sense) (২) ৰজস্বলা হোৱা to be in menstruation

**চুৱাপাত চেলেকা** 'চুৱা চেলেকা' চোৱাঁ।

**চূণ খাব কৰা** চূণ বা খাৰে কোঁচ খুৱাই নিয়াৰ দৰে কৰা। অৰ্থাৎ, চোকা উক্তিৰ দ্বাৰা মাতিব নোৱাৰা কৰা to make one's mouth shut by using harsh words **চূণচাৎ কৰা** (চূণ = চূৰ্ণ চাৎ—অনু) ভাণ্ডি গুড়ি কৰা অৰ্থাৎ নষ্ট বা ধ্বংস কৰা to spoil or destroy **চূণচাৎ টেঙা** চূণৰ দৰে বেজ্‌বেজাই যোৱা টেঙা চূণ যেন টেঙা অৰ্থাৎ অতিপাত টেঙা excessively sour **চূণচাৎ মৰা** বিচাৰি পাবলৈ নোহোৱাকৈ দূৰ হোৱা পলাই পতং দিয়া to flee leaving no trace behind **চূণচাৎ হোৱা** ভাগি গুড়ি হোৱা নষ্ট বা ধ্বংস হোৱা to be reduced to powder to be spoilt or destroyed

**চূণৰ ফোঁট** যোঁহা আদিৰ মুখত চূণ দিলে সি বহি যায়। এতেকে নিশ্চয়কৈ গুণ ধৰা ঔষধ a medicine that cures without fail

**চেংচেং ভকৃভক্ কৰা** গা দহি পুৰি নিয়া বা যোৱা যেনে গুণী মানুহ হানি পৰা শুনিলে গা চেংচেং ভক্‌ভক্ কৰি যায় to feel a burning sensation in the body

**চেঁকুৰ মেলা** (চেঁকুৰ = জন্তুৰ লৰ) 'ছুটি মেলা' চোৱাঁ।

**চেঁচনি দিয়া** (১) শীতলতা দিয়া অৰ্থাৎ, বুজনি বা প্ৰবোধ দিয়া যেনে সান্ত্বনা দিয়া to give consolation (২) প্ৰশ্ৰয় দিয়া যেনে গৰাকীয়ে চেঁচনী দিলে লগুৱাৰ বল বাঢ়ে to give backing or indulgence **চেঁচনি পোৱা** (১) প্ৰশ্ৰয় পোৱা to get backing or indulgence **চেঁচনি পোৱা** (২) সান্ত্বনা পোৱা to get consolation

**চেঁচা পৰা** তপত গুচি চেঁচা হোৱা। এতেকে

উদ্যম নথকা হোৱা to cool down i e to be losing energy
**চেঁচুকণ ভেমডেউকা** চেঁচুক ঠাইত গজা আৰু ৰ'দ সহিব নোৱাৰা এবিধ কোমল সৰু তৃণ। এতেকে দুখ সহিব নোৱাৰা সুকোমল মানুহ, a very tenderly brought up person of delicate growth
**চেঁচেৰা কোবোৰা** অবহেলা বা আওকাণ কৰা to neglect to be inattentive or indifferent **চেঁচেৰা পৰা** জুইৰ চেঁচেৰা পৰা অৰ্থাৎ লাহে লাহে টুটি যোৱা যেনে উদ্যম বা যত্ন চেঁচেৰা পৰা to be less and less gradually
**চেঁচেৰাত পৰা** বিপদত পৰা to be in danger or difficulty
**চেক্‌চেকাই উঠা** গাত চেক্‌চেকনি লগাৰ দৰে জিকাৰি উঠা। এতেকে কথা কওঁতে শিয়ঁৰি উঠা to show anger and annoyance in speaking anything
**চেকা লগা** দাগ লগা। এতেকে বদনাম বা কলঙ্ক হোৱা to have an ill repute
**চেকেৰালি কৰা** চেঙেৰালি কৰা অৰ্থাৎ চেঙেৰা ল'ৰাৰ দৰে পাতল বা উচ্ছৃঙ্খল আচৰণ কৰা to act like a gay and unsteady youth
**চেঁঙালুটি পৰা** পানীৰ পৰা তোলা চেঙা মাছৰ দৰে ধৰফৰাই ইলুটি সিলুটি কৰা। এতেকে যন্ত্ৰণাত চটফটোৱা to be restless in pain or agony
**চেনা দিয়া** পানীৰ বুৰ বুৰণি বা বুদ্বুদ উঠা i sing of bubbles in water
**চেৰ পৰা** পাচ পৰা লোকতকৈ পাচ বা ন্যুন হোৱা to lag behind to be surpassed **চেৰ পেলোৱা** পাচ পেলোৱা to go ahead to surpass
**চেৰপেটী বেং** (চেৰপেটী = চেৰেলা পেটীয়া) বেঙৰ ঠেংবোৰ চেৰেলা তাৰ লগতে পেটটোও চেৰেলা হ'লে দেখিবলৈ যেনে হ'ব তেনে চেৰেলা মানুহ। এতেকে অতি ক্ষীণ বা নিছলা মানুহ a very lean and thin person
**চেৰেঙ্ক কেৰেঙ্ক কৰা** ববকৈ কন্দা-কটা বা চিএঞৰ বাখৰ কৰা to cry or scream loudly
**চেৰেঠ কৰা** লেতেৰা লেটিপেটি বা বিশৃঙ্খল কৰা to make dirty mixed up or disorderly
**চেলমেঠ কৰা** (১) দাই সাৰি দুনাই মিল হ'বলৈ ফাকি-ফুকা কৰা to make false excuses for past conduct in order to be reunited or reconciled (২) অনিচ্ছাৰে বা অমনযোগেৰে অলপ মাত্ৰ কম কৰা চেলেং পেতেং কৰা to do only a little of anything with reluctance or without attention
**চেলাপেটী জোক** চেলাপেটী জোকে লেপেট খাই লাগি ধৰে। এতেকে কামত লেপেটীয়াকৈ লাগি থকা মানুহ a tenacious person one that never leaves a work until finished
**চেলু গুলোৱা** 'চেলু লগা চোৰা'। চেলু চোৰা চল বা সুযোগ বিচৰা to seek a plea or pretext **চেলু পোৱা** চল পোৱা লেচু পোৱা to find a pretext **চেলু লগা** চল বা লেচু হোৱা to occur as a pretext or opportunity **চেলু হোৱা** 'চেলু লগা চোৰা'।
**চেলেং পেতেং কৰা** মন পাৰি নকৰি কোনো কামৰ অনিচ্ছাৰে অলপ মাত্ৰ কৰা to do only a little of a work without attention or earnestness
**চেলেকা-চুবুৰা** একো একোটা চুবুৰিত চেলেকি গুচোৱাৰ দৰে অৰ্থাৎ ঠায়ে ঠায়ে থকা বা লগা আৰু ঠায়ে ঠায়ে নথকা বা নলগা যেনে কাপোৰ খনত ৰোল লগোৱা চেলেকা চুবুৰা হ'ল ununiform not uniform all over
**চেলোৱা লগা** (চেলোৱা = কাৰ্য্য সিদ্ধিৰ আশা অতীত হোৱা) পৰাস্ত হোৱা পাচ পৰা নিৰাশ হোৱা to be defeated superseded or disappointed
**চেৰা দিয়া** পানীৰ ভাপত সিজোৱা to cook in steam **চেৰা ভাত** পানীৰ

ভাপত সিজোৱা বৰা চাউলৰ ভাত (এই ৰীতি ঘাইকৈ আহোম সম্প্ৰদায়ত প্ৰচলিত) rice cooked in steam

**চৈধ্য চবণ দেখা** অনেকক কাবৌ কৰা হেৰাথুৰি খোৱা অৰ্থাৎ বৰ কষ্ট পোৱা to suffer a lot of troubles **চৈধ্য চবণ দেখুওৱা** বৰ কষ্ট দিয়া to give much trouble **চৈধ্য চবণ শিকা** বৰ কষ্ট পোৱা বিষম শিক্ষা পোৱা to get a good lesson **চৈধ্য চবণ শিকোৱা** বৰ কষ্ট দিয়া বিষম শিক্ষা দিয়া to give much trouble or teach a good lesson

**চৈধ্য ভুবন দেখা** চৈধ্য ভুবনত বাগৰি ফুৰা অৰ্থাৎ অতিশয় কষ্ট পোৱা বা লটিঘটি হোৱা to endure great hardship and troubles **চৈধ্য ভুবন দেখুওৱা** অতি কষ্ট দিয়া বা লটিঘটি কৰা কৰা to put to great hardship or troubles

**চোং সলোৱা** (চো = বাঘৰ চো) বাস—স্থানি সলনি কৰা to change place of abode

**চোঁচ্ পৰা** ঘা বা উখহা ঠাই আদি শুকাই জামৰি যোৱা to dry up to be healed up (as a wound or a swollen part)

**চোঁচৰা** 'চুঁচৰি ফুৰা' চোৱাঁ। **চোঁচৰোৱা** চোঁচৰা কাৰ্য্য কৰোৱা অৰ্থাৎ, আশা দি তাক পূৰণ কৰিবলৈ গছৰি কৰা to put off a matter after giving hopes

**চোঁচা মৰা** (১) বেগেতে ঘুৰি আহিবৰ মনেৰে বেগাবেগিকৈ যোৱা to proceed hastily to a place to return soon (২) অপকাৰ কৰিবৰ মনেৰে আগ বাঢ়ি যোৱা যেনে কুকুৰটোৱে চোঁচা মাৰি আহিছে to proceed forward to do an injury **চোঁচা দিয়া** চুঁচি উলিওৱা অৰ্থাৎ লোকক বৰ টানকৈ ধৰি কোনো বস্তু লাভ কৰা to extract anything from others by hard pressure **চোঁচা লোৱা** 'চোঁচা মৰা' চোৱাঁ।

**চোং কৰে** বেগতে অতি শীঘ্ৰে instantly quickly

**চোঁ মৰা** চিলনীৰ দৰে হঠাৎ খাপ মৰা যেনে জহনীয়ে চোঁ মাৰি মানুহটো নিলে to snatch off all on a sudden like a kite **চোঁ লোৱা** আক্ৰমণ কৰিবলৈ লক্ষ্য স্থিৰ কৰা যেনে সাপে তিনি বাৰ চোঁ লৈহে খোটে aiming to attack or fall upon

**চোকা টেকেলা লগা** কোনো কথাৰ বাবে টানকৈ সধা to demand strongly for anything

**চোকা টেকেলা লগোৱা** টানকৈ সধা মানুহ নিযুক্ত কৰা to employ an agent capable of demanding strongly

**চোট পোৱা** আঘাত পোৱা to get a shock or pain either in body or mind **চোট লগা** আঘাত লগা to be shocked or pained

**চোতালৰ আগৰ দুবৰি** চোতালৰ আগৰ দুবৰি বন সদায় গচকা খায়ো জীয়াই থাকে। এতেকে উৎপীড়ণ সহিও তিষ্ঠি থকা মানুহ one existing in spite of oppression or tyranny

**চোপা দিয়া** ধৰিবৰ নিমিত্তে লুকাই খাপ দিয়া to lie in wait or ambuscade **চোপা পতা** একে অৰ্থ **চোপা লোৱা** একে অৰ্থ।

**চোবা চেলেকা** লোকে পেলাই দিয়া তামোলৰ চোবা চেলেকা। এতেকে লোকৰ চুবা খোৱা লোকৰ উচ্ছিষ্ট বস্তু ভোগ কৰা to enjoy anything left or thrown out by others after enjoyment **চোবা ধৰা** পোৱালী মৰা গৰুৰ পোৱালী নোহোৱাকৈয়ে গাখীৰ খীৰাবলৈ সহজ কৰা to accustom a cow to give milk even after the death of the calf

**চোভা কৰা** সন্দেহ কৰা to suspect

**চোৰ পৰা** (১) চুৰ কৰি ধৰা পৰা to be detected for stealing (২) চুৰ নকৰিও মিছাতে চোৰ বুলি নিৰ্দ্ধাৰিত হোৱা to be spotted out as a thief without stealing

**চোৰক মোৰে পোৱা** চুৰ কৰোঁতে বা চুৰ কৰি বস্তু লৈ যাওঁতে হঠাৎ মোৰ বেমাৰত পৰি অৱশ হোৱা অৰ্থাৎ,

টেঙৰালি কৰিবলৈ গৈ ঠগত পৰা টেঙৰে টেঙৰালি কৰোঁতে বিষম জঞ্জালত পৰা the witty being out witted the clever finding himself in a helpless situation

**চোৰৰ শপত** চোৰে চুৰ কৰা নাই বুলি মিছাকৈয়ে শপত খায়। এতেকে মিছা শপত নির্ভৰ কৰিব নোৱাৰা শপত a thief's oath i e a false oath an oath that cannot be relied upon

**চোৰাত মেলা** চোৰাত পাতেৰে গাত কোবাই শাস্তি কৰা (গাত চোৰাত পাত লাগিলে বিজবিজনি উঠি কষ্ট পোৱা যায়) to punish one by striking with চোৰাত leaves (চোৰাত is a plant its leaves cause great irritation and itching)

**চোৰা চিন্তা** (চিন্তা – চিন্তা কৰা) (১) গ্ৰহ নক্ষত্ৰৰ গতিৰ ফল গণনা কৰা to make atrological calculations (২) ভাবি চিন্তি চোৱা যেনে চাই চিতি এটা কৰিম to consider to think over

**চৌখাম কৰা** নিজে ন'গৈ লোকৰ আগত সম্বাদ পঠোৱা আশা দি পাচত বিমুখ কৰি পেলোৱা to send information through another instead of going personally

**চৌঠেঙীয়া কৰা** নিৰুপায় অৱস্থাত পেলোৱা to make one helpless or undone by breaking a promise চৌঠেঙীয়া হোৱা নিৰুপায় অৱস্থাত পৰা to be in a helpless state

**চৌতাং মৰা** (১) মিছাতে ঘূৰি ফুৰা উদ্দেশ্য নোহোৱাকৈ ফুৰা to wander without an aim (২) বৰ কথা মতা মিছা গপ কৰা to indulge in bragging

# ছ

**ছঁয়া কটা** খোৱাই ছঁয়া কটা অৰ্থাৎ ছাঁ দেখি চক খাই, হঠাৎ অফলীয়া কাটি লব মৰা to shy (as a horse)

**ছঁয়া মন্নাকৈ দেখ্ নেদেখকৈ** অতি অলপ বেলিলৈ ছাঁটো দেখাৰ দৰে যেনে দূৰৰ পৰা ছঁয়ামন্নাকৈ দেখিলোঁ just for an instant in a flash like a shadow

**ছত্ৰ ধৰা** ছাতি ধৰি ব'দ বৰষুণৰ পৰা ৰক্ষা কৰা। এতেকে আৱৰি ধৰি বিপদ আপদৰ পৰা ৰখা ব্য to protect from dangers or calamities Irn ছত্ৰভঙ্গ হোৱা ৰজাৰ ৰাজছত্ৰ ভগা অৰ্থাৎ ৰাজভগন হোৱা deposition of a king

**ছদকা খোৱা** গালি শাও নেওচা বা গৰিহনা পোৱা to be abused cursed or censured

**ছন্ পৰা** খেতি নকৰাকৈ পৰি থকা বতা পৰা to lie fallow

**ছনে বনে** হাবিয়ে বননিয়ে য'তে ত'তে (সৰহীয়া হোৱা ভাবত ব্যৱহাৰ) everywhere (used in the sense of plenty)

**ছমহীয়া** (১) মানুহ মৰাৰ ছমাহৰ পাচত কৰিবলগীয়া শ্ৰাদ্ধ the Sradh ceremony required to be performed at the expiration of six months from the death of a person (২) ছমাহৰ অন্তৰে অন্তৰে হোৱা যেনে ছমহীয়া পৰীক্ষা six monthly

**ছয় পো বাৰ নাতি দেখা** বহুত বয়সলৈ জীয়াই থকা to live a long life

**ছল কৰা** ছলনা কৰা ফাকি দিয়া প্ৰৱঞ্চনা কৰা to cheat

**ছলাহি কৰা** ছল কৰা প্ৰৱঞ্চনা কৰা to practise fraud to deceive

**ছাই খোঁচৰা** সোণাৰিক এই বুলি গালি পাৰে কাৰণ সোণাৰিয়ে গঢ়া পিটা কৰোঁতে সোণাৰি শালৰ ছাই খুঁচৰিব লাগে this is a term of abuse applied to a goldsmith for he has to make fire with charcoal in his workshop

**ছাইৰ আলি** অস্থায়ী কাৰ্য্য সম্পৰ্ক বা বস্তু (শিলৰ আলিৰ বিপৰীত) any thing not lasting or permanent

**ছাঁকে বাঘ দেখা** কিহবাৰ ছাঁ এটা দেখি তাকে বাঘ বুলি ভয় খোৱা মিছাতে সন্দেহ কৰা। এতেকে অমূলক কথাত ভয় খোৱা মিছাতে সন্দেহ কৰা to entertain unfounded fear or sus picion

**ছাঁ চাই নচা** নাচন কেনে হৈছে তাক বুজিবলৈ নিজৰ ছাঁটোলৈ চাই নচা। এতেকে মিছা কাৰ্য্যত কাল নিওৱা to dance looking at one s own shadow i e to waste time in anything useless

**ছাতে শুকোৱা মুঠিতে লুকোৱা** ৰ'দ ন'হলেও ছাঁ পৰা ঠাইতে শুকোৱা আৰু হাতৰ মুঠিৰ ভিতৰতে লুকোৱা। এতেকে বৰ মিহি আৰু পাতল (কাপোৰত খাটে) যেনে 'ছাঁতে শুকোৱা মুঠিতে লুকোৱা সেই সাজ সলাব পায় —বিয়া নাম very fine and thin(appl to cloth)

**ছাঁতো ভৰি নিদিয়া** ছাঁয়াত স্পৰ্শ নকৰা অৰ্থাৎ, সমূলি ওচৰ নচপা কোনো সংস্ৰৱ নৰখা যেনে গৰুৱে বাঘৰ ছাঁতো ভৰি নিদিয়ে to avoid even the very shadow i e to make not even the slightest approach

**ছাগল বান্ধ দিয়া** বধ কৰিবলৈ নিয়া ছাগলীৰ দৰে এৰাব নোৱাৰাকৈ বান্ধ দি ধৰা। এতেকে কোনো কথাৰ বাবে চাৰ বান্ধ দি ধৰা এৰাব নোৱাৰাকৈ ধৰা to press or urge so strongly that one cannot refuse

**ছাগলালি কৰা** চুলুঙালি কৰা পাতলালি কৰা to be conducting with in dignity

**ছাট দিয়া** (ছাট = ছিটিকনি) ছিটিকনি মাত্ৰহে দিয়া অৰ্থাৎ অতি তাকৰাই দিয়া জান নেজানকৈ দিয়া যেনে খাৰৰ ছাট দি ৰন্ধা to give only a sprinkling i e just a little of anything **ছাট নসহা** ছিটিকনি এটাও সহ্য নকৰা অৰ্থাৎ অতি অলপো সহ্য নোহোৱা সমূলি নুওজা যেনে মহৰ গাধীৰৰ ছাট নসহে to be agreeable not in the least **ছাট মৰা** (১) ঢাকি ধৰা যেনে পুনিয়ে পুখুৰী ছাট মাৰি ধৰিছে to cover all around or completely (২) ধোঁৱা বস্তু টানি হোঁপা যেনে ধপাত বা ভাঙৰ ছাট মৰা to take a long and strong pull in smoking

**ছাটি ধৰা** 'ছাট মৰা (১) চোৱা। **ছাটি মৰা** ছটিওৱা to scatter or sprin kle to throw so as to cover a certain area

**ছাপ মৰা** সাঁচ বহুওৱা to put an im pression to impress (as in seal ing or printing)

**ছাৰখাৰ কৰা** সমূলি নষ্ট বা উচ্ছন্ন কৰা to ruin or destroy totally

**ছাৰণ দিয়া** (হিং, ছড়ন = ত্যাগ) এৰি দিয়া মাফ দিয়া ৰেহাই দিয়া যেনে সুতৰ আধা ছাৰণ দিলে to give up as a due **ছাৰণ পোৱা** (১) মাফ বা ৰেহাই পোৱা শস্তা বা সকাহ পোৱা getting rebatement getting relief (২) অব্যাহতি বা নিস্তাৰ পোৱা এৰণ পোৱা যেনে বেমাৰৰ বা গোচৰৰ পৰা ছাৰণ পালোঁ to get rid of

**ছাল ছিগা** গাৰ ছালো ছিগি যোৱা। এতেকে অতি টোকোনা ভিকহু wretchedly poor

**ছাল বাকলি নাইকিয়া** কাপোৰ নেলাগে গাত জন্তুৰ ছাল বা গছৰ বাকলিও নোহোৱা। এতেকে অতি দৰিদ্ৰ ex tremely poor

**ছিয়াতো পানী নিদিয়া** (ছিঁয়াতো= ছাঁয়াতো) গছৰ কিবা উপকাৰ হয় বুলি তাৰ গুৰিত যে নিদিয়েই আন কি ছাঁটোতো পানী নিদিয়া। এতেকে অতি বিৰোধ ভাবাপন্ন হোৱা lit pouring water not even at the shadow of a tree i e to be at loggerheads

with a person

**ছিৰাল কটা দিয়া** পকা ছিঁৰালৰ দৰে ছিৰাছিৰে ফটা to be cracked all over

**ছিঙা-কটা কৰা** নিষ্পত্তি বা নিকাচ কৰা সম্পৰ্ক বিচ্ছেদ কৰা যেনে কথাটোৰ আজিয়েই এটা ছিঙা-কটা কৰিব লাগে মই তেওঁৰ লগত ছিঙা-কটা কৰি এৰিলোঁ to decide finally to sever connection altogether ('কটা ছিঙা 'বে একে নহয়।) **ছিঙা কটাকৈ এৰা** সকলো সম্পৰ্ক ত্যাগ কৰি পৰিহাৰ কৰা to give up permanently severing all connections **ছিঙা-কটা হোৱা** নিষ্পত্তি হোৱা সম্পৰ্ক ৰহিত হোৱা to be decided finally to be severed of connections

**ছিটা দিয়া** (ছিটা = ছাট ছিটিকনি) কোনো কোনো ৰোগ যাইকৈ বসন্ত ৰোগ ন'হবলৈ সেই ৰোগৰ বীজ প্ৰতিষেধক ৰূপে তেজত মিহলাই গাত সুমাই দিয়া to vaccinate or inoculate **ছিটা মৰা** ছটিওৱা শান্তি কৰা to sprinkle **ছিটা লোৱা** ৰোগ ন'হবলৈ তাৰ বীজ প্ৰতিষেধক ৰূপে তেজত মিহলাই লোৱা to be vaccinated or inoclulated

**ছিটিকাত পৰা** (ছিটিকা = চৰাই বা জন্তু ধৰা ফান্দ) ফান্দত আবদ্ধ হোৱা অৰ্থাৎ ধৰা পৰা to be entrapped **ছিটিকাত লগা** একে অৰ্থ। **ছিটিকা পতা** ফান্দ পতা to lay a trap

**ছিদ্ৰ ধৰা** (ছিদ্ৰ = বিন্ধা বা ফুটা। এতেকে দোষ চল সুবিধা) দাই ধৰা দোষ ধৰা to find fault or short-coming **ছিদ্ৰ পোৱা** চল ছেগ বা সুবিধা পোৱা যেনে ৰাম লক্ষ্মণ নোহোৱাত ৰাৱণে সীতাক হৰিবলৈ ছিদ্ৰ পালে to get an opportunity **ছিদ্ৰ লগা** দাই বা দোষ লগা to be an offence

**ছিৰাছিৰ কৰা** (১) কেইবা ছিৰা কৰি ফলা অৰ্থাৎ খণ্ড খণ্ডকৈ ফলা to split into several parts (২) ব্যঙ্গাৰ্থত— অকৃতকাৰ্য্য হোৱা পৰাস্ত হোৱা যেনে পঢ়ি ছিৰাছিৰ কৰিব; to be unsuccessful to fail to be defeated (when used ironically)

**ছুই বাম নসহা** বামৰ স্পৰ্শকো সহ্য নকৰা অৰ্থাৎ সমূলি মিল নোহোৱা তেনেই অমিল ভাৱেৰে চলা বিৰোধ ভাৱে চলা যেনে পুতৌ কৰক ছাৰি ছুই বাম নসহে to be quite opposed or hostile

**ছুইহে নিকিলোৱা** অকল হাতেৰে ছুই কিলাবলৈহে বাকী থকা অৰ্থাৎ, হাতেৰে নেমাৰি ৰবাকৈ ভাবিছকি দিয়া কদৰ্থনা কৰা বা গালি শপনি পৰা to spare actual beating alone i e abusing childing or threatening to the utmost

**ছুটি মেলা** (ছুটি = হিং ছুটনা) চেকুৰ মেলা ঢাপলি ধৰা বেগেৰে লৰ ধৰা to run fast

**ছুৰ নোৱাৰা হোৱা** ৰজস্বলা হোৱা (সাধু ভাষা) to be in menstruation

**ছেই ছেই কৰা** কুকুৰক খেদোৱাৰ দৰে ঘিণ কৰি খেদোৱা to drive away like a dog in hatred

**ছেই-ছেই লেই-লেই কৰা** লেই-লেই ছেই-ছেই কৰা চোৱাঁ

**ছেও খোৱা** (ছেও = সঙ্গীতৰ তালৰ ছেদ্ খণ্ড) নাচোঁতে তালৰ ছেদ্‌ত হঠাৎ থমকা খাই ৰোৱা to stop while dancing abruptly and rightly with intermediate stops in the music **ছেও দিয়া** দীঘল বস্তু ডোখৰ ডোখৰকৈ কটা to cut into long pieces **ছেও ধৰা** সঙ্গীতৰ তাল মতে ছেও খোৱা। এতেকে অনুকৰণ কৰা যেনে পুতেকেও বাপেকৰ ছেও ধৰিছে to copy or imitate

**ছেগ উলিওৱা** সুযোগ বা সুচল উলিয়াই লোৱা যেনে তুমিয়েই এটা ছেগ উলিয়াই এইটো কামো কৰিবা to make or find out an opportunity **ছেগ ওলোৱা** ছেগ মিলা চোৱাঁ। ছেগ

চোৱা সুযোগ অপেক্ষা কৰা বা বিচৰা যেনে পলাবলৈ ছেগ চাব লাগিছে to wait for an opportunity to be in search of an opportune moment **ছেগ বিচৰা** ছেগ চোৱা চোৱাঁ। **ছেগ মাৰি** চল চাই সুবিধা মতে যেতিয়া সুবিধা পোৱা যায় তেতিয়া যেনে এখন বনৰ লগতে ছেগ মাৰি আন এখনো কৰিব লাগে তেওঁ ছেগ মাৰি কেতিযাবা আহে at convenient moments whenever an opportunity occurs **ছেগ মিলা** সুযোগ উপস্থিত হোৱা সুবিধা ঘটা Occurring of an opportunity **ছেগ হোৱা** ছেগ মিলা চোৱাঁ।

**ছেগা-চোৱাকৈ** (ছেগা =ছেগ্ চোৰা = চোৰা ) ছেগ চাই আৰু চোৰাংকৈ অৰ্থাৎ চল চাই, আৰু লোকে নজনাকৈ যেনে ছেগা চোৰাকৈ সন্ধান কৰি কথাটো বুজিলোঁ at opportune moments and stealthily

**ছেগা-চোৰোকাকৈ** ঠায়ে ঠায়ে মাজে মাজে অকল কোনো কোনো ঠাইতেহে যেনে এই ছোৱা বাটত মানুহৰ গাওঁ ছেগা-চোৰোকাকৈহে পোৱা যায় আমাৰ ফালে ছেগা-চোৰোকাকৈ বৰষুণ হৈছে এইখন হাবিত নাহৰ গছ ছেগা চোৰোকাকৈ আছে Occasionally only at certain places at intervals

**ছেগে ছেগে** (১) প্ৰতি ছেগে at every opportunity (২) নিৰ্দিষ্ট সময় মতে at fixed intervals

**ছেদ্-ভেদ্ নোহোৱা** (ছেদ = খণ্ড ভেদ = ভিন্নতা ফাঁক) মাজত ফাঁক বা বিৰাম নথকা। এতেকে অবিৰাম ক্ষতিক্ষণ নোহোৱা যেনে ছেদ্-ভেদ্ নোহোৱা বৰষুণ incessant without stop

**ছেদেলি-ভেদেলি কৰা** ছেৰেলি বেৰেলি কৰা চোৱাঁ।

**ছেৰা বোটলা** (ছেৰা = হি ছোড = এৰ) খেতিয়কে দাই নিয়াৰ পাচত পথাৰত যি দোথোক এথোক ধান থাকে তাক বুটলি অনা। Picking up bunches of paddy here and there in the field left out by the owner

**ছেৰেলি বেৰেলি কৰা** (বেৰেলি— অনু) ছিন্ ভিন্ কৰা বিশৃঙ্খল কৰা সিচঁৰতি কৰা to scatter to make disorderly or confused

**ছেল খোৱা** বিফল হোৱা to fail to be fruit less **ছেল্-বেল্ খোৱা** একে অৰ্থ।

**ছেলো-বেলো হোৱা** ছেল খোৱা চোঁৱা।

**ছেলো মণি** অপাৰগ বা অকৰ্মণ্য মানুহ কামত অকৃতকাৰ্য্য হোৱা মানুহ an incapable or worthless person an unsuccessful person

**ছেলোৱা** (১) বাকলি পাখি বা ছাল গুচোৱা to peel off (২) অকৃতকাৰ্য্য হোৱা বা to fail to be unsuccessful Irn (৩) ফু ফা কথা কোৱা দোষ এৰাবলৈ মিছা কথা কোৱা অনাবশ্যকীয় কথা কোৱা যেনে তুমি কি ছেলাবলৈ আহিছা? to speak l e or unnecessarry things (৪) উপায় কৰা উত্তৰ দিয়া প্ৰতিকাৰ কৰা তুচ যেনে এতিযা কি ছেলাবাঁ? to find means to reply to remedy cont

**ছেলোৱা কপৌ** ছাল গুচোৱা কপৌৰ দৰে চেৰেলা মানুহ one as thin as skinned off dove

**ছেৱে ছেৱে** (ছেও = সঙ্গীতৰ মাজৰ ছেদ্) (১) তালে তালে যেনে নামৰ ছেৱে ছেৱে চাপৰি পৰিব লাগে at measured intervals as in music (২) এছেও এছেও কৰি দীঘল একো খণ্ডকৈ যেনে জেওৰাৰ গোঁজলৈ বাঁহটো ছেৱে ছেৱে কাটি ল in long pieces

**ছো ঘৰ** ভাৱনাৰ ছো অৰ্থাৎ ভাৱৰীয়া সজোৱা ঘৰ বা কোঠালী a green room

**ছোৱা-ছো কৰা** এছোৱা এছোৱাকৈ ভাগ কৰা to cut or divide into pieces

**ছোৱা ছোৱে** এছোৱা এছোৱাকৈ যেনে পুথিখন ছোৱা ছোৱে ছপাইছোঁ বাঁহটো

ছোৱা ছোৱে কাটি ল in parts of pieces

**ছোৱালী অনা** স্ত্ৰী ৰূপে ঘৰলৈ ছোৱালী অনা ছোৱালী বিয়া কৰা to marry or bring a girl as wife **ছোৱালী খোজা** ছোৱালী বিয়া কৰাবলৈ খোজা বঢ়া কৰা to negotiate for the hand of a girl **ছোৱালী দিয়া** ছোৱালী স্ত্ৰী ৰূপে দিয়া বিয়া দিয়া to give away a girl as a wife **ছোৱালী ধৰা** ছোৱালীৰ নিমিত্তে ধৰা বা অনুৰোধ কৰা ছোৱালী খোজা চোৱাঁ। **ছোৱালী বিচৰা** বিয়া কৰাবলৈ ছোৱালীৰ সন্ধান কৰা to look out for a girl to marry **ছোৱালী পোৱা** (১) বিয়া কৰাবলৈ ছোৱালী বিচাৰি পোৱা to find a girl to marry (২) কন্যা সন্তান প্ৰসৱ কৰা to give birth to a female child

## জ

**জইন মৰা** (১) মূলে সৈতে ধ্বংস কৰা বা হোৱা to destroy with roots to be destroyed with roots (২) দৰৱ প্ৰয়োগ কৰি তিৰোতাৰ সন্তান নোহোৱা কৰা making a woman barren by administering medicine

**জঁই পৰা** (১) তাপত লেৰেলা বা শুকোৱা যেনে গছ জোপা জঁই পৰিছে to be withered (২) লাজত মলিন মুখ হোৱা বা কোঁচ খোৱা চন্দুৱা পৰা to be abashed

**জঁক উঠা** (১) হঠাৎ ৰবকৈ খং উঠা বা উচাতে ধৰা to be in a sudden fit of anger or isobriety (২) বলিয়া কুকুৰে খোৱাৰ বিকাৰ উদ্ভৱ হোৱা to get fits of Hydrophobia **জঁক তোলা** হঠাৎ খং তোলা বা উচাট লগোৱা to put in a sudden fit of anger or insobriety

**জঁকা ওলোৱা** হাড় ওলোৱাকৈ খীণোৱা to be reduced to a skeleton

**জঁকি উঠা** জাঙুৰ খাই উঠা হঠাৎ ৰবকৈ খং কৰি উঠা to be suddenly enraged

**জগত জাননী পতিতপাৱনী** জগতখনে জনা আৰু পতিতক পৱিত্ৰ কৰিব পৰা। এতেকে প্ৰসিদ্ধ আৰু মহিমা থকা widely known and capable of saving the fallen i e very much renowned

**জগলি মোহন কৰা** ভালে বেয়াই সকলোকে একে লগে মিহলি কৰা সানমিহলি কৰা to mix up indiscriminately

**জগা কাঠ** পানীত মজি থাকি গধুৰ হোৱা কাঠ। এতেকে এলেহুৱা মানুহ a lazy person

**জড়ৰে চৈতন্যৰে মাজতে** জড় আৰু চেতনা দুইৰো মধ্যবৰ্তী অৱস্থা the intermediate stage between consciousness and unconciousness

**জনম জাতি আঁতি গুৰি** আগ গুৰি সকলো বিৱৰণ antecedents and the origin of a person or a thing

**জনমতি যোৱা** গোটেই জীৱন দুখতে অতিবাহিত হোৱা th whole life being over in miseries

**জনাই নজনাই,** (১) কিছু জনা আৰু কিছু নজনাকৈ অৰ্থাৎ তেনেই ভাল ৰূপে নজনাকৈ যেনে বনখন জনাই নজনাই এক প্ৰকাৰে কৰিছোঁ without knowing fully well i e only with an imperfect knowledge (১) জনাত বা নজনাত অৰ্থাৎ জ্ঞান পূৰ্বক বা অজ্ঞান পূৰ্বক যেনে জনাই নজনাই যি দোষ কৰিছো ক্ষমা কৰিব knowingly and unknowingly either with or without knowledge

**জনি মৰা** 'জইন্ মৰা' চোৱাঁ।

**জপ্‌জপাই কৰা** বিবুদ্ধিহৈ যিহকে পায় তাকে কৰা to be perplexed and doing whatever comes upper

most in mind

**জপটিয়াই ধৰা** (১) সামৰি ধৰা একে লগ কৰি ধৰা যেনে খেৱালি জালে তাৰ তলৰ মাছ সোপাকে জপটিয়াই ধৰে পোলাৰ বাদ্ধে পোলাৰ ইকৰাবোৰ জপটিয়াই ধৰে to encircle to en twine (২) লোকক লেটিয়াই ধৰা যেনে চোৰে মোকো চোৰ বুলি মিছাতে জপটিয়াই ধৰিছে to implicate

**জপনা কাতি** জপনাখন কাতি হৈ থাকিলে তাকো পোনাই থওঁতা নোহোৱা অৱস্থা। এতেকে ঘৰত নিঃসহায় অৱস্থা অৰ্থাৎ ঘৰলৈ কাণ নকৰা অৱস্থা যেনে মই ঘৰত ন'হলে ঘৰৰ ফালে জপনা কাতি helpless state athome i e hav ing nother person to look after it

**জপৰা খনা** বনৰীয়া আলু খনা বনৰীয়া আলু হাবিত বিচাৰি খানি ফুৰিলেহে পোৱা যায়। এতেকে কষ্টেৰে অনুসন্ধান কৰা to search with troubles

**জপাই বনমালী কৰা** (১) জপটিয়াই ধৰি লৈ সকলোখিনি আত্মসাৎ কৰা to misappropriate the whole of anything or many things to gether (২) বাহুল্য গুচাই, টেপামাৰি সংক্ষেপ কৰা কোনো কাম মোটোকা মাৰি অৰ্থাৎ চুটিকৈ যবেস্থৱে কৰি বেগতে আজৰি হোৱা to finish an affair in haste by doing it im perfectly

**জয়-ঘন্টা লৰা** বৰ ডাঙৰ ঘন্টাৰ দৰে লৰা অৰ্থাৎ জোকাৰ খোৱাৰ দৰে জোকাৰণি। এতেকে ডাঙৰ জোকাৰণি a violent shaking

**জয় জয়তে** নাম গোৱাত প্ৰথমতে 'জয় ৰাম' বুলি আৰম্ভন কৰা হয়। এতেকে পোন প্ৰথমতে first of all in the very beginning

**জয় জয় ময় ময়** (ময় অনু) যেনি তেনি জয় জয় জয়কাৰ সকলো কথাতে জয় লাভ success all around success in everything

**জয়-ঢোল কোবোৱা** (জয় ঢোল= ডাঙৰ ঢোল) জয়ঢোল পিটি বহলাই কিতাহি প্ৰচাৰ কৰা to publish widely with pride or vanity জয় ঢোল বজোৱা একে অৰ্থ।

**জয়পাতে ক্ষয় হোৱা** তেনেই নষ্ট বা বৰ্বাদ হোৱা হানি হোৱা যেনে উকখনি পথাৰ ধানবোৰ ভঁৰালতে জয়পাতে ক্ষয় হল to be totally wasted or spoilt

**জৰ্-জৰ্ মৰ্ মৰ্ হোৱা** বেজাৰ বা অপমানত মৰ্মাহত হোৱা to be greatly wounded in mind for an insult or sorrow to be abashed and pained in mind

**জৰাসন্ধ লজ্জা** জ্বৰ উঠা (ধেমেলীয়া ভাবে খাটে) to get fever

**জল্-জল্ পট পট** (জল্ = জ্বলি থকা পট = স্পষ্ট) স্পষ্টকৈ ওলাই থকা দেখাদেখিকৈ প্ৰমাণিত যেনে 'জল্ জল্ পট পট দৈৱকীৰ গভুৰা ল'ৰা quite obvious

**জল পৰা** প্ৰসৱৰ পাচত জল বা ফুল নিৰ্গত হোৱা falling off of the placenta after a child birth

**জলপান কৰোৱা** জলপান খুওৱা। এতেকে ব্য অপমান কৰা লঘু কৰা শিকনি দিয়া to insult or teach a lesson Irn

**জলক্ তবক্ কৰা** চকুৰে ভালকৈ মনিব নোৱাৰা to be unable to see dis tinctly for defective eyesight

**জলক্ লগা** বৰ পোহৰৰ বাবে চকুৰে নেদেখা হোৱা to be dazzled with light

**জলকা লগা** (১) মেঘেৰে ঢাক খোৱা to be over cast with clouds (২) মনৰ দুখত বিমৰ্ষ হৈ বিমন হোৱা to be cheerless and unmindful out of sadness

**জলত মজা** পুখুৰী বা নৈত জলদেৱতাক পূজা কৰা (তেতিয়া পূজাৰ সমল পানীত উটাই দিয়ে) worshiping the wa

ter deity (this is done at a tank or a stream)

**জল-পিণ্ড দিয়া** তৰ্পণ কৰা আৰু পিণ্ড দিয়া to offer oblations of water and sweet food for satisfaction of a departed soul

**জলাকলা কৰা** ৰৰকৈ আহুকাল বা আমনি কৰা to vex or annoy too much

**জলাঞ্জলি দিয়া** এচলু পানী দিয়া চোৱাঁ।

**জলাহ যমুনা হোৱা** কেউ ফালে বহুত দূৰলৈকে পানীত তল যোৱা জলপ্লাবন হোৱা to be inundated all around

**জহনীত যোৱা** জহনী বেমাৰত মৰা (শাওত খাটে) to die of Cholera (used in course) **জহনীৰ বুকত যোৱা** 'জহনীত যোৱা চোৱাঁ।

**জহল হোৱা** জঞ্জাল হোৱা কামৰ ভিৰ হোৱা to be a confusion to be heavy pressure of works

**জাই উঠা** 'জঁক উঠা (১) চোৱাঁ। **জাঁই তোলা** জঁক তোলা চোৱাঁ। **জাঁই মেকুৰী** মাইকী মেকুৰীৰ দৰে জাতি মানুহ one as tame and meek as a she cat

**জাঁজ খোৱা** (জাঁজ = জঞ্জাল নৈত উটি অহা জাবৰ আদিৰ একে ঠাইতে গোট খোৱা দ'ম বা স্তুপ) একে ঠাইতে অনেক দ'ম বস্তু গোট খোৱা যেনে ঘৰ খোঁটালীত বস্তুৰে জাঁজ খাইছে gathering of too many things at a place **জাঁজ দেখা** জঞ্জাল দেখা যেনে মই ঘৰত থকাত তেওঁ মোক জাঁজ দেখিছে to feel a person to be one too many **জাঁজ পোৱা** (১) 'জাঁজ দেখা চোৱাঁ। (২) কোনো ঠাইত অনেক বস্তু গোট খোৱা বাবে আহুকাল বা জঞ্জাল পোৱা to find a place uncomfortable for being closely packed up with many things **জাঁজ হোৱা** (১) 'জাঁজ খোৱা চোৱাঁ। (২) জঞ্জাল বুলি বিবেচিত হোৱা to be felt as one too many

**জাঁপ মৰা** ডেও মৰা লফিওৱা to jump or leap

**জাক পতা** গোট খোৱা একে জাক হোৱা to flock together **জাক ফুৰা** ৰতি ক্ৰীড়াৰ নিমিত্তে লোকৰ লগত ল'ৰি ফুৰা অৰ্থাৎ পাল খোৱা পথাৰ ফুৰা (গৰুত খাটে) to run about for sexual intercourse (appl to cows) **জাক লোৱা** জাকৰ লগ লোৱা যেনে পৰ ঠাইৰ গৰুৱে অলপ দিন জাকৰ লগত চৰালেহে, জাক লয় to mix or become familiar with a flock

**জাকত জিলিকা** জাকৰ ভিতৰত জিলিকি থকা। এতেকে চকুত লগা prominent in a group

**জাকি উঠা** গৰকাত ভৰি দিলে তাঁতৰ দীঘৰ সূতাবোৰ দুভাগ হোৱা making a passage for the shuttle amidst the threads in a loom

**জাকি ধৰা** গুড় পগাওঁতে ৰস নপৰিবলৈ জাকি-চালনীৰে লৰোৱা stirring sugarcane juice when boiling **জাকি মৰা** 'জিকাৰ মৰা চোৱাঁ।

**জাঙুৰ খাই উঠা** (১) খং কৰি উঠা যেনে মোক দেখিয়েই তেওঁ জাঙুৰ খাই উঠিল to be suddenly angry (২) মনৰ শোক বা অন্য কোনো ভাব হঠাৎ উজাৰ খাই অধিক হোৱা getting a sudden exuberation of feelings (as at the sight of a companion of one s dead child)

**জাঙুল খাই উঠা** খঙেৰে জাক পাতি বেৰি ধৰা বা সমুখ হোৱা angrily surrounding or rising in a body

**জাত উৰুৱা** জাতত ধৰি গালি পৰা to abuse by referring to ones caste or origin **জাত এৰা** আগৰ জাত এৰি অৱনত হোৱা বিজতবীয়া হোৱা to degenerate **জাত যোৱা** জাত নষ্ট হোৱা তললৈ নমা to lost cast to be degenerated

**জাতে পাতে** জাতেৰে আৰু পাতেৰেও। এতেকে সম্পূৰ্ণ ৰূপে তেনেই যেনে

জাতে পাতে মিলি পৰিছে অৰ্থাৎ তেনেই মিলিছে in every particular i e fully

**জান্ দিয়া** জাননী বা সম্বাদ দিয়া গম দিয়া to give notice or intimation

**জান্ নেজান** জানিব বা গম ধৰিব কথমপিহে পৰা। এতেকে অতি কম নাম মাত্ৰ যেনে আজাত জান নেজান লোণ দিছোঁ nominal very little **জান্ নেজানকৈ** অতি অলপকৈ nominally very sightly

**জাপ খোৱা** (১) জাপ হোৱা অৰ্থাৎ জাপত পিটি খোৱা যেনে কাপোৰবোৰে জাপ খাইছে to be folded or settled in fold (২) 'জাপ যোৱা' চোৱা। **জাপ যোৱা** মাৰ খোৱা বা বন্ধ হোৱা যেনে দুৱাৰখন জাপ গ'ল বা জাপ নেখায় to be clossed **জাপ লোৱা** 'জাপ খোৱা (১)' চোৱাঁ।

**জাৰ কাপোৰ** জাৰত গাত লোৱা কাপোৰ clothes for winter use

**জাৰি জোকাৰি** (১) সমূলি বাকী নেৰাখি যেনে জাৰি জোকাৰি তেনেই দিলোঁ without leaving behind any portion whatever (২) ধূলি আদি গুচাবলৈ জোকাৰি যেনে কাপোৰ খন জাৰি জোকাৰি গাত ল বা shaking with force as a cloth to remove dust and dirt

**জাল্ খোৱা** গাৰ বিষ মৰিবলৈ জালুক খোৱা eating black pepper to get rid of pain **জাল পতা** লোকক বিপদত পেলাবলৈ কৌশল কৰা to lay traps to make a plot **জাল পৰা** চকুৰ ওপৰত ঢাকনী পৰা যেন লাগি চকুৰে নেদেখা হোৱা to get one s vision obscured as if by a net over the eyes **জাল মৰা** (১) পোৰণি গুচা বা গুচোৱা যন্ত্ৰণাৰ ওৰ পৰা বা পেলোৱা যেনে কিলৰ জাল দহ দিনেহে মৰিছে জালুক খাইহে কিলৰ জাল মাৰিছোঁ to relieve or to be relieved of pain or agony (২) প্ৰখৰ পোহৰৰ বাবে চকুত জলক লাগি ধৰা to be dazzled **জাল সৰা** পোৰণি বা যন্ত্ৰণাৰ পৰা অব্যাহতি পোৱা যেনে 'আদাৰ জাল পইতাত সৰা' to get rid of pain or agony

**জালত দিয়া সোণ** জালত দিলে সোণ উজ্জ্বল হয়। এতেকে তেজাল মানুহ, ৰূপহ মানুহ a beautiful person

**জালত পৰা** লোকৰ চক্ৰান্তত ধৰা পৰা to be entrapped in machination

**জালুক পাণ কটা শত্ৰু** বিপক্ষই ভোগ কৰিবলৈ পায় বুলি খিয়ালত বাৰীৰ জালুক আৰু পাণ গছ কাটি থৈ যোৱা শত্ৰু। এতেকে নীচ আৰু দুৰ্ঘোৰ শত্ৰু a mean and deadly foe

**জালে জোৱা** (জাল=যন্ত্ৰণা) যন্ত্ৰণা যথেষ্ট হোৱা to have enough of trouble or agony

**জাহ্ দিয়া** (১) খাৰণী সৰাবলৈ খাৰত পানী দিয়া to put water in alkali pot ash to get a dilution (২) অপবাদ দিয়া to make a false accusation **জাহ নিওৱা** (১) জীণ্ নিওৱা to digest (২) পাহৰাই তল পোলোৱা to make forgotten **জাহ্ যোৱা** (১) জীণ্ যোৱা to be digested (২) জহি নোহোৱা হোৱা to be destroyed by decomposition

**জিজিৰমূৰা খোৱা** মূৰত আঘাত লাগি মূৰ ঘূৰোৱা বা কাণ তাল মৰা feeling giddy for a shock on the dead

**জিক্জিকাই উঠা** গা জিকাৰ খুৱাই উঠা শিয়ঁৰি উঠা। এতেকে খ কৰি উঠা বিজবিজাই উঠা সিৰ সিৰাই উঠা to be angry and annoyed

**জিকাৰ খোৱা** ভয়ত দুখত বা বেজাৰত নতুবা বা জাৰত শিয়ঁৰি উঠা to be suddenly shivering in fear pain or cold to be startled **জিকাৰ মৰা** গা শিয়ঁৰি উঠা to get a shivering or startling sensation

**জিজি** মাত নুফুটা ল'ৰাই মাছক জিজি বোলে এতেকে মাছ this word is

used by babies to mean fish

**জিভাখন কাটি পেলোৱা** কোৱা কথা লুটিওৱা lit to cut off the tongue i e to break a promise

**জিভাৰ খাৰ কড়া** খাৰ কাঢ়িলে বস্তুৰ চোক্ গুচে। এতেকে উঁৰি কৰি অসংযত জিভাক সংযত কৰা অৰ্থাৎ চোকা মুখৰ মানুহৰ কথাৰ চোক্ গুচোৱা to make a harsh tongued person mild by punishment

**জিভাৰ পানী ওলোৱা** বস্তু খাবলৈ ৰৰকৈ লোভ লাগিলে জিভাৰ পানী ওলায়। এতেকে কোনো বস্তু খাবলৈ ৰৰকৈ লোভ লগা to feel a longing desire to eat or drink anything **জিভাৰ পানী পৰা** একে অৰ্থ।

**জিৰণীয়া মৌ** জাককন্ধাকৈ মৌ উড়ি যাওঁতে বাটত অলপ জিৰাই আকৌ গুচি যায়। এতেকে কোনো ঠাইত অলপ কাল থাকি স্বাৰ্থ সিদ্ধিৰ নিমিত্তে আন ঠাইলৈ গুচি যোৱা মানুহ one staying at a place only for a short time and then going away to serve self interest

**জীয়া জুই** জ্বলি থকা জুই। এতেকে ভীষণ আৰু দীৰ্ঘস্থায়ী শোক সন্তাপ terribl sorrow a sorrow that last long without abatement **জীয়া বাঁৰী** সধৱা হৈয়ো বিধৱাৰ দৰে আচৰণ কৰিবলগীয়া তিৰোতা। এতেকে গিৰীয়েক নিৰুদ্দেশ হোৱা বা গিৰিয়েকে এৰা তিৰোতা a woman forsaken by her husband or whose husband is lost and unheard of **জীয়া ভূত** (ভূতে মানুহক দৌৰাত্ম্য কৰে মানুহ মৰিলেহে ভূত হয়) জীয়াই থাকোঁতেই ভূতৰ দৰে লোকক দৌৰাত্ম্য কৰা মানুহ one who acts like an evil spirit even when living i e an awfully evil natured person **জীয়া যম** যমৰ দৰে শত্ৰু। এতেকে দুৰন্ত শত্ৰু a deadly foe

**জীৱই উজান ভাটী কৰা** জীৱটোৱে এবাৰ উজানলৈ এবাৰ ভাটীলৈ অহা যোৱা কৰা অৰ্থাৎ ওলাই যাবলৈ ধৰফৰ কৰা। এতেকে ধাতু যায় যায় যেন হোৱা অতিশয় কষ্ট পোৱা to be very nearly dead to be in great agony

**জীৱন্তে মৰা** জীয়াই থাকোঁতেই মৰাৰ তুল্য অৰ্থাৎ সমুলি নিৰাশ্ৰয় বা অপাৰ্থক quite helpless or incapable

**জুই আগুনি দেখা** 'চকুৰে জুই আগুনি দেখা' চোৱা।

**জুই উঠা** নষ্ট হানি বা বৰ্বাদ হোৱা to be destroyed

**জুই-ছাই,** জুই বা তপত ছাইৰ সদৃশ ছুব নোৱাৰা অৰ্থাৎ যিহৰে তিহৰে অতিশয় যেনে জুই ছাই টেঙা জুই ছাই মৰগ জুই ছাই দৰ excessive to much **জুই জলোৱা** শোক বঢ়োৱা to increase sorrow **জুই লগা** (১) কুলক্ষণীয়া ধোঁৱাখুলীয়া যিহতে ধৰে তাতে হানি ভৰা ill omened wasting (২) নষ্ট বা বৰ্বাদ হোৱা to be destroyed or wasted

**জুইত জাঁপ দিয়া** জুই বুলি জানি শুনিও তাত জাঁপ মাৰি পৰা অৰ্থাৎ বিপদ দেখিও আগবঢ়া ক্ষতি স্বীকাৰ কৰিও অগ্ৰসৰ হোৱা যেনে অতি মৰগ বুলি জানিও জুইত জাঁপ দি বস্তুটো কিনিলোঁ to proceed in spite of danger to do anything at a sacrifice

**জুইত জাহ যোৱা** উঁইচিৰিঙা আদি জুইত পৰি জাহ গৈ মৰে। এতেকে কোনো বিপদত পৰি ধ্বংস হোৱা to be destroyed by a calamity

**জুইত পুৰি যোৱা** বৰ কষ্ট দি ধ্বংস কৰা যেনে বুঢ়া দৰালৈ দি ছোৱালীজনী জুইত পুৰি খালে to put to agony and ruin

**জুই দিলেও মুখ নোপোৱা** জুয়ে সকলো বস্তু পোৰে তেনে জুয়েও মুখ নোপোৱা অৰ্থাৎ মুখৰ চোক পুৰিব নোৱাৰা।

এতেকে বৰ চোকা মুখৰ বৰ দুৰ্মুখ very much harsh tongued

**জুই পানী অলঙ্কাৰ হোৱা** জুই আৰু পানীৰো আদান প্ৰদান ৰহিত হোৱা। এতেকে (১) অতি শত্ৰু ভাবাপন্ন হোৱা to be in terms of bitter enmity (২) কোনো দোষৰ বাবে সমাজত এৰা পৰা to be excommunicated

**জুই পানী নিচিনা** জুয়ে পুৰিব বা পানীয়ে বুৰাব বুলি নজনা অৰ্থাৎ জ্ঞান নোহোৱা বুজন নোহোৱা (সৰু লৰা ছোৱালীত খাটে) যেনে জুই পানী নিচিনা ল'ৰা without the knowledge that fire burns and water drowns i.e ignorant (appl to little children)

**জুইৰ চৰু মুৰত লৈ থকা** ডাঙৰ বিপদৰ ভয়ত থকা অতি চিন্তা ভাবনাত কাল কটোৱা to be under risk of a grave danger to pass time in great enxieties

**জুখি চোৱা** কিমান গধুৰ জুখি চাই প্ৰমাণ বুজা। এতেকে পৰীক্ষা কৰি চোৱা পৰিমাণ বুজা যেনে মিছাকৈয়ে ধাৰলৈ ধন খুজি চাই আগলৈ দৰ্কাৰ হ'লে দিবনে নিদিয়ে তাৰ প্ৰমাণ চোৱা to gauze

**জুটি খোৱা** উজুটি খোৱা খোজ কাঢোঁতে ভৰিত খুন্দা খোৱা to have alse steps

**জুটিত পৰি মৰা** জুটি খাই পৰিয়েই মৰিব পৰা। এতেকে বৰ দুৰ্বল অতি নিশকতীযা নিচেই দুখীয়া very in weak body very poor

**জুতি চোৱা** সোৱাদ বুজা to take the taste of anything **জুতি ধৰা** জুতি লগাকৈ যতনাই দিয়া to serve one according to his tastes **জুতি পোৱা** খাই বা ব্যৱহাৰ কৰি ভাল পোৱা যেনে কটাৰীখনৰে কাটি জুতি পাইছো to find good in taste **জুতি বুজা** ৰুচি জনা যেনে মাকৰ দৰে লোকে জুতি বুজি খুৱাব নেজানে to know one s tastes **জুতি লগা** খাই বা ব্যৱহাৰ কৰি তৃপ্তি পোৱা to be pleasant or delightful to taste **জুতি লগোৱা** তৃপ্তিকৰ কৰা to make relishing or delightful to taste **জুতি লোৱা** লোভত খাই বা ব্যৱহাৰ কৰি সোৱাদ বুজা to eat or use for a while out of greed or temptation

**জুম পতা** একে ঠাইতে গোট খোৱা to through **জুম বন্ধা** একে অৰ্থ।

**জুমা জুমি কৰা** ঘনে ঘনে জুমি চোৱা peeping repeatedly

**জুমি চোৱা** নিজে লুকাই থাকি বিদ্ধাৰ ভিতৰেদি চোৱা to peep

**জুমুখি পোৱা** খৰি দিবলৈ মৃত দেহ পোৱা ন গলে বা অস্থিও নেপালে খেৰৰ জুমুখি বান্ধি লৈ তাকে মৃতকৰ দেহ বুলি খৰি দিয়া to burn an effigy of a decease person when the dead body cannot be found for cremetion

**জুমুৰি দি ধৰা** (জুম = সমূহ) বহুতে একেলগে আহুকাল কৰা যেনে বাহ ল'ৰাই জুমুৰি দি ধৰিলে বন্ধৰ পাচত অফিচৰ কামে জুমুৰি দি ধৰিছে to annoy at a time in a body

**জুয়ে ধৰাদি ধৰা** টানকৈ খচখচাই ধৰা কিহবাৰ নিমিত্তে টান কথাৰে সধা to demand strongly

**জুৰি ধৰা** ব্যাপকভাৱে ধৰা সামৰি ধৰা to cover widely or extensively

**জুৰুলা পৰা** দুৰ্বল বা ক্ষীণ হোৱা দুখীয়া হোৱা to be weak or emaciated to become poor

**জুলুকা লগা** বিমৰ্ষ হৈ মন মাৰি থকা to be dejected and downcast

**জুলুকি জুলুকি শিকোৱা** (জুলুকি = জোলোকা) বাৰে বাৰে কষ্ট দিয়া to tease often to put to trouble repeatedly

**জেউৰ গুড়ি খোৱা** প্ৰথম গৰ্ভৰ সাত মাহ হওঁতে গৰ্ভৱতীয়ে চিৰা পিঠা আদি খাই

মাঙ্গলিক কাৰ্য্য কৰা partaking of cakes and sweets in ceremony by a woman in the seventh month of her first pregnancy

**জেউৰ ধৰা** কোনো বস্তু খুজি নেপাই, কন্দা বা ঠেহ্ পতা to cry or to be sulky at failing to get anything asked for

**জেকেৰা মৰা** 'কেটেৰা মৰা' চোৱাঁ।

**জেঙা ভগা** (১) আহুকাল গুচা to be removed as a trouble or obstacle (২) জগৰ ভগা to be removed or excused as an offence or fault **জেঙ ভঙা** আহুকাল বা জগৰ গুচোৱা **জেঙা লগা** আহুকাল জন্মা জগৰ বা দোষ লগা to happen as a trouble obstacle or offence **জেঙা লগোৱা** আহুকাল ঘটোৱা জগৰ বা দোষ কৰা to create an obstacle to offend

**জেঙেৰা মৰা** 'কেটেৰা মৰা' চোৱাঁ।

**জেপেট খোৱা** লিপিত খোৱা to stick to to adhere **জেপেট গাঁঠি** 'লেপেট গাঁঠি' চোৱাঁ।

**জেপেটি ধৰা** টান কৈ কামোৰ খাই লাগি ধৰা to stick or adhere to closely

**জেৰেঙাত দিয়া** আহোম ৰজাৰ দিনত ৰ পুৰৰ ওচৰৰ জেৰেঙা পথাৰত অপৰাধীৰ প্ৰাণদণ্ড কৰিছিল। এতেকে প্ৰাণদণ্ডৰ আদেশ দিয়া to award capital punishment

**জেলুকা লগা** সদায় তিতি বা সেমেকি থকা বাবে পানী বন্ধ গৈ পিছল হোৱা to be damp and slippery

**জেলুকীয়া লগা** 'জেলুকা লগা' চোৱাঁ।

**জোঁট খোৱা** মেৰ খাই পাক লগা to be entwined **জোঁট বন্ধা** একে অৰ্থ। **জোট ভগা** মেৰ পাক এৰাই মুকলি হোৱা to be desentangled **জোঁট ভঙা** মেৰপাক গুচাই মুকলি কৰা to disentangle **জোট লগা** 'জোট খোৱা' চোৱাঁ।

**জোঁটা পুটি লগা** টনা-আজোৰা লগা to be a struggle **জোঁটা পোটা লগা** একে অৰ্থ।

**জোটোৰ পোটোৰ লগা** 'জোঁটা পুটি লগা' চোৱাঁ।

**জোক্ জোক্কৈ ধৰা** খৰ আৰু টান কথাৰে সধা খেচখেচ্কৈ ধৰা to demand anything in strong words

**জোকাৰি পেলোৱা** অগ্ৰাহ্য কৰা নমনা গণ্য নকৰা যেনে অসৎ জনে সজ উপদেশ জোকাৰি পেলায় যিমানে কিলাবাঁ সি জোকাৰি পেলায to shake off to disregard

**জোকোৰা মৰা** 'কেটেৰা মৰা' চোৱাঁ।

**জোকোৰা** (১) খং উঠাকৈ আমনি কৰা to ex to anger (২) কুৰুচিৰ ব্যৱহাৰেৰে তিৰোতা মানুহক অপমান কৰা outranging modesty of a woman

**জোখা লগা** জোখত মিল হোৱা ঠিক জোখৰ হোৱা to be of proper siz in measurement

**জোন দিয়া** কোৰৰ মুখ খয় গ'লে জোনৰ আকৃতিৰ এডোখৰ তীখা লগাই দি তাক পূৰ কৰা to repair an old hoe by welding a piece of steel **জোন পৰা** জোন মাৰ যোৱা setting of the Moon **জোন বিৰি** জোনৰ আকৃতিৰে সজা বিৰি বা মাদলী a crescent shaped ornament for the neck **জোন মৰা** জোন সমূলি নাইকিয়া হোৱা অৰ্থাৎ আঁউসী হোৱা occuring con junction of the sun and the Moon to be the last night of the dark fortnight **জোন লগোৱা** 'জোন দিয়া' চোৱাঁ।

**জোপ্ মৰা** 'জোপা মৰা' চোৱাঁ। **জোপ্ লোৱা** 'জোপা লোৱা' চোৱাঁ।

**জোপা মৰা** লুকাই মনে মনে বৈ থকা to wait in concealment **জোপা লোৱা** লুকাই থাকি খাপ দিয়া to lie in wait

**জোবোৰা খোৱা** পানীত বুৰ খোৱা to be immersed in water **জোবোৰা মৰা** পানীত নামি গোটেই গা তিওৱা

লৰালৰিকৈ পানীত নামি গা ধোৱা to plunge in water to take a hasty bath by immersing the body in water

**জোব যোৱা** ওব যোৱা চোৱা।

**জোৰাই জোখাই** জোৰকৈ আৰু জোখ মতে জোৰা মিলাকৈ আৰু জোখত হোৱাকৈ। এতেকে জোখাৰে উপযুক্ত মতে উচিত মতে যেনে জোৰাই জোখাই উত্তৰ দিলোঁ befittingly

**জোৰা এৰা** জোৰা ছিগা গুচা বা পৃথক হোৱা to be disjointed **জোৰা এৰুওৱা** জোৰা গুচোৱা বা পৃথক কৰা to disjoint **জোৰা খোৱা** (১) জোৰাৰ মিল হোৱা জোৰা লাগি ধৰা to be joined together (২) খাপ খোৱা সঙ্গত হোৱা to fit to be consistent with **জোৰা খুওৱা** জোৰা মিলোৱা জোৰা লগোৱা to join **জোৰা দিয়া** (১) এটাৰ লগত আন এটা লগাই দি দীঘল কৰা to make long by joining together (২) বঢ়োৱা বা অতিৰঞ্জিত কৰা (কথাত খাটে) যেনে জোৰা দিয়া কথা to exaggerate exaggerated **জোৰা মৰা** (১) জোৰা খাই মিলি পৰা মাজত ফাঁক বা সুৰুঙা নথকা হোৱা ভালকৈ সংলগ্ন হোৱা to be joined or fitted up nicely or without defect (২) জোৰা মিলোৱা মাজত সুৰুঙা নথকাকৈ মিলাই দিয়া to fit up nicely (৩) আঁটা প্ৰয়োজনৰ জোখাৰে হোৱা যেনে এই ধনেৰেই জোৰা মৰিব to be sufficient (৪) আঁটোৱা জোৰোৱা যেনে এইধনেৰেই জোৰা মাৰিম to do with to manage with (৫) অভাৱ অনাটন বা লঠা-লুঠলি গুচাই কোনো মতে কাৰ্য্য সম্পাদন কৰা to manage any how by meeting wants and demands **জোৰা লগা** (১) 'জোৰা খোৱা চোৱা। (২) পূৰ্বৰ নিৰ্দিষ্ট দিহা মতে লগ লগা যেনে দৰা-কন্যাৰ মিলন জোৰা লাগি আছে to be joined together by predestination (৩) জোৰা থকা জোৰা দিয়া বাবে সংযুক্ত যেনে জোৰা লগা মাৰলী joined **জোৰা লগোৱা** 'জোৰা দিয়া চোৱা **জোৰা লৰা** জোৰা ঢিলা হোৱা জোৰাত ফাঁক হোৱা খাঁজ লৰা to be weak and shaking at the joint **জোৰা লৰোৱা** জোৰা ঢিলা কৰা to make a joint weak by removing position of the joined ends **জোৰা সোলোকা** জোৰা সুলকি পৰা to be disjointed or dislocated **জোৰা সোলোকোৱা** জোৰা এৰুওৱা জোৰাত দুই মূৰ পৃথক কৰা to disjoin to dislocate

**জোৰা-ফোন্দা দিয়া** কোনো প্ৰকাৰে সংগ্ৰহ কৰি জোৰা মৰা বা কাম চলোৱা যেনে জোৰা-ফোন্দা দি ধন গোটাই ল'ৰাটো পঢ়াইছোঁ making means somehow or other **জোৰা-ফোন্দা মৰা** একে অৰ্থ

**জোৰে জোৰে পৰা** সমানে সমানে মিল হোৱা কাঠে কাঠে পৰা to be fittingly matched

**জোল উলিওৱা** চেপিলে বা খচিলে বস্তুৰ জোল ওলায়। এতেকে কষ্ট দিয়া to put to pain or trouble **জোল ওলোৱা** কষ্ট পোৱা to be put to pain or trouble **জোল কৰা** বৰকৈ ভাঙি বা খচি নষ্ট কৰা যেনে ঘড়িটো বা কাপোৰ খন জোল কৰিলে to spoil by breaking or bruising too much **জোল বৈ যোৱা** অতিশয় কষ্টভোগ হোৱা to have great difficulties or troubles **জোল বোৱা** 'জোল ওলোৱা চোৱা। **জোল হোৱা** বৰকৈ ভাগি বা খচা খাই নষ্ট হোৱা to be spoilt by being badly broken or bruised

**জোলে জোৰা** যথেষ্ট কষ্টভোগ হোৱা to have enough of troubles

**জোলোকা জোলোকে** (জোলোকা = পনীয়া বস্তুৰ একে বাৰতে সৰহ পৰিমাণ) সৰহকৈ আৰু ঘনে ঘনে যেনে

জোলোকা জোলোকে উৰুলী আশীৰ্বাদ বা ভেদ several times at short intervals and in large volume at every time

**জোলোকে জোলোকে শিকোৱা** বাৰে পতি অতিকৈ কষ্ট ভোগ কৰোৱা to put to much troubles at several times

**জোৱাৰ উঠা** (১) সাগৰৰ পানী ওফন্দি পৰা rising of a tide in ocean (২) একে সময়তে পৰিমাণ সৰহ হোৱা যেনে কামৰ জোৱাৰ উঠা সুখ বা দুখৰ জোৱাৰ উঠা to be a big rush or pressure

**জ্ঞানে গৰকা** জ্ঞানে গৰকি লেতুসেতু বা মিহি কৰা অৰ্থাৎ জ্ঞান থকা বাবে সিজা স্বভাৱৰ কথা গৰকা considerate

**জ্বলা জুই,** 'জীয়া জুই' চোৱাঁ।

**জ্বলা জুইত ঘিঁউ ঢলা** ঘিঁউ ঢালিলে জ্বলি থকা জুই বৰকৈ জ্বলে। এতেকে খঙতে খ বঢ়াই দিয়া pouring ghee on fire i e to make an angry person much more angry

**জ্বলা জুইত হাত দিয়া** ওলাই থকা বিপদত নিজে পৰোঁ বুলি পৰা to court a danger deliberately **জ্বলা জুইত জাঁপ দিয়া** একে অৰ্থ। বিজ্ 'জুইত জাঁপ দিয়া'।

**জ্বলি পকি উঠা** খঙত জ্বলি ৰঙা হোৱা অৰ্থাৎ বৰকৈ খ উঠা to be furiously angry

# ঝ

**ঝীয়া পাত যেন** ঝিয়াৰ পাখিৰ নিচিনা অৰ্থাৎ বৰ পাতল আৰু মিহি, (কাপোৰত খাটে) very thin and fine (appl to cloths)

**ঝিলিৰ ঝাঁ কোৱাৰ কা নোহোৱা** ঝিলীৰ মুখৰ 'ঝিঁ ঝিঁ' বা কাউৰীৰ মুখৰ 'কা-কা' শব্দও নথকা। এতেকে জন প্ৰাণী শূণ্য নিটাল নিস্তব্ধ absolutely silent and lonely

# ট

**টক লগা** তধা লাগি চাই থকা to stare in silence and wonder

**টক্‌টকাই ফুৰা** (টক্‌টক্ = বেগাই খোজ কাঢ়োঁতে হোৱা শব্দ) বেগেৰে ঘূৰি পকি ফুৰা to move about sprightfully

**টকচালি কৰা** বন বাৰী নকৰি ধুন মাৰি তামাচা কৰি ফুৰা to move about merily without any work **টকচালি মৰা** একে অৰ্থ।

**টকাম্বৰি কৰা** (১) তৃণ বা শস্যাদি নোহোৱা টকলা কৰা to make denuded of vegitation (২) দুখীয়া কৰা to make poor **টকম্বৰি হোৱা** তৃণ শস্যাদি নথকা হোৱা to be denuded of vegetation (৩) দুখীয়া হোৱা to be poor pt nsmltipt

**টকৰ্ টকৰকৈ ফুৰা** খোজত টকৰ টকৰ শব্দ কৰি অবিশ্ৰান্তে বেগাই ফুৰা to move about with heavy steps steadily and without rest

**টকলা কৰা** 'টকম্বৰি কৰা (১)' চোৱাঁ।

**টকলা পৰা** 'টকম্বৰি হোৱা' চোৱাঁ।

**টকলা হোৱা** 'টকম্বৰি হোৱা' চোৱাঁ।

**টকলা মূৰা** তপা মূৰা bald headed স্ত্ৰী টকলা মূৰী।

**টকালি পৰা** (১) কিবা খাই বা ব্যৱহাৰ কৰি ভাল পাই, মুখেৰে টকলিয়াই তৃপ্তি প্ৰকাশ কৰা to express gratification at eating drinking or using anything by smacking with the tongue (২) বাঞ্ছিত ফল লাভ কৰিব নোৱাৰি টকলিয়াই অনুতাপ প্ৰকাশ কৰা যেনে বৰশীৰ মাছটো পানীত সৰি পৰাত তেওঁ টকালি পাৰিবলৈ ধৰিলে to repent for a failure by smacking with the tongue টকালি

মৰা টকলিওৱা to smack with the toungue
টগৰ-বগৰ কৰা কথাত ন'বৈ হোঁহোকা পিছলা কৰা অনিশ্চিত কথা কোৱা সলাই সলাই কথা কোৱা to make uncertain or changed statements
টঙনিয়াই মৰা (১) টাঙোনেৰে মৰিয়াই বধ কৰা to kill by striking with a cudgel (২) অতি অনিষ্ট সাধন কৰা বা বিপদত পেলোৱা to put to great harm or danger
টঙালি বন্ধা টান বন কৰিবলৈ কঁকালত টঙালি বান্ধে। এতেকে টান কামলৈ সাজু হোৱা to girdle up loins i e to be prepared for a hard work
টঙি ৰখা টঙি ঘৰত উঠি থাকি খেতৰ শস্য ৰক্ষা কৰা to guard crops in the field from a high covered plat form
টটঙা লগা শুকাই যোৱা to be dnred up
টনা দিন যোৱা তত্তা যেনে কপাহী কাপোৰে সৰহ দিন নেটানে to last in good condition
টপ্‌টপাই থকা (টপ = কথা কওঁতে ওঁঠেৰে হোৱা শব্দ) যিহকে তিহকে বকি হাই কৰি থকা to prattle to make noise by speaking too much
ট ভ কৰা আভাস মাত্র কৰা যেনে ধন নোহোৱাত সকামটো ট ভ কৰি থ'লো to do only a semblance of any thing
টলকা টলা চোৱা। টলকা মৰা নিৰবে থকা to remain silent
টলকি চোৱা টলা চোৱা।
টলা মনতে বিবেচনা কৰা গমি চোৱা যেনে মই কথাটো টলাই নাই to think over carefuly
টলৌ টলৌকৈ ফুৰা বহু ঠাইত খোজ কাঢি ফুৰা to be walking on foot at dif ferent places or a long distance
টহ্‌টহাই উঠা (বা যোৱা) (১) টনটনাই ধৰা ঠৰ কৰি ধৰাৰ দৰে বেদনা পোৱা যেনে কঁকালটোত টহ্‌টহাই উঠিছে to feel a thrusting pain or sensation (২) অপ্রিয় কথা শুনি আমনি পোৱা যেনে গাজত লগাই কথা ক'লে মানুহৰ কাণে টহটহাই যায় to feel hurt or annoyance on hearing unpleasant words
টাং গুটি খেলা কাঠৰ গুটি এটা দুয়ো দুফাললৈ নিবলৈ মাৰিবে মৰিয়াই খেল কৰা to play a game of that name
টাং টালী মৰা কিবা কাম নকৰিবৰ মনেৰে কৰিম কৰিম বুলি হোঁহোকাই ফাকি দিয়া to put off doing something with a veiw not to do it at all
টাং টিং কৰা মিছা চেলু লৈ গহৰি কৰা কৰিম বোলা কাম নকৰি ফাকি দিয়া to take time by false pretexts to tell a lie in order to avoid a promise
টাং টিঙালি কৰা (১) টাং টি কৰা চোৱা। (২) প্রবঞ্চনা কৰিবৰ মনেৰে দুষ্টালি কৰা to behave in a wicked ard insincere way in order to cheat
টাং-বাং কৰা টগৰ বগৰ কৰা চোৱা।
টাঁই টুই কৰা টোৱা টুই কৰা। এতেকে (১) মাৰিবলৈ কিবা মাৰি মূৰা টোৱাই ভাবুকি দিয়া to show an idle threat by aiming a stick or anything of the sort (২) মনৰ ভাব বুজাবলৈ আঙি-ভুঙি কৰা to express thoughts by gestures
টাকুৰী ঘূৰণ দিয়া সূতা কটা বা পকোৱা টাকুৰীৰ দৰে ঘূৰা অর্থাৎ আজৰি নোহোৱাকৈ ঘুৰি ফুৰা to go on mov ing about like a reel i e with out rest টাকুৰী ঘূৰাদি ঘূৰা একে অর্থ।
টাগৰ্‌টাল্ কৰা মিছা কথা কৈ বিলম্ব কৰা টাং টিং কৰা চোৱা।
টাঙোন জোকৰা মাৰিবলৈ ভয় প্রদর্শন কৰা to threaten to beat টাঙোন মৰা

(১) টাঙোনেৰে মাৰ মৰা to strike with a cudgel (২) ডাঙৰ অনিষ্ট কৰা to do a serious injury

**টাটক্ মাটক কৰা** (১) ভেলেকী বিদ্যা দেখুওৱা to show jugglery (২) লগোৰা ভগোৰা লগনীয়া কথা কোৱা to back bite (৩) ছলনা কৰা ঠগা to decieve

**টান কৰা** চাৰ হোৱা প্ৰবল হোৱা বৃদ্ধি হোৱা (নৰিয়াত খাটে) to increase (appl to illness) **টান দিয়া** দুখ কষ্ট দিয়া to oppress to treat with hardship **টান ধৰা** (১) বাট সৰু হোৱা বাবে সৰকিবলৈ কষ্ট হোৱা যেনে বেজীৰ জলাত বটীয়াই টান ধৰিছে to be difficult for a big thing to pass through a smalll passage (২) খৰচ কৰিবলৈ হাতৰ মুঠি টানকৈ ধৰা। এতেকে কিৰ্পিণালি কৰা to be miserly in spending **টান পৰা** সহিবলৈ টান হোৱা। এতেকে কষ্টকৰ বা কঠিন হোৱা যেনে এই কাম ন'হলে তোৰ গালৈ টান পৰিব আৰু দহ টকা ন'হলে জোৰা মাৰিবলৈ টান পৰিব to be painful or difficult **টান পোৱা** (১) কষ্টকৰ পোৱা যেনে মই বন কৰিবলৈ টান পাইছোঁ লোকৰ ঘৰত থাকি টান পাইছোঁ to find difficulty or hard ship (২) শৰীৰত আঘাত পোৱা যেনে খুন্দা খাই টান পালোঁ to get hurt (৩) আচৰিত বা অসম্ভৱ অনুমান কৰা বিশ্বাসৰ অযোগ্য বুলি ভৱা যেনে গছত গৰু উঠা কথাটো টান পালোঁ তেও অহাটো টান পাইছোঁ to think imporabable or impossible to find not worth believing **টান মৰা** গোট বান্ধি টান হোঁৱা যেনে গুড়ে চূণে মিহলালে টান মাৰে to harden or become solid **টান মুখীয়া** মুখেৰে টান কথা কোৱা স্বভাৱৰ যেনে টান মুখীয়া মানুহ harsh tongued **টান হোৱা** 'টান কৰা 'টান পৰা 'টান মৰা চোৱা।

**টানত পৰা** অসুবিধা বিপদ বা ঠেকত পৰা to be in inconvenience trouble or difficulty

**টানি আঁজুৰি** টনা আজোৰা কৰি। এতেকে (১) বলেৰে যেনে নাহোঁ বোলাত টানি আজুৰি লৈ আহিছোঁ pulling by applying force (২) কোনোমতে ঘূৰাই পকাই যেনে টানি আঁজুৰি বিভিন্ন অৰ্থ কৰা stretching too much (as in making a far fetched interpre tation of a clause or a passage)

**টানি-টুনি** কষ্টে মষ্টে কোনো মতে যেনে খেতিৰ ধানে টানি টুনি ছমাহ যাব barely with difficulty **টানি ধৰা** (১) বলেৰে ধৰা ধৰকৈ অনুৰোধ কৰা যেনে এই কথালৈ তেওঁ মোক টানি ধৰিছে to urge press or request strongly (২) গা লাগি ধৰা to at tempt with attention and earnest ness **টানি-মানি** টানকৈ অনুমান কৰি। এতেকে উৰ্দ্ধ সংখ্যাত যেনে টানি মানি এশ মানুহ গোট খাইছিল at utmost at the highest estimate

**টাপ টুপ কৰা** টেপা টুপলি মাৰি সৰু কৰা। এতেকে তাকৰীয়া ধনেৰে সৰুকৈ কৰা যেনে ধন ভাগে বুলি সকামটো টাপ টুপ কৰিলে to do anything in a small scale to save money

**টাপি-টুপা কৰা** 'টাপ টুপ কৰা চোৱাঁ। **টাপি-টুপি কৰা** একে অৰ্থ।

**টায়ন্ থকা** ঠিকনা বা স্থিৰতা থকা যেনে কোন খিনি পাওঁগে তাৰ কি টায়ন্ আছে? ক'লৈ গ'ল তাৰ টায়ন্ নাই to have certainity assuranace or knowing

**টালি-টোপোলা বন্ধা** এঠাইৰ পৰা এঠাইলৈ যাবলৈ টোপোলা টাপলি বান্ধি প্ৰস্তুত হোৱা to pack up things i e to prepare to leave one place for another

**টালি-বাজি কৰা** 'টাং বাং কৰা চোৱা।

**টালি ভুলি কৰা** (১) কেচুৱা লৰাই হাত

ডবি জোকাৰি খেমালি কৰা playing by shaking the hands and the feet (appl to infants) (২) লগ ল বলৈ লাটি-পুটি কৰা approaching in a playful way with a veiw to be familiar or to take company

**টাহ্ মাৰি ধৰা** 'শূল মাৰি ধৰা' চোৱাঁ।

**টিংটিঙাই উঠা** খ কৰি উঠা to get irritated

**টিং ডুবা** নাওঁ বুৰোঁতে টিংটো ওখ গুণে শেহত তল যায় টি ডুবিলে আৰু নাওখনৰ কোনো অংশ বাকী নেথাকে। এতেকে তেনেই নষ্ট হোৱা একো বাকী নথকাকৈ ধ্বংস হোৱা সৰ্বনাশ হোৱা to be totally lost

**টিকটিকী দিয়া** (টিক্‌টিকী = অপৰাধীক বেঁতেৰে কোবাবলৈ বান্ধিবৰ নিমিত্তে কাঠৰ তিন ঠেঙীয়া এবিধ যতন) টিকটিকী কাঠত বান্ধি লৈ টপিনাত টানকৈ বেঁতেৰে কোবাই দণ্ড কৰা to whip a person as sentenced by a court **টিক্‌টিকীত তোলা** টিকটিকী দিবলৈ টিকটিকী কাঠত মানুহক বন্ধা to tie a man to a wooden frame for the purpose of whipping to which he is sentenced

**টিক্‌চি উঠা** ছাঁট কৰে খ কৰি উঠা to be suddenly irritated **টিক্‌চি বিক্‌চি উঠা** (বিক্‌চি = অনু) একে অৰ্থ

**টিকনিৰ আগত খং** টিকনিৰ আগতে থকা বস্তু লগা মাত্ৰে বেগতে পোৱা যায়। এতেকে বেগতে বা অলপ কথাতে খ উঠা স্বভাৱ যেনে বামুণৰ টিকনিৰ আগত খ easily irritable nature

**টিকাত কিলাই,** টিকাত কিল্ মাৰি অৰ্থাৎ, লোকে নিদিলেও স্বত্ব থকা বাবে মাৰকিল্ কৰি বলেৰে যেনে ধাৰে দিয়া ধন টিকাত কিলাই উলিয়াই ল'ম by force as of right

**টিকাত চাপৰ মাৰি** ঢোলৰ অভাৱত নিজৰ টিকাতে ঢোলৰ চাপৰ মাৰি অৰ্থাৎ, বৰ ৰঙেৰে অতি সন্তোষেৰে যেনে দহ টকাৰ বস্তু পাচ টকাত পালে টিকাত চাপৰ মাৰি কিনিবাঁ with great delight

**টিকা ফটা ৰ'দ** যি ৰ'দত টিকা মাটিও ফাটি যায় তেনে ৰ'দ। এতেকে বৰ টান ৰ'দ very strong sun shine

**টিকিৰা পোৱা** কানি পান খোৱা কুটা পান কানিত সিজাই, শুকাই লৈ বাঁহৰ হোঁকাত তাৰ ধোঁৱা খোৱা smoking opium

**টিঙত কোবোৱা** পৰ্বতৰ টিঙলৈ উঠি গৈ তাত মাৰ ধৰা অৰ্থাৎ উধতালি কৰা ডেওপাৰি ফুৰা to be outrageous

**টিঙিৰি তুলা** (১) টিঙিৰিৰ ফিৰিঙটি পৰা মাত্ৰে জুই জ্বলিবলৈ ভালকৈ শুকাই থোৱা তুলা well dried cotton for lighting fire with flint and steel (২) বেগতে খং উঠা মানুহ a very irritable person

**টিঙিৰি শৱদৰ জুই** টিঙিৰিৰ শব্দ হোৱামাত্ৰেই জুই ওলায়। এতেকে বেগেতে খং উঠা মানুহ a person of easily irritable nature

**টিটকাৰি দিয়া** নিন্দা কৰা হৈ দিয়া to ridicule to hoot out

**টিপ্ খোৱা** 'টিপ্ লোৱা' চোৱাঁ। **টিপ্ দিয়া** (১) সঙ্কেট কৰা to give a hint (২) টিপ চহী দিয়া to put a thumb impression **টীপ্ মৰা** (১) অলপকৈ শোৱা to have a nap (২) 'টিপনি দিয়া' চোৱাঁ। **টিপ্ লোৱা** (১) হেঁচা খাই তললৈ বহা যেনে ঘৰ-ভেঁটিৰ মাটিযে ভালকৈ টিপ ল'ব লাগে to be settled by pressure (as loose earth) (২) টিপ চহী লোৱা to take a thumb impression

**টিপ্ টাপ্ কৰা** গোপন কৰা লুকুৱা যেনে মোক দেখি কথাটো টিপটাপ্ কৰিলে to conceal

**টিপতে** (১) ইঙ্গিততে at a small hint (২) লোকে নজনাকৈ মনে মনে without anybody s knowledge secretly

**টিপনি দিয়া** চকু টিপিয়াই সঙ্কেট দিয়া to give a hint by winking the eye **টিপনি মৰা** একে অৰ্থ।

**টিপনী কৰা** (টিপনী =সং টিপ্পনী) টীকা কৰা ব্যাখ্যা কৰা to comment upon

**টিপা মৰা** (১) হাতেৰে অলপকৈ টিপা মৰা to press gently with the hand (২) অলপ টানকৈ কোৱা বা অনুৰোধ কৰা অলপকৈ ক্ষমতা খটোৱা যেনে আপোনাৰ লগুৱাটোৱে মই ক'লে নেমানে আপুনি টিপা মাৰি ধৰি তাক সন্মত কৰাব to urge or request a little strongly to use a little influence

**টিলিকি বোৱা** হাতৰ বুঢ়া আৰু মধ্যমা আঙুলিৰে শব্দ কৰা টিলিকিওৱা to snap the fingers **টিলিকি মৰা** (১) 'টিলিকি বোৱা চোৱা। (২) 'টিলিকিত উড়াই দিয়া চোৱা।

**টিলিকিত উড়াই দিয়া** কোনো কথা অগ্ৰাহ্য কৰিবলৈ হ'লে মানুহে টিলিকি মাৰি দেখুৱায়। এতেকে অগ্ৰাহ্য কৰা গণিতা নকৰা সামান্য বুলি উপলুণ্ঠা কৰা to belittle with contempt

**টুক্ টুক্কৰে যোৱা** নিয়মীয়া বেগেৰে নোৰোৱাকৈ খোজ দিয়া, to walk with a fair speed without halting

**টুক-টুক্ টাক্-টাককৈ** দুখীয়া চলনেৰে অথচ সুখ শান্তিৰে যেনে টুক টুক টাক্ টাক্কৈ ঘৰখন চলাইছে in a humble style but with peace and content

**টুকুৰিয়াই চোৱা** (১) আঙুলিৰে টোকৰ মাৰি চাই পৰীক্ষা কৰা to examine by tapping with the fingers (২) কোনো কথাৰ অলপকৈ উল্লেখ কৰি লোকৰ অভিমত বুজা to sound a person

**টুটৰি লগা** শুকাই খীণাই যোৱা to be growing lean and thin

**টুপাই বুৰ মৰা** (১) টুপ্কৰে বুৰ মাৰি পানীত লুকোৱা to be concealed by suddenly diving in water (২) কোনো কাম কৰি বা জানি শুনিও লোকে সুধিলে নেজানো বুলি নাই নুই কৰা to deny altogether what one has done or what one knows

**টেঁই-টুকি** চুঁচি পাচি। এতেকে (১) তেনেই, অলপো বাকী নৰখাকৈ যেনে টেঁই টুকি দিছোঁ without leaving anything behind (২) কথমপি কোনো মতেহে কাণে কাণে যেনে গাখীৰৰ টেঁই টুকিহে জোৱা মৰিল barely

**টেঁটুত খুৰ দি ধৰা** কোনো কাম কৰিলে বা ন'কৰিলে খুৰেৰে টেঁটু কাটিম বুলি ভয় দেখুৱাই ধৰা। এতেকে কোনো কাম কৰিবৰ বা নকৰিবৰ নিমিত্তে লোকক অতি টানকৈ ধৰা বলেৰে ধৰা to put utmost pressure on a person to do or not to do something

**টেঁটুত জৰী দিয়া** টেটুত জৰী লগাই বন্ধা অৰ্থাৎ ছোৱালী বিয়া কৰাই দি সংসাৰত বান্ধ খুওৱা। এতেকে ছোৱালী বিয়া কৰাই দিয়া to get a man married **টটুত জৰী লগোৱা** একে অৰ্থ। **টেটুত ডোল দিয়া** একে অৰ্থ। **টেঁটুত ডোল লগোৱা** একে অৰ্থ।

**টেটুত ভৰি দি খোৱা** নিজে একো বন বাৰী নকৰি লোকৰ ঘটন খাই দিন নিওৱা to live at other s cost without doing any work

**টেঁটুৰ গুৰি পোৱা** (১) টেঁটুত ধৰি কিলাবৰ মনেৰে খেদি আহি টেঁটুৰ ওচৰ পোৱা to approach to close proximity with a view to cactch by the throat in order to beat (২) টেঁটুৰ গুৰিলৈকে ভৰি পৰা বা পেটে খোৱা যেনে ভাতে টেঁটুৰ গুৰি পালেহি ধাৰে টেটুৰ গুৰি পালে to be filled or burried up to the throat

**টেটুত লগা** (১) ডিঙিৰ ভিতৰত খুঁচি ধৰা যেনে মাছৰ কাঁইট টেঁটুত লাগিল to be thrusting at the throat like a fish bone (২) ডিঙিত বোজা স্বৰূপ

হোৱা বোজাই পোৱা আপদ লগা to be attached to the neck as a burden to be a burden

**টেঁটুলৈকে ধাৰ** ইমান ধাৰ যে মানুহটোক ভৰিৰ পৰা টেঁটুলৈকে পুতি পেলায়। এতেকে বৰ সৰহ ধাৰ debts up to the throat i e excessive debts

**টেক্ টেকাই থকা** হাঁহৰ দৰে টেক্ টেক্ শব্দ কৰি থকা অৰ্থাৎ, অদৰ্কাৰী বা অপ্ৰীতিকৰ কথা বকি আমনি কৰা to tease or annoy by talking too much of useless or unpleasant matters

**টেকেলি কাতি হোৱা** বস্তু থাকিলে টেকেলি পোন হৈ থাকে একো নাথাকিলে উদং হ'লে কাতি হৈ পৰে। এতেকে ভড়াঁল উদং হোৱা to have one s store empty

**টেকেলি দিয়া** বিয়াৰ জোৰণ দিয়া (জোৰণত দৈ টেকেলি দিব লাগে) to send in ceremony presents of clothes and ornaments for a bride from the bridegroom s house a few days before marriage

**টেঙা দিয়া** (১) টেঙা প্ৰয়োগ কৰা যেনে আঞ্জাত টেঙা দিয়া to apply or mix sour things as in a food or drink (২) অপ্ৰিয় আচৰণৰ দ্বাৰা বিৰক্তি দিয়া to displeased with unkind behaviours **টেঙা পোৱা** (১) খাওঁতে টেঙা পোৱা to find of sour taste (২) অপ্ৰিয় আচৰণৰ বাবে বেজাৰ বা বিৰক্তি পোৱা to be displeased with unkind behaviours **টেঙা লগা** 'টেঙা পোৱা চোৱাঁ। **টেঙা লগোৱা** 'টেঙা দিয়া (২) চোৱাঁ।

**টেটেৰা লগা** খীণাই শুকাই সৰু হোৱা to be reduced or emaciated

**টেন্‌টেনীয়া বজা** ফটা পাত্ৰৰ দৰে টুকুৰিয়ালে টেন্ টেন্ শব্দ কৰি বজা। এতেকে আঁসোৱাহ্ ওলোৱা সন্দেহ হোৱা যেনে তেওঁ কাইলৈ অহাটো টেন্‌টেনীয়া বাজিছে অৰ্থাৎ আহিব যে তাত সন্দেহ হৈছে to seem doubtful

**টেপ্ গিলা** (টেপ = আহাৰৰ টেপা) লৰালৰিকৈ অলপ অচৰপ আহাৰ কৰা to take some food in haste **টেপা দিয়া** কিবা কৰিবলৈ বা নকৰিবলৈ ইঙ্গিত দিয়া to give a hint to do or not to do something **টেপ্ লোৱা** 'টেপ গিলা চোৱাঁ।

**টেপাই মৰা** 'আভুৱা ভঁৰা চোৱাঁ।

**টেপা কৰা** তিয়াই, তেপা মাৰিব পৰা কৰা। এতেকে বৰকৈ তিওৱা আৰ্দ্ৰ কৰা to soak **টেপা খোৱা** (১) হেঁচাত পিটি খোৱা বা বহা to be compressed (২) ভয়ত বা লাজত কোঁচ খোৱা to recoil in fear or shame **টেপা মৰা** (১) টানকৈ মুঠি মাৰি ধৰা মুঠি মাৰি চেপা squeeze or press with the closed fist (২) কোনো কথাত ইফাল সিফাল কৰিব নোৱাৰাকৈ বলেৰে ধৰা যেনে টেপা মাৰি ধৰি সৈমান কৰা to put hard pressure on a person to do anything (৩) এগৰাহ আহাৰ খোৱা যেনে ভাতৰ টেপা মৰা নাই to take a mouthful of food **টেপা হোৱা** (১) 'টেপা খোৱা চোৱাঁ। (২) বৰকৈ তিতা বা আৰ্দ্ৰ হোৱা to be soaked

**টেপা টেপ্ কৰা** টান গুচাই, টেপা বান্ধিব পৰা কৈ কোমল কৰা এটেপা এটেপা কৰা একে (১) তিয়াই আৰ্দ্ৰ কৰা to soak (২) খুন্দি তাও কৰা বৰকৈ মাৰ কিল্ কৰা to beat severely

**টেলেঙনি খোৱা** বৰকৈ জাক্কাৰ খোৱা to be shaken off suddenly and violently

**টোবোৱা ভিৰোৱা** কাঁড় মাৰিবলৈ পোন কৰা আৰু ধেনু ভিৰোৱা। এতেকে প্ৰহাৰ কৰিবলৈ কোনো অস্ত্ৰ আদি গালৈ পোনোৱা to brandish a weapon to strike with

**টোটোলা ভৰোৱা** চৰাইৰ দৰে টোটোলাত

আহাৰ ভৰোৱা। এতেকে (১) খোৱা তুহ্ to eat cont (২) স্বাৰ্থ সিদ্ধি কৰা to serve self interest

**টোৱা-টুই কৰা** (১) প্ৰহাৰ কৰিবলৈ পৰস্পৰে অস্ত্ৰ পোনোৱা aiming at each other to strike (২) লক্ষ্য স্থিৰ কৰিবলৈ অস্ত্ৰ টোৱোৱা ভিৰোৱা to brandish a weapon and take aim to strike with it

**টোক্‌টোকী** টোক্ টোক্ শব্দ কৰে যি। এতেকে পাতি হাঁহ যেনে 'হাহৰ টোক্‌টোকী পহুৰ নোকনোকী a duck

**টোক্-টোক্ টাক্-টাককৈ থকা** (টাক্-অনু) হাঁহৰ দৰে টোক্ টোকাই আহাৰ বিচাৰি প্ৰবৰ্তন হোৱা অৰ্থাৎ দুখীয়া চলনেৰে কোনো প্ৰকাৰে চলা। to live in a humble style

**টোকোৰা পঁজা** টোকোৰা চৰাইৰ বাহৰ দৰে থকা ঘৰ অৰ্থাৎ সামান্য প্ৰকাৰৰ সৰু থকা ঘৰ a small and humble cottage for living

**টোকোৰা লথিওৱা দিয়া** টোকোৰা চৰাইক লথিওৱাৰ দৰে লাথি ধৰা। (প্ৰবাদ আছে বোলে ঈশ্বৰে টোকোৰাক বাহ সাজিবলৈ শিকাইছিল সি সেই মতেই নিজৰ বাহ সাজি ল'লে কিন্তু আনবোৰ চৰাইক নিশিকালে সেই বাবে চৰাইবোৰে তাৰ মূৰত লথিয়াবলৈ ধৰিলে সেই বাবেই তাৰ মূৰ টকলা হ'ল)। এতেকে একে জনকে বহুতে মাৰকিল্ কৰা বা কৰ্কথনা কৰা every one of many people beating or censuring the same person

**টোটক নাটক কৰা** (১) কথা লগোৱা লগাই ভগাই ফুৰা নাৰদালি কৰা to backbite to speak ill of one to another (২) মিছা কথা কৈ ফাকি দিয়া বা ছল কৰা to deceive by speaking lies

**টোটোৱা পৰা** 'শোটোৱা পৰা চোৱাঁ।

**টোপ গিলা** (১) চৰাইৰ দৰে টোপ্ গিলি খোৱা অৰ্থাৎ লৰালৰিকৈ কিবা আহাৰ খোৱা to swallow some food hastily (২) মাছে বৰশীৰ টোপ্ গিলাৰ দৰে প্ৰলোভনত পৰি আবদ্ধ হোৱা to succumb to a temptation like a fish in angling টোপ্ লোৱা "টোপ্ গিলা (১) চোৱাঁ

**টোপ্ পৰিব নিদিয়া** (টোপ্ = ছিটিকনিত পৰা পানীৰ টোপাল) গাত পানীৰ ছিটিকনিও পৰিব নিদিয়া। এতেকে সমূলি দুখ নোপোৱাকৈ আবৰি ৰখা যেনে মাকে সন্তানৰ গাত টোপ্ পৰিব নিদিয়ে to serve or protect with utmost care so that one may not have to suffer even the slightest harm

**টোপ্ লৈ থকা** টোপাই থকা অৰ্থাৎ আশা পালি থকা টোপালি পৰা to wait in hope

**টোপনি অৰা** ওলোমাই আৰি থোৱা to suspend with a rope or a string **টোপনি খকুৱা** টোপনিলৈ খক্ থকা অৰ্থাৎ অতিকৈ শুবলৈ বিচৰা স্বভাৱৰ too much fond of sleeping **টোপনি পৰা** আশা কৰি ৰৈ থকা to wait in hope **টোপনি বঞ্চা** টোপনিক বঞ্চনা কৰা অৰ্থাৎ নোশোৱাকৈ থকা সাৰে থকা to keep up at night

**টোপনিয়ে জোকোৱা** টোপনি আহিব খোজা feeling drowsy

**টোপাল পৰা** নিয়ৰ বা বৰষুণৰ পানী গছৰ পাতৰ পৰা এটোপ এটোপকৈ তললৈ পৰা falling of rain drops or dew drops from the leaves of trees

**টোপালি পৰা** 'টোপ লৈ থকা চোৱাঁ।

**টোপোলা কটা** কেউফালে লোকৰ পৰা দূৰত থকা কেনিও কাৰো লগত লেঠেৰি নলগা যেনে গাঁৱৰ মূৰত টোপোলা-কটা এঘৰ মানুহ detached from others isolated **টোপোলা বন্ধা** (১) ভেঁটী ভাৰ ইত্যাদি পঠোৱা বা দিবলৈ গোটোৱা যেনে মাকে ভাল

বস্তু পালে জীয়েকলৈ টোপোলা নেবান্ধি নেথাকে to send or prepare to give or send anything as presents (২) কোনো সকাম নিকমৰ বাবে অলপীয়াকৈ ধন টোপোলাত বান্ধি আগ কৰা যেনে বৰ সবাহলৈ টোপোলা বান্ধিছে to set apart a little money in ceremoney for some religious acts to be done later on (৩) টোপোলা কৰি বন্ধা to bind in packets

**টোহ্‌টোহাই উঠা** মুখৰ ভিতৰতে বিৰক্তিৰে কোনো কথা কৈ খ কৰি উঠা to mutter a few words with displeasure and anger

**টৌ খুটি মৰা** বেলেগ টৌত বেলেগ ভাত বান্ধিবলৈ মাটিত খুঁটি পোতা অৰ্থাৎ, লোকৰ পাগত নেখাই বেলেগে ভাত বান্ধি খোৱা যেনে মই বামুণৰ ঘৰত টৌ খুটি নেমাৰোঁ। to cook separately i e cooking separately for self instead of taking food cooked by others

**টৌ-জোৰা** টৌ খুঁটি মৰা চোৱাঁ। টৌ মৰা একে অৰ্থ।

## ঠ

**ঠটমট খোৱা** হঠাৎ অলপ বেলিলৈ বিবুদ্ধি হোৱা to be suddenly perplexed for a short while

**ঠন্ ধৰা** (১) সজাল ধৰা জীপ পাই সবল হোৱা (গছ গছনিত খাটে) to be revived (as applied to plants) (২) সবল হোৱা সমৃদ্ধি বঢ়াত অৱস্থা ভাল হোৱা to be strong to be thriving

**ঠৰ্‌মৰ খোৱা** মৰাৰ দৰে ঠৰ হোৱা। এতেকে বিমূৰ্চিত হোৱা to be stunned

**ঠৰ্ লগা**, (১) আচৰিত হৈ লৰচৰ নকৰা হোৱা যেনে গীত শুনি মানুহটো ঠৰ লাগিল to be motionless in worder (২) লৰচৰ নকৰাকৈ থকা বাবে জঠৰ হোৱা যেনে ভৰিটো ঠৰ লাগিল to be stiff **ঠৰ্ হোৱা** একে অৰ্থ।

**ঠৰঙা পচলা** (পচলা = পাচলি খাব পৰা সৰু কলপুলি) পচলাৰ দৰে লৰচৰ নকৰি ঠৰঙা হৈ থকা মানুহ অৰ্থাৎ লৰচৰ বা বনবাৰী নকৰা নিষ্কৰ্মী মানুহ one too lazy to move about or do any work whatever

**ঠৰে ঠৰে ৰোৱা** ঠৰ হোৱা ভাবেৰেই ৰৈ থকা to remain still or motion less

**ঠলামুৰি মৰা** হাতৰ তলুৱাৰে মূৰত আঘাত কৰা to strike on the head of a person with the palm

**ঠহ্ জোৰা** গৈ থাকি থমকাই ৰোৱা। এতেকে এছোৱা গৈ আগবাঢ়িবলৈ অমান্তি হোৱা to stop and rufuse to proceed farther **ঠহ্ ধৰা** একে অৰ্থ।

**ঠাই ঠাই কৰা** এঠাইত এটা এঠাইত এটা কৰা। এতেকে সিচঁৰতি কৰা to scatter **ঠাই ঠাই হোৱা** বেলেগ বেলেগ হোৱা সিচঁৰতি হোৱা যেনে ভাই ভাই ঠাই ঠাই হ'ল বস্তুবোৰ ঠাই ঠাই হ'ল to be separated to be scaterred

**ঠাইতে** (১) নিচেই ওচৰতে যেনে ছোৱালীজনী ঠাইতে পৰিছে in close proximity in the neighbourhood (২) চলতে চল পাওঁতেই একে চলতে যেনে কুকুৰটোৱে লেঙেৰা লেঙেৰি কৰি ঠাইতে কামোৰ মাৰি ধৰিলে taking advantage of a situation convenience or privilage

**ঠাই দিয়া** আশ্ৰয় দিয়া to give shelter **ঠাই নাইকিয়া হোৱা** বস্তু সৰহ হ'লে থবলৈ ঠায়ে নোজোৰা হয়। এতেকে প্ৰচুৰ হোৱা যেনে আমাৰ বিপদৰ কথা

ক'বলৈ ঠাই নাইকিয়া হৈছে (অর্থাৎ বিপদ বৰ সৰহ হৈছে) to be over abundant **ঠাই নোহোৱা হোৱা** একে অর্থ। **ঠাই পোৱা** আশ্রয় পোৱা to get shelter **ঠাই লগা** (১) থানথিত লগা to be settled at a place (২) ব্যং— চোৰে নিয়া to be stolen **ঠাই লৰা** ঠাই সলনি হোৱা থকা ঠাইৰ পৰিবর্তন ঘটা যেনে ঠাই লৰা বাবে গা ভাল পাইছোঁ changing of place **ঠাই লোৱা** থাকিবৰ নিমিত্তে ঠাই স্থিৰ কৰি লোৱা স্থিতি লোৱা to take a place of abode **ঠাই সৰা** শোটা বা বাঢনীৰে জাবৰ গুচাই ঠাই পৰিষ্কাৰ কৰা to sweep with brooms **ঠাই সৰা** যিহৰে ঠাই সৰা হয়। এতেকে শোটা বা বাঢনী brooms

**ঠাই সৰা লগোৱা** (ঠাই সৰা = শোটা বা বাঢনী) শোটা বা বাঢনীৰে কোবোৱা to beat with brooms

**ঠাচ কৰে** চেপেটা বস্তুত পৰি 'ঠাঁচ' শব্দ উঠাকৈ অর্থাৎ বলেৰে টানকৈ যেনে ঠাচ কৰে চৰ মাৰি দিলে with force (as when striking against a flat thing)

**ঠাট খোৱা** একে ঠাইতে বহুত গোট খোৱা ঠাহ্ খোৱা to throng **ঠাট মৰা** একে অর্থ।

**ঠায়ে ঠায়ে** কোনো কোনো ঠাইত at some places

**ঠাৰ দিয়া** অঙ্গ প্রত্যঙ্গৰে সঙ্কেত দিয়া চিয়াৰ দিয়া to give a hint by gestures

**ঠাৰি ছিগা** ঠাৰি ছিগিলে গুটি ওলমি থাকিবলৈ একো নেথাকে। এতেকে অবলম্বনহীন নিৰাশ্রয় helpless without support

**ঠাৰে চিয়াৰে** সঙ্কেতেৰে ইঙ্গিতেৰে by hints

**ঠাৰে ঠাৰে** 'ঠাৰে চিয়াৰে' চোৱাঁ।

**ঠাৰে-খোৰে** ঠাৰি নিচিগাকৈ আৰু পাতৰ খোৰ মুকলি নকৰাকৈ। এতেকে সঙ্কেততে খোৰতে অর্থাৎ ভাঙি পাতি বহলাই নোকোৱাকৈ যেনে লোকে বুজে বুলি কথাটো ঠাৰে-খোৰেহে কৈছোঁ not clearly but only by indication

**ঠাহ্ খোৱা** 'ঠাট খোৱা' চোৱাঁ।

**ঠাহ্ মাৰি ধৰা** টন্‌টনাই শূল মাৰি ধৰা to get a thrusting pain

**ঠিকে-ঠাকে** ঠিকমতে যেনে গুলিটো ঠিকে-ঠাকে লাগিলগৈ মই কোৱা দিনৰ ভিতৰতেই তই ঠিকে-ঠাকে আহিবি exactly as desired or directed

**ঠিলা মৰা** (১) কুহিলা আদিৰ ঠিলাৰে চিচাৰ বা চুঙাৰ মুখ বন্ধ কৰা to put a cork or a stopper (২) বন্ধ হোৱা যেনে দৰব খালত পেটত ঠিলা মাৰিলে অর্থাৎ শৌচ হোৱা বন্ধ হ'ল to be closed

**ঠেও জোৰা** (১) ভঙ্গী কৰা ভাও জোৰা to feign (২) কথা কওতে বা বন কৰোঁতে ভঙ্গী কৰি মাজে মাজে ৰোৱা to pause affectively while speaking or doing anything **ঠেও ধৰা** একে অর্থ।

**ঠেং জোকৰা** একো ভাবনা চিন্তা নকৰি ৰং মনেৰে কাল কটোৱা to pass time merrily without any care or anxiety **ঠেং দঙা** 'ভৰি দঙা' চোৱাঁ। **ঠেং নচুওৱা** 'ভৰি নচুওৱা' চোৱাঁ। **ঠেং পৰা** খোজ কাঢিবলৈ ভৰি মাটিত পেলোৱা যেনে চৰকাত পৰি গৰুটোৰে ঠে পাৰিব পৰা নাই to set foot on ground to walk

**ঠেং তলে যোৱা** এজনৰ ঠেঙৰ তলে আন এজন গ'লে পাচৰ জনক নিকৃষ্ট বুলি জানিব লাগে। এতেকে নিকৃষ্ট inferior **ঠেং তলে সৰকোৱা** ঠেঙৰ তলেদি সৰকাই পঠোৱা। এতেকে অমান্য বা অগ্রাহ্য কৰা যেনে আমি কথা ক'লে বোৱাৰীয়ে ঠেং তলেহে সৰকায় to disregard in contempt

**ঠেং ভৰি এছৰা** উত্তগালি বা উৎপাত কৰা to act outrageously

**ঠেক্ দিয়া** নাটনিত পেলোৱা বা কষ্ট দিয়া to put in want or difficulty **ঠেক পোৱা** নাটনি অনুভৱ কৰা to suffer from want or insufficiency
**ঠেকত পৰা** 'শ'ল ঠেকত পৰা চোৱা।
**ঠেকা খোৱা** (১) অন্য বস্তুত লাগি খুন্দা খাই দুখ পোৱা to get hurt by striking against anything (২) দুখ কষ্টত পৰি অভিজ্ঞতা লাভ কৰা to get experience from troubles or difficulties **ঠেকা পোৱা** একে অৰ্থ। **ঠেকা লগা** (১) অলপকৈ খুন্দা খোৱা to clash to strike against (২) সৰু-সুৰা কাজিয়া লগা to have petty quarrels
**ঠেঙত চেপা** সম্পূৰ্ণৰূপে স্বত্বাধীন (বন্দীত বেটীত খাটে) যেনে ঠেঙত চেপা গোলাম fully under control (appl to slaves) **ঠেঙত পৰা** শৰণাগত হোৱা to fall at the feet to be at mercy to submit to one s protection
**ঠেঙৰ ওপৰত ঠেং তুলি থকা** নিশ্চিন্ত থকা নিশ্চিন্ত মনেৰে সুখেৰে থকা to live in happiness and without care or anxieties
**ঠেঙা পিন্ধোৱা** ফাটকত পৰিলে চুটি ঠেঙা পিন্ধিব লাগে। এতেকে ফাটকত পেলোৱা to throw into prison
**ঠেঙুলি বঢ়া** হালধি বা আদা আদিৰ দৰে শিপাত ফেৰেঙনি বাটি যোৱা। এতেকে শিপা গুপলি ঠাল ঠুল বা বংশ পৰিয়াল বৃদ্ধি হোৱা to increase in roots branches and twigs or in family
**ঠেন্ মেঠেন কৰা** অনিচ্ছাৰ ভাব দেখুওৱা to show disinclination
**ঠেন্ মেন্ কৰা** 'ঠেন্ মেঠেন্ কৰা' চোৱা।
**ঠেক ছিগা** 'ঠাৰি ছিগা' চোৱা।
**ঠেলা মৰা** (১) হেঁচোকা to push (২) সাহায্য কৰা যেনে মোৰ কামটোত তেৰোঁ এটা ঠেলা মাৰি দিলে to render assistance **ঠেলা-ঠেলি কৰা** ইজনে সিজনক আৰু সিজনে ইজনক ঠেলা মৰা বা হেঁচোকা to push each other
**ঠেলিয়াই কোৱা** লোকক কোৱাৰ ছলেৰে কোৱা আওহাতে কোৱা যেনে কোনো শিক্ষিত মানুহক আগতে চোৰ নুবুলি আজি কালি শিক্ষিত মানুহৰ অনেকে চুৰ কৰে বুলি কোৱা to speak indirectly
**ঠেহ্ জোৱা** ৰোহ্ পতা to take up a sulky mood **ঠেহ ধৰা** একে অৰ্থ। **ঠেহ্ পতা** একে অৰ্থ। **ঠেহ লগা** ৰোহ্ লগা অৰ্থাৎ অসন্তোষ পোৱা বাবে অভিমানে লগ লোৱা to get or feel sulky
**ঠেহেৰা মৰা** (১) কেটেৰা মৰা গেজেৰা মৰা to utter just a few curt words angrily and harshly (২) নপকি গোঁঠেলা মাৰি থকা থেৰেহা মৰা to be hardened instead of being ripe
**ঠোঁট এছৰা** কাউৰীয়ে কোনো বস্তু খাই, পাচত ঠোঁট এছাৰে সেইদৰেই ঠোঁট এছাৰি পেলোৱা। অৰ্থাৎ, কোনো উপকাৰ পাই, তাৰ বাবে শলাগ ন'লৈ অশলাগী হোৱা to be ungrateful **ঠোঁট কটা** ঠোঁট কাটিলে চৰাইৰ মুখত বান্ধ নেথাকে মুখৰ বস্তু ওলাই সৰি পৰে। এতেকে মুখত বান্ধ নোহোৱা দৰ্মুখ মুখত যি আহে, তাকে কোৱা স্বভাৱৰ যেনে ঠোঁট-কটা মানুহ foul tongued unrestrained in speach
**ঠোঁট মুখ চেলেকা** (১) লোভ কৰি কোনো বস্তু খাবলৈ নেপালে মেকুৰীয়ে ওঁঠ আৰু মুখ চেলেকে। এতেকে লোভ কৰি নিৰাশ হোৱা to lick the lips and the mouth i e to be disappointed for not getting anything eagerly desired (২) উপযুক্ত উত্তৰ দিবলৈ বাট নেপাই সেমেনা-সেমেনি কৰা to be abashed and confused for not being able to give a suitable retort
**ঠোঁট মোট খোৱা** 'ঠটমট খোৱা' চোৱা।

**ঠোঁট মোট চেলেকা** (মোট অনু) 'ঠোঁট মুখ চেলেকা চোৱাঁ। **ঠোঁট মোট চেলেকোৱা** (১) নিৰাশ কৰা to dis appoint (২) উত্তৰ দিবলৈ বাট ন'থৈ মাতিব নোৱাৰা কৰা to make one abashed and unable to speak anything by keeping no way for a proper reply

**ঠোঁটা মোজা লগা** মুখা মুখি লগা উত্তৰা উত্তৰি লগা to have an altercation

**ঠোক্ মৰা** (ঠোক = ঠোকা বা ওচৰ চপা কাৰ্য্য) অলপকৈ মাত্ৰ দেখা দি গুচি যোৱা ভুমুকি মাৰি আঁতৰ হোৱা to appear just for a moment and then go away

**ঠোকৰ্ খোৱা** (ঠোকৰ=হি ঠক্কৰ=খুন্দা) (১) খুন্দা খোৱা to strike against something (২) ঘাটি খোৱা মস্কিলত পৰা to get into trouble

**ঠোকা মৰা** 'ঠোক মৰা চোৱাঁ।

**ঠোঙোনা খোৱা** (১) মুকুটি ভুকু আদি প্ৰহাৰ পোৱা to receive blows (২) লাঞ্ছিত হোৱা অপমানিত হোৱা to be treated with insult or indignity

**ঠোলা পৰা** খাল হোৱা খোৰ হোৱা যেনে ঘৰৰ চালখন মাজতে ঠোলা পৰিল to be hollow or depressed

**ঠোহ্ জোৰা** (ঠোহ্=ঠহ্) 'ঠহ জোৰা চোৱাঁ। **ঠোহ্ ধৰা** 'ঠহ ধৰা চোৱাঁ।

# ড

**ডঁৰ পেলোৱা** (ডৰ=সং দণ্ড) লগুণ দিওঁতে হাতত দিয়া দণ্ড উপনয়ণৰ চতুৰ্থ দিনা বিধিমতে পানীত উটুৱা কাৰ্য the function of throwing in a tank or a stream the sacred stick provided to a lad in his Upanayan Ceremony **ডঁৰ পেলোৱা ভোজ** ডঁৰ পেলোৱাৰ বাবে দিয়া ভোজ the feast given in con nection with a ডঁৰ পেলোৱা cer emony

**ডঁৰি কৰা** (ডডি=দণ্ড শাসন) দণ্ড বা শাস্তি কৰা টান মুঠীয়া শাসন কৰা to pun ish to control or govern with a strong hand

**ডকৰা পৰা** পকিবলৈ ধৰা অৰ্থাৎ কিছু পকা শুকাবলৈ ধৰা অৰ্থাৎ কিছু শুকুৱা partly ripe or dry

**ডকা দিয়া** ডকাইতি কৰা বলেৰে লোকৰ বস্তু কাঢ়ি নিয়া to commit rob bery **ডকা হকা দিয়া** (হকা— অনু) একে অৰ্থ।

**ডড়াই কোৱা** (ডড়=হিং ডৰ্ ভয়) ভয় দেখুৱাই কৈ সাৱধান কৰা যেনে ডড়াই কৈছোঁ আকৌ এনে কৰিলে শাস্তি কৰিম to warn

**ডৰাডৰ কৰা** পথাৰত আলি দি মাটি এডৰা এডৰা কৰাৰ দৰে সেৰা তুলি খন্দাখন্দ কৰা যেনে বেঁতেৰে কোবাই পিঠি ডৰাডৰ কৰিলে to lacerate **ডৰাডৰ হোৱা** সেৰা বান্ধি খন্দাখন্দ হোৱা to be lacerated

**ডলাৰ বগৰী** ডলাত থোৱা বগৰী বাগৰি ফুৰে। এতেকে থিতাপি নোহোৱাকৈ ঠায়ে ঠায়ে বাগৰি ফুৰা মানুহ যেনে চৰকাৰী বিষয়া (বদলি হৈ ফুৰিব লাগে দেখি) lit a plum in a platter i e one who is required to change residence from place to place

**ডলুৱা ভুত** গছৰ ডালত থকা ভুত অৰ্থাৎ অসভ্য বা বৰ্বৰ মানুহ a barbarous person

**ডহ্ ডহ্ কৰে** স্থিৰ ৰূপে লৰ চৰ নোহোৱাকৈ steadily

**ডহ্ডহীয়া কৰা** সুনিশ্চিত কৰা সুস্থিৰ কৰা গজগজীয়া কৰা যেনে কথা ডহডহীয়া কৰা to make quite firm decided or established **ডহ্ডহীয়া লগা** নিশ্চিন্ত নিৰ্ভয় আৰু সুস্থিৰ বোধ কৰা to feel safe secure and steady **ডহ্ডহীয়া হোৱা** নিশ্চিন্ত বা স্থিৰ হোৱা লৰচৰ নকৰা অৰ্থাৎ সুস্থিৰ

বা নিগাজী হোৱা to be firmly established

**ডাং কটা** (১) দুৱাৰৰ ডা কটা চোৰে দুৱাৰৰ ডাং কাটি সোমাই চুৰ কৰে। এতেকে ঘৰ-দুৱাৰ ভাঙি চুৰ কৰা to steal by house breaking (২) চোৰ দুৰন্ত মানুহ a thief a vile man স্ত্রী—ডাং কাটী (৩) চুৰ কৰা কাৰ্য্য theft stealing অপহৰণ **ডাং কোবোৱা** উদ্ধত rash rude **ডাং বন্ধা** অকলশৰীয়া মানুহ ক ৰবালৈ যাওঁতে দুৱাৰত ডাং বান্ধি যায়। এতেকে কেও কিছু নোহোৱা অকলশৰীয়া যেনে ডাং বন্ধা বৰলা quite lonely having no inmate in the house **ডাং বৰলা** ডা ডালৰ দৰে লঠঙা বৰলা নতুবা এফাললৈ যাওঁতে দুৱাৰত ডা বান্ধি যাবলগীয়া বৰলা। এতেকে কেও কিছু নোহোৱা অকলশৰীয়া বৰলা মানুহ a lonely widower a widower having no inmate in his house

**ডাক দিয়া** (১) নিৰূপিত সময়ত মতা বা আৰাও কৰা যেনে কুকুৰাই ডাক দিয়ে to shout at a fixed hour (২) বাটৰ ছোৱাই ছোৱাই মানুহ বা বাহন সলাই দিয়া যেনে ঘোঁৰাত ডাক দিয়া to provide relays in a journey to provid fresh carrier or conveyance in a journey to relieve others

**ডাঙৰ দীঘল** শকত আৰু ওখ। এতেকে সাবালক বয় প্ৰাপ্ত grown up

**ডাঙৰি কাপোৰ** জাৰত গাত লোৱা বৰ কাপোৰ a coarse and big wrapper for winter use

**ডাক্কোপ মৰা** নিজৰ জহ্ বঢ়াবলৈ মিছা গপ্প মৰা to make vain boasts to increase one s own importance

**ডাটি কোৱা** ডাঠি কোৱা চোৱাঁ।

**ডাঠি কোৱা** ডাঠকৈ কোৱা অৰ্থাৎ সুনিশ্চিত ৰূপে কোৱা to speak with certainity

**ডাল কোবোৱা** গছৰ ডালে ডালে ডেও দি বগাই ফুৰা যেনে 'বান্দৰৰ সাত পুৰুষ গৈছে ডাল কোবাই' to jump from one branch or tree to another **ডাল চোৰ** ডাঙৰ বা অঘাইত চোৰ a great theif an expert thief **ডাল ডঙুৰা** পৰিয়াল নথকা অকলশৰীয়া মানুহ a lonely person having no family **ডাল দৰিদ্ৰ** পাত চোত নথকা লঠা ডালৰ দৰে একো সম্পত্তি নথকা মানুহ an extremely poor man **ডাল বৰলা** এডলীয়া গছডালৰ দৰে অকলশৰীয়া বৰলা a lonelywidower without family members

**ডাল জোৰা দিয়া** এডালৰ লগত আন এডাল জোৰা দি দীঘল কৰা। এতেকে সঁচাৰ লগত মিছা কথা জোৰা দি কোৱা to make exaggerations by mixing untruth with truth

**ডালি ডালি কৰা** এডাল এডালকৈ পৃথক কৰা সিঁচৰতি কৰা যেনে ডালি ডালি কৰি বিচাৰিলোঁ গোটেই থোৱা বস্তুবোৰ ডালি ডালি কৰিলে to separate one from another to scatter

**ডিঙি আগ কৰা** 'ডিঙি ওপৰ কৰা' চোৱাঁ।

**ডিঙি ওপৰ কৰা** লোকক কাটিবলৈ ধৰোঁতে লোকৰ ডিঙিৰ ওপৰত নিজৰ ডিঙি পাতি দিয়া। এতেকে লোকক ৰক্ষা কৰিবলৈ নিজে বিপদত পৰা to face a danger to protect others against it

**ডিঙিত কলহ বান্ধি মৰা** ডিঙিত কলহ বান্ধি পানীত জাঁপ মাৰিলে কলহত পানী সোমাই মানুহটো বুৰাই নি মাৰে বৰ ধিক্কাৰ বা অনুতাপতহে মানুহে এইদৰে আত্মহত্যা কৰে। এতেকে অতি ধিক্কাৰ বা অনুতাপত আত্মহত্যা কৰা lit to commit suicide by drowing having tied a pitcher to the neck i e to commit suicide in great disgust or repentence

**ডিঙি পতা** কাটিবলৈ ডিঙি পাতি দিয়া অৰ্থাৎ কোনো বিপদৰ নিমিত্তে সাজু হোৱা to be prepared to face a danger

**ডিঙি ভাঙি চোৱা** ডিঙি বেঁকা কৰি মূৰ ঘূৰাই চোৱা to look at anything by turning the head

**ডিঙিৰ হাৰ মাল** 'হাৰ মাল' চোৱা।

**ডেও দিয়া জাঁপ মৰা** to jump to leap **ডেও পৰা** থিৰেবে নুফুৰি জঁপিয়াই ফুৰা। এতেকে উদ্ভণ্ডালি কৰা অতপালি কৰা to act outrageously **ডেও মৰা** 'ডেও দিয়া' চোৱা।

**ডেকা কৃঢ়ে যোৱা** ডেকা কালতে মৰা (শাওত খাটে) to die in the prime of life (used in curse)

**ডেকা-ধনি লগা** (ধনি = ধ্বনি) ডেকা কালৰ আৰম্ভনত চঞ্চল মনৰ হোৱা to be rash and unsteady in the excitement due to youth after childhood

**ডেডাউৰি কঢ়া** বাঘ বা হাতীৰ দৰে চিঞৰ ধৰা অৰ্থাৎ, যন্ত্ৰণাত বৰকৈ আটাহ্ পৰা to shriek loudly in pain

**ডেৰাই হোৱা** শ্ৰম বা কষ্টত জুইত ডেৱা বস্তুৰ দৰে বিবৰণ হোৱা বা বৰণ সলোৱা যেনে বান্দি ডেৰাই হোৱা to change colour by reason of labour or suffering

**ডোঁৱাৰ বন্ধা** তাঁতত লগোৱা কাপোৰৰ সূতাৰ মূৰত জৰী লগাই তাঁত দীঘল কৰা to lengthen threads in a loom by attaching ropes to them

**ডোঙা পৰা** পনীয়া বস্তু বৈ ন'গৈ একে ঠাইতে গোট খাই ৰোৱা forming a pool by water or any other liquid **ডোঙা বন্ধা** একে অৰ্থ। **ডোঙা ডোঙ হোৱা** অনেক ডোঙা হৈ ৰোৱা যেনে ঠাইখনত পানী ডোঙা ডোঙ হ'ল to form several pools

**ডোম ক'লা** ডোমৰ দৰে ক'লা বৰণৰ as black as a fisher man **ডোম চোৰ** অঘাইত চোৰ a great thief **ডোম জ্বৰ** দুদিনৰ মূৰে মূৰে উঠা জ্বৰ অৰ্থাৎ এদিন উঠি আকৌ দুদিনলৈ নুঠাকৈ থকা জ্বৰ a fever that comes at intervals of two days at a time

**ডোমৰ গু** অতি অপবিত্ৰ বস্তু যেনে আজি কিবা খাইছোঁ যদি সি ডোমৰ গু অৰ্থাৎ শপত খাই কৈছোঁ একো খোৱা নাই anything extremely impured and hateful **ডোমৰ ঢেঁকী** সদায় মাছ মৰাতে ব্যস্ত থকা বাবে ডোমে বাঢৈৰ কাম নেজানে গতিকে ডোমে পতা ঢেঁকী আজোখা আৰু বিজুতিৰ হয়। এতেকে আজোখা আৰু কামৰ অলায়ক মানুহ বা বস্তু a person or a thing dispropotionate in form and unfit for work **ডোমৰ শৰাধ** ডোমৰ শৰাধ উন্নত কুলৰ মানুহে খোৱাৰ নিষেধ আছে। এতেকে নিষেধৰ বাবে যোগ দিব নোৱাৰাত নিজৰ স্বাৰ্থ নথকা কাৰ্য্য বা অনুষ্ঠান a function or a ceremony in which one has no interest for being forbidden by custom to attend

**ডোল লগোৱা** ডিঙিত জৰী লগাই বন্ধা অৰ্থাৎ ছোৱালী বিয়া কৰাই দি সংসাৰত বান্ধ খুওৱা to get a man married

# ঢ

**ঢক্ উঠা** (ঢক=ঢোলৰ শব্দ) দূৰলৈকে সম্বাদ ওলোৱা to be widely known as a news **ঢক ফুটা** (বৰটোপ আদি ফুটিলে বহুত দূৰলৈ শব্দ শুনি) একে অৰ্থ। **ঢক্ তোলা** দূৰলৈকে উলিওৱা বা প্ৰচাৰ কৰা to publish far and wide

**ঢকা কোবোৱা** ঘৰৰ বাৰ খুটা আদিত ঢকা মৰাদি অৰ্থাৎ হাতৰ তলুৱাৰে অথিৰকৈ ভেঁজা দি খোজ কঢ়া অৰ্থাৎ ঢল পললংকৈ খোজ দিয়া to tread very unsteadily (as when ill or drunk)

**ঢকা চমকা কৰা** ওপৰত চমকা চমকে

ভাৱৰ হোৱাত মাজে মাজে ৰ'দ ওলাই আকৌ মাৰ যোৱা the sunshine being repeatedly obstructed and released again by scattered pieces of cloud

**ঢপলা পিটা** তিৰোতা মানুহে কৰঙনত দুই হাতে চাপৰ মাৰি ঘিণ কৰা বা গ্ৰাহ্য নকৰা ভাব প্ৰকাশ কৰা। (ই এক অসভ্য দস্তুৰ আৰু ভদ্ৰ সমাজত নিষিদ্ধ) to strike on on the thighs with both the palms to show contempt or disregard (this is done only by women but never by those of a decent society) **ঢপলা মৰা** একে অৰ্থ।

**ঢ-মৰা** এটা পাচিত এপাচি নজৰা ধান বা তেনে বস্তু ভৰাই, তাক জাৰি ফুকি জুখি চাই, পাচত আৰু সেই নজৰা বস্তু জোখোঁতে সেই পাচিৰেই জোখ কৰা to measure grains with a basket of a known capacity instead of a standard measure

**ঢবাই মৰাই পৰা** ভাগৰত ক্লান্ত হৈ, দীঘল দি শোৱা to lie down prostrate in fatigue

**ঢৰা লঘোণ** সমূলি একো নোখোৱা উপবাস absolute fasting

**ঢলং পলং কৰা** নৰিয়া বা মতলীয়া মানুহৰ দৰে অথিৰ অবিৰকৈ খোজ দিয়া walking in reeling or staggering steps

**টাঁচ্ কৰে** 'টাঁচ শব্দ উঠাকৈ' অৰ্থাৎ, টানকৈ গাত দুখ পোৱাকৈ (পৰাত খাটে) যেনে টাঁচ কৰে পৰিল with force with a heavy sound (appl to falling)

**টাঁহি চুহি,** (১) গাৰ বলেৰে টনা আজোৰা কৰি (যেনে কোনো গধুৰ আৰু শকত বস্তু আনোতে) by pulling and dragging with force (২) আগলৈ আৰু নলগা বাবে মৰম নেৰাখি নষ্ট কৰি 'ভাঙি আন মুচৰি খাওঁ পুৰা হ'লে নাওঁ মেলি যাওঁ — এনে নিমৰমীয়াল ভাৱেৰে harming a thing in enjoying it (thinking that there will be no occasion to get it again) **টাহি মুহি,** বলেৰে আৰু ছলেৰে যেনে অসৎ জনে হোজা মানুহৰ বস্তু টাঁহি মুহি খায় by force and fraud

**ঢাক খোৱা** ওপৰত ঢাকনি পৰাত নেদেখা হোৱা তল পৰা to be hidden **ঢাক্ পিটা** যশস্যা প্ৰচাৰ কৰা ব্যং to publish one s fame Irn

**ঢাক্-ছাল্ মৰা** (ঢাক-ছাল=মাখি ছালৰ তলৰ পাতল ছাল) পাতল ছালেৰে ঢাকি ধৰা এতেকে অলপকৈ গোপন কৰা to put a thin veil over anything i e to conceal to some extent

**ঢাক ঢুক্ কৰা** 'লুক্ ঢুক্ কৰা চোৱাঁ।

**ঢাকন দিয়া** আচ্ছাদন কৰা এতেকে লুকুৱা গোপন কৰা to conceal

**ঢাপত গজা** ঢাপত গজা গছ, সাৰ নোপোৱা বাবে সবল নহয়। এতেকে বেয়া বতুৱা অকামিলা অনাদৃত bad useless negligible

**ঢাপলি মেলা** অতি বেগাই লৰ ধৰা to run fast

**ঢাৰিৰ আঁৰত চৰ্চা** ঢাৰিৰে আঁৰ দি লৈ তাৰ ভিতৰ সোমাই লোকক নিন্দা কৰা। এতেকে লুকাই নিন্দা কৰা যেনে 'টাঁৰিৰ আঁৰত ৰজাকো চৰ্চে to speak ill of a person secretly

**ঢাল খোৱা** কাতি হোৱা হ'লি যোৱা অগ্ৰসৰ হোৱা সমৰ্থন কৰি আগবঢ়া বা ওচৰ চপা যেনে তোমাৰ যুক্তি শুনি মোৰ মন তোমাৰ মতলৈ ঢাল খাইছে to be inclined to be in favour of **ঢাল খোৱা** (১) 'টাঁল খোৱা চোৱাঁ। (২) গতি কৰা যেনে তেওঁ গুৱাহাটীলৈ ঢাল লৈছে ৰবযুণ জাকে পূবলৈ ঢাল লৈছে to proceed towards

**ঢালী** হাতত ঢাল লৈ যুদ্ধ কৰোঁতা। এতেকে পটু চোকা কাৰ্য্যক্ষম expert competent

**ঢুক-ঢাক কৰা** 'ঢাক্-ঢুক্ কৰা চোৱাঁ।

**ঢুকি পোৱা** (১) হাত মেলি লগ পোৱা বা ছুব পৰা to be able to reach by the hand (২) বুদ্ধিৰে বুজিব পৰা মৰ্ম বা তত্ত্ব বুজা যেনে বেদান্ত দৰ্শনৰ তত্ত্ব যেয়ে সেয়ে ঢুকি নেপায় to comprehend

**ঢুকুৱা** অন্ত হোৱা শেষ হোৱা। এতেকে মৰা প্ৰাণত্যাগ কৰা যেনে অমুক ঢুকাল to die

**ঢুল্ ঢুলীয়া হোৱা** পানী সৰোঁ সৰোঁ হোৱা কান্দন ওলাব খোজা হোৱা (চকুত খাটে) যেনে চকু ঢুলঢুলীয়া হ'ল to be about to shed tears

**ঢেঁকী থুবীয়া** ঢেঁকী-থোৰাৰ দৰে শকত। এতেকে স্থূল মোটা যেনে ঢেঁকী থুবীয়া বুদ্ধি coarse thick not fine dull

**ঢেক্ ঢেক্ কৰে** ডাঙৰকৈ ঢেক্ ঢেক্ শব্দ কৰি (হাঁহিত খাটে) যেনে ঢেক্ ঢেক্ কৰে হাঁহিলে with loud sounds (appl to laughing)

**ঢেকনি মৰা** পানীৰে ঢাক খোৱা বা ভৰি পৰা to be full of or covered with water

**ঢেৰাই মেৰাই পৰা** ঢেৰা চৰাইৰ দৰে অকাই পকাই ঘুৰি ফুৰা বাবে ক্লান্ত হৈ পৰা to be exhausted for wandering too much

**ঢেৰা পাক দিয়া** ঢেৰা চৰাইৰ দৰে বনাই ফুৰা অৰ্থাৎ, অকাই পকাই ঘুৰি ফুৰা to rove around

**ঢেকঁৰা ঠাৰি সিজোৱা** ঢেকঁৰা শাকৰ ঠাৰি সিজাই থাকিলেও নিসিজে। এতেকে নুবুজা মানুহক কিবা বুজাবলৈ যত্ন কৰা to try to make anything understood by one who is incapable of understanding

**ঢেৰেকণি মৰা** (১) মেঘৰ গাজনি মৰা to thunder (২) হঠাৎ ডাঙৰ মাতেৰে ডাবি দিয়া to chide in a thundering voice

**ঢেল্ ওপঙা দিয়া** চকু লুটি খুৰাই, আধা মৰা হৈ পানীত ওপঙা to float on water almost dead with eyes turned up-wards

**ঢেল্ পোঙা খোৱা** (বা দিয়া) 'ঢেল্ ওপঙা দিয়া' চোৱাঁ।

**ঢোকা তেকাঁ দিয়া** (১) পোনকৈ ৰাখিবলৈ ঢোকা ঢুকলি দিয়া to support with props (২) সাহায্য কৰা to support to render assistance

**ঢোপ্ খেলা** ওপৰলৈ ঢোপ দলিয়াই দি আকৌ হাত পাতি ধৰি খেমালি কৰা to play by throwing a ball upwards and then catching it again with the hands

**ঢোপা পৰা** গছত ফুলৰ কলি ধৰা to be budding as flowers

**ঢোল কোবোৱা** (১) ঢোল কোবাই জাননী দিয়া। এতেকে ৰবকৈ ৰাষ্ট্ৰ কৰা ব্যং to give wide publication Irn (২) ৰবকৈ আনন্দিত হোৱা আনন্দ প্ৰকাশ কৰা 'বোপায়ে সৈতে সাত ঢোল কোবোৱা' to be highly delighted to express great delight **ঢোল পিটা** একে অৰ্থ। **ঢোল মৰা** (ঢোল = তিনি পূৰা ধৰা পাচি) ঢোলেৰে জোখা to measure with a basket of 45 seers capacity

**ঢোল পিটি শুনোৱা** ঢোল পিটি জাননী দিয়া to publish or make known by beat of drums

**ঢোলোকনি খোৱা** জুলীয়া বস্তু জোকাৰ খাই পাত্ৰৰ পৰা ওফৰা dashing out of a liquid from its pot by reason of s aking

**ঢৌ উঠা** পানীৰ ঢৌ দূৰলৈকে হেন্দোলনি উঠে। এতেকে দূৰলৈকে প্ৰচাৰিত বা প্ৰসাৰিত হোৱা to be widely spread as waves of water(appl to news commotion or excitement) **ঢৌ-কটা** গাত ঢৌৰ দৰে গঢ লগাই সজা যেনে ঢৌ-কটা বাটি বা কলহ embossed with waves **ঢৌ খেলা** তৰঙ্গ উঠা to rise in waves **ঢৌ ফুটা** (১) শব্দ কৰি ফুটা to burst out with a sound

(২) শব্দ উঠা প্ৰচাৰিত হোৱা to be published to be spread as a news (৩) পানী-জোলা হৈ ওফন্দি উঠা to rise in blisters **ঢৌ বন্ধা** 'ঢৌ ফুটা (৩) চোৱা। **ঢৌ লেখা** ঢৌ গণনা কৰা অৰ্থাৎ, মিছা বনত কাল কটোৱা to count waves i e to waste time in useless and unprofitable occupation

**ঢৌছিৰা কৰা** ইমূৰৰ পৰা সিমূৰলৈ ফালি ছিৰলী ছিৰলী কৰা যেনে কাপোৰখন ঢৌছিৰা কৰিলে to tear from one end to the other **ঢৌছিৰা হোৱা** ছিৰলী ছিৰলী হৈ ফটা to be torn from one end to the other

**ঢৌত খৰ মৰা** ঢৌৰ লাচতে পানীত খৰ মৰা অৰ্থাৎ জঞ্জালৰ মাজতে চল বুজি সুবিধা বা আজৰি উলিয়াই লোৱা যেনে তোমাৰ কামৰ বৰ জন্জল বুলি জানো তথাপি ঢৌতে খৰ মাৰি এইটো কামো কৰিবাঁ making a somersault on the wave i e making a leisure or opportunity during a busy time

**ঢৌৱা বন্ধা** 'ঢৌ বন্ধা চোৱা।

**ঢৌৱে কোৰোৱা** (১) ঢৌৰ হেন্দোলনি লাগি গা জোকাৰ খোৱা to be shaken by the force of waves (২) দূৰৰ পৰা প্ৰভাৱে পোৱা to be beaten by waves i e to be effected by distant agitation or movement **ঢৌৱে পোৱা** একে অৰ্থ।

## ত

**তইহে তই মইহে মই হোৱা** এইটো তই, আৰু সেইটোহে তই, এনেকৈই কৈ কোনটো কোন চিনাই দিবলগীয়া হোৱা অৰ্থাৎ কোনটো কোন চিনিব নোৱাৰাকৈ মিলি পৰা। এতেকে অতি মিলা প্ৰীতি হোৱা নলে গলে লগা হোৱা to be hand and glove

**তং কৰা** ভাবি চোৱা টলকি চোৱা to think over to ponder

**তঁক উঠা** জঁক উঠা হঠাৎ খ উঠা কাম ভাৱেৰে অভিভূত হোৱা to be in a fit of anger to be in carnal appetite

**তত অহা** (তত=তত্ত্ব) লুপ্ত হোৱা চেতনা আকৌ ঘূৰি অহা অৰ্থাৎ নৰিয়া কষ্ট ভয় বা ভাবনা আদিৰ পৰা সকাহ্ পোৱা to be partly relieved from illness distress fear or anxieties **তত এৰা** বিতত হোৱা to be restless in pain or trouble to be losing senses **তত ওলোৱা** 'তত থকা চোৱা। **তত কৰা** গম ধৰা to perceive **তত দিয়া** অৱকাশ দিয়া সময় দিয়া যেনে কথা কবলৈ মোক তত দিয়া এনেকৈ তত নিদিলে মই বন কৰিব নোৱাৰোঁ to give leisure or time **তত ধৰা** বুজা মৰ্ম পোৱা যেনে তেওঁৰ কথাৰ তত ধৰিব নোৱাৰি to comprehend to understand **তত নথকা** 'তত নোহোৱা চোৱা। **তত নাইকিয়া** 'তত নোহোৱা চোৱা **তত নোহোৱা** বিতত অধীৰ unsteady restless **তত পোৱা** (১) চেতনা পোৱা অৰ্থাৎ ৰোগ যাতনা চিন্তা আদিৰ কষ্ট লাঘৱ পোৱা to regain senses i e to get relief from sickness pain or anxieties (২) আজৰি পোৱা যেনে খাই বৈ আহিবলৈ তত নেপালোঁ to get leisure or time (৩) অৰ্থ বা মৰ্ম বুজা যেনে তেওঁৰ কথাৰ তত পাবলৈ নাই to understand or comprehend (৪) অলপ অপেক্ষা কৰা যেনে গৈছোঁ বাৰু তত পাবিচোন to wait a little **তত লোৱা** (১) তত্ত্ব লোৱা সম্ভেদ বুজা গম লোৱা যেনে কথাটোৰ তত ল'বাঁচোন to take an inkling

(২) সাৱধান বা সতৰ্ক হোৱা যেনে বলিয়া কুকুৰ আছিছে, তত লবি to be careful (৩) অলপ অপেক্ষা কৰা বা বাট চোৱা to wait a little (৪) অলপ অৱকাশ বা জিৰণি লোৱা to rest a while **তত্ হেবোৱা** অজ্ঞান বা বিচেষ্টা হোৱা যেনে আগতে বাঘটো দেখি তত হেৰাল to be out of senses

**তত মত হেবোৱা** চেতনা আৰু বিচাৰ শক্তি নোহোৱা হোৱা অৰ্থাৎ বিতত আৰু বিবুদ্ধি হোৱা to be restless and at wits end

**ততাতৈয়া কৰা** খৰ্‌খৰ কৰা to make haste

**ততাতুকুতা কৰা** অতি লৰালৰি কৰা বৰ খৰখৰ কৰা to be in hot haste

**তথ্য লোৱা** সন্ধান লোৱা সম্ভেদ বুজা to make enquiries

**তথা মথা খোৱা** (তথা = স্তব্ধ মথা অনু) বিচুৰ্তি হৈ বিবুদ্ধি হোৱা বা বিমোৰত পৰা to be very much puzzled **তথা মথা দেখা** একে অৰ্থ। **তথা মথা লগা** একে অৰ্থ।

**তথা লগা** (তথা= স্তব্ধ) আচৰিত হৈ ৰ লাগি চাই থকা to gaze in amazement

**তন্ত্ৰ মন্ত্ৰ কৰা** তন্ত্ৰত থকা আৰু অন্য মন্ত্ৰও প্ৰয়োগ কৰা অৰ্থাৎ জৰা ফুকা কৰা to apply various incantations

**তপত পিঁড়ি দিয়া** (পিঁড = পিণ্ড) তপত ভাতেৰে পিণ্ড দিয়া অৰ্থাৎ শ্ৰদ্ধাৰে পিণ্ডদান কৰা ব্যং যেনে সি মোৰ তপত পিঁড দিব সেইটো পাইছোঁ to offer Pinda of hot boiled rice Irn (a Pinda is an oblation of eatables for gratification of a departed soul)

**তপতে তপতে** কমাৰে তপততে লো মৰিবাৰ দৰে বেলি নকৰাকৈ বেগতে লৰালৰিকৈ অৰ্থাৎ কোনো কথা বা ঘটনা পুৰণি নৌহওঁতেই যেনে তপতে তপতে বিচাৰ কৰিলেহে চোৰ ওলাব while the iron is hot ie before being too late immediately after an occurrence

**তবধ্ লগা** স্তব্ধ হোৱা to be speechless in amazement **তবধ্ হোৱা** একে অৰ্থ।

**তম্ভি কৰা** (তম্ভি = সং স্তম্ভন) টানকৈ শাসন কৰা to rule or govern with a strong hand

**তয়নাচ কৰা** ক্ষতি কৰা হানি কৰা to cause loss **তয়নাচ্ মৰা** ডেওপাৰি ফুৰা to be restless or outrageous

**তয়া-তোকা কৰা** মানুহৰ প্ৰতি 'তই' শব্দ প্ৰয়োগ কৰা ( 'তই' শব্দ সম্মান সূচক নহয় 'মই' পদে অহঙ্কাৰ তই পদে গালি ) to use the word **তই** in addressing or referring to a person (তই is applicable only to one s inferors) **তয়া হঁয়া কৰা** 'তই' বা 'হঁয়' প্ৰভৃতি তুচ্ছ ভাবৰ শব্দ প্ৰয়োগ কৰা to use contempuous terms such as তই or হঁয় in speaking

**তৰ্ চেঙেলী** তৰাং পানীৰ চেঙেলী মাছৰ দৰে ডেও দি ফুৰা মানুহ অৰ্থাৎ চঞ্চল বা উতনুৱা মানুহ a person of unsteady nature

**তৰ্দ্ধনি এৰা** ধৈৰ্য্য এৰা অৰ্থাৎ বিতত আৰু বিচেষ্টা হোৱা যেনে বাঘ দেখি তৰ্দ্ধনি এৰি পলালোঁ to be losing senses and wits (as in great fear) **তৰ্দ্ধনি হেবোৱা** বিতত আৰু বিচেষ্টাৰ অৱস্থা হোৱা to be in a restless state for pain or fear

**তৰ্শান্তি হোৱা** হাৰাশান্তি হোৱা অতি দুখ দুৰ্গতি বা জঞ্জাল ভোগা to get a lot of trouble or suffering

**তৰ্ পৰা** তৰা হোৱা তলি ওলোৱা অৰ্থাৎ পৰিমাণত কমি অহা কোনো বস্তু ঢুকাই শেষ হ'ব লগীয়া হোৱা to be decreasing in volume or quantity to be nearly exhausted **তৰ পোৱা** (১) তলি পোৱা অন্ত হোৱা কোনো বস্তু ঢুকুৱা to be exhausted (২) দ

পানীৰ পৰা বাম ঠাই পোৱা। এতেকে উপায় পোৱা উদ্ধাৰ পোৱা to find some means to be saved

**তৰণি দিয়া** (১) উত্তৰণ কৰা যেনে আপুনি তৰণি নিদিলে মই মৰিলোঁ to afford means to save from dan ger (২) আজৰি বা সময় দিয়া যেনে ভাত খাবলৈকো তৰণি নিদিয়ে to give rest or leisure **তৰণি নোহোৱা হোৱা** সময় বা আজৰিৰ অভাৱ হোৱা যেনে বনৰ খুন্দাত ভাত খাবলৈকো তৰণি নোহোৱা হৈছে to be in want of time or leisure **তৰণি পোৱা** (১) উত্তৰণ পোৱা to be saved or delivered from danger (২) আজৰি বা অবকাশ পোৱা যেনে গা ধুবলৈ তৰণি পোৱা নাই to get a leisure **তৰণি হেৰোৱা** উপায় নোহোৱা হোৱা নিৰুপায় অৱস্থা হোৱা to be in want of means or way to get out of trouble or danger

**ত-ৰা** কোনো কাম ত ৰি অৰ্থাৎ পাতি লোৱা। এতেকে আৰম্ভ কৰা সূত্ৰপাত কৰা to begin to make the preliminary arrangments for anything

**তৰা** (১) ত্ৰাণ কৰা যেনে তেৰেঁইহে মোক তৰাই আছে to save from trouble or danger (২) ত্ৰাণ হোৱা যেনে তোমাৰ পৰাই তৰি আছোঁ to be saved from trouble or danger (৩) ধ্ব -ধ্ব স কৰা বা হোৱা বিপদত পৰা বা পেলোৱা to ruin or to be ruined to fall into trouble or to put to trouble

**তৰা নৰা ছিঙি** উজুটিত বাটৰ তৰা গছ আৰু পথাৰৰ নৰা ছিঙি। এতেকে বৰ বেগেৰে (ল'ৰি যোৱাত খাটে ) যেনে তৰা নৰা ছিগি ল'ৰ দিলে with great speed (appl to running)

**তল্ ওপৰ কৰা** (১) তলৰ বস্তু ওপৰ আৰু ওপৰৰ বস্তু তল কৰা। এতেকে খেলি মেলি বা বিশৃঙ্খল কৰা to create dis order and confusion (২) 'তলৰ মাটি ওপৰ কৰা চোৰা। **তল ওপৰ লগোৱা** 'তল ওপৰ কৰা চোৰা।

**তল খুচৰীয়া** ওপৰে চিন ধৰিব নোৱাৰাকৈ তলে তলে খুচৰি যোৱা। এতেকে (১) গুপ্ত যেনে তল খুচৰীয়া বুদ্ধি secret (২) কুমন্ত্ৰীয়া যেনে তল খুচৰীয়া মানুহ machinating **তল নিওৱা** বুৰোৱা। এতেকে (১) অতি বিপদত পেলোৱা to overwhelm with danger (২) অধঃপতিত কৰা to degrade morally **তল পৰা** (১) তললৈ পৰা অৰ্থাৎ পানীৰ মলি বা ধুলি বালিয় দৰে পাত্ৰৰ তলিত পৰা to go down and settle at the bottom as sediments (২) অমনযোগত পৰা পাচ পৰা বা স্থগিত হোৱা to cease to attract attention or notice to be postponed or put off **তল পেলোৱা** পাচলৈ পেলাই থোৱা স্থগিত কৰা দৃষ্টি বা মনোযোগৰ আঁতৰ কৰা পাহৰোৱা যেনে তেওৰ কথা উলিয়াই মোৰ কথা তল পেলালে to put in the back ground to defer or put off **তলমূৰীয়া** লাজ বা নম্ৰতাৰ বাবে নতশীৰ লাজুকা নম্ৰ modest **তল যোৱা** ডুবা। এতেকে (১) অতি বিপদাপন্ন হোৱা to be overwhelmed with danger (২) অধ পতিত হোৱা to be morally degraded

**তল্সৰা বোটলা** গছৰ তলত আপুনি সৰি থকা গুটি বুটলি অনা। এতেকে বেয়া বতুৱা বস্তু গোটোৱা to pick up or gather bad or useless things

**তল্ সুৰুঙ্কীয়া** হাবিৰ তলে তলে সুৰুঙ্ক কৰে যাব পৰা যেনে তল সুৰুঙ্কীয়া বাট। এতেকে গুপ্ত অৰ্থাৎ, অভিসন্ধি থকা secret i e having an ulterior object or hidden motive **তল হাত** হাতখন তলত পৰিলে মানুহে বল কৰিব নোৱাৰে। এতেকে অসুবিধা বা আচলৰ অৱস্থা তলতীয়া অৱস্থা disadvanta-

geous or subordinate position

**তলত-পৰা** তলত পাৰি লোৱা হয় যাক। এতেকে বিছনা চাদৰ তুলীৰ ওপৰত পাৰি লোৱা কাপোৰ a bed sheet

**তলৰ পৰা ওপৰলৈ মুখ নকৰা** বৰ লাজ বা অপমান পালে মানুহে ওপৰলৈ নেচাই তললৈ মুৰ কৰি থাকে। এতেকে লাজ বা অপমানত ম্ৰিয়মান হোৱা drooping down the head out of shame or insult

**তলৰ মাটি ওপৰ কৰা** বহুত মানুহে আলিত একে লগে খোজ কাঢ়িলে তলৰ মাটি অৰ্থাৎ ধূলি ওপৰলৈ উৰে। এতেকে বহুত মানুহেৰে ডাঙৰ সমাৰোহ কৰা যেনে বিয়াখনে তলৰ মাটি ওপৰ কৰি গৈছে, অৰ্থাৎ বহুত মানুহেৰে অতি সমাৰোহ কৰি গৈছে to make a big show of splendour with a procession of a large sumber of people

**তললৈ নমা** (১) ওখৰ পৰা চাপৰলৈ নমা to descend (২) নীচতা প্ৰাপ্ত হোৱা অধ পতিত হোৱা to be fallen or degraded **তললৈ যোৱা** (১) 'তললৈ নমা' চোৱাঁ। (২) অৱস্থা বেয়া হোৱা to be worse off

**তললৈ মুৰ কৰা** লাজ বা অপমানত মানুহে মুৰ তললৈ কৰে। এতেকে লাজ বা অপমানত অভিভূত হোৱা to hang down the head in shame or insult

**তলা ওলোৱা** পাত্ৰৰ তলি ওলাই পৰা। এতেকে (১) গুপ্ত কথা প্ৰকাশ হোৱা to be revealed as a secret (২) কোনো বস্তু ঢুকাই যোৱা to be exhausted **তলা পোৱা** গুপ্ত কথাৰ সম্ভেদ পোৱা to get at a secret **তলা মৰা** পানী থোৱা পাত্ৰৰ তলা লগাই শলা to fit the bottom piece of a water pot

**তলাতল কৰা** (তলা = তল খলপ) খলপে খলপে অৰ্থাৎ প্ৰতি খলপতে চাই চিতি ফুৰা অৰ্থাৎ, ক'ত কি আছে, সকলো ঠাইতে চাই ফুৰা যেনে ঘৰ কেউটাত চাই তলাতল কৰিলোঁ কলিকতা গোটেইখন তলাতল কৰি থৈছোঁ to inspect every part of a place minutely

**তলানলা পোৱা** (তলা=তল খলপ নলা মাটিৰ তলত থকা সুৰঙ্গ) কেই খলপা আছে, আৰু কেনি ক'ত গুপ্ত পথ আছে তাৰ ভু পোৱা। এতেকে কোনো বিষয়ৰ সকলো গুপ্ত সন্ধান জনা যেনে মই তেওঁৰ ঘৰৰ তলানলা সোপাকে পাও to be aware of all secrets concerning anytings

**তলি উদং**, পাত্ৰৰ তলি শূন্য অৰ্থাৎ, ওপৰত যে নায়েই, তলিতো একো নথকা। এতেকে সমূলি একো নোহোৱা তেনেই শূন্য quite empty **তলি ওলোৱা** উদং হোৱা to be empty

**তলী উদং কৰা** তলীত শস্যাদি নোহোৱাকৈ নিয়া বা নষ্ট কৰা to make a field empty by removing or wasting the whole crop

**তলুৱাৰ এছাল ছিগা** (এছাল=এতৰপ ছাল) 'তলুৱাৰ ছাল ছিঙা' চোৱাঁ।

**তলুৱাৰ ছাল ছিঙা** ভৰিৰ তলুৱা ঘঁহি ঘঁহি কাবৌ কৰোঁতে ঘঁহনিত তলুৱাৰ ছাল ছিঙি নিয়া। অৰ্থাৎ, বহু দিনীয়াকৈ নীচ ভাৱে কাবৌ কৰা to supplicate slavishly for a long time

**তলে তলে** ভিতৰি মনে মনে গোপনে secretly

**তলে পুতলে** তাঁত শালত পুতল ডালে কাপোৰখন ফিট খুৱাই ধৰি থাকে সেই পুতল কাপোৰৰ ওপৰ লুটিয়ে লগোৱা হয় কিন্তু তল লুটিয়ে লগালে তাক কোনেও নেদেখে। এতেকে গভীৰ অভিসন্ধি লোকে বুজিব নোৱাৰা অভিসন্ধি যেনে 'আহোমৰ তলে পুতল' deep diplomacy

**তহিলং কৰা** (১) পটাত বাটি মিহি কৰা নতুবা খুন্দি বা কেনেকি তুলাতুল কৰা। এতেকে খুন্দি তাও কৰা যেনে খুটাত বান্ধি লৈ তহিলং কৰিলে to be at

severly (২) কেনিও অলপো বাকী নোথোৱাকৈ ঘূৰা যেনে বংপুৰ গোটেইখন তহিলং কৰিলোঁ to travel all over

**তাও কৰা** (তাও তাপ) তপত কৰা তপত কৰি মৰিয়াই ধাতুত ভাঁজ লগোৱা হয়। এতেকে খুন্দি লেতুসেতু কৰা অৰ্থাৎ, অতিপাতকৈ মাৰ কিল্ কৰা যেনে খুন্দি তাও কৰিলে to beat severely **তাও জোৰা** বেলেগে টৌ খুঁটি মাৰি ভাত ৰন্ধা to cook separately **তাও দিয়া** তাপ দিয়া তপত কৰা to apply heat **তাও মৰা** 'তাও জোৰা চোৱাঁ। **তাও লোৱা** তাপ লোৱা to apply heat to one s own body

**তাও কিল্ মৰা** কিলাকুটিৰে টানকৈ কিল্ মৰা to give a heavy blow with the elbow

**তাঁত বাটি কৰা** (১) তাঁত লগাবলৈ দীঘে দীঘে সূতা মেলা spreading threads length wise for the loom (২) তাঁত বাটি কৰোঁতে একে ঠাইতে বহুবাৰ অহা যোৱা কৰিব লাগে। এতেকে একে ঠাইতে অহা যোৱা কৰি টহলি থকা ব্যং to stroll up and down at the same place Irn

**তা দিয়া** কমাৰ শাল বা সোণাৰি শাল আদিত ভাটীৰে জুইত বতাহ দিয়া to blow up fire with bellows

**তাপ্ খোৱা** 'তাপ মৰা চোৱাঁ। **তাপ্ মৰা** তাপ্ নোহোৱা হোৱা অৰ্থাৎ, উম্ ঘাম নোহোৱা হোৱা। এতেকে নেমাতি নুবুলি ভয়ত লুকাই থকা to be speechless and hiding out of fear

**তাপলি মৰা** কাপোৰৰ ফটা ঠাইত আন এডোখৰ কাপোৰ লগাই সী দিয়া সেইদৰেই, কোনো বস্তুৰ ফটা বা ভগা ঠাই ঢাকি বাতি দিয়া to patch up anything

**তাম তুলসীত ধৰা** তাম আৰু তুলসীত ধৰি শপত খোৱা (হিন্দুৰ মতে তাম আৰু তুলসী পবিত্ৰ বস্তু) to take a sol emn oath by touching copper and Tulsi leaves

**তাম তুলসী নমনা** তাম আৰু তুলসী হিন্দুৰ পৱিত্ৰ বস্তু তাক নমনা। এতেকে হিন্দু ধৰ্মৰ বিৰুদ্ধ মতে আচৰণ কৰা to disregard religious customs of the Hindus

**তাম পিতল** কাঁহি বাটি লোটা-কলহ আদি তাম পিতলৰ অৰ্থাৎ ধাতুৰ পাত্ৰ Utensils made of metal

**তামোল পাণ কটোৱা** দৰাৰ ঘৰৰ পৰা ছোৱালীৰ ঘৰলৈ খাদ্য সামগ্ৰী আৰু তামোল পাণৰ ভাৰ নি ৰাইজৰ সাক্ষাতে বিয়াৰ বন্দবস্ত থিৰাং কৰা to get a settlment of marriage ratified by the guardians of a girl in cer emony before invited guests **তামোল পান পেলোৱা** একে অৰ্থ।

**তাৰ পৰা গ'লে মানে** 'তাৰ পৰিণামে চোৱাঁ।

**তাৰ পৰিণামে** ই এটা উপকৰা লৰজ্ ইয়াৰ অৰ্থ— তাৰ পাচত this is used as a bye phrase to mean then or there after

**তাৰাং তিৰিং কৰা** উচাপ খাই ইফালে সিফালে চোৱা to startle and look around in terror

**তাল্‌বাল্ খোৱা** (তাল = কাণ তাল্ মৰা বাল্— অনু) কাণত তাল্ মৰা বাবে মূৰ ঘূৰাত অবশ হোৱা to ha e a temporary stupefication of the sense of hearing accompanied with giddyness as in the case of a violent shock on the head

**তাল ধৰা** সঙ্গীতৰ তালে তালে হাত চাপৰিৰে বা তাল বা ঢোলোক আদি যন্ত্ৰেৰে বাদ্য কৰা to beat time in music either by clapping with the palms or making sound with cymbals or drums i e **তাল্ মৰা** (১) ডাঙৰ শব্দ শুনাত্ কাণত সোপা দিয়া যেন লগা to have the sense of hearing temporarily over powered by a very loud sound

(২) বন্ধ হোৱা যেনে দৰৱ পৰিলত বেমাৰে তাল মাৰিলে to be stopped or checked effectively **তাল্ মাৰি ধৰা** 'তাল মৰা (১)' চোৱাঁ। **তাল যুৰীয়া** একে যোৰৰে দুপাত তালৰ দৰে সকলো প্ৰকাৰে সমান। এতেকে বয়স আৰু আকাৰত সমান যেনে তাল্ যুৰীয়া ল'ৰা equal in age and stature **তাল্ ৰখা** 'তাল ধৰা' চোৱাঁ। **তাল্ লগা** (১) কাণত সোপা লগা to have the sense of hearing temporarily stupefied (২) অভাৱ হোৱা যেনে গাখীৰত বা গাখীৰৰ তাল্ লাগিছে, অৰ্থাৎ গাখীৰ পাবলৈ নোহোৱা হৈছে to be wanting to be scarce **তাল লগোৱা** (১) কাণত সোপা লগোৱা কাণ স্তব্ধ কৰা to stupefy the sense of hearing for a short time (২) অভাৱ ঘটোৱা to cause a want or scarcity

**তালাক্ দিয়া** (মু ) বিবাহ সম্পৰ্ক বিচ্ছেদ কৰা স্বামীয়ে স্ত্ৰীক এৰি দিয়া to divorce a wife

**তালি মৰা** 'তাপলি মৰা' চোৱাঁ।

**তালুৰ পৰা ভলুৱালৈকে পোৱা** মূৰৰ তালুৰ পৰা ভৰিৰ তলুৱালৈকে সকলো গম পোৱা। এতেকে কিহবাৰ একো বাকী নথকাকৈ সকলো কথা বুজ পোৱা to be aware of all particulars concerning a person or a thing or an affair

**তালে কালে** (তাল = সঙ্গীতৰ তাল) (১) ঠিক তাল পৰিবলগীয়া কালতে। এতেকে একেবাৰেই ঠিক সময়তে just at the right moment (২) ঠিক সময়তে আৰু ঠিক মতে যেনে মোৰ কথা তালে কালে লাগিল just at the time and in the manner **তালে ঘাতে** (ঘাত = বাদ্য যন্ত্ৰৰ আঙুলিৰে টিপিব লগীয়া ঠাই) ঠিক তালত আৰু ঠিক ঘাতত at the right moment and the right place **তালে মানে** (মান = সঙ্গীতৰ বিৰাম) ঠিক তালত আৰু ঠিক মানত। এতেকে ঠিক সময়ত আৰু ঠিক মতে at the right moment and in the right way

**তালে তিলে লগা** সম্পূৰ্ণৰূপে ফলিওৱা যেনে মোৰ কথা তালে তিলে লাগিল to fruitify or come to happen in every particular or detail(as something foretold)

**তাৱৰ মৰা** জোৰা মৰা অভাৱ গুচোৱা to make up a difficiency to meet a demand

**তাহোন দিয়া** তাঁতৰ সূতা টান হ'বলৈ তাত সিজোৱা ধানৰ বা ভাতৰ আঠা লগোৱা applying glue to the threads for a loom in order to make them hard

**তিয়ঁহৰ জালি** তিয়ঁহৰ কোমল কলিৰ দৰে আলসুৱা আৰু কোমল বয়সীয়া মানুহ a youth as tender as a young cucumber

**তিগ্ৰমূৰ্তি খং**, অতি উগ্ৰ মূৰ্তিৰ খ a furious anger

**তিত পখিলা** পখিলাৰ দৰে থিতাতে এঠাইৰ পৰা এঠাইলৈ যোৱা অৰ্থাৎ থিৰেৰ নথকা মানুহ a restless person like a butterfly

**তিতা দিয়া** অপ্ৰিয় আচৰণৰ দ্বাৰা বেজাৰ দিয়া to disgust by harsh treatment **তিতা মৰা** কানি আদি তিতা বস্তু খাই, মুখৰ তিতা গুচাবলৈ কিবা সোৱাদ বস্তু খোৱা to eat something sweet to remove bitterness of the mouth caused by opium or other bitter things **তিতা লগা** বেয়া' আচৰণৰ বাবে ত্যক্ত হোৱা feeling disgust for harsh treatment **তিতা লগোৱা** 'তিতা দিয়া' চোৱাঁ।

**তিতামুৰীয়া লগা** লঘোণ বা ৰ'দত অতি ক্লান্ত হোৱা to be very much fatigued for fasting or for being exposed to the Sun

**তিথিৰ মূৰত পানী চলু দিয়া** সৰুকৈ হ'লেও স্বতিথিত শৰাধ কৰা (স্বতিথিত কৰিব

নোৱাৰিলে কৃষ্ণা একাদশী বা অমাৱস্যাত শৰাধ কৰাৰ বিধি আছে কিন্তু তাতকৈ স্বতিষ্ঠিত কৰিব পৰাটো প্ৰশস্ত। পানী চলু দিয়া বুলি সৰহ আয়োজন নকৰি সৰুকৈ কৰা বুজাইছে) to perform a Sradh ceremony on the due day although in a small scale

**তিন টিলিকতে** তিনটা টিলিকি মৰাৰ সময়তে। এতেকে বেগতে অতি শীঘ্ৰে very quickly in a moment s time

**তিন টিলিকি মৰা** (১) ৰব ৰঙ লাগিলে মানুহে টিলিকি মাৰে যেনে 'হেকোই টিলিকি বাওঁ মাগুৰ মাছৰ খোলা খাও। এতেকে ৰব ৰঙ কৰা আনন্দত মগ্ন হোৱা to be over joyous (২) অগ্ৰাহ্যৰ ভাব দেখুৱাবলৈ হ'লেও মানুহে টিলিকি মাৰে। এতেকে অগ্ৰাহ্য কৰি উড়াই দিয়া to belittle with con tempt

**তিন টেলেঙনি খোৱা** আছাৰ খাই, তিনি পাক দি ঘূৰা অৰ্থাৎ আঘাত পাই ৰবকৈ আছাৰ খোৱা to be violently dashed

**তিন তিলেকতে** তিনটা তিলৰ মান সময়তে অৰ্থাৎ বেগাতে অতি শীঘ্ৰে in a moment very soon

**তিন তেলনি মাৰি খোৱা** তিনিবাৰ তেল মাৰি খোৱা (তেল এবাৰ মাৰিলেই আঞ্জা ভাল হয়)। এতেকে সৰহ খৰচ কৰি ৰবকৈ জুতি লগাই ৰান্ধি খোৱা to eat anything having made if very delicious by spending too much money in cooking it

**তিন দিনিয়া গা মূৰ খোৱা** ৰজস্বলা হোৱাৰ তৃতীয় দিনা খাৰণীৰে গা আৰু মূৰ ধুই পৰিষ্কাৰ হোৱা to be clean by wash ing on the third day of the monthly course

**তিনিও প্ৰসঙ্গ** প্ৰস কৰাৰ তিনিওটা সময় অৰ্থাৎ, পুৱা দুপৰীয়া আৰু গধূলি যেনে তিনিও প্ৰসঙ্গত খৰিয়াল কৰিব নেপায়। the morning the noon and the evening_ all the three times

**তিনি কাল** লৰা ডেকা আৰু বুঢ়া এই তিনিও কাল childhood youth and old age

**তিনি কুল** পিতৃ মাতৃ আৰু শহুৰৰ বংশ যেনে তিনিও কুলত কোনো নাই fa ther s mother s and father in law s families

**তিনি গধূলি** ৰব গধূলি তেনেই গধূলি যেনে এই তিনি গধূলি ইমান বাটলৈ নেলাগে যাব quite evening

**তিনি ঘূৰ্মুতি খোৱা** 'তিন টেলেঙনি খোৱা চোৱাঁ।

**তিনি ভুবন দেখা** স্বৰ্গ মৰ্ত্য আৰু পাতাল তিনিও ঠাইত হাবাথুৰি খাই ফুৰা অৰ্থাৎ, ৰবকৈ লটি ঘটি হোৱা অতি কষ্ট পোৱা to suffer a lot of troubles

**তিনি মুণি বাট** তিনিফালৰ পৰা তিনটা বাট আহি একেলগ হোৱা ঠাই the junction of three roads

**তিনিমূৰীয়া** বুঢ়া মানুহ (বুঢ়া মানুহ বহিলে মূৰ চাপৰি আহি আঁঠুৰ ওচৰ পায় সেই দেখি আঠুঁ দুটাই সৈতে জানিবা তিনটা মূৰ হয়) an old man

**তিনি শালিকাৰ জোঁতা পুটি** কেইবা জনেও কথা খোৱা কামোৰা বা কাজিয়া a struggle between more parties than two

**তিনি সত্য কৰা** সত্য বুলি তিনিবাৰ শপত খোৱা অৰ্থাৎ, দৃঢ়কৈ শপত খোৱা to take firm and solemn oath **তিনি সত্য খোৱা** একে অৰ্থ।

**তিনি সন্ধ্যা** (১) পুৱা দুপৰীয়া আৰু গধূলি এই তিনটা ক্ষণ the morning the noon and the evening (২) ত্ৰিসন্ধ্যা দ্বিজাতিয়ে পুৱা দুপৰীয়া আৰু গধূলি কৰিব লগীয়া তিনিটা উপাসনা the morning the noon and the evening prayers enjoined for Hindus of the higher castes (৩) 'তিনি গধূলি চোৱাঁ।

**তিনি শীৰ খোৱা** মাটিত ধান কন্দলৈ দুখন

হালৰ পাচত তৃতীয়খন হাল বোৱা giving the third round of ploughing to a land to plant paddy

**তিয়নী সলোৱা** গা ধুই উঠি তিতা কাপোৰ সলাই শুকান কাপোৰ পিন্ধা putting on a dry cloth leaving the wet one after a bath

**তিৰী বধ দিয়া** কোনো কাম কৰিলে বা নকৰিলে স্ত্ৰী বধৰ পাতকে পাব বুলি লোকক শৰণ বা দোহাই দিয়া threating others that the sin of killing a woman will fall upon them unless they do or donot do a certain thing (killing a woman is regarded as a great sin ) **তিৰি বধ লগা** স্ত্ৰী বধ পাতকৰ বাবে দায়ী হোৱা to be responsible for the sin of killing a woman

**তিৰীমতি মানুহ,** তিৰোতা বাবে কম বুদ্ধিৰ বা কথা নজনা মানুহ যেনে তিৰীমতি মানুহৰ অপৰাধ মৰিষিব one of scant knowledge and experience being a woman

**তিৰী লগীয়া** তিৰোতা থকা উদাসীন বা বৰলা নোহোৱা having a wife not a bachelor or a widower

**তিৰুতা সেৰুৱা** ঘৈণীয়েকৰ বশ hen pecked

**তিল-কাঞ্চন কৰা** মৃতকৰ সজ গতিৰ অৰ্থে তিল আৰু সোণ দান কৰা

**তিল তৰ্জু,** তৰ্জুত জুখিলে তিল এটাৰ সমানো হেৰ ফেৰ নোহোৱা quite ac curate accurate to even one grain of sesamum seed

**তিলক তাল কৰা** ক্ষুদ্ৰ কথাকে ডাঙৰ বুলি বঢাই কোৱা সৰু কথাকে অতিৰঞ্জিত কৰা to make a palm fruit of a sesamum seed i e to exaggerate

**তিল মাহ খাই অহা** কোনো এজন নিৰ্দিষ্ট পুৰুষলৈ বিয়া সোমাবলৈ পূৰ্ব জন্মেতে কপালত লাগি অহা যেনে তাই যাৰ তিল মাহ খাই আহিছে, তালৈকে পবিৰ (মানুহ বিহুত ভাল বস্তু বুলি ভজা তিল আৰু ভজা মাহ খায়। পূৰ্ব জন্মত যি তিৰোতাই যি পুৰুষৰ তিল মাহ খাইছিল সেই তিল-মাহৰ ধাৰৰ বাবে ইহ জন্মত তাৰ স্ত্ৰী হ'বলৈ সেই তিৰোতা বান্ধ খাই আহে— এই ভাব) to be bound by predestination to be the wife of a certain man

**তীখবচিং,** (চিং=সিং সিংহ) তীখাৰ দৰে চোকা সিংহ অৰ্থাৎ চোকা বুদ্ধিৰ ছটকটীয়া মানুহ sharp and smart man **তীখৰ বাজ্** একে অৰ্থ।

**তীখা মোখৰা** মুখত তীখা লগোৱা তীখা মুখীয়া অৰ্থাৎ বৰ উগ্ৰ বা চোকা আৰু ছটফটীয়া যেনে তীখা মোখৰা ব'দ তীখা মোখৰা মানুহ severe smart and keen witted

**তীখৰ কঁপে জ্বৰ উঠা** (তীৰ = কাঁড কঁপনিৰে সৈতে টান জ্বৰ উঠা getting a high fever accompanied with shivering

**তীহ্তিহাই উঠা** জিকজিকাই উঠা খঙত বেজবেজাই উঠা to utter angry words at the sight or hearing f anything

**তীক্ষ্ণ মূৰ্তি হোৱা** খঙত উগ্ৰমূৰ্তি ধৰা to assume a terrible appearance in rage

**তুক্ তুক্ কৰে পিছল** বৰ পিছল very slippery

**তুমবলি হোৱা** তেজেৰে বুৰি গৈ ৰঙা হোৱা to be besmeared with blood

**তুমি-তামা কৰা** 'তুমি বুলি সমনীয়া ভাবেৰে সম্বোধন কৰা to address a person in terms of equality by using te word তুমি।

**তুৰিসুৰি কৰা** নিৰ্দ্ধাৰিত কথাৰ ইফাল সিফাল অৰ্থাৎ লৰ চৰ কৰা to make deviations from what was once fixed

**তুলসী গুৰিত পেলোৱা** 'তুলসী গুৰিলৈ উলিওৱা চোৱা।

**তুলসী গুৰিলৈ উলিওৱা** হিন্দু মানুহক মৰিবৰ বেলিকা তুলসী গুৰিত থ'বগে লাগে। এতেকে মৰিবৰ সময়ত ঘৰৰ পৰা উলিয়াই তুলসী তলত থোৱা to bring out a dying person and place under the Tulsi plant as customary among the Hindus **তুলসী গুৰিলৈ নিয়া** একে অৰ্থ।

**তুলসী পতিয়া বামুণ** (১) তুলসী পাত যেন শুচি বামুণ। এতেকে শুচি আৰু নৈষ্ঠিক বামুণ a pure and orthodox Brahmin (২) তুলসী পাত ছটিয়াই প্ৰবৰ্তন হোৱা বামুণ a Brahmin that earns his livelihood by priesthood

**তুলাতুল কৰা** তুলাৰ দৰে কোমল কৰা এতেকে (১) খচি বা পিটিকি লেতুসেতু কৰা to make soft by squeezing or treading (২) বৰকৈ মাৰ কিল্ কৰা to beat a person severely

**তুলা ধুনা দিয়া** তুলাৰ দৰে ধুনি ফেৰি ফেৰি কৰা। এতেকে বৰকৈ মাৰ কিল কৰা to beat a person severely

**তুলি তালি** (তালি অনু) পৰিচৰ্য্যা আৰু প্ৰতিপাল কৰি যেনে তুলি তালি ডাঙৰ কৰিলোঁ by nursing and supporting (as an infant or a sick person)

**তুলি ধৰা** কোনো বস্তু ওপৰলৈ তুলি দাঙি ধৰিলে সি সকলোৰে চকুত পৰে। সেইদৰেই, ভাল সাজ পাৰ পিন্ধিলেও মানুহ লোকৰ চকুত লগা হয়। এতেকে শুৱাই ধৰা দেখিবলৈ ধুনীয়া কৰা শুৱোৱা যেনে দৰাক সাজ কাপোৰে তুলি ধৰিছে to make exceedingly pretty looking **তুলি লোৱা** (১) নিজৰ সন্তান স্বৰূপে পালন কৰি ডাঙৰ দীঘল কৰি লোৱা লোকৰ সন্তানক পো বা জী বুলি লোৱা to adopt and bring up as one s own issue (২) উঠাই লোৱা যেনে মোকৰ্দমা তুলি ললোঁ to withdraw

**তেওজ বেলি** যোৱা বছৰৰ আগৰ বছৰ the year preceeding the last the year before last

**তেও বুলি** তথাপি তত্রাচ তেও তেনে হোৱা স্বত্বেও যেনে মই হওঁতে ধপাত নেখাওঁ তেওঁ বুলি এহোঁপা মাৰোঁ বাৰু yet still in spite of that not withstanding

**তেজ কটা** বেমাৰ ভাল কৰিবলৈ কাঁইটেৰে ফুটাই মানুহৰ গাৰ বেয়া তেজ উলিয়াই পেলোৱা to extract blood from a person s body in order to cure some disease **তেজ খোৱা** জীয়া প্ৰাণীৰ তেজ পিলে তাৰ দুৰ্যোৰ অনিষ্ট কৰা হয়। এতেকে অতিশয় হানি বা অপকাৰ কৰা to do a serious injury **তেজ গোঁৱা** তেজ সৰহ হোৱা বাবে ৰঙা বৰণৰ of rosy or ruddy colour by reason of sufficiency of blood in the body **তেজ ধৰা** গাত তেজ হোৱা তেজাল হোৱা to be rosy or ruddy for increase of blood in the body **তেজ পৰা** গ্ৰহণী বেমাৰত শৌচত তেজ যোৱা passing of blood with stool in dysentry **তেজ পিয়া** (১) ৰক্তপান কৰা যেনে বাঘে জন্তুৰ তেজ পিয়ে to drink blood (২) মহৎ অনিষ্ট কৰা to do a serious harm (৩) টান শাস্তি দিয়া to put to a severe punishment

**তেজ-সাঁও পৰা** 'তেজ পৰা চোৱাঁ।

**তেজক পানী কৰা** 'তেজক পানী হাড়ক মাটি কৰা চোৱাঁ।

**তেজক পানী হাড়ক মাটি কৰা** অতিশয় পৰিশ্ৰম কৰি নিজৰ গাৰ তেজবোৰক পানী আৰু হাডবোৰক মাটিৰ দৰে কৰা। এতেকে অতি অধিক পৰিশ্ৰম কৰা to labour very hard

**তেজস্বী** তেজাল। এতেকে প্ৰতাপী শাৰীৰিক বা মানসিক বল যুক্ত সন্মান আকৰ্ষণ কৰিব পৰা powerful full of strength either of body or mind commanding

**তেজে মুখে ফুটি থোৱা** মুখত সৰহ তেজ হৈ, ছাল ফালি ওলাই যাওঁ যাওঁ হোৱা

শৰীৰত তেজ হোৱা বাবে মুখ ৰঙা ৰঙচৰ হোৱা to look rosy or ruddy for having enough of blood in the body

**তেনে মুখেই,** শুদা মুখেই অৰ্থাৎ, মুঠেই একো নোখোৱাকৈ তেনেই লঘোণে absolutely without food or drink

**তেল কঢ়া** গাৰ তেল অৰ্থাৎ চৰ্বী গুচোৱা। এতেকে টান শাস্তি কৰি দুষ্টক শান্ত কৰা to make a wicked person mild and docile by putting to severe punishment **তেল-কুৰ** (কুৰ অনু) তেল আৰু তাৰ লগত অন্য সামগ্ৰী যেনে ভাত ৰান্ধিবলৈ তেল-কুৰ একো নাই গাত তেল কুৰ ঘহাঁ oil and its concomitants **তেল তুল** (তুল—অনু) 'তেল-কুৰ চোৱাঁ। **তেল দিয়া** তোষামোদ কৰা ভেঁটী খুওৱা flatter to bribe **তেল ধৰা** গাত চৰ্বী হোৱা অধিক ছটফটীয়া হোৱা to nave accumulation of fat in the body to be over brisk **তেল বঢ়া** 'তেল ধৰা চোৱাঁ। **তেল ফটা** গাৰ চৰ্বী সৰহ হৈ ছাল ফালি বাহিৰলৈ ওলোৱা যেনে তেল ফাটি মৰিল to have the fat coming out by cracking the skin of the body **তেল মৰা** তেলত মচলা ভাজি আঞ্জাত মিহলাই আঞ্জা সুগন্ধি কৰা to season curry by mixing hot oil mixed with spic s

**তেল-টেঙা ঘঁহা** তেল আৰু টেঙা ঘঁহিলে বস্তু নিকা হয়। এতেকে ধুই পখালি তেল তুল ঘঁহি গা আঁতোৱা ব্যং to make one s body neat and clean by toilet Im

**তেল নাইকিয়াত ফপৰীয়া হোৱা** তেল ঘঁহিবলৈ নোপোৱা বাবে ফাপৰে ধৰা অৰ্থাৎ, অৱস্থা বেয়া বাবে হীন বেশ হোৱা to be shabby for want of means

**তেল পৰি পিছলা** তেল পৰিলে পিছলি বৈ যোৱা মুৰণীয়া বা নিপোটল বস্তুত তেল পৰিলে পিছলি বৈ যায়। এতেকে নিপোটল চিকোণ বাবে সুগোল plump

**তেল বিয়লী কৰা** তেল সানি ৰ'দত শুকাই, খাবলৈ জুতি-লগা কৰা (মগু বা মাটি মাহত খাটে) to soak in oil and dry in sun in order to make palat able (appl to some spcies of pulses)

**তেলে ধৰা** 'তেল ধৰা চোৱাঁ।

**তোম বান্ধি উটোৱা** তোমত ভৰাই, তাৰ মুখ বান্ধি নৈত উটাই দি বধ কৰা। এতেকে উদ্ধাৰৰ উপায় নোহোৱাকৈ বিপদত পেলাই ধ্বংস কৰা to tie down and throw into the river i.e., to de stroy by putting to danger leav ing no means for escape

**তোল পাৰ কৰা** তল ওপৰ কৰা অৰ্থাৎ হুলস্থুল কৰা to create a tumult or a confusion **তোল পাৰ লগা** হুলস্থুল হোৱা to be a state of tumult or confusion **তোল পাৰ লগোৱা** 'তোল পাৰ কৰা চোৱাঁ।

**তোলনি বিয়া** ছোৱালীৰ প্ৰথম ৰজো দৰ্শনত কৰা মাঙ্গলিক কাৰ্য্য the ceremonies observed when a girl gets her menses for the first time **তোলনি হোৱা** কণ্যা কাল হোৱা প্ৰথম বাৰ ৰজস্বলা হোৱা to get menses for the first time

**তোলা** ওপৰলৈ ডঙা। এতেকে (১) ডাঙৰ দীঘল কৰা to bring up (২) স্থানান্তৰ কৰা যেনে তোক এই মাটিৰ পৰা তুলিম গছ জোপা ইয়াৰ পৰা তুলি নিলে to remove a person or a thing from one place to another

**তোলাও কৰা** তুলি পোলোৱা অৰ্থাৎ নষ্ট কৰা উপান্ত কৰা যেনে গৰুৱে বাৰী তোলাও কৰিলে চাকৰে চুৰ কৰি ঘৰ তোলাও কৰিছে to lay waste

**তোলাং কৰা** 'তোলাও কৰা চোৱাঁ।

**তৌবা কৰা** (মুং) পাপ কাৰ্য্য কৰাৰ বাবে

প্ৰায়শ্চিত্ত হোৱা to undergo expiation for a sin

**ভৌবা ভৌবা দেখা** বৰ কষ্ট ভোগ কৰা অতিশয় শিকনি পোৱা চেধ্য চৰণ দেখা to have great troubles to learn a good lesson **ভৌবা ভৌবা দেখুওৱা** বৰ কষ্ট দিয়া ভালকৈ শিকনি দিয়া to give a lot of trouble to teach a good lesson

**ত্ৰাহি মধুসূদন দেখা** (মধুসূদন = বিষ্ণু ঈশ্বৰ মধু নামেৰে দানৱক বধ কৰা বাবে সেই নাম) ডাঙৰ বিপদত পৰিলে মানুহে 'ত্ৰাহি মধুসূদন অৰ্থাৎ হে ঈশ্বৰ মোক ত্ৰাণ কৰাঁ এই বুলি ঈশ্বৰক কাকুতি কৰে। এতেকে বিপদত পৰি বিচেষ্টা হোৱা to be made restless by danger

**ত্ৰিশিৰা লম্বা** জ্বৰ হোৱা (জ্বৰৰ তিনটা মূৰ আছে বুলি কয়) to get fever

## থ

**থক্ থক্ কৰে** বৰকৈ গা জোকাৰ খুৱাই (কৰ্পনিত খাটে) যেনে থক থক কৰে কঁপিছে violently too much (appl to trembling)

**থকৰ্ থকৰ্ কৰা** অস্থিৰ হৈ কঁপা যেনে বেজীত বটীয়া সুমাওতে বুঢ়া মানুহৰ হাতে থকৰ থকৰ কৰে to be shaking or unsteady

**থকা থমকা কৰা** আগলৈ গৈ থাকোঁতে হঠাৎ ৰোৱা বা পাচলৈ হোহঁকা to stop or step back suddenly while going forward

**থকাথৈয়া কৰা** থকা থমকা কৰা চোৱাঁ।

**থকা সৰকা কৰা** (১) এফালৰ পৰা আন ফাললৈ সৰকি যোৱাকৈ বহুত বিন্ধা বা ফুটা উলিওৱা থাহি পেলোৱা যেনে কখলখন নিগনিয়ে কুটি থকা সৰকা কৰিলে to pierce through all over (২) জৰ্জৰিত কৰা যেনে গালিত থকা সৰকা কৰিলে to hurt or pain too much (with blames or abuses)

**থপা থপি কৰা** কোনো বস্তু থপিয়াই আনিবলৈ লোকে সৈতে একে লগে থাপ মৰা pouncing upon a thing while others are also doing the same i e several people trying to snatch off the same thing each for himself **থপা থপি লগোৱা** একে অৰ্থ।

**থপিয়া থপি কৰা** থপা থপি কৰা চোৱাঁ। **থপিয়া থপি লগোৱা** একে অৰ্থ।

**থ'বলৈ ঠাই নোহোৱা হোৱা** বস্তু সৰহ হ'লে থ'বলৈ ঠায়ে নোজোৰা হয়। এতেকে অতি সৰহ হে'ৱা যেনে মোৰ দুখ থ'বলৈ ঠাই নোহোৱা হৈছে (অৰ্থাৎ বৰ সৰহ হৈছে) to be more than enough to be too plenty

**থমক্ খোৱা** কিবা ভয় বা বাধা পাই হঠাৎ ৰোৱা স্তম্ভিত হোৱা to stop suddenly out of fear or by reason of some obstruction

**থমকা খোৱা** থমক্ খোৱা চোৱাঁ।

**থৰ্ কাছুটি এৰা** (থৰ = ধৈৰ্য্য) ধৈৰ্য্য আৰু কাছুটি এৰা অৰ্থাৎ বিবুদ্ধি আৰু বিতত হোৱা to be restless and losing presence of mind

**থৰ্ যুগুতি এৰা** (থৰ = ধৈৰ্য্য যুগুতি = যুক্তি) স্থিৰতা আৰু যুক্তি এৰা। এতেকে সুস্থিৰতা আৰু বিবেচনা শক্তি এৰা যেনে ডাঙৰ নৰিয়াত মানুহে থৰ যুগুতি এৰে to lose steadiness and the power of reasoning

**থৰ্ থৰ্ কৰে** থক্ থককৰে চোৱাঁ।

**থৰ্-থৰ্ দপ্-দপ্ লগা** হুলস্থূল লগা occuring of a confusion

**থৰক্ বৰক্ কৰা** থকৰ বকৰ কৰা চোৱাঁ।

**থৰহৰি কম্প** (থৰ = ধৈৰ্য্য হৰি = হৰণ কৰা নোহোৱা কৰা) ধৈৰ্য্যচ্যুৎ কৰা কঁপনি অৰ্থাৎ ডাঙৰ কঁপনি যেনে থৰহৰি কম্প জ্বৰ অৰ্থাৎ বৰ কঁপনি থকা জ্বৰ ভয়ত থৰহৰি কম্প হ'ল

অর্থাৎ ভয়ত বৰকৈ কঁপিবলৈ ধৰিলে veiolent trembling

**থল্ গৱকা** (থল = স্থল গৱকা = ফুৰি চাকি চিনি বুজি লোৱা) এতেকে কোনো ঠাইত ফুৰি চাকি তাৰ কথা জানি বুজি লোৱা to know particulars about a locality by going round in it

**থলী দাঙি** থোৱা পাত্ৰ উবুৰিয়াই দি অর্থাৎ পাত্ৰ উদংকৈ সমুলি বাকী নৰখাকৈ যেনে মোৰ হাতৰ চাউল থলী দাঙি দিছোঁ অর্থাৎ তেনেই দিছোঁ emptying the vessel i e without keeping anything in hand (as in giving something to a person)

**থাউনি পোৱা** (১) দ পানীত ভৰিৰে মাটি ছুই নুডুবাকৈ থাকিব পৰা to be within one s depth in water (২) বিপদত ত'ৰিবৰ উপায় পোৱা যেনে আপুনি সহায় কৰাতহে অলপ থাউনি পাইছোঁ to get some means to get over a danger of difficulty to ger some relief

**থান্ বান্ কৰা** ঠাই ঠাই কৰা সিচঁৰতি কৰা to scatter **থান বান কৰা** একে অর্থ। **থান্ থান বান্-বান কৰা** একে অর্থ।

**থান থিত এৰা** (থান=স্থান থিত=স্থিতি) থকা ঠাই এৰা to give up place of abode **থানথিত নোহোৱা** থকা ঠাই নোহোৱা যেনে থান থিত নোহোৱা দৰিদ্ৰ মানুহ having no fixed place of residence **থানথিত লগা** কোনো ঠাইত নিগাজী হোৱা ভাল দিহাৰে স্থাপিত হোৱা to be settled at a place to be well settled **থান থিত লগোৱা** নিগাজী কৰা দিহা লগাই স্থাপিত কৰা to settl oth rs at some place to place or settle properly

**থাপ থুপ্ কৰা** থাপি থুপি সক কৰি লোকে নেদেখা কৰা। এতেকে গোপ" কৰা to conceal to hide

**থাপতে থাপ মাৰিয়েই** অর্থাৎ আন কামৰ মাজতে সাউৎ কৰে যেনে ভাত বাজ্বোতেই, থাপতে পাচলি মুঠিও কুটি ল'লো hastily snatching off a leisure in midst of works **থাপতে উড়া** অনেকে থপাথপিকৈ নিয়াত তত্তালিকে অন্ত হোৱা যেনে বজাৰত দুভাৰ বেঙেনা ওলাইছিল থাপতে উড়িল going as hot cakes being instantly finished by reason of great demand **থাপতে উড়োৱা** থপাথপিকৈ থিতাতে অন্ত কৰা to finish the whole of a thing in a moment by every body taking off a portion

**থাপনা পতা** ঈশ্বৰৰ উদ্দেশে সেৱা কৰিবলৈ ঠগা আদিত কিবা মূর্তি বা ধৰ্ম পুথি স্থাপন কৰা to palce on a stand reverentially either a sacred idol or a scripture in order to bow before it in devotion tc God

**থাপে গোপে থোৱা** প্ৰকাশ নোহোৱাকৈ গুপুততে থোৱা গোপনকৈ থোৱা to keep in secret

**থালী ভগা জুইৰ দৰে খেদা** গুড় পগাওঁতে থালী ভাগি জুইত ৰস পৰিলে জুই ভমকাই জ্বলি বেগতে দূৰলৈকে বিয়পে। এতেকে দূৰলৈকে বেগেৰে খেদি যোৱা to chase at a great speed

**থিয় কণীয়া** কাণ থিয় কৰি থোৱা ইতৰ জন্তুৰে কাণ থিয় কৰি শব্দলৈ মনোযোগ দিয়ে। এতেকে থিৰিক্ কৰিলেই শুনা সজাগ বা সাৱধান যেনে থিয় কণীয়া মানুহ vigilant **থিয় কাছুটিয়ে** লৰালৰিৰ বাবে অকল কঁকালত পিন্ধি থকাখন কাপোৰেৰেই অর্থাৎ আৰু আন একো কাপোৰ নিপিন্ধাকৈয়ে। এতেকে অতি লৰালৰিকৈ যেনে বেগতে মতাৰ বাবে থিয় কাছুটিয়েই আহিলোঁ with only one piece of cloth on the body without dressing p operly i e very hurriedly in neck break hurry **থিয় কিল্** কিলাকুটিৰে থিয় ভাৱে ওপৰলৈ মৰা কিল a down

ward strong blow with the el bow **থিয় গোৰ** থিয় হৈ বলেৰে মৰা গোৰ a kick with the foot given with force **থিয় চকুৱা** থিয় চকু থকা প্ৰাণী। এতেকে পশু জাতীয় প্ৰাণী those having vertical eyes i e beasts **থিয় দিয়া** (১) বহা বা শোৱাৰ পৰা থিয় হোৱা to be standing up (২) নৰিয়াৰ পৰা উঠা to recover from illness (৩) বিৰুদ্ধে উঠা to rise in defiance (৪) এখন্তেকলৈ উপস্থিত হোৱা যেনে তেওঁ থিয় দিয়েই গুচি আহিল to be present only for a moment **থিয় দুপৰ** ভৰ দুপৰীয়া full midday **থিয় পোহাৰী** ঘৰে ঘৰে ফুৰি বস্তু বেচা পোহাৰী a female pedlar **থিয় হোৱা** 'থিয় দিয়া চোৱাঁ।

**থিয় দণ্ডা দিয়া** থিয় হৈ দাং খোৱা। এতেকে থিয় হ বলৈ শিকা যেনে বছৰেকৰ ওপৰ হ'লেই ল'ৰাই থিয় দণ্ডা দিয়ে to learn to stand up to be able to stand up (as a child)

**থিয়াথি কৰা** থিয় হৈ অলপ ফুৰা চকা কৰা ইফাল সিফাল কৰি খোজ চলোৱা to walk about just a little

**থিয়ৈ থিয়ৈ মৰা** থিয় হৈ থকা ভাবেই ততালিকে মৰি যোৱা। এতেকে আকস্মিক ডাঙৰ বিপদত পৰা to fall in a sudden and ser ous danger

**থিয়ৈ থিয়ৈ স্বৰ্গলৈ যোৱা** থিয়হৈ থকা ভাবতে স্বৰ্গলৈ যোৱা সোঁ শৰীৰেৰে স্বৰ্গলৈ যোৱা ব্য to go to hea en in one s standing position i e directcly Irn

**থিৰাং কৰা** স্থিৰ কৰা to settle to make up mind

**থুকুচি পেলোৱা** (১) থাহি বা খচি পেলোৱা to chip or mince to wash by striking (২) বৰকৈ ককৰ্থনা কৰা to reproach merci lessly

**থুপ খোৱা** (থুপ=স্তূপ) দ'ম খোৱা একে ঠাইতে অনেক গোট খোৱা to assem ble to through

**থুপৰী তিৰোতা** বেয়া বুলি কোনেও বিয়া কৰাব নোখোজাত আবিয়ৈ হৈ থকা তিৰোতা a woman whom nobody cares to marry

**থুৰীয়া ধৰা** খীৰতী ম'হৰ পোৱালী মৰাৰ পাচতো খীৰালে গাখীৰ দিয়া সহজ ৰখোৱা to keep a buffalo in the habit of giving milk even after the death of the calf

**থেঁতালি পেলোৱা** (১) খুন্দি আধা ভগা বা চেপেটা কৰা to crush or bruise (২) ভৰ্ত্তিকৈ ককৰ্থনা কৰা to re proach severely

**থেঁতালি খোৱা** (১) খুন্দাত আধা ভগা বা চেপেটা কৰা to be half broken or flat by crushing (২) দুখ কষ্ট সহি শিক্ষা পোৱা to gain experience by undergoing hardship

**থেতেলি পেলোৱা** 'থেঁতালি পেলোৱা চোৱাঁ।

**থেকেচ নেকেচ্ কৰা** (থেকেচ=থেকেচকৈ পেলোৱা নেকেচ— অনু) অনাদৰ কৰি দুখ কষ্ট দিয়া to vex with unkind treatment

**থেকেচা** (১) বলেৰে পেলাই দিয়া to throw down with force (২) ককৰ্থনা কৰি বেজাৰ দিয়া to cause mental pain by reproach

**থেকেচি পেলোৱা** 'থেকেচা চোৱাঁ।

**থেকেৰা থহা দিয়া** (১) শুকান থেকেৰা কৰিবলৈ থেকেৰা টেঙা থহাৰ দৰে ঘনকৈ থহা বা কুটা to chop or mince closely (২) বৰকৈ ককৰ্থনা কৰা to reproach severely

**থেকেৰা ফুল** বৰ-থেকেৰা গছৰ ফুল কোনেও নেদেখে সি ৰাতিতে ফুলি ৰাতিয়েই নাইকিয়া হয় বুলি প্ৰবাদ আছে। এতেকে (১) লোকে নেদেখাকৈ গুপুত ভাৱে কৰা কাৰ্য্য যেনে পূৰ্ণভিগীয়া ভকত সেৱা anything done with great privacy (২)

সচৰাচৰ দেখিবলৈ নোপোৱা মানুহ বা বস্তু যেনে তুমি আজিকালি থেকেৰা ফল হ'লা অৰ্থাৎ দেখা পাবলৈ নোহোৱা হ'লা a person or a thing that usually cannot be seen ver rare

থেন্-থেন্ মেন্-মেন্, সামান্য গা অসুখ a slight indisposition

থেপা খোৱা (থেপা = হেঁচা) একে ঠাইতে সৰহকৈ গোট খোৱা to be packed up in a small space থেপা হোৱা একে অৰ্থ।

থেৰেহা মৰা নপকি বা নিসিজি টান হৈ থকা to be hard instead of being well cooked or ripe

থেঁৰো গেঁৰো কৰা কোনো কাম কৰিবলৈ ইতস্তত কৰা to hesitate to be in an undicided state ('গেৰো গেঁথো 'ৰে একে অৰ্থ নহয়।)

থৈয়া নথৈয়া ভয়ঙ্কৰ তুমুল যেনে থৈয়া নথৈয়া কাজিয়া fierce

থোঁতা বজা লেবলেবীয়া অৰ্থৎ অস্পষ্ট হৈ কথা ওলোৱা যেনে মতলীয়াৰ কথা থোঁতা বাজি যায় faltering in speech

থোতা-মোজা লগা 'থোতা বজা' চোৱাঁ।

থোক্ ধৰা গছত ফলৰ থোক হোৱা যেনে কলগছত থোক্ ধৰিছে to appear in a bunch or bunches (appl to fruits) থোক পৰা একে অথ। থোক্ পোলোৱা থোক উলিওৱা যেনে কলগছে থোক পেলাইছে to bear fruits in abunch or bunches থোক্ মেলা একে অৰ্থ।

থোকতে থোকেৰেই অৰ্থাৎ, মুঠতে থাউকতে যেনে ৰাইজলৈ থোকতে একুৰি ৰূপ দিছোঁ collectively

থোপতে (থোপ্ = থোপা বা থোক্) 'থোকতে' চোৱাঁ।

থোপা খোৱা থুপ্ খোৱা চোৱাঁ।

থোপা থোপ্ হোৱা অনেক থোপা হোৱা অৰ্থাৎ বহুত বা অনেক হোৱা জাক জাক হোৱা যেনে গৰাকী থোপা থোপ হৈছে to appear or assemble in large numbers

থোপা থোপে অনেক থোপা হৈ দলাদলে। এতেকে সৰহীয়াকৈ যেনে গছত থোপাথোপে গুটি লাগিছে বস্তুত থোপা থোপে গৰাকী লাগিছে in alarge number in groups

থোপে গাপে থোৱা থোপেৰেই আৰু গাপেৰেই থোৱা। এতেকে (১) সমূলি খৰচ নকৰাকৈ পোৱা চিনেই থোৱা যেনে এই কলহ গাখীৰ থোপে গাপেই থৈছোঁ to set apart anything in tact (২) প্ৰকাশ নকৰি বিশ্বাসতে বা গুপুতকৈ থোৱা যেনে কথাটো থোপে গাপে থ'বাঁ to keep in secret

থোপে গোপে থোপতে অৰ্থাৎ থোপ নভঙাকৈ আৰু গোপনে এতেকে ভেদ নভঙাকৈ আৰু বিশ্বাসতে যেনে কথাটো কাকো ন'কৈ থোপে গোপে ৰাখিবা confidentially and with out giving out particulars

থোপোৱা লগা কোনো কামত নলগাকৈ কোনেও নিবিচৰা অবস্থাত এনেয়েই পৰি থকা to be lying useless and without being sought for

থোৰ্থোৰ্ পতা লাজত বা নিৰাশাত নিমাত হোৱা to be silent in shame or disappointment থোৰ্থোৰ বটা একে অৰ্থ।

থোৰ্ ভঙা কচু আদি গছৰ কোমল পাতৰ থোৰ ভাঙিলে অৰ্থাৎ গুচালে পাতবোৰ ওলাই পৰে। এতেকে (১) কোনো কথাৰ আগ গুৰি ভাঙি সকলো বিৱৰণ প্ৰকাশ কৰা যেনে কথাটো থোৰ্ ভাঙি ক'লেহে বুজিব পাৰিম to give the details or particulars of what is spoken (২) চুৰিয়াৰ থোৰৰ তৰপ্‌বোৰ পিট নিওৱা যেনে দৰাৰ চুৰিয়াখন থোৰ ভাঙি থোৱা to fold the portion of Dhooti hanging in front

থোৰতে কোৱা (থোৰ=গছপাতৰ থোৰ) ভেদ নভঙাকৈ অলপ মাত্ৰ উল্লেখ কৰা

to allude to anything without giving details খোৱাতে খোৱা একে অৰ্থ।

**খোহ্ মোহ্ খোৱা** লাজ পাই, মাটিব নোৱাৰা হোৱা to be speechless and confounded for being put to shame

**থৌকি বাথৌকি লগা** বতাহত বা উত্তাপত অতিশয় সঞ্চালিত হোৱা (পানীত খাটে) যেনে সাগৰৰ পানীত সদায় থৌকি বাথৌকি লাগি থাকে to ha e violent agitation by being stirred or shaken by wind or heat

## দ

**দইন্ পৰা** (দইন = দৈন্য) ক্ষতি হোৱা হানি হোৱা লেখত বা জোখত কম হোৱা যেনে মোৰ ধন ভৰণি হ'লে তোমাৰ কি দইন্ পৰিব? দোকানত এশ টকাৰ দইন্ পৰিল দোৱা জোখত ধান গাল দোদোণ দইন্ পৰিল to be incurred as a loss to be formed short in re weighing remeasuring or recounting

**দইন পূৰ কৰা** হানি পূৰ কৰা ক্ষতিপূৰণ কৰা to compensate for a loss

**দইন পূৰ হোৱা** ক্ষতিপূৰণ হোৱা to be compensated

**দং দং কৰে** নির্ভয় ভয় সংশয় নকৰাকৈ আৰু বেগেৰে যেনে দ দং কৰে খোজ ল'লে without fear and with speed

**দং দঙাই ফুৰা** নির্ভয়ে বেগেৰে ফুৰা to be moving about speedily and without fear

**দকচি পেলোৱা** (১) চোবাই বা খুন্দি থেঁতালি পেলোৱা to crush by chewing striking or beating (২) অতিকৈ কৰ্কৰ্ষনা কৰা to abuse ex cessively (৩) ৰবকৈ মাৰ্ কিল্ কৰা to beat a person severely

**দ-কৈ** গভীৰকৈ তললৈকে যেনে দকৈ ভাবিবাঁ দ-কৈ পুতিবাঁ deeply

**দখিণা কৰা** (১) ধৰ্ম কাৰ্য্যৰ অন্তত বামুণক ধন দান কৰা দক্ষিণা দিয়া giving presents of money to Brahmins affer a solemn and religious cer emony (২) ব্যং— কষ্ট দি সমুচিত শিক্ষা দিয়া to teach a good lesson Irn দখিণা দিয়া একে অৰ্থ।

**দখিণা লোৱা খোজ** শৰাধৰ দখিণা ল'বলৈ যাওঁতে আগ ভাগ পাবৰ নিমিত্তে বামুণে বেগাই খোজ দিয়ে। এতেকে বেগেৰে দিয়া খোজ; fast steps in walking

**দগৰ পিটা দিয়া** (দগৰ=দবাৰ নিচিনা এবিধ বাদ্য) দগৰ পিটাৰ দৰে পিটা অৰ্থাৎ ৰবকৈ কিলোৱা to beat a person severely দগৰা একে অৰ্থ।

**দগৰি পিটা** 'দগৰ পিটা দিয়া চোৱাঁ।

**দঙা মুঠীয়াকৈ** হাত দুটা দাঙি মুঠি মাৰি ধৰি খোজ দিব পৰাকৈ। হাতত কিবা বয় বস্তু থাকিলে সেই দৰে খোজ দিব নোৱাৰি। এতেকে হাতত একো বয় বস্তু নিনিয়াকৈ অৰ্থাৎ, বিনা সমলে অব্যবস্থাৰে (ক'ৰবালৈ যোৱা বা ক'ৰবাৰ পৰা অহাত খাটে) যেনে জৰুৰীকৈ মতাত উধাতু খাই দঙা মুঠীয়াকৈ আহিলোঁ অৰ্থাৎ, লগত একো আৱশ্যকীয় বস্তু ননাকৈ আহিলোঁ with out being provided with the requisities for a journey

**দঢ়াই কোৱা** দৃঢ়কৈ কোৱা নিশ্চয়কৈ বা স্থিৰকৈ কোৱা যেনে দঢ়াই কৈছোঁ কাইলৈ আহিম to speak with certainity

**দনা ওলমা দিয়া** (দনা জাল টনা জৰী) জাল টানি আনোতে জৰী ডাল হাতত চাপ্ খাই, কেইবা মেৰো হৈ ওলমি পৰে। এতেকে ফাটি ছিটি ওলমি পৰা যেনে তেওঁৰ কাপোৰখনে দনা ওলমা দিছে to have in tatters

**দন্তে তৃণ ধৰা** শৰণাগত হৈ দীঘল দি পৰোঁতে লোকে আজুৰি তুলি নিব নোৱাৰাকৈ দাঁতেৰে বনত কামোৰ মাৰি ধৰা। এতেকে অতি কাতৰ ভাৱেৰে কাকুতি কৰা to supplicate with great earnestness and obstinacy

**দন্দ্ জোকোৱা** কাজিয়া কৰিবৰ মনেৰে লোকক জোকাই লোৱা to pick up a quarrel to irritate a person with a view to make a quarrel

**দপ্ দপাই উঠা** (দপ = সং দৰ্প) অহঙ্কাৰ বা মহতালি কৰি খঙেৰে টান কথা কোৱা to utter strong and angry words showing power or authority

**দফন কৰা** (মুং) কবৰ দিয়া মাটিত পুতি মৃত দেহৰ সৎকাৰ কৰা to burry a dead body

**দবক্ মৰা** নেবাঢ়ি নুটুটি একে চিনতে থকা to pause i e to remain at a standstill without either increasing or decreasing **দবকা মৰা** একে অৰ্থ।

**দবনিকৈ খোৱা** 'দবনি পিটি খোৱা চোৱাঁ।

**দবনি পিটি খোৱা** (দবনি = দবাৰ শব্দ) পেটত মাজে মাজে চপৰিযাই চাই, দবা বজাদি নেবাজে মানে খোৱা। এতেকে বৰ সৰহকৈ খোৱা to eat too much

**দবৰা দবৰি কৰা** আজোৰা আজুৰি টনা টনি বা ঠেলাঠেলি কৰি যুঁজ কৰা fighting by pulling or pushing each other

**দবাই ধৰা** তললৈ হেঁচা দি ধৰা to press downwards

**দবা কানীয়া** দবাই, অৰ্থাৎ সৰহকৈ কানি খোৱা কানীয়া দোপাট কানীয়া an inveterate opium eater

**দবা কোবোৱা** (১) দবাত কোব্ মাৰি অৰ্থাৎ দবা বজাই বাদ্য কৰা to make ound by striking a দবা (দবা is a large kettle drum) (২) যহ্ প্ৰচাৰ কৰা ব্যং to advertise or publish one s fame Im

**দবা পিটা** (১) 'দবা কোবোৱা চোৱাঁ। (২) দবা পিটিলে ডাঙৰ শব্দ হয়। এতেকে ডাঙৰকৈ শব্দ কৰা যেনে দবা পিটা বৰষুণ making or producing big sound as in beating a দবা (দবা is a large kettle-drum)

**দবাদব কৰা** দবাত ভৰাই কেইবা দবাও কৰা (ছালেৰে নোছোৱাকৈ থাকিলে দবাক ডাঙৰ পাত্ৰৰূপে ব্যৱহাৰ কৰিব পাৰি তেতিয়া তাত বহুত বস্তু ধৰে) এতেকে প্ৰচুৰ পৰিমাণে দ'ম দ'মকৈ নিয়া বা গোটোৱা to take or gather in large heaps

**দবা দি ধৰা** (১) হঠাৎ বলেৰে গবা মাৰি ধৰা to seize suddenly and forcibly with both the arms (২) কোনো কথাৰ নিমিত্তে মানুহক বলেৰে ধৰা যেনে দবা দি ধৰি এশ টকা নিলেহি to urge strongly for any thing (৩) কোনো প্ৰমাণ নোহোৱাতো অকল সন্দেহৰ ওপৰত মানুহক দোষ আৰোপ কৰা বা দোষী বুলি ধৰা চাব দি ধৰা to accuse or impugn a person merely on suspicion and without any evidence

**দবা পিটা দিয়া** দবা পিটাৰ দৰে পিটা। এতেকে (১) ধুম ধুমকৈ কিলোৱা to beat a person se erely (২) অতিকৈ খোৱা to eat heavily

**দবা পিটা বৰষুণ** দবা পিটিলে যেনে শব্দ হয় তেনে শব্দেৰে দিয়া বৰষুণ। এতেকে ডাঙৰ বা দুৰ্বাদল বৰষুণ very heavy rains

**দ বাম সমান কৰা** ডাঙৰ বৰষুণে দ ঠাইবোৰ পানীৰে ভৰাই বামে সৈতে সমান কৰে। এতেকে ডাঙৰ বৰষুণে ঠাই তল নিওৱা to cause a flood with heavy rains

**দ'ম কৰা** একে ঠাইতে বহুত গোটাই স্তুপাকাৰ কৰা to heap up **দ'ম খোৱা** স্তুপাকাৰ হোৱা to be heaped up **দ'ম বন্ধা** স্তুপাকাৰ হোৱা বা কৰা

to be heaped up or to heap up

**দম্‌দমাই উঠা** জুইৰ দৰে দম্ দম্ কৰি উঠা। এতেকে (১) ৰৰকৈ খং কৰি উঠা খঙত জ্বলি উঠা to be very much angry (২) অহঙ্কাৰ আৰু খঙেৰে টান কথা কোৱা to utter strong words in pride and anger

**দম্‌দমোৱা** (১) ভৰিৰ গোৰোৱাৰে মাটিত গোৰোহনি মৰা making sound by striking the heels with force on the ground (২) দম্ভালি কৰা অহঙ্কাৰেৰে খঙৰ ভাব প্ৰকাশ কৰা to show haughtiness

**দমলা উঠা** চকলা বান্ধি উখহি উঠা to swallow and rise in a blotch **দমলা বন্ধা** একে অৰ্থ। **দমলা মৰা** একে অৰ্থ।

**দমলা দমল্ কৰা** অনেক দমলা কৰা চকলা চকলাকৈ উখহোৱা to make full of swellings **দমলা দমল্ হোৱা** অনেক চকলা হৈ উখহি পৰা to become full of swellings

**দ'মা দ'ম কৰা** এদ'ম এদ'মকৈ বহুত দ'ম কৰা। এতেকে দ'মা দ'মে অৰ্থাৎ প্ৰচুৰ পৰিমাণে গোটোৱা to gather in large heaps

**দম্ভি কৰা** অহঙ্কাৰ কৰা টানকৈ শাসন কৰা to boast to govern with a strong hand

**দৰ্ মৰা** দৰোৱা অৰ্থাৎ বেচ কমাবলৈ বেচোঁতাক বস্তুৰ তাকৰ দাম যাঁচি চোৱা to bargain to offer a smaller value for a thing than what is asked for in order to get it cheaper

**দৰক্ মৰা** 'দৰক্ লোৱা' চোৱাঁ। **দৰক্ লোৱা** পানীৰ ওপৰলৈ উঠি আহি, অলপ তলতে লৰ্‌চৰ নকৰাকৈ থিৰেৰে ৰৈ থকা (মাছত খাটে) to rest without moving on the surface of water (appl to a fish)

**দৰঙৰ শিল** (দৰঙ=ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে অৱস্থিত অসমৰ মাজ ছোৱা) দৰঙৰ ব্ৰহ্মপুত্ৰত অনেক শিল তল গৈ আছে সদায় পানীত তলগৈ থকাত সেই শিলবোৰ বৰ চেঁচা। এতেকে বৰ চেঁচা শিল very cold stone

**দৰা ধৰা** (১) দৰাৰ আল্‌পৈচান ধৰা অৰ্থাৎ, লগৰীয়া স্বৰূপে দৰাক সাহায্য কৰা যেনে তুমি দৰা ধৰিব লাগিব to attend a bridegroom as a companion to act as the bestman of a bridegroom (২) দৰা ধৰোঁতা one attending a bridegroom as a companion the bestman of a bridegroom

**দৰিদ্ৰৰ মাণিক** দৰিদ্ৰ মানুহৰ পাবলৈ নোহোৱা বস্তু যেনে বাঁৰী তিৰোতাৰ একেটি সন্তান anything prized very much and kept with utmost care by a poor man or a woman

**দৰে ভাৱে অহা** বেচোঁতা আৰু কিনোতাৰ মাজত বস্তুৰ দাম স্থিৰ হোৱা to have the price of an article agreed upon both by the seller and the buyer

**দল্‌দোপ হেন্দোল্ দোপ্** (দল্ দোপ্ =দলনিৰ দৰে হেঁচা মাৰিলে বহি যোৱা আৰু এৰি দিলে দোপ মাৰি ওপৰলৈ উঠা হেন্দোল=হেন্দোলনি) দলনিৰ দৰে দোপ মৰা আৰু হেন্দোলা কাৰ্য্য। এতেকে থিয়ৈ আৰু পথালিয়ে উলাহি মৰা জোকাৰণি a springing motion both up and down as well as to and fro

**দলনিত পোনা মেলা** দলনিত পোনা জগাই, মাছজনী মৰিলে সেই পোনা নিৰাশ্ৰয় হয়। এতেকে সেইদৰেই নিৰাশ্ৰয় কৰি এৰি যোৱা to abandon one in a helpless state

**দ'লি মৰা** (১) হাতেৰে দ'লি নিক্ষেপ কৰা to throw a stone or a clod with an aim (২) দ'লি মাৰিলে মৰা ঠাইত লাগিবও পাৰে নেলাগিবও পাৰে। এতেকে অনিশ্চিত ৰূপে চেষ্টা কৰা কণামুনাকৈ লক্ষ্য কৰা to make an

aim with uncertainity to strike at random

**দলিয়াই পেলোৱা** (১) দ'লি মাৰি পেলাই দিয়া to throw away (২) অগ্ৰাহ্য কৰ অৰ্থাৎ বুদ্ধি দিলে তাক অগ্ৰাহ্য কৰা যেনে দুৰ্বুধীয়া মানুহে, লোকে সজ বুধি দিলে দলিয়াই পেলায় to reject with contempt (as and advi e)

**দলিয়া দলি কৰা** ইজনে সিজনলৈ আৰু সিজনে ইজনলৈ দ'লি মৰা pelting at each other

**দশ্ ডাঙৰ হোৱা** বয় প্ৰাপ্ত হোৱা to be adult

**দশ হোৱা** (দশ= 'দশ ডাঙৰ 'ৰ সংক্ষিপ্ত) ছোৱালীয়ে কণ্যাকাল প্ৰাপ্ত হোৱা to attain puberty (appl to girls)

**দশৰথৰ এগছ কুটা দুগছ নকৰা** আন কাম কৰক ছাৰি দশৰথ হেন প্ৰতাপী ৰজাৰ হকেও কুটা এডাল দোডোখৰ নকৰা দশৰথৰ হকে কৰিব লগীয়া কাম বৰ জৰুৰী বুলি জানিব লাগে। ইফালে এডাল কুটা ছিঙি দুডাল কৰা অতি সামান্য কাম তাক অনায়াসে কৰিব পাৰি। এতেকে অতি জৰুৰী হ'লেও অতি সামান্য কামো নকৰা সমূলি একো এখন বন নকৰা doing absolutely no work whatever even the most urgent and the lightest

**দহখন মুখেৰে কোৱা** দহখন মুখেৰে যিমান ক'ব পাৰি সিমান কোৱা এতেকে(১) বহুবাৰ কোৱা বাৰে বাৰে কোৱা to speak with ten mouths i e to say many times or repeatedly (২) দঢ়াই দঢ়াই কোৱা নিৰ্ভয়ে কোৱা to speak with certainity i e without fear of contradiction

**দহখন হোৱা** একেজনেই দহ ডোখৰ হৈ দহফাললৈ কাণ কৰা অৰ্থাৎ একে জনেই একে সময়তে অনেক কাম কৰিব লগীয়া হোৱা অনেক কথালৈ মন কৰিব লগীয়া হোৱা one and same person being required to attend to too many works at a time

**দহ চাৰি** দহ জন আৰু চাৰি জন। এতেকে অনেক জন অৰ্থাৎ জনসাধাৰণ যেনে দহ-চাৰিয়ে বেয়া বোলা কাম কৰিব নেপায় the public

**দহজোৰা মৰা** অনেক ঠাইত অনেক যত্ন কৰি জোৰা মৰা অনেক প্ৰবন্ধৰ দিহা কৰা to arrange anything with much difficulty and trouble to patch up anyhow

**দহ বন** অনকে কাম various works

**দহ বন কাতি কৰি** অনেক বন বাৰী এৰি থৈ যেনে দহ বন কাতি কৰি আহিছোঁ অৰ্থাৎ নাহিলে নহয় দেখি আন সকলো বন এৰি থৈ আহিছোঁ laying aside many other works **দহবন পাচ কৰি** অনেক বন পাচলৈ থৈ by putting off all other works

**দহ ভকতৰ অন্তৰ হোৱা** 'দহ ভকতৰ আঁৰ হোৱা চোৱাঁ। **দহ ভকতৰ আঁৰ হোৱা** মানুহ মৰিলে তাক আৰু দহ ভকতে অৰ্থাৎ সমূহ বাইজে নেদেখা হয় গতিকে সি তেওঁলোকৰ আঁৰ হয। এতেকে মৰা মৰি যোৱা (শপতত খাটে) যেনে দহ ভকতৰ আঁৰ হবলৈকে মই মিছা কোৱা নাই to die (used in swearing) **দহ ভকতৰ দোষে চোৱা** সাধু সমাজৰ অপৰাধী হোৱা to be offending the virtuous people in general **দহ ভকতৰ বধে চোৱা** দহ জন ভকত বধ কৰিলে যিমান পাপ হয় সিমান পাপ হোৱা (শপতত খাটে) যেনে মই তেনে কৰিছোঁ যদি মোক দহ ভকতৰ বধে ছুব to be as great a sinner as one who kills ten virtuous men (used in swearing) **দহ ভকতৰ বাজ** ধৰ্মনিষ্ঠ লোকৰ সমাজৰ বাহিৰ (শপতত খাটে) outside the fraternity of the religious people

**দহন বহন কৰা** কটিয়াই নি খৰি দিয়া to carry and burn a dead body

**দহৰ দহ কথা শুনা** অনেকৰ অনেক প্ৰকাৰৰ বিসদৃশ সমালোচনা সহ্য কৰা to hear adverse criticisms of

various persons
**দহিলন কৰা** (১) ধ্বংস কৰা to destroy to lay waste (২) বশ কৰা মোহিত কৰা to subjugate to fascinate
**দহো কুৰি** দহ কুৰি বাৰ শপত বুলি জানি অৰ্থাৎ নিশ্চয় অৱশ্য অৱশ্য যেনে তুমি কাইলৈ দহো কুৰি আহিবাঁ certainly without fail
**দাই এৰা** অপৰাধ মাৰ্জনা কৰা to excuse for an offence **দাই ধৰা** অপৰাধ ধৰা to charge with a fault or offence **দাই লগা** অপৰাধ হোৱা to be an offence **দাই সৰা** দায়িত্ব সম্পাদন কৰা বা এৰোৱা to dis charge or get rid of a responsi bility
**দাং খোৱা** ওপৰলৈ উঠা to be raised **দাং মৰা** ওপৰলৈ তোলা to raise
**দাং দোলা কৰা** একাধিক মানুহে এজনক পথালিকৈ ধৰি আলাসতে কঢ়িয়াই নিয়া two or more persons car rying one as a load holding with their arms
**দাং খাই উঠা** (১) ওপৰলৈ জঁপিয়াই উঠা to spring up (২) উত্তেজিত হোৱা to be excited
**দাঁও দাঁওকৈ অহা** বেগেৰে বাঢ়ি অহা to come or rise in large and grow ing volumes
**দাঁত উঘলা** (১) দাঁত উঘালি সৰোৱা to pull out teeth (২) দাঁত উঘালিলে চোবাবৰ শক্তি নেথাকে। এতেকে ক্ষমতাহীন কৰা to make powerless (৩) দাঁত উঘালিলে দুখ পায়। এতেকে শাস্তি কৰা to punish **দাঁত কৰচা** (১) দাঁতে দাঁতে ঘঁহি কৰচ কৰচ শব্দ কৰা clashting the teeth **দাঁত চোবোৱা** 'দাঁত কৰচা' চোৱাঁ। **দাঁত হেলোৱা** ওঁঠ আঁতৰ কৰি দাত উলিওৱা। এতেকে (১) হঁহা তুচ্ to laugh cont (২) অকৃতকাৰ্য্য হোৱা তুচ্ to be unsuccessful cont **দাঁত নিকটোৱা** (১) 'দাঁত হেলোৱা' চোৱাঁ। (২) কোনো কোনো মৰা মানুহে মুখ মেলি দাঁত উলিয়াই থাকে। এতেকে মৰা তুচ্ to die cont **দাঁত ভঙা** (১) 'দাঁত উঘলা' চোৱাঁ। (২) ন'কৈ দাঁত গজিবলৈ পুৰণি দাঁত সৰোৱা (গৰু আদিত খাটে) যেনে গৰু-টোৱে দুদাঁত ভাঙিছে teething (appl to bullocks etc) **দাঁত সৰোৱা** (১) দাঁত উঘালি পেলোৱা to pull out teeth (২) টান শাস্তি কৰা to punish severely
**দাঁতকপাটি লগা** 'দাঁত সৰাহি দিয়া' চোৱাঁ।
**দাঁত কামোৰ খোৱা** অকস্মাত জিভা বা ওঠত দাঁতে চেপি ধৰা বাবে দুখ পোৱা to be pained for the to ungue or the lips being accidentally bitten by the teeth
**দাঁতত আলু দি থকা** দাঁতৰ আলুকে মাত্ৰ দাঁতত দি থকা অৰ্থাৎ দাঁতৰ আলুৰ বাহিৰে আন বস্তু দাঁতত নলগোৱাকৈ থকা। এতেকে সমূলি লঘোনে থকা to be fasting absolutely
**দাঁতত ভাত লগা** ভাত খাওঁতে দাঁতৰ মাজত ভাত সোমোৱা। এতেকে অতি সৰু ঘটনা ঘটা যেনে সিহঁতৰ ঘৰত দাঁতত ভাত লাগিলেও মই গম পাওঁ occuring of a very trifling event
**দাঁতৰ গুৰিত পানী দিয়া** মৰিবৰ বেলিকা দাঁত মুখ শুকাই গ'লে তাক তিয়াবলৈ মুখত পানী দিয়া। এতেকে মৃত্যুকালত শুশ্ৰূষা কৰা যেনে নাতি ল'ৰাটোৱেই দাঁতৰ গুৰিত পানী দিব বুলি আশা কৰিছোঁ to nurse at death bed
**দাঁত সৰাহি দিয়া** দুই পাৰি দাঁত টানকৈ কামোৰ মাৰি ধৰি মূৰ্ছিত হোৱা to have a fainting fit accompanied with lock jaw
**দাঁতে উঠা** সকলো খিনি দাঁত গজাত পুৰা ডেকা হোৱা। এতেকে পূৰ্ণবয়স্ক হোৱা (গৰুত খাটে) যেনে গৰুটো দাঁতে উঠিল to be of age as applied to a bullock
**দাঁতে দাঁতে লগা** (১) 'দাঁত সৰাহি দিয়া

চোৱা। (২) কিবা খাওঁতে দাঁতে দাঁতে লগালগি হয়। এতেকে কিবা খোৱা যেনে আজি দিনটো দাঁতে দাঁতে লগা নাই to eat anything

**দাঁতে পূৰ হোৱা** 'দাঁতে উঠা' চোৱা।

**দাঁতে ভাতে নলগা** দাঁতৰে ভাতৰে ছোৱাছুই নোহোৱা অৰ্থাৎ, সমূলি ভাত নোখোৱাকৈ থকা to be absolutely without eating rice

**দাগ লগা** (১) চেকা লগা to get a spot or a stain (২) কলঙ্কৰ দ্বাৰা কলুষিত হোৱা a have a stain in one s reputation

**দা জোকৰা** কাটিম বুলি দা জোকাৰি দেখুওৱা to shake a sword or a large knife and threaning a person to cut with it

**দান কটা** কোনো বস্তু বেচাৰ হৈ, বেচোঁতাৰ পৰা কাটল লোৱা to realise tax from a seller for selling an article

**দান মান কৰা** প্ৰথমে দান কৰি পাচত কাটি লৈ লঘু লাঞ্ছনা কৰা নতুবা কোনো বস্তু দিম বুলি মিছাতে টু ট ৰাই থাকি অপমান কৰা to insult a person either by making a gift of something and taking it back again or by tantalising

**দানি খোৱা** (১) পাশা বা কড়ি খেলত বাৰে পতি সুবিধাৰ দানি পৰা getting continouous lucky casts in dice or in any other game (২) লাভৰ চল বা সুবিধা ওলোৱা occuring of chances or facilities for gain **দানি পৰা** একে অৰ্থ। **দানি পোৱা** লাভ কৰিবলৈ সুবিধা পোৱা to get chances or facilities for gain **দানি মৰা** সুবিধা পাই লাভ কৰা to make gain on getting facilities for the same **দানি লগা** 'দানি খোৱা' চোৱা।

**দাৰু কৰা** আহুদি বা কুমন্ত্ৰ কৰা to injure by a philter of incantation

**দিচা কুৰা শৌচ কৰা** to ease one s self to answer a call of nature

**দিতি ৰজা ওলোৱা** দ্বিতীয় ৰজাৰ দৰে ক্ষমতা চলোৱা উপ ৰজা হোৱা অৰ্থাৎ ক্ষমতা নথকাতো যি মন যায় তাকে কৰা ব্যং to be the second king i e to excise influence or authority without having a right to do so Irn

**দিন উঠা** দিন উকলি যোৱা অৰ্থাৎ সৌভাগ্যৰ দিন পাৰ হোৱা ending of one s lucky days **দিন-কণা** দিনতে কণা অৰ্থাৎ কুকুৰী কণা নহয় দিন দুপৰতে চকুৰে নেদেখা। এতেকে কোনো কথা বা বস্তুলৈ ভালকৈ মন নকৰা inattentive lacking in the power of observation **দিন কৰা** (১) দিন ধাৰ্য্য কৰা to fix a day (২) বেলি কৰা ধাৰ্য্য দিনতকৈ দিন বঢোৱা যেনে দুই এদিনতে আহিম বুলি তই অহাত বহুত দিন কৰিলি to lengthen a period of days **দিন দিয়া** (১) কোনো কাম কিমান দিনৰ ভিতৰত হ'ব লাগিব তাক ঠিক কৰি দিয়া যেনে ঘূৰি আহিবলৈ দিন দিয়া to fix the rumber of days during which something should be done (২) ধাৰ্য্য কৰি দিয়া দিন আকৌ বঢাই দিয়া to grant an extension of a period of days **দিন দুপৰ** দিনৰ দুপৰ অৰ্থাৎ দিনৰ বেলা broad day light **দিন নিওৱা** কাল কটোৱা to pass the days **দিন পৰা** (১) দিন তললৈ নমা অৰ্থাৎ সৌভাগ্য কমি যোৱা যেনে তেওঁৰ আজিকালি দিন পৰি আহিছে, অৰ্থাৎ অবস্থা বেয়া হৈ আহিছে waning of one s luck (২) নিৰ্দ্ধাৰিত দিন উপস্থিত হোৱা বা আহি পোৱা যেনে কাইলৈ গোচৰৰ দিন পৰিছে coming off of the day fixed for anything **দিন মান** দিনৰ গোটেই সময়টো the whole of he

day time **দিন যোৱা** দিন অতীত হোৱা passing the days **দিন লোৱা** (১) দিন বঢ়াই লোৱা দিন ঠিক কৰি লোৱা যেনে ধাৰ শুজিবলৈ আকৌ মাঘলৈকে দিন লৈছোঁ এই কামলৈ চাৰি দিনৰ দিন লৈছোঁ to take an extension of time to take a time for doing anything (২) বেলি হোৱা যেনে এইটো কামে দিন ল'ব to take time i e to be delayed **দিন হোৱা** (১) উপযুক্ত সময় উপস্থিত হোৱা যেনে ধান দাবৰ দিন হৈছে coming off of the right time or season for anything (২) বেলি হোৱা দিন অতীত হোৱা যেনে তেও অহাত দিন হৈছে to be late to be beyond the proper or due date

**দিনক দিনে** 'দিনকে দিনে' চোৱা। **দিনকে দিনে** দিনেকে দিনেকে অৰ্থাৎ দিনে পতি প্ৰতি দিনে দিনে দিনে যেনে তোৰ অতপালি দিনকে দিনে চৰিছে every day daily

**দিনতে আন্ধাৰ দেখা** দিনৰ পোহৰতে আন্ধাৰ দেখা অৰ্থাৎ, হঠাৎ নিৰুপায় অবস্থাত পৰা feeling darkness in broad day light i e to be in a helpless state all on a sudden

**দিন মন্দ হোৱা** অশুভ বা দুৰ্ভাগ্যৰ দিন হোৱা to have unlucky times

**দিনৰ দিনটো** গোটেই দিনটো the entire day

**দিনে দিনে** দিনে পতি দিনৌ every day **দিনে নটা** আয়ুসে নোজোৱা আয়ুসৰ অন্ত হোৱা to be short of one s duration of life **দিনে পোহৰে** দিনৰ পোহৰ থাকোঁতেই during day light **দিনে ৰাতিয়ে** দিনতো আৰু ৰাতিও both day and night

**দিপ্ লিপ্ কন্যা** বেগাই বঢা আৰু ধুনীয়া ছোৱালী a fast growing and beautiful girl **দিপ লিপ্‌কৈ** বেগেৰে আৰু সবলে লহ্‌পহ্‌কৈ (মানুহৰ বঢাত খাটে) যেনে ছোৱালীজনী দিপলিপকৈ বাঢ়ি আহিছে luxuriantly (appl to the growth of a person)

**দিয়া খোৱা** কোনটো বস্তু দিয়া বা কোনোটো বস্তুৰ ভাগ থৈ দিয়া। এতেকে বয় বস্তুৰে সাহায্য কৰা to render help by giving this or that thing

**দিশা মৰা** কুমন্ত্ৰ কৰি শাৰীৰিক পীড়া জন্মোৱা to cause bodily pain by incantation

**দিহ্ মোহ্ হোৱা** দিকভ্ৰম হোৱা বাট হেৰোৱা to mistake one s way to be losing the right road to proceed in a journey

**দিহা পণ্ডতি** (পণ্ডতি=পংক্তি) ব্যবস্থা বুধি ভাগ যোগাৰ যন্ত্ৰ advice guidance means arrangements **দিহা-পোহা** (পোহা—অনু) একে অৰ্থ। **দিহা লগা** (১) ভাল উপায় হোৱা সুব্যৱস্থা হোৱা to be settled or well arranged for (২) ব্যং— বিপদ হোৱা মৃত্যু হোৱা যেনে যতহে ধাৰ হ'ল তেওঁৰ ফালে দিহা লাগিল যেনেহে বেমাৰ তেওঁৰ দিহা লাগিবই পায় to be in trouble to die Im **দিহা লগোৱা** (১) সুব্যৱস্থা কৰি দিয়া to settle or make good arrangements (২) ব্যং— বিপদত পেলোৱা বধ কৰা to put in trouble to kill Im

**দিহিঙে দিপাঙে** শদিয়াৰ উজনিত দিহি আৰু দিপা নৈৰ উৎপত্তি সেই ঠাই বৰ দুৰ্গম এতেকে দূৰ আৰু দুৰ্গম ঠাইত যেনে দিহিঙে দিপাঙে লুকাই ফুৰিছে at places distant and difficult to reach

**দীঘল চুমা** দীঘলকৈ খোৱা চুমা আঁতৰৰ পৰা খোৱা চুমা। এতেকে ব্যং— মিছা মৰম কৃত্ৰিম সাদৰ a long kiss i e feigned affection Im **দীঘল ঠেঙীয়া ঠে** যাৰ দীঘল অৰ্থাৎ বৰষুণ rains **দীঘল দিয়া** ভাগৰ পলাবলৈ ভবি মেলি দীঘল হৈ শোৱা to lie

down in fatigue **দীঘল পৰুৱা** সাপ a snake

**দীঘল দি পৰা** দণ্ডৱতে পৰি আশ্ৰয় মগা to seek protection by falling at one s feet prostration on the ground **দীঘল হৈ পৰা** (১) 'দীঘল দি পৰা' চোৱা। (২) 'দীঘল দিয়া' চোৱা।

**দীঘলী বাট** ঘৰৰ ভিতৰত অহা-যোৱা কৰিবলৈ ৰখা ঠেক দীঘল বাট a long narrow passage inside a house

**দুই এক** দুটা এটা অৰ্থাৎ তাকৰ অলপ কোনো কোনো যেনে দুই এক মানুহ আহিছে, দুই এক ঠাইত পোৱা যায় only a few not many **দুই চাৰি** একে অৰ্থ।

**দুই তাল বজোৱা** 'দুই তালি মৰা' চোৱা।

**দুই তালি মৰা** (তালি=চাপৰি) দুইফালে চাপৰি বজোৱা অৰ্থাৎ দুতৰ্পীয়া কাৰ্য্য কৰা বা কথা কোৱা পৰস্পৰৰ বিপক্ষে কথা কৈ ব কাৰ্য্য কৰি দুই পক্ষ আগত ভালৰি বোলোৱা to please both parties by speaking or acting against one in presence of the other and vice versa

**দুই নাৱত দুই ভৰি হোৱা** দোধোৰ মোৰত পৰা to be in a puzzle or a dilema

**দুই বাঘে খাব নোৱাৰা** বৰ শকত আৰু বলী very stout and strong

**দুই হাতে আজোৰা** বৰকৈ কাম বন কৰা to work incessantly **দুই হাতে খোৱা** (১) হেঁপাহ পলুৱাই সৰহকৈ খোৱা যেনে 'আহিৰ ঘৰলৈ যাম দুই হাতে খাম to eat with both the hands i e to eat to one s heart s content (an Indian generally takes his food with the right hand alone) —(২) কোনো বিপদত উভয় পক্ষৰ পৰা ধন বা ভেঁটী খোৱা যেনে উকিলজনে দুই হাতে খালে to take bribes form both the parties to a contest

**দুই হাতে সামৰা** হেঁপাহ কৰি কোনো বস্তু সৰহকৈ গোটোৱা বা সঞ্চয় কৰা to acquire or store up plenty of anything with greed

**দুখ কৰা** (১) বেজাৰ কৰা to feel sorrow (২) শ্ৰম কৰা to labour **দুখ খোৱা** কষ্ট ভোগ কৰা to suffer pain or distress **দুখ পোৱা** কষ্ট পোৱা to suffer pain distress or difficulty **দুখ বুজা** লোকৰ দুখ স্বীকাৰ কৰা লোকৰ দুখত সহানুভূতি অনুভৱ কৰা to fell sympathy towards others in grief **দুখ বোলা** দুখ বুলি গ্ৰাহ্য কৰা দুখ অনুভৱ কৰা যেনে এইখন ভাৰ নিবলৈ মই দুখ নোবালোঁ to regard as hard difficult or painful **দুখ মনা** 'দুখ বোলা 'ৰে একে অৰ্থ।

**দুখক দুখ নোবোলা** দুখক দুখ নুবুলি গ্ৰাহ্য নকৰা অৰ্থাৎ দুখলৈ ভয় নকৰা not to be afraid of a hard or difficult work

**দুখত পৰা** কষ্টত পৰা টানত পৰা কষ্টকৰ অৱস্থাত পৰা to be in distress

**দুখন ভৰি এঠাইত কৰা** খোজ কাঢ়ি ঘূৰি ফুৰাৰ পৰা অলপ জিৰণি লোৱা to take a little rest after busily moving about

**দুখনীয়া কাছুটি লোৱা** 'দুখনীয়া পিন্ধা চোৱা।

**দুখনীয়া পিন্ধা** ডাঙৰ হ'লে ছোৱালীয়ে কঁকালত এখন আৰু গাত এখন দুখন কাপোৰ পিন্ধিব লাগে ল'ৰাকো ডাঙৰ হ'লে এখন তিয়াই, সলাবলৈ আৰু এখন চুৰিয়া লাগে। এতেকে ল'ৰা শুচি যৌৱনত ভৰি দিয়া to pass childhood and enter upon youth **দুখনীয়া সলোৱা** একে অৰ্থ।

**দুখীৰ দুখী অৱস্থাৰে** দুখীয়া মানুহৰ দুখীয়া অৱস্থাৰ জোখাৰে অৰ্থাৎ দুখীয়াৰ দুখীয়াভাৱে সামান্য ৰূপে যেনে দুখীৰ দুখী অৱস্থাৰে যি পাৰো আয়োজন কৰিছোঁ in the humble way of a

humble person

**দুখে কুলাই পাচিয়ে নধৰা হোৱা** ধান চাউল সৰহ হ'লে মানুহে পাচিত থোৱাৰ ওপৰে কুলাতো থয় তাতোকৈ সৰহ হ'লে কুলাতো নধৰা হয়। এতেকে দুখ অতি সৰহ হোৱা to have more than enough of miseries to have too much of trouble

**দুচলি খৰি** (ভকতীয়া কথা) পাপ আৰু পুণ্য যেনে ধনে ধনে কৰি ধনকে ঘটিলোঁ কতনা যতনে কৰি ধনে থাকিল পৰি দেহা গ'ল সাৰি লগত গ'ল দুচলি খৰি virtues and sins

**দুটি ভৰিত ধৰা** দুই ভৰিত ধৰি কাকুতি কৰা অৰ্থাৎ অতি সকাতৰে প্ৰাৰ্থনা কৰা to pray by touching both the feet i e to pray very supplicently

**দুধকণ্ঠ বালক** যাৰ কণ্ঠৰ পৰা পিয়াহখোৱা গাখীৰ গুচা নাই, তেনে বালক অৰ্থাৎ কম বয়সীয়া ল'ৰা a tender aged boy

**দুধ মোৰে ধৰা** গাখীৰে পেটত ধৰা বাবে কেচুৱা ল'ৰাৰ পেট বেয়া কৰি শৌচ হোৱা to have loose stools for indigestion of milk (appl to infants)

**দুধৰ ছৱাল** পিয়াহ খোৱা ল'ৰা অৰ্থাৎ অতি কম বয়সীয়া ল'ৰা a sucking boy i e a boy of very tender age

**দুপ্‌দুপাই উঠা** ভৰিৰ গোবোহনি মাৰি দুপ্‌দুপ্ শব্দ কৰি উঠা। এতেকে খং কৰি উঠা to strike on the floor with the feet to stamp i e to be very angry

**দুপতীয়াতে জঁয় পৰা** দুপতীয়া অৱস্থাতে অৰ্থাৎ পুলিতে জঁয় পৰা। এতেকে সৰুতে শুকাই উঙাই শ্ৰীহীন হোৱা বা মৰা to dwindle away or die when too young

**দুপানী তোলা** বিয়াৰ দৰা বা কন্যা নোৱাবলৈ একে দিনাই দুবাৰ পানী তোলা (দুদিনীয়া বা চাৰি দিনীয়াকৈ বিয়া পাতিলে এদিন দুবাৰ পানী তোলে) to draw water ceremonially form a tank or a stream twice on the same day for a bride or bridegroom s bath

**দুফাল কৰা** (১) দুভাগকৈ বিভক্ত কৰা যেনে লগাই ভগাই মানুহ ঘৰ দুফাল কৰিলে to divide one single whole into two (২) ধুম্ ধুপাল কৰি তোলপাৰ লগোৱা যেনে গা ধোঁওতে নৈখন দুফাল কৰিছে to create tumult by boisterous conduct

**দুম্‌দুমাই উঠা** 'দম্‌দমাই উঠা' চোৱা

**দুমুৰি মৰা** ফাটি দোডোখৰ হোৱা কাপোৰৰ ফটা মুৰ দুটা জোৰ দি সীয়া to sew together two pieces of a torn cloth

**দুৱাৰ ডলি সেৱা কৰা** যি মানুহে একো বিগ্ৰহ বা থাপনা নথকা উদং ঘৰত ঈশ্বৰলৈ বুলি সেৱা কৰে তাক গালি পাৰিবলৈ বা নিন্দা কৰিবলৈ এই বাক্য প্ৰয়োগ কৰা হয় bowing the thresh hold (this term is used to abuse or ridicule one who bows to God in an empty room where there is no symbol of a diety

**দুৱাৰ ধৰা** দুৱাৰ মুখত থিয় হৈ দুই পোলাত দুই হাতে ধৰি মাকে তাৰ তলেদি দৰা বা কন্যাক বা দুইকো সৰকাই পঠোৱা (ই বিয়াৰ এটা স্ত্ৰী আচাৰ) to let a bride or a bridegroom or both of them pass under the arms of the mother of either of them standing at the door and extending her arms (this is a ceremony observed in marriage)

**দুৱাৰ সৰকা** সেই দৰে হাতৰ তলেদি দৰা কন্যা সৰকি যোৱা to pass under the mother s extended arms as stated above

**দূৰতে বিদুৰ হোৱা** নিলগতে আঁতৰ হোৱা to be farther distant at the sight

or sound of anything at a distance

**দৃক্‌পাত কৰা** কেৰাহিকৈ চোৱা অলপ গণিতা বা গ্ৰাহ্য কৰা যেনে উদ্ধত ডেকাই বুঢ়া'ৰ কথালৈ দৃক্‌পাত নকৰে to glance at i e to regard or respect in the least

**দেউকি খোৱা** উচাপ্ খোৱা to startle **দেউকি লগা** একে অৰ্থ।

**দেউতা বিধতা কৰা** আপুনি মোৰ দেৱতা বা বিধতা এইবুলি কিবা উপকাৰ প্ৰাৰ্থনা কৰা অৰ্থাৎ কিবা উপকাৰ কৰিবলৈ লোকক অতি সানুনয়ে মিনতি কৰা to entreat a person very humbly and supplicantly to extend some favour **দেউতা বিধত' লগোৱা** একে অৰ্থ।

**দেউৰী উঠা** দেৱতাৰ প্ৰসাদৰ বিলনীয়া উঠা অৰ্থাৎ প্ৰস'দ বিলাবলৈ আগবঢা to proceed to distribute among people the eatables offered to God in a ceremony

**দেউ উঠা** (দেও=অপদেৱতা) গাত অপদেৱতা লম্ভা to be pos ersed by an evil spirit **দেও লগা** একে অৰ্থ। **দেও লম্ভা** একে অৰ্থ।

**দেও দেও দেখা** (দেও=দেৱতা) দেৱতাক স্মৰণ কৰা সঙ্কট, দুখ কষ্ট বা অসুবিধাত পৰিলে মানুহে দেৱতাক স্মৰণ কৰে এতেকে সঙ্কট দুখ কষ্ট বা অসুবিধাত পৰা যেনে ১৮৯৭ চনৰ বৰ ভুঁইকঁপত মানুহে দেও দেও দেখিলে তেওৰ ঘৰত দুদিন থাকি দেও দেও দেখি আহিলোঁ to be in serious danger difficulty or inconvenience

**দেওধনি উঠা** (দেও=অপদেৱতা ভূত) (১) ভূতে পোৱা মানুহৰ দৰে উগ্ৰস্বভাৱ ধৰা to assume a fierce conduct like one possessed by an evil spirit (২) ভূতে পোৱা মানুহৰ দৰে কঁপনি বা বকনি উঠা যেনে যিহে দেওধনি উঠিছে, এজাপ কাপোৰেৰেও জাৰ নুগুচে to be shivering or babbling like one possessed by an evil spirit

**দেখ্-নেদেখ্** দেখা মাত্ৰেই নেদেখা হোৱা খন্তেকলৈ দেখা দি ততালিকে অদৃশ্য হোৱা যেনে হিলৈৰ মুখৰ জুই বিজুলী চমকৰ দৰে দেখ-নেদেখ visible only for an instant **দেখ্ নেদেখ্ কৈ** মাত্ৰ এখন্তক দেখাকৈ যেনে দেখ-নেদেখকৈ দেখা দিলে being visible only for an instant

**দেখাক দেখি** লোকক কৰিবৰ দেখি লোকৰ আহিঁ লৈ যেনে দেখাক দেখি কুকুৰেও কৰে একাদশী following other s example in imitation of others

**দেখা-দেখিকৈ** প্ৰকাশ্য ভাৱে openly without hiding from other s **দেখা শুনাকৈ** একে অৰ্থ।

**দেখিব নোৱাৰা** (১) ভাল নোপোৱা বাবে দেখিলে বিষম পোৱা বা বিৰক্ত হোৱা বেয়া পোৱা to be annoyed at the sight of to dislike (২) চকু পোৱা যেনে মোৰ ভাল হোৱা তেওঁ দেখিব নোৱাৰে feeling envy

**দেখিলেহে লেখা** কোনো ঘটনা ঘটা দেখিলেহে তাক ঘটিছে বুলি লেখত লোৱা অৰ্থাৎ নঘটে মানে তাক লেখত নধৰা। এতেকে কোনো ভৱিষ্যৎ ঘটনা ঘটা বা নঘটাত সন্দেহ কৰা যেনে ভলেকীয়ে কি ল'ৰা পায় দেখিলেহে লেখিম অৰ্থাৎ ল ৰাকে পায় নে ছোৱালীকে পায় থিৰাং কৰিব নোৱাৰি সন্দেহযুক্ত হোৱা count an event only when it actually happen and not before that i e to be doutful as to the occurrence or non occurrence of an event

**দেদেৰা খোৱা** ঘঁহনিত গাৰ ছাল ছিগা to have a portion of the skin rubbed off **দেদেৰা পৰা** একে অৰ্থ।

**দেশত নাইকিয়া** দেশত পাবলৈ নোহোৱা এতেকে দুষ্পাপ্য দুৰ্লভ ব্যং rare Irn

**দেশৰ মানে** দেশত যিমান আছে সিমান। এতেকে বহুত প্ৰচুৰ যেনে দেশৰ মানে মানুহ গোট খাইছিল plenty

**দেশৰে** গোটেইখন দেশৰে। এতেকে বহুত অনেক যেনে বজাৰত দেশৰে বেঙেনা ওলাইছে, অৰ্থাৎ অনেক ওলাইছে plenty abundant

**দেহ নাম ভগন হোৱা** (ভগন=ক্ষয় নষ্ট) শৰীৰ আৰু নাম নষ্ট হোৱা। এতেকে মৰণ হোৱা to lose the body and the name i e to die

**দেহ লাও** সাধুকথা মতে ৰাক্ষসে নিজৰ জীৱটো শুকান লাওৰ ভিতৰত সুমাই থয় আৰু সেই লাও নষ্ট হলে ৰাক্ষসৰো মৃত্যু হয়। এতেকে এনে বস্তু যাৰ ওপৰত নিজৰ জীৱন মৰণ নিৰ্ভৰ কৰে অৰ্থাৎ, অতি মৰম আৰু যতনৰ বস্তু যেনে ল'ৰাটোৱেই মানুহ ঘৰৰ দেহ লাও anything upon which depends one s life and death anything looked after with the greatest care and affection

**দেহতৰ আগ** নিজৰ দেহাটোতকৈও আগ। এতেকে অতি মৰমৰ যেনে ল'ৰাটো বাপেকৰ দেহতৰ আগ prized more than one s own body i e much affectionate

**দেহৰ আধখন** নিজৰ শৰীৰৰ আধা ডোখৰ। এতেকে বৰ মৰমৰ one half of one s own body i e much affectionate

**দেহি ঐ** (দেহি=দেহটি ঐ=পুতৌৰ মাত) মোৰ দেহটি ঐ অৰ্থাৎ সহানুভতি বা পুতৌ প্ৰকাশ কৰা মাত যেনে দেহি ঐ তোমাৰ কি গতি হ'ল! this phrase literally means—oh my own body and is used to express pity or sympathy **দেহি ডুখৰি** (ডুখৰি=এডুখৰি) নিজৰ দেহৰ এডুখৰি। এতেকে অতি প্ৰিয়পাত্ৰ a much beloved person

**দেহে কেহে** (কেহে—অনু) সকলো শক্তি প্ৰয়োগ কৰি কায়ে মনে গা লাগি যেনে আপোনাৰ হৈ দেহে কেহে খাটিম with one s whole power heart and soul

**দৈ মৰা** গোট মৰা দৈ হোৱা যেনে জাৰৰ গাখীৰ বেগতে দৈ নেমাৰে to thicken to curdle

**দৈয়ন দিয়া** বিয়াৰ দিনা অতি পুৱাতে দৰা বা কন্যাৰ গাত দৈ গাখীৰ লগাই মঙ্গল আচাৰ কৰা to observed the ceremony of anointing a bride or a bridegroom which curdled milk in the early morning of th day of their marriage

**দৈৱন সাহোন তল যোৱা** (দৈৱন=দৈৱ অৰ্থাৎ কপালত থকা সাহোন=সম্পত্তি) বিধতাই কপালত লিখা সকলো সম্পত্তি বা সৌভাগ্য পানীত বুৰি তল যোৱা অৰ্থাৎ, ঈশ্বৰে দিয়া সম্পদ বা সৌভাগ্য নষ্ট হোৱা to be losing God sent prosperity or fortune

**দৈৱ বাসনা তল যোৱা** (দৈৱ=দৈৱই দিয়া বাসনা=কপাল দশা) 'দৈৱন সাহোন তল যোৱা' চোৱাঁ।

**দোঁ খাৱা** তললৈ মূৰ নমাই চাপৰ হোৱা যেনে বাঁহৰ আগ দোঁ খাইছে to bend or stoop down **দোঁ লোৱা** একে অৰ্থ।

**দোকোল টকা** দুই কূল টকা অৰ্থাৎ ওপচা অৰ্থাৎ দুই পাৰ ওপচাই পেলোৱা বা তল নিওৱা (বাঢনী পানীত খাটে) যেনে দোকোল টকা ধল আহিছে over flowing both the banks

**দোচৰাজি পৰা** প্ৰতিজ্ঞা ভঙ্গ কৰা বাবে দোষত পৰা to be guilty of breaking a promise

**দোধোৰ মোৰত পৰা** কোনটো কৰিম কোনটো নকৰিম স্থিৰ কৰিব নোৱাৰি বিমোৰত পৰা to be in the horns of a dilema **দোধোৰ মোৰ লগা** একে অৰ্থ।

**দোপ্ দিয়া** তললৈ হঁচি ধৰি আকৌ এৰি দিয়া যেনে দলনিত দোপ দিলে দলবোৰ তললৈ বহি আকৌ উঠি আহে

to give a sharp down ward pressure to spring down দোপ্ মৰা ওপৰলৈ উঠি আহিবলৈ উচাল্ মৰা যেনে দলনিত দোপ্ দিলে দলে আকৌ দোপ্ মাৰি উঠি আহে to spring up দোপ্ লোৱা হেঁচাত তললৈ বহি যোৱা যেনে লাহী মাৰলীয়ে চালৰ হেঁচাত দোপ্ লয় to yield to down ward pressure

**দোপত দোপে** এদোপৰ পাচত এদোপকৈ দোপে দোপে যেনে দোপত দোপে উঠি গৈছে more and more in every step

**দোপাকী-তেপাকী** দুপাক তিনিপাক থকা। এতেকে পাক থকা পোনপটি নোহোৱা জটিল অভিসন্ধি থকা যেনে হোজা লোকে কপটীয়াৰ দোপাকী তেপাকী কথাৰ ভাও নেপায় elusi e not stra ght forward or plain complicated full of diplomacy

**দোপাট** অতিপাত যেনে দোপাত ধৰুৱা দোপাত কানীয় excessive confirmed nveterate

**দোপাট পিটা বৰষুণ** প্ৰবল বৰষুণ হৃহৰীয়া বৰষুণ heavy rains rains n torrent

**দোপাল্ পিটা বৰষুণ** (দোপাল=টোপাল) ডাঙৰ ডাঙৰ টোপাল পৰা বৰষুণ। এতেকে ডাঙৰ বৰষুণ rain in b g drops

**দোবোল্ খোৱা** জাপ লোৱা ভাঁজ লোৱা লেতুসেতু হোৱা to be folded or pliable

**দোলা পৰা** খাল পৰা যেনে আঁঠুৱাৰ চালখন দোলা পৰিছে to be lower or deep or depressed at the centre or middle

**দোৱা কৰা** (মুং) আশীৰ্বাদ দিয়া to bless

**দোৱা খোজত সোমোৱা** দুনাই জুখিলে কম ওলোৱা to lose in weight or volum when re weighted or re measured

**দোষে ছোৱা** দোষে স্পৰ্শ কৰা। এতেকে প্ৰত্যৱায় লগা পাপ হোৱা to be liable for a sin দোষে পোৱা একে অৰ্থ।

**দোহাই দিয়া** শৰণ দিয়া অৰ্থাৎ, ৰজা গুৰু বা ডাঙৰ লোকৰ নাম লৈ কিবা দৌৰাত্ম্যৰ প্ৰতিবাদ কৰি চিঞৰা protesting against a wrong in a loud voice in the name of authorities

**দৌল বন্ধা** দ'ম কৰা বা দ'ম হোৱা to heap upor to be heaped up

**দ্ৰোহ কৰা** অপকাৰ বা হানি কৰা to harm or injure দ্ৰোহ চিন্তা লোকৰ অনিষ্ট কামনা কৰা লোকৰ অনিষ্ট কৰিবলৈ যত্ন কৰা to wish ill of others to try to injure others

**দ্বীপান্তৰ কৰা** শাস্তি স্বৰূপে এক দ্বীপৰ পৰা অন্য দ্বীপলৈ নিৰ্বাসন কৰা কলিয়া পানীত মেলা to put to transportation for an offence

## ধ

**ধক্ ধক্ কৰে** পৰিষ্কাৰ ৰূপে নিখুঁটকৈ (বগা বৰণৰ আধিক্য বুজাবলৈ ব্যৱহাৰ হয়) যেনে ধক্ ধক কৰে বগা entirely spotlessly (applied to mean faultlessness of white colour)

**ধন গুলৈ** (১) মাটিৰ তলত পোত খাই থকা ধনৰ অধিপতি ভূত an evil spirit of that name said to be in posse sion of burried money or wealth (২) ধন গুলৈয়ে ধন আক্ৰোহ কৰি ৰাখিছে থাকে খৰচ কৰিব নোৱাৰে। এতেকে বহুত ধন সাঁচি থোৱা কিৰ্পিণ মানুহ a person simply storing up money without spending any

**ধনঞ্জয় ঢোল বজোৱা** বৰ ডাঙৰ ঢোল বজোৱা অৰ্থাৎ ফিটাহি কৰি মহৰ ঢক্ ফুটোৱা trumpeting one s glory

**ধনঞ্জয় বায়ু উৰা** মানুহৰ শৰীৰত ধনঞ্জয় নামেৰে এবিধ বায়ু আছে বুলি কয় সেই বায়ু মানুহ মৰাৰ পাচতহে গাৰ পৰা যায়। এতেকে অৰ্থ হ'ল — ভয়ত মৃততুল্য হোৱা to be like a dead man out of fear

**ধন ভাঙি পানী কৰা** ধন খৰচ কৰি পানীৰ দৰে বোৱাই পঠোৱা অৰ্থাৎ অপাৰ ধন খৰচ কৰা to spend money like water

**ধনৰ গছ** গছৰ গুটি পাৰি আনিলেই পোৱা যায় সেই দৰেই সদায় ধন পাব পৰা স্থল অৰ্থাৎ ধন পাবৰ স্থায়ী বাট উপায় বা স্থল a permanent source of getting money

**ধনাই মনাই** লেখত ল বৰ অনুপযুক্ত ইতৰ মানুহ non entities people of no consequence

**ধনিয়ে কোবোৱা** (ধনি=ধ্বনি) দূৰৰে পৰা প্ৰভাবে পোৱা to be effected at a distance

**ধনে কিনা** ধন দি কিনি লোৱা এতেকে সম্পূৰ্ণ ৰূপে স্বত্বাধীন যেনে ধনে কিনা গোলাম bought for money i e fully under one s authority

**ধনে প্ৰাণে মৰা পৰা** ধন আৰু প্ৰাণ উভয়েই নষ্ট হোৱা to be ruined both in life and property

**ধনেৰে দৌল বন্ধা** অপাৰ ধন সঞ্চয় কৰা to accumulat vast wealth

**ধনেৰে মৰিশালি সজা** মুঠেই নিজৰ মৰিশালি সাজিবলৈ ধন সচা অৰ্থাৎ ধন খৰচ নকৰি মুঠেই সাঁচি থোৱা (নিন্দাৰ্থে প্ৰয়োগ) যেনে কিৰ্পিণৰ ধনেৰে মৰিশালি সাজিব hoarding money for making one s own tomb i e simply hoarding money without making any use of it cont

**ধন্বন্তৰি ওলোৱা** (ধন্বন্তৰি=পুৰাণত উল্লেখ থকা এজন ডাঙৰ বেজ চিকিৎসা বিদ্যা তেওঁৰেই উলিওৱা বুলি কয়) ডাঙৰ বেজ বোলোৱা ব্যং to be or pass for the greatest physician Irn

**ধপচালি পৰা** (১) ভৰিৰে মোহৰা বা খচা to trample with foot (২) বৰকৈ গালি শপনি পৰা to rebuke excessively

**ধম্ ধম্ কৰে** ধম্ ধম্ শব্দ কৰি অৰ্থাৎ প্ৰবল ৰূপে with a roaring noise

**ধৰ্-ধৰ্ মাৰ্ মাৰ্ লগা** কোনো কাম বেগতে কৰিব লগা হোৱাত বা কোনো আকস্মিক বিপদ হ'ব খোজাত হুলস্থুল লগা arising of a tumult for something having to be done very soon or for the approach of a sudden danger

**ধৰ্ ভগা** (ধৰ=যি ধৰি থাকে অৰ্থাৎ ধৰণী) প্ৰচলিত ৰীতি ভঙ্গ হোৱাত সম্মান কমা যেনে গোঁসায়ে পাতলালি কৰিলে সত্ৰৰ ধৰ ভাগে happening a loss of prestige for breach of rules of conduct **ধৰ ভঙা** প্ৰচলিত ৰীতি ভঙ্গ কৰি সম্মান কম কৰা যেনে হাকিমে ভেঁটী খাবলৈ বিচাৰি ফুৰি আদালতৰ ধৰ ভাঙিলে to cause a loss of prestige by breaking rules of conduct

**ধৰ্মক চিওৱা** ধৰম চিওৱা চোৱা।

**ধৰ্ম যুধিষ্ঠিৰ** যুধিষ্ঠিৰ ৰজাৰ দৰে ধাৰ্মিক মানুহ ব্যং (যুধিষ্ঠিৰ ৰজা বৰ ধাৰ্মিক আছিল) a very virtuons man—as virtuons as Yudisthira of the Mahabharata Irn

**ধৰ্মৰ খুঁটি** ধৰ্মৰ আশ্ৰয় বা ধৰণী a piller of righteousness

**ধৰণী ধৰা** সাপ আদিৰ বিষ নুজাবলৈ কামোৱা ঠাইৰ ওপৰে মন্ত্ৰেৰে বান্ধ দিয়া to put a tie with incantation above the spot bitten by a raptile to prevent spread of the poison

**ধৰপ কৰে** অকস্মাৎ আৰু বেগতে (শুই বা

বহি থকাৰ পৰা উঠাত খাটে) যেনে ধৰপ্ কৰে উঠি বহিল বা ধৰপ্ কৰে থিয় হ'ল suddenly and quickly (appl to rising from a sitting or lying posture)

**ধৰম চিওৱা** (চিওৱা=স্মৰণ কৰা বা কৰোৱা) শপত খাওঁতে বা খুৱাওঁতে ধৰ্মলৈ মনত পেলোৱা যেনে ধৰম চিয়াই কৈছোঁ ধৰম চিয়াই শপত খুৱাইছোঁ to take a administer an oath in the name of God or one s religion

**ধৰম বিয়া দিয়া** ছোৱালীৰ কন্যা কাল হোৱাৰ পূৰ্বেই হোম পুৰি বিয়া দিয়া giving out a girl in marriage according to the rules laid down in Shastras and before her attainment of puberty

**ধৰা** (১) অনুৰোধ কৰা খটা যেনে আপোনাক এই কামলৈ বৰকৈ ধৰিছোঁ তেওক ৰূপ একুৰিলৈ ধৰিছোঁ to request (২) অপৰাধ বুলি গণ্য কৰা। এভেকে দোষ কৰা বাবে লগা বা বেয়া পোৱা যেনে ল ৰাৰ কথাত ন ধৰিবা to be offended (৩) দায়ী বা জগৰীয়া বোলা দোষ ধৰা দোষাৰোপ কৰা যেনে নিজৰ দোষত কষ্ট পাই, লোকক ধৰিলে কি হ ব বিনা পটাই বন্দুক ৰাখিলে চৰ্কাৰে ধৰে to find fault to accuse to make liable for (৪) উল্লেখ কৰি গালি পৰা যেনে মাক-বাপেকক ধৰা লাজত ধৰা to refer to a person or anything else in abusing one (৫) খোৱা (ভকতীয়া ভাষাত) যেনে আতৈয়ে চাউল ধৰিছে to eat (৬) নিজক নিয়োগ কৰা যেনে খেতিত ধৰা কানি পাণত ধৰা to take to anything (৭) উদ্যোগ বা আৰম্ভ কৰা যেনে খাবলৈ ধৰিছে to begin to do anything (৮) আক্ৰমণ বা অভিভূত কৰা যেনে জ্বৰে ধৰা ৰাগীয়ে ধৰা to attack as a disease to overcome as a drug (৯) জলক্ তবক্ কৰা যেনে পুথিৰ আখৰে চকুত ধৰিছে to strain the eyes (১০) সহযোগ কৰা যেনে আপুনি ধৰিলে কামটো শীঘ্ৰে হ'ব to co operate (১১) আন্দাজ বা অনুমান কৰা যেনে ধৰা বাৰ এশ মানুহ আহিব to gue s (১২) লেখত লোৱা যেনে তেওঁ আহিব বুলি ধৰিছোঁ to count upon (১৩) থ'বলৈ জোৰা যেনে চাউল গাল পাচিটোত ধৰে কি নধৰে? to have space room or capacity to contain anything (১৪) লোৱা বা গ্ৰহণ কৰা যেনে ভেশ ধৰা ভাও ধৰা to take up or a sdopt as a dress or a habit (১৫) তৰ্কৰ সুবিধাৰ অৰ্থে কল্পনা কৰা যেনে ধৰিছোঁ বাৰ গুচৰীয়াৰ কথা জানিবা আটাইখিনি সচাঁ তথাপি আইন মতে পদকীয়াৰ গাত দাই নাই a gr nt or assume for argument s sake (১৬) পোৰা যান্ত্ৰণা দিয়া যেনে ঘা ডোখৰত দৰবটোৱে ধৰিছে to cause a burning sensation (১৭) আঁট খাই লগা যেনে বেৰখনত লিপা মাটিয়ে ভালকৈ ধৰিছে to stick or adhere to (১৮) গ্ৰাহ্য কৰা যেনে সেইটো কথাক মই কথা বুলি ধৰাই নাই to regard to count (১৯) হাতেৰে ধৰা যেনে লোটাটো ধৰ মাছ ধৰ to catch to get hold of

**ধৰা ধৰি কৰা** (১) পৰস্পৰে ইটোৱে সিটোক ধৰা যেনে হাতত ধৰা ধৰি কৰি ফুৰা to catch each other as in walking hand in hand (২) একাধিক জনে একেলেগে ধৰা যেনে গধুৰ বস্তু হ'লে কেইবাজনেও ধৰা-ধৰি কৰিহে আঁতৰাব পাৰি catching hold of a thing by many at a time ধৰাধৰিকৈ একে অৰ্থ।

**ধৰা পৰা** (১) কোনো বেয়া কাম কৰোঁতে লোকে দেখা পোৱা বা আটক কৰা যেনে চোৰ ধৰা পৰিল to be

detected. (২) কোনো কথাৰ বাবে বিপাঙত বা মন্ধিলত পৰা যেনে এই কামত তুমি অলপ সহায় নকৰিলে তেনেই ধৰা পৰিলোঁ to be in trouble

**ধৰা বন্ধা** লৰচৰ হ'ব নোৱাৰা নিৰ্দিষ্ট বিধিবদ্ধ বাধ্যতামূলক enjoined fixed ettled obligatory **ধৰা বন্ধাকৈ** নিশ্চয়কৈ লৰচৰ নোহোৱাকৈ without certainity

**ধৰাই অনা** বলেৰে আটক কৰাই বা বন্দী কৰাই অনোৱা to get arrested and brought

**ধৰি অনা** বলেৰে আটক কৰি অনা যেনে ধৰি অনা কন্যা খুজি অনা বৰ পলাই যোৱা গৰুটো বাটত পাই ধৰি আনিলোঁ to cai y away by force to arrest **ধৰি থোৱা** লেখত ধৰা যেনে তুমি আহিবা বুলি ধৰি থৈছোঁ to count upon **ধৰি নিয়া** আটক কৰি নিয়া বন্দী কৰি নিয়া to kidnap to arr st **ধৰি বান্ধি** বলেৰে যেনে সি নাহে আমি ধৰি বান্ধিহে আনিছোঁ forcibly **ধৰি লোৱা** অনুমান কৰা to suppose **লেখত ধৰা** to count upon

**ধাতু উড়া** (ধাতু=প্ৰাণ) ভয়ত জীৱ উড়ি যোৱা। এতেকে অতিশয় ভয় খোৱা to be greatly alarmed **ধাতু পোৱা** মন পোৱা স্বভাৱ বুজা to be conversant with or aware of one s mind or nature **ধাতু বুজা** একে অৰ্থ।

**ধাতু যোৱা** (১) প্ৰাণ অন্ত হোৱা, মৰা to be dead (২) বৰ ভয় খোৱা to be very much alarmed

**ধান-খেৰৰ জুই** ধান খেৰৰ জুই ভমকাই জ্বলি বেগতে নুমায়। এতেকে ক্ষণস্থায়ী উৎসাহ a straw fire i e a momentary zeal a zeal that does not last long

**ধানদি পঢ়া** পঢোৱাৰ বেচৰ বাবে ধনৰ মূৰে ধান দি পঢা অৰ্থাৎ আশীৰ্বদীয়া ভাৱেৰে পঢ়া। এতেকে অসম্পূৰ্ণ ৰূপে শিক্ষা লাভ কৰা to get education by giving paddy for fees i e to get an unsound or imperfect education

**ধান দিলে আখৈ ফুটা** বালি বৰ তপত কৰি তাত ধান দিলে আখৈ ফুটে। এতেকে ধান দিলে আখৈ ফুটিব পৰা তপত (জ্বৰত খাটে) যেনে ধান দিলে আখৈ ফুটা জ্বৰ very warm or hot (appl to fever)

**ধান নাইকিয়া খাতত মেলা** যি খাতত ধান নাই, সেই খাতলৈ নিৰ্বাসন কৰা। এতেকে কঠোৰ শাস্তি বিধান কৰা ব্য যেনে মোক নো তুমি কি ধান নাইকিয়া খাতত মেলিবা? to transport to a খাত where paddy does not grow i e to put to a hard punishment Im (খাত means an agricultural e tate )

**ধান বাঁকি দিয়া** ফাঁকি দিয়া চোৰা।

**ধান হাতত দিয়া** শুকাবলৈ ৰ'দত মেলি থোৱা ধান হাতেৰে লৰাই লুটিয়াই দিয়া to turn over with hand paddy spread in the sun to dry

**ধামুহ দিয়া** অত্যাচাৰ কৰা বলেৰে অধিকাৰ কৰা to oppress to possess forcibly

**ধায়ে ধৰা** কেচুৱা ল'ৰাই টোপনিত হহাঁ বা কন্দা to smile or cry in sleep as an infant

**ধাৰ উঠা** ধৰোৱাত চোকা হোৱা যেনে কটাৰীৰ ধাৰ উঠিছে to attain sharpness by a process of sharpening **ধাৰ কৰা** ধাৰলৈ লোৱা to take a loan **ধাৰ খোৱা** কোনো ধন বস্তু বা উপকাৰ লৈ তাক পৰিশোধ নকৰা not to be repaying a debt **ধাৰ নিছিগা** বৈ অহা ধাৰৰ ছেদ্ ভেদ্ নোহোৱা অবিশ্ৰান্তে বৈ থকা flowing continuosly without break **ধাৰ পৰা** চোক কম হোৱা নিপুণতা হ্ৰাস হোৱা to lose sharpness **ধাৰ মৰা**

(১) চোক কম কৰা যেনে কামীটোৰ ধাৰ মাৰি দে to lessen or dest oy sharpness (২) ঋণ পৰিশোধ কৰা to repay a debt

**ধাৰত পৰা** (১) কোনো বস্তু সৌতৰ ধাৰত অৰ্থাৎ কোবত পৰা to fall in a strong current of water (২) অনুকূল অৱস্থাত বা সুবিধাত পৰা to fall in favourable circumstances **ধাৰত পেলোৱা** (১) সৌতৰ ধাৰত পেলোৱা to throw in a current (২) অনুকূল অৱস্থাত পেলোৱা to put in favourable circumstances

**ধাৰত পেন পেন্‌** বস্তু গেলি পেন্‌পেনীয়া হোৱাৰ দৰে ধাৰত পেনপেনীয়া অৰ্থাৎ অতিশয় ঋণগ্ৰস্ত heavily indebted

**ধাৰত পোত খোৱা** ই'মান সৰহকৈ ধাৰ ল'গা যে ধাৰতে মানুহটো পোত যোৱা। এতেকে বৰ সৰহকৈ ধাৰ লগা to be burried in debts

**ধাৰে টেঁটুৰ গুৰি পোৱা** ধাৰ ইমান সৰহ হোৱা যে তলৰ পৰা মানুহটো পুতি আনি টেঁটুৰ ওপৰ পাইছেহি। এতেকে বৰ সৰহকৈ ধাৰ লগা to be burried in debts up to the throat

**ধাৰে-বান্ধে** ধাৰ কৰি বা বন্ধুৱা সোমাই। এতেকে কোনো মতে ধাৰে ঋণে যেনে ধাৰে বান্ধে তোমাৰ লেঠা মাৰিম by loan or pledge

**ধাৰে মূৰ সমনীয়া হোৱা** ধাৰ তলৰ পৰা দ'ম হৈ আহি মূৰৰ সমান ওখ হে গ্ৰা। এতেকে বৰ সৰহকৈ ধাৰ লগা debts becoming as high as the head i e to be largely involved in debts

**ধিতিঙালি কৰা** বন বাবী নকৰি গা-ঘেলাই আমোদ কৰি ফুৰা to be seeking light pleasure instead of doing any useful work

**ধিন্‌দৌ-দৌ গোৱা** (ধিনদৌ-দৌ=ঢোলৰ শব্দ) মিছা ধেমালিত বা উলাহত কাল কটোৱা wasting time in idle amusements

**ধী ধিয়নি লগা** চিন্তা ভাবনা বা খুদুৱনি লগা to be anxious

**ধুই পানী খাবলৈ নোহোৱা** কোনো বস্তু ধুই ত'ৰ পানী মাত্ৰ খাবলৈ বস্তুৰ অলপেই জোৰে। এতেকে অলপো বা অকণমানো নোহোৱা সমূলি নোহোৱা যেনে ধুই পানী খাবলৈ ঘৰত সোণ এৰতি নাই, অৰ্থাৎ সমূলি নাই সঁচেই নাই not to have even in the smallest quantity not having even a particle

**ধুই পেলোৱা** পাত্ৰ ধুই পেলালে তাত থকা বস্তু সমূলি নোহোৱা হয়। এতেকে একো নোহোৱা কৰা তেনেই উদ কৰা যেনে উদঙীয়া গৰুৱে বাৰীখন ধুই পেলালে অৰ্থাৎ বাৰীৰ শস্য সমূলি নোহোৱা কৰিলে to make entirely empty to devastate

**ধুই বাছি লোৱা** বাছি অৰ্থাৎ বেয়া অংশ পৰিত্যাগ কৰি আৰু ধুই অৰ্থাৎ পানীৰে ধুই মলি গুচাই পৰিষ্কাৰ কৰি গ্ৰহণ কৰা। এতেকে শুদ্ধ কৰি গ্ৰহণ কৰা to accept after cleaning and correcting

**ধুতি জলপান** ধুতি হৈ খাব লগীয়া জলপান। এতেকে চিৰা সান্দহ, পায়স আদি পক্কান্নৰ জলপান a tiffin f cooked corns

**ধুতি হোৱা** (ধুতি=ধৌত) গোটেই গা বা অকল হাত ভৰি আৰু মুখ ধুই শুচি কাপোৰ পিন্ধি নিকা হোৱা to be ceremonially clean by washing and changing clothes

**ধুন উলিওৱা** ধুন প্ৰকাশ কৰা অৰ্থাৎ ব্যঙ্গাৰ্থে শাস্তি কৰা to punish Irn **ধুন ওলোৱা** তামচা ওলোৱা অৰ্থাৎ ব্যঙ্গাৰ্থে কষ্ট পোৱা অনিষ্ট বা অপকাৰ হোৱা যেনে এনে দৰে উভতালি কৰাৰ ধুন ওলাব to come to grief **ধুন কৰা** (১) ধুনীয়া বোলাবলৈ সাজ পাৰ কৰা to dress fashionably to look

pretty (২) ফিতাহি কৰা to make a pomp or vain show (৩) ভাও ধৰা ধেমেলীয়া ভাৱেৰে ভঙ্গী কৰা to feign to mimic or make playful gestures (৪) ধুনীয়া কৰা ধুনীয়া কৰিবলৈ হ'লে সময় লাগে। এতেকে গহৰি কৰা কামত বেলি কৰা যেনে পানী নিবলৈ আহি ধুন কৰি আছেহি to make delay (৫) ৰহস্যত উদ্ধত আচৰণ কৰা to act outrageously in fun **ধুন ছিটিকা** ধুন ছিটিকি পৰা চোৱাঁ। **ধুন দেখুওৱা** (১) ধুন উলিওৱা চোৱাঁ। (২) বিপদ ঘটোৱা to course or bring about a danger **ধুন ধৰা** ধুন কৰা (৩।৪) চোৱাঁ। **ধুন মৰা** ধুন কৰা (১।২।৩) চোৱাঁ। **ধুন লগোৱা** (১) ধুন কৰা (১) চোৱাঁ। (২) ধুনীয়া কৰা to make beautiful or p etty looking

**ধুনি ছিটিকি পৰা** ধুন ফাটি ছিটি যোৱা অৰ্থাৎ ধুনত উদণ্ড আচৰণ কৰাত বিপত্তি ঘটা to come to grief for acting outrageously in fun **ধুনি ছিটিকি যোৱা** একে অৰ্থ। **ধুন টৌ ছিৰা হোৱা** ধুন টৌৰ দৰে ফাটি ছিটি যোৱা ধুন ছিটিকি পৰা চোৱাঁ।

**ধুনত টৌ ছিৰা হোৱা** ধুন কৰাত মুৰত টৌ ফটাদি ফাটি ছিৰাছিৰ্ হোৱা অৰ্থাৎ ধুন কৰা বাবে ক্ষতিগ্ৰস্ত হোৱা to come to grief for being too vain or showy

**ধুন-পেঁচ কৰা** (পেঁচ=ধুনীয়া দেখিবলৈ কাণৰ দাঁতিয়েদি গাললৈ ওলোমাই থোৱা চুলিৰ কোচা) লোকে ধুনীয়া দেখিবলৈ অতিচাৰকৈ গা সজোৱা to dress in a foppish style **ধুন-পেঁচ্ মৰা** একে অৰ্থ। **ধুন-পেঁচ্ লগোৱা** একে অৰ্থ।

**ধুনা** তুলাৰ দৰে ধুনা ধুনিলে তুলা ফেৰি ফেৰি হয়। এতেকে (১) বৰকৈ মাৰকিল্ কৰা যেনে খ উঠিলে ধুনি পেলাম to beat a person severely (২) কোনো কাম অতিপাতকৈ কৰা যেনে খাই ধুনা বা ধুনি খোৱা to do anything excessively

**ধুনাধুন কৰা** ধুনা চোৱাঁ।

**ধুনাপাট কৰা** ধুনিলে বা খচিলে মৰাপাট লেতুসেতু হয়। এতেকে (১) বৰকৈ মাৰকিল্ কৰা to beat severely (২) নষ্ট শেষ বা অযোগ্য কৰা যেনে গৰুৱে ধান ডৰা ধুনাপাট কৰিলে to spoil or damage

**ধুনা শুনা কৰা** ধুনা চোৱাঁ।

**ধুনি পেলোৱা** ধুনা চোৱাঁ।

**ধুপালি পৰা** বৰকৈ খচা অৰ্থাৎ বৰকৈ ব্যৱহাৰ কৰি পুৰণি কৰা to make anything old by repeated use **ধুপালি পিটা** একে অৰ্থ।

**ধুম উঠা** একে সময়তে সৰহ হোৱা যেনে এই বছৰ আমৰ ধুম উঠিছে to be plentiful **ধুম পৰা** একে অৰ্থ। **ধুম্ কলা** অতি কলা বা বধিৰ (ধুম্ কৰে হিলৈ ফুটাৰ মাতহে শুনে তাতোকৈ সৰু শব্দ নুশুনে) stone deaf **ধুম্ ধাম** (ধুম=ডাঙৰ শব্দ ধাম—অনু) উৎসৱ সমাৰোহ pomp display

**ধুমখলি হোৱা** হাই উৰুমি কৰি অশান্তি জন্মোৱা to destroy peace by angry noises

**ধুমধুপাল কৰা** খ আৰু বিৰক্তিত হাই উৰুমি কৰা খৰলি পিটা চান্দ আফাল্ কৰা to be boisterous in disgust and anger

**ধুম্পিটা** ধুম্ধুমকৈ পিটাৰ দৰে শব্দ কৰা বা হোৱা যেনে ধুম্পিটা বৰষুণ making a dull heavy sound as in beating anything **ধুম্পিটা কৰা** বৰকৈ কিলোৱা to beat or thrash heavily **ধুম্পিটা দিয়া** একে অৰ্থ।

**ধূপ ধৰা** ধূপটো হাতেৰে ধৰি থাকি বন দেখুওৱা লগা ধূপটো ধৰি থকাৰ একো প্ৰয়োজন নাই, তাক এঠাইত খোচ মাৰি থ'লেই হয়। এতেকে মিছা কাম দেখুৱাই বহি থকা to attend to anything

that requires no attention with a view to idle away time

**ধূপ-ফুটা দোভোখৰ নকৰা** ধূপৰ ভিতৰত দিবলৈ বাহৰ সৰু কাঠী ডোখৰ ডোখৰ কৰা নিচেই উজু বন তাকে নকৰা। এতেকে সমূলি একো বন নকৰা doing absolutely no work

**ধূপৰ বঁঠি** পূজাত লগোৱা ধূপ খুচি থ'বলৈ কলপটুৱাৰ সৰু সৰু খণ্ড ধূপৰ বঁঠি লৰচৰ নকৰাকৈ পৰি থাকে। এতেকে লৰচৰ নকৰা সৰপা মানুহ an idle person one who never moves for a work

**ধুম্ ক'লা** ধোঁৱাৰ দৰে ক'লা। এতেকে অতি ক'লা very balck

**ধূমকেতু পৰা** (ধূমকেতু=নেজাল তৰা) ধূমকেতু কেতিয়াবাহে ওলায় আৰু ওলালে পৃথিবীৰ অমঙ্গল হয়। এতেকে অমঙ্গলীয়া মানুহে অকস্মাৎ আহি উপদ্ৰৱ বা দৌৰাত্ম্য কৰা to appear suddenly like a comet and do mischief

**ধূলা দিয়া** ভৰিৰ ধূলি দিয়া মানুহ কোনো ঠাইলৈ গ'লে তাত ভৰিৰ ধূলি পৰে। এতেকে কোনো ঠাইলৈ যোৱা (সাধু ভাষা মান্যাৰ্থে ব্যৱহাৰ) যেনে কাইলৈ আমাৰ ঘৰত ধূলা দি আহিবঁগৈ to visit a place to go to a place Hon **ধূলা পৰা** শুভাগমন হোৱা যেনে মোৰ পৰম ভাগ্য যে মোৰ ঘৰত আপোনাৰ ধূলা পৰিল to be favoured with one s visit **ধূলা পেলোৱা** ধূলা দিয়া চোৱাঁ।

**ধূলি উঠা** ধূলি হৈ যোৱা অৰ্থাৎ ভাগি গুড়ি হোৱা to be reduced to powder

**ধূলি টুকুৰিওৱা** নিকা হৈ থাকিবলৈ টোকৰ মাৰি মাৰি গাৰ আৰু কাপোৰ-কানি আদিৰ ধূলি গুচাই থকা। এতেকে বৰ নিকা স্বভাৱৰ removing with fingers the dust from the body or the cloths etc in order to be neat and clean i e of cleanly habits

**ধূলীয়া মৰা** কোনো গুড়ি দৰৰ কাপোৰত টোপোলা বান্ধি লৈ সেই টোপোলা ঘাৰ ওপৰত টুকুৰিয়াই টুকুৰিয়াই ঘাত সেই দৰৰ লগোৱা powdering a sort on the body with any medicinal powder

**ধেনা ফুটা** ভিতৰত সাহ নথকা আৰু গাত ফুটা থকা। এতেকে বেয়া বতুৰা (ফলত খাটে) যেনে ধেনা ফুটা তামোল bad and useless (appl to fruits)

**ধোদৰ পচলা** ধোদত পৰিণত হোৱা পচলা অৰ্থাৎ কাটি আনি পেলাই থ'লে ধোদৰ দৰে লৰ্চৰ্ নকৰাকৈ লেদ্-লেদ্ কৰে পৰি থকা পচলা। এতেকে সমূলি কাম বন নকৰা এলেহুৱা মানুহ a hopelessly lazy person

**ধোবাই পাত আছৰা দিয়া** ধোবাই পাটত কাপোৰ আছাৰি ধোৱাৰ দৰে আছৰা অৰ্থাৎ বৰকৈ মাৰকিল্ কৰা to beat severely **ধোবাৰ পাট আছৰা দিয়া** একে অৰ্থ।

**ধোবাং জোৱা** ভাগৰত হাত ভৰি মেলি দীঘল দিয়া to lie down in fatigue stretching the limb **ধোবাং দিয়া** একে অৰ্থ।

**ধোবাংবাং কৰা** নষ্ট কৰি অন্ত কৰা যেনে গৰুৱে বাৰী ধোবা বা কৰিলে to put an end to by spoiling

**ধোৱা মূলা কৰা** ধুই পেলোৱাৰ দৰে সমূলি একো নোহোৱা কৰা যেনে গৰুৱে বাৰীখন ধোৱামূলা কৰিলে to lay waste

**ধৌ-ধৌ কৰে** ধুই পৰিষ্কাৰ কৰাৰ দৰে। ধক্ধক্ কৰে চোৱাঁ।

**ধৌয্ এৰা** (ধৌয=ধৈৰ্য্য (১) বিতত হোৱা to be restless (২) আত্মসম্মান এৰা to give up self respect to be regardless of self respect

**ধৌয্ ধৰা** ধৈৰ্য্য অবলম্বন কৰা to be patient or forbearing

**ধ্বনিয়ে কোবোৱা** ধনিয়ে কোবোৱা চোৱাঁ।

# ন

**নইচ্ গুড়ি কৰা** (নইচ=নস্য) নস্যৰ দৰে মিহিকৈ গুড়ি কৰা অৰ্থাৎ ভাঙি নষ্ট কৰা যেনে ধানবোৰ কেঁচাতে খুন্দি নইচ গুড়ি কৰিলে to spoil anything by breaking or reducing powder

**ন'কৰিবৰ চকৰি কৰা** (ন'কৰিবৰ = কৰিব নলগীয়া চকৰি কৰা = চকৰিৰ দৰে ঘুৰোৱা) অশেষ দুৰ্গতি কৰা অতিশয় লাঞ্ছনা কৰা to put to great harassment trouble or disappointment

**নখ চিকোটা** নিজৰ নখ নিজে চিকুটি থকা অৰ্থাৎ বনত নধৰি মিছাতে এলাহত সময় নষ্ট কৰা to waste time idly without setting hand to work **নখ জোকৰা** তিতা হাত লৰাই নখ জোকাৰিলে নখৰ পৰা পানীৰ ছিটিকিনি পৰে। এতেকে সামান্য পৰিমাণে অৰ্থ দান কৰা অপলকৈ দান কৰা যেনে 'ৰাইজে নখ জোকাৰিলেই নৈ হয় to subscribe a small amount of money to make a little gift

**নখ তিয়াই ভাত খোৱা** নিজে কোনো কাম নকৰাকৈ মাত্ৰ হাত ধুই লোকে যতনাই দিয়া ভাত খোৱা। এতেকে নিজে একো দুখ নকৰাকৈ অনায়াসে খাবলৈ পোৱা to take or get meals prepared and served by others without having to do anything

**নখ তিওৱা** সামান্য ৰূপে জলপান খোৱা to take some refreshments

**ন-খোৱা** খেতিৰ ধান চপোৱাৰ অন্তত নতুন চাউলৰ ভাত ৰান্ধি বন্ধু বান্ধৱে সৈতে খোৱা ভোজ a harvest feast **ন খোৱা** তেনে ভোজ খোৱা to partake of a harvest feast

**নগমে মৰা** তেনেই বিপদগ্ৰস্ত হোৱা বা কৰা উদ্ধাৰৰ উপায় নোহোৱাকৈ বিপদত পৰা বা পেলোৱা to be quite helpless and undone to make one helpless and undone

**নগৰত জগৰ লগা** নগৰৰ আও ভাও নজনাত নিষিদ্ধ কাম কৰা বাবে অজ্ঞজনৰ অপৰাধ হোৱা। অৰ্থাৎ জনা লোকৰ ওচৰত নজনাৰ গুণে অজ্ঞজনৰ দাই হোৱা ব্যং commission of an offence by an ignorant person Im **নগৰত জগৰ লগোৱা** নজনা লোকে জনাৰ ওচৰত নেজানি অপৰাধ কৰা ব্যং to commit an offence out of ignorance Im

**নগা মতা দিয়া** নগাই, কিবা চুৰ কৰিলে সৈ নেকাঢে। এতেকে সেইদৰেই আসে মতা মিছা মতা to deny altogether

**নগা-শোৱন** নগাই যেয়ে যেনি পায় বেমেজালিকৈ শোবে অৰ্থাৎ এটাৰ মূৰলৈ এটাই ভৰি মেলি বা এটাৰ পিঠিতে ইটোৱে মূৰ লগাই বিশৃঙ্খল ভাৱেৰে শোৱে। এতেকে বিশৃঙ্খল শোৱন disorderly way of lying down to sleep

**নগুৰ্ নাগতি কৰা** (ন = ন প্ৰকাৰৰ অৰ্থাৎ বিবিধ গুৰ = গুৰু গধুৰ নাগতি = গতি নোহোৱা) বিবিধ প্ৰকাৰে দুৰ্গতি দিয়া হাৰাশাস্তি কৰা to put to various roubles and harassment **নগুৰ শাস্তি কৰা** একে অৰ্থ।

**ন ঘৰীয়া** এঠাইৰ পৰা আহি আন এঠাইত ন কৈ ঘৰ লোৱা নভগনীয়া newly settling at a place

**নচঁচা শূলত দিয়া** নচঁচা পিঙত দি বধ কৰা (নচঁচা পিঙত দি বধ কৰিলে মৰণ অধিক কষ্টকৰ হয়) to kill a person by spitting on an unscraped stake (a form of punishment for a grave offence in the old times)

**নচুওৱা** (১) নৃত্য কৰোৱা অৰ্থাৎ বিতত বা অধীৰ কৰা to make restless by putting to trouble or annoyance (২) পুতলা নচুওৱা মানুহে, যেনে ছেৱে মন যায় তেনে ছেৱে পুতলা নচুৱায়। এতেকে যেনে মন যায় তেনেকৈ

লোকক চলোৱা চলা জনৰ কৰ্তৃত্ব নথকাকৈ চলাওঁতা জনে নিজ ইচ্ছা মতে চলোৱা to lead a person like a puppet

**ন-ছোৱালী** নতুন বোৱাৰী ছোৱালী one new to her husband s house

**নজনা জন** যিজনক কোনেও জানিব নোৱাৰে অৰ্থাৎ পৰমেশ্বৰ one whom nobody can know i e God

**নদন-বদন হোৱা** (নদন-বদন=নন্দন বন) স্বৰ্গৰ নন্দন কাননত সকলো বাঞ্ছনীয় বস্তু প্ৰচুৰ পৰিমাণে পোৱা যায়। সেইদৰেই, বাঞ্ছনীয় বস্তুৰে পৰিপূৰ্ণ হোৱা যেনে তোমাৰ সংসাৰ নদন বদন হওক to be full all good things like the garden of the gods in heaven

**ন দি কোৱা** ডাঠি কোৱা নিৰ্ভুল বুলি সাহকৈ কোৱা to say without fear of contradiction to assert boldly

**নধৰালেও ধৰোৱা** ধাৰ নিদিলেও চোকা অৰ্থাৎ আপুনি চোকা স্বভাৱতে চোকা sharp without sharpening e sharp or clever by nature

**ননীৰ পুতলা** (ননী=নৱনী) ননীৰে সজা পুতলা অৰ্থাৎ ধুনীয়া আৰু বৰ কোমল আলসুৱা মানুহ a lovely and tender person

**ন-ভগনীয়া** 'ন ঘৰীয়া চোৱাঁ।

**নমতা চামোন** চোম গছত থকা চামোন্ নামৰ এবিধ ভূত ই যাক পায় সি মুখেৰে নমতা হয় এতেকে মুখেৰে নমতা নিবে'কা মানুহ, তুচ্ছ a taciturn person cont

**নমা** (১) চাপৰ হোৱা যেনে চ'তিটোৰ এমূৰ নামিছে, বা নমা হৈছে to be lower in height (২) অধ পতিত হোৱা নীতি বা আচৰণত অৱনত হোৱা to be lowered in morals or behaviours

**নমো নমো** বৰ নৈষ্ঠিক বা শুচি ব্য very pure pious or orthodox Irn

**নৰক পৰ চেষ্টা দেখুওৱা** (পৰচেষ্টা=ভূতে পোৱা) ভূতে পোৱাৰ দৰে আচৰণ কৰি দেখুওৱা অৰ্থাৎ বৰাই কৰি দেখুওৱা মহত্তালি কৰি দেখুওৱা ব্যং going to show one s own excellence Irn

**নৰ-নাৰায়ণ** (১) নৰৰূপী নাৰায়ণ অৰ্থাৎ শ্ৰীকৃষ্ণ (তেওঁ ঈশ্বৰৰ পূৰ্ণ অৱতাৰ বুলি প্ৰখ্যাত) God in shape of man i e Sree Krishna (২) নৰ আৰু নাৰায়ণ অৰ্থাৎ অৰ্জুন আৰু শ্ৰীকৃষ্ণ Arjuna (of Mahabharata) and Sree Krishna (৩) নাৰায়ণ তুল্য সমূহ নৰ যেনে নৰনাৰায়ণৰ সেৱাতকৈ পুণ্য নাই congregation of human beings

**নৰিয়া পৰা** বেমাৰত পৰা to be laid up with illness

**নৰে নটা কোৱা** না-না জনে না না ৰূপে ৰটনা কৰা অনেকে অনেক ব্যাখ্যা কৰা বা আখ্যা দিয়া different people giving different versions

**নলগা জেঙাত লগা** (জেঙা=লেঠা আহুকলীয়া বিষয়) যাৰ গাত যি জেঙা নেল'গে অৰ্থাৎ যাক যি জেঙাই নেপায় সি সেই জেঙাত লগা অৰ্থাৎ দায়ে নোপোৱা কথাত বা কামত হাত দিয়া বা লিপ্ত হোৱা m ddling in matters without having any concern in them

**নলে গলে লগা** গলে নলে লগা চোৱাঁ

**নষ্ট কৰা** বেয়া কৰা হানি কৰা। এতেকে (১) বেয়া স্বভাৱৰ কৰা বৰ্বাদ কৰা যেনে ল'ৰাটো নষ্ট কৰিলে ঘৰখন নষ্ট কৰিলে to ruin (২) গৰ্ভ নষ্ট কৰা to cause an abortion **নষ্ট চন্দ্ৰ** ভাদ মাহৰ শুক্লা আৰু কৃষ্ণা চতুৰ্থীৰে চন্দ্ৰ (সেই চন্দ্ৰ দেখিলে মানুহৰ কলঙ্ক হয় বোলে।) the moon of the 4th and the 19th lunar day in the month of Bhado **নষ্ট যোৱা** মৰণপ্ৰাপ্ত হোৱা (শাওত খাটে) to be dead (used as curse) **নষ্ট হোৱা** (১) বেয়া হোৱা বৰ্বাদ হোৱা to be spoilt or ruined (২) **গৰ্ভস্ৰাৱ হোৱা** গৰ্ভ নষ্ট হোৱা to

be miscarried as a child in womb

**ন'হ'বৰ হোৱা** (১) নোহোৱা কথা হোৱা happening of something unusual (২) পূর্বে ভোগ কৰিবলৈ নোপোৱা সৌভাগ্য লাভ হোৱা তুচ নোপোৱাই পোৱা getting a prosperity never enjoyed befor cont

**নাইকিয়াৰ মাক** যাৰ জন্মই হোৱা নাই, তাৰ মাক। তিৰোতাক কোনো কোনো গিৰিয়েকে ল'ৰা-ছোৱালীৰ নাম ধৰি অর্থাৎ অমুকৰ বা আমুকীৰ মাক বুলি মাতে যাৰ সন্তান ওপজাই নাই তেনে তিৰোতাক কোনোৱা 'নাইকিয়াৰ অর্থাৎ নোপোজা ল'ৰাৰ মাক বুলি ধেমালি কৰি মাতে the mother of the unborn child (a playful term of addressing one s wife who has not been a mothei yet)

**নাইত হাত দিয়া** নাভিত হাত দিয়া ('নাই শব্দৰ এটা অর্থ 'নাভি আৰু অন্য এটা অর্থ 'অভাৱ হোৱা এই শব্দৰে খেল কৰি এই বাক্য ৰচিছে)। এতেকে অর্থ হ'ল কোনো বস্তু বিচাৰিলে নাই বুলি কোৱা to say I have not got it

**নাই তই নাই মই বুলি লগা** তয়েই বা ময়েই, দুটাৰ এটা জিকিমেই বা মৰিমেই বুলি লগা অর্থাৎ মৰোঁ জীওঁ সোঁ অধিকৈ যুঁজত লগা to engage desparately in a struggle

**নাই নাই বুলিও** 'নাই বুলিও চোৱাঁ।

**নাই নুই কৰা** আসে মতা তেনেই অস্বীকাৰ কৰা নুই নাই কৰা to deny altogether

**নাই বুলিও** নাই বোলা স্বত্বেও নাই হ'লেও। এতেকে কম পক্ষেও নোহোৱা স্থলতো যেনে তেওঁৰ ঘৰলৈ নাই বুলিও এপৰৰ বাট আছে হাতীৰ পেটিত নাই বুলিও দুকলহ পানী থাকে at the lowest estimate

**নাও অনা** কুনাম আর্জন কৰা দুর্ণাম অনোৱা to earn a bad name **নাও উঠা** (১) বেয়া নাম ওলোৱা বা প্রকাশ হোৱা দুর্ণাম হোৱা যেনে 'নিৰোকীয়ে তাতে গাওঁ উঠে বৰৈৰ নাও to have bad repute attributed to one s name (২) নাম প্রসিদ্ধ হোৱা সুখ্যাতি ওলোৱা to be renowned to be known **নাও ওলোৱা** একে অর্থ। **নাও কঢ়া** নাম ধৰি মতা যেনে মই তাক নাও কাটি মাতোঁ to call by the name **নাও কৰা** নাম মাত্র কৰা যেনে ভাত খোৱাৰ নাওহে কৰিলে to do anything nominally **নাওকৈ** নাম মাত্রকৈ অলপকৈ; যেনে নাওকৈ হেঁচুকি দিলেই নাওখন এৰাব slightly **নাও গুৰি লগা** ভাল মানুহ বুলি আগৰে পৰা নাম থকা আৰু সজ বংশৰ অর্থাৎ সম্ভ্রান্ত আৰু সজ বংশৰ যেনে নাও—গুৰি লগা মানুহৰ ঘৰলৈ ছোৱালী দিবা belonging o a respectable family of a good origin **নাও চপোৱা** নাও পাৰলৈ নিয়া to take a boat to the coast **নাও জ্বলা** নাম প্রখ্যাত হোৱা to be renowned to be known by the name **নাও জ্বলোৱা** নাম প্রসিদ্ধ কৰা to make one ι ame known **নাও ডুবা** নাও পানীত তল যোৱা to have a boat sunk **নাও থোৱা** (১) নামেৰে অভিহিত কৰা যেনে ল'ৰাটোৰ নাও গোপাল থৈছোঁ to put a name (২) সুনাম বা দুর্ণাম স্থায়ী কৰা যেনে দধীচিয়ে নিজ অস্থি দান কৰি নাও থ'লে to keep a good or a bad name **নাও দিয়া** (১) নামকৰণ কৰা to give a name (২) উপলুঙা নামেৰে অভিহিত কৰা to nickname **নাও ধৰা** (১) নাম ধাৰণ কৰা যেনে মহাদেৱে ভোলানাথ নাও ধৰিছে to be known by a name (২) মাতোঁতে নাম কাটি মতা to call or address one by the name **নাও নিমিৎ** নাম মাত্র অতি সৰু অতি অলপ যেনে নাও নিমিৎ সকাম very little

nominal নাও নিমিথকৈ নিচেই সৰুকৈ অলপকৈ in a very small scale slightly নাও নুমুৰা নাম লুপ্ত হোৱা নিবংস হোৱা to be rooted out or exterminated to be extinct নাও নুশুনা (১) নামটো শুনিবলৈকো আপত্তি কৰা। এতেকে অতি বিৰোধী হোৱা to be deadly against (২) অপ্ৰখ্যাত unknown নাও পোৱা ভাল বা বেয়া নামেৰে জনাজাত হোৱা to get a name to be known by a good or a bad name নাও ফুটি ফাটি যোৱা নাম বহলাই প্ৰচাৰিত হোৱা to be known widely by one s name নাও বন্ধা সোঁতত উটি নোযোৱাকৈ নাও খুঁটিত বন্ধা to moor a boat নাও বঢ়োৱা কাঠৰ পাট লগাই নাও বহল কৰা to enlarge a boat by joining planks নাও বুৰা 'নাও ডুবা চোৱা। নাও বোৱা (১) খ্যাতি প্ৰচাৰিত হোৱা যেনে তেওঁৰ নাও দেশে বিদেশে বৈ গৈছে to have one s name or fame widely known (২) নাৱৰ ব'ঠা মৰা to row a boat নাওমান নাম মাত্ৰ নিচেই সৰু বা অলপ nominal very little নাওমানকৈ নিচেই অলপকৈ slightly নাও মেলা (১) পানীত চলিবলৈ নাও এৰি দিয়া to start a boat (২) মৰা মৃত্যু হোৱা to die নাও ৰখা 'নাও থোৱা চোৱা। নাও ৰোৱা নাম ৰক্ষা হোৱা অৰ্থাৎ স্মৰণীয় হোৱা to be ommemorate নাও-লগা প্ৰসিদ্ধ যেনে নাও লগা মানুহ known renowned নাও লগোৱা 'নাও বন্ধা চোৱা। নাও লোৱা নামেৰে অভিহিত হোৱা নাম ধাৰণ কৰা যেনে 'নাও লৈছোঁ ভোগাই খাও পানী কাঁহদি to take a name নাও সলাই থোৱা এটাৰ সলনি আন এটা নাম দিয়া যেনে মই এই কাম কৰিব নোৱাৰোঁ যদি মোৰ নাম সলাই থ'বাঁ to change a name নাও সলাই দিয়া 'নাও সলাই থোৱা চোৱা। নাও হোৱা যশস্যা হোৱা to have one s credit raised

নাওটো কৰা কেৱল নাম মাত্ৰ কৰা আভাস মাত্ৰ কৰা যেনে সকামৰ নাওটোহে কৰিছোঁ to make only a semblance of anything

নাক কটা নাক কাটি দণ্ড কৰিলে ৰৰ লাজ দিয়া হয়। এতেকে ৰৰ লাজ দিয়া নিন্দনীয় কৰা to disgrace নাক কটোৱা বিষম লাজত পেলোৱা যেনে পুতেকে নীহ কাম কৰিলে বাপেকৰ নাক কটোৱা হয় to put to disgrace

নাক-কাণ কটোৱা নাক কাণ কটা ৰৰ গুৰু দণ্ড তেনে দণ্ড পোৱা লোক সমাজত নিন্দনীয় হয় 'নাক কটোৱা চোৱা।

নাক চকু লগা মানুহ সকলো মানুহৰে নাক আৰু চকু আছে। এতেকে একো বিশেষত্ব নথকা সৰ্বসাধাৰণ মানুহ an ordinary man having nothing unusual about him

নাক চুটি হোৱা কাটিলে নাক চুটি হয় আৰু নাক কটাটো লাজৰ কথা। এতেকে লাজ পোৱা ব্য to feel ashamed Irn

নাকচ কৰা বদ কৰা ৰহিত কৰা to cancel

নাকনি-কাণনি কৰা (নোক+নি নাই = নাকনি কাণ + নি নাই = কাণনি) নাক কাণ নোহোৱা কৰা অৰ্থাৎ কাণেৰে নুশুনা আৰু নাকেৰে উশাহ ল ব নোৱাৰা কৰা। এতেকে অতি কষ্ট দিয়া ৰৰকৈ আহুকাল বা আমনি কৰা to harass trouble or annoy excessively নাকনি-কাণনি হোৱা ৰৰকৈ কষ্ট আহুকাল বা অ'মনি পোৱা to be harassed troubled or annoyed excessively

নাকৰ গুৰিত টিলিকি মৰা নাকৰ গুৰিত টিলিকি মাৰিলে অপমান বা অগ্ৰাহ্য কৰা হয়। এতেকে অপমান বা অগ্ৰাহ্য কৰা গণিতা নকৰা to flout or

disregard

**নাকৰ তলে গোঁজা** নাকৰ তলে থকা ঝিঙ্কাইদি (অর্থাৎ মুখেদি) গোঁজা মাৰি ভিতৰলৈ সুমোৱা অর্থাৎ খোৱা ব্যং to eat or drink Im

**নাকী লগোৱা** নাকী লগালে ম'হ বশ হয়। এতেকে বশ কৰা অধীন কৰা to subdue to make submissive

**নাকে কাণে গোঁজা** অকল মুখেদিয়েই নুসুমাই, নাক আৰু কাণেদিও আহাৰ সুমোৱা অর্থাত বৰ লৰালৰিকৈ খোৱা to eat very hurriedly

**নাকে কাণে মাত যোৱা** 'কাণে নাকে মাত যোৱা চোৱা।

**নাকে দুখ খোৱা** 'নাকে পিয়াহ খোৱা চোৱা।

**নাকে পিয়াহ খোৱা** মাকৰ পিয়াহত মুখ লগাব নেজানি নাকেৰেই পিয়াহ খাবলৈ বিচৰা। এতেকে নিচেই কেচুৱা seeking to suck mother s breast with the nose instead of the mouth i e very young newly born

**নাকে মুখে গোঁজা** 'নাকে কাণে গোঁজা চোৱা।

**নাগতি কৰা** গতি নোহোৱা কৰা দুর্গতি কৰা to harass

**নাচনী উঠা** বহুবালি কৰা লোকে হাঁহিব বা নিন্দিব লগীয়া আচৰণ কৰা to be acting or behaving like a dancer i e to paly the clown

**নাচনী তিৰোতা** নাচি ফুৰা তিৰোতা অর্থাৎ চঞ্চল বা পাতল স্বভাৱৰ তিৰোতা গাত তৎ নোহোৱা তিৰোতা a woman wanting in gravity or dignity

**নাচি অহা** নাচৰ ছেও ক্রমে খৰ হৈ আহে। এতেকে বৰকৈ বাঢ়ি অহা যেনে বান পানী নাচি আহিছে শাকডৰা নাচি আহিছে to grow with great force to grow fast and luxuriantly

**নাচি ফুৰা** নাচন ধৰি ফুৰা। এতেকে (১) অস্থিৰ ভাৱে আচৰণ কৰা পাতলালি কৰি ফুৰা to behave or conduct lightly i e without gravity (২) আজৰি নোপোৱাত ব্যস্ত হৈ ফুৰা to be busily moving about without leisure

**না-জল না থল** পানীতো নাই, মাটিতো নাই। এতেকে ক'তো ঠাই নোহোৱা নিৰাশ্ৰয় আলাই আথানী helpless destitute

**নাটনি পৰা** অভাৱ হোৱা কম হোৱা নোজোৰা হোৱা to be short or deficient

**নাড়ী চোৱা** নাড়ী পৰীক্ষা কৰা to feel the pulse

**নাড়ীয়ে নাড়ীয়ে কথা থকা** গাৰ নাড়ীভালে গতি কথা অর্থাৎ অভিসন্ধি থকা 'আহে আঁহে কথা থকা চোৱা।

**নাতিনী-নাতি লোৱা** ধাৰে দিয়া টকাৰ সুতৰো সুত লোৱা to take compound interest

**নাথুকাৰ কৰা** নুই কৰা আসে মতা to deny

**নাদৰ ভেঁকুলী** 'কূপ মণ্ডুক চোৱা।

**নাদৰা দৰা** পূৰ্বে বিয়া নকৰোৱা দৰা a bridegroom that has not married before

**নাম অনা** 'নাও অনা চোৱা। **নাম উঠা** (১) নাম গাওঁতে নামৰ ছেও খৰ হোৱা reaching a brisk pace in chanting (২) নাও উঠা চোৱা। **নাম ওলোৱা** 'নাও ওলোৱা চোৱা। **নাম কটা** নামৰ ওপৰত আঁচ মাৰি লেখৰ বাজ কৰা যেনে স্কুলৰ পৰা নাম কাটিলে to strike off a name **নাম কটা** কামৰ পৰা খেদা খোৱা বৰ্খাস্ত হোৱা যেনে নাম কটা চিপাহী dismissed from service **নাম কঢ়া** 'নাও কঢা চোৱা। **নাম কথা** গুৰুৱে জপিবলৈ দিয়া ঈশ্বৰৰ নাম আৰু আচৰণ কৰিবলৈ দিয়া নীতি নিয়ম the form of prayer and the rules of conduct prescribed by one s spiritual preceptor **নাম কৰা** (১) 'নাও কৰা চোৱা। (২) সুনাম অৰ্জা

to earn a good name নাম-গোৱা ঈশ্বৰৰ নাম কীৰ্তন কৰা to chant hymns in praise of God নাম গোৱা ঈশ্বৰৰ নাম কীৰ্তন কৰা সবাহ যেনে গধূলিলৈ নাম-গোৱা পাতিছোঁ a ceremony of chanting hymns in praise of God নাম জুলা 'নাও জুলা' চোৱাঁ। নাম জুলোৱা নাও জুলোৱা চোৱাঁ। নাম ডুবা (১) 'নাও নুমোৱা' চোৱা। (২) যশস্যা লুপ্ত হোৱা to have one s reputation lost নাম তোলা নাম গাওঁতে নামৰ ছেও খৰ্ কৰা to raise a chanting to a brisk p ce নাম থোৱা (১) 'নাও থোৱা' চোৱাঁ। (২) নাম গোৱাত নামৰ সামৰণি মৰা to come to the close of a chanting নাম দিয়া (১) 'নাও দিয়া' চোৱাঁ। (২) নাম গাওঁতে নাম লগাই দিয়া to lead the chorus in a chanting নাম ধৰা (১) 'নাও ধৰা' চোৱাঁ। (২) 'নাম গোৱা' চোৱাঁ। নাম নাচ আনতকৈ কিছু সৰু তাকৰ বা হীন smaller less inferior নাম নুমোৱা নাও নুমোৱা চোৱাঁ। নাম নুশুনা 'নাও নুশুনা' চোৱাঁ। নাম পোৱা 'নাও পোৱা' চোৱাঁ। নাম ফুটি ফাটি যোৱা 'নাও ফুটি ফাটি যোৱা' চোৱাঁ। নাম বধা (১) 'নাও বধা' চোৱাঁ। (২) 'নাম থোৱা (১)' চোৱাঁ। নাম বোৱা নাও বোৱা চোৱাঁ। নাম লগা 'নাও লগা' চোৱাঁ। নাম লগোৱা নাম দিয়া (২) চোৱাঁ নাম লগোৱা নাম-গোৱাত নাম লগাওঁতা বা দিওঁতা one who leads a chorus in নাম গোৱা ceremony নাম লোৱা (১) 'নাম গোৱা' চোৱাঁ। (২) নাও লোৱা চোৱাঁ। (৩) মৃত্যুৰ সময়ত ঈশ্বৰৰ নাম স্মৰণ কৰা to pronounce God s name in prayer at the time of death নাম সলাই থোৱা 'নাও সলাই থোৱা' চোৱাঁ। নাম সলাই দিয়া 'নাও সলাই দিয়া' চোৱাঁ। নাম সোঁৱৰা মৰিবৰ সময়ত ঈশ্বৰৰ নাম স্মৰণ কৰা to think of God at the time of death নাম সোঁৱৰোৱা লোকক মৰিবলৈ ধৰোঁতে ঈশ্বৰৰ নাম স্মৰণ কৰাই দিয়া to make a person remember God at the time of death নাম হোৱা 'নাও হোৱা' চোৱাঁ।

নাম কটা চিপাহী (১) চৰ্কাৰে বৰ্খাস্ত কৰা কনিষ্টবল a dismissed constable (২) চতুৰ আৰু দুষ্ট মানুহ a clever and wicked person

নামটো কৰা 'নাওটো কৰা' চোৱাঁ।

নামতী উঠা সবাহত নাম লগাই দিয়া to lead a chorus in chanting hymns in prayer

নামৰ মুখেৰে থকা নাম গোৱাৰ অৰ্থাৎ প্ৰসং কৰাৰ পাচত একো নোখোৱাকৈ থকা (পুৱা বা দুপৰীয়া প্ৰসং কৰাৰ পূৰ্বেও কিবা খোৱাৰ নিয়ম নাই)। এতেকে লঘোণে থকা to be fasting

নামলৈ খেদা সুখ্যাতিলৈ আগ্ৰহ কৰা নিজৰ যশস্যা প্ৰকাশ হ'বলৈ যত্ন কৰা to hanker for fame

নামাজ্ পঢ়া (মুং) মছলেম ধৰ্মৰ বিধান মতে ঈশ্বৰৰ উপাসনা কৰা to say prayers as enjoined by the Mahomedan religion

নামে কটা গুণ নেথাকিলেও অকল নামেই প্ৰসিদ্ধ কৰা যেনে গডগাঁয়া কটাৰী নামেই কাটে to be prized fo the reputation of the name alone

নামে যোৱা একে নামৰ হোৱা যেনে তেওঁৰ নামো তোমাৰ নামেই যায to be of the same name to bear the same name with another

নাৰ্ কৰা নষ্ট কৰা বা অশুচি কৰা to spoil or defile

নাল চুমা 'দীঘল চুমা' চোৱাঁ।

নাল জোৰা দিয়া কথা অতিৰঞ্জিত কৰা (নাল লগালে দা-কটাৰী দীঘল হয়) to make exaggerations by adding falsehood to truth

নাল পাত জোৰ দিয়া নাল আৰু পাত জোৰা দি অবয়ৱ ডাঙৰ কৰা 'নাল

জোৰা দিয়া চোৱা।

**নাল লগা কথা** নাল লগাই দীঘল কৰা কথা। এতেকে (১) অতিৰঞ্জিত কথা exagg rated statement (২) "তাৰ পৰা গ'লে মানে 'ৰাম দেউক চিন্তি 'কিবা বোলেনে প্ৰভৃতি সংশ্ৰৱ নথকা লৰজ লগাই দীঘল কৰা কথা a statement made long by adding unnecessary adjuncts **নাল লগা চুমা** দীঘল চুমা চোৱা।

**নাল লগোৱা কথা** 'নাল লগা কথা চোৱা।

**নালে পাতে বোৱা** মানুহক কামত বৰকৈ খটোৱা বৰকৈ দুখ কৰিবলৈ লগাই, সবহ কাম কৰাই লোৱা to make a person work very hard in order ro realise a large amount of work

**নামে গাঁৱে মিলা** গাওঁখনে আৰু তাৰ গ্ৰামটোৱে মিলি পৰা অৰ্থাৎ, নামে কামে মিল হোৱা নাম অনুযায়ী কাম হোৱা যেনে ভোলানাথ নামৰ মানুহ ভোলোঙা স্বভাৱৰ হোৱা বা দ ঠাইত বহা গাঁৱৰ নাম 'দ গাঁও হোৱা name being justified by the deeds conduct or situation of its bearer

**নাৱে-তৰে** নাৱৰে আৰু মাটিৰে জলে আৰু স্থলে যেনে নাৱে তৰে যুদ্ধ ঘোষণা কৰা বা ৰণ কৰিবলৈ সাজু হোৱা both by land and water

**নাশ্ৰুত নাভূত** পূৰ্বে নুশুনা আৰু নোহোৱা অৰ্থাৎ কাল্পনিক বা অদ্ভুত যেনে নাশ্ৰুত নাভূত কথা never happening or heard of in the past i e either fictious or wonderful

**নাহৰ গছৰ গুৰি কটা** নাহৰ টান কাঠ গুণে তাক কটা বৰ শ্ৰমৰ কাম এতেকে টান বন কৰা দুখ বন কৰা to do a labourious work **নাহৰ গছৰ গুৰি পেলোৱা** একে অৰ্থ।

**নাহৰতকৈ সুকাঠী বোলোৱা** নাহৰ উৎকৃষ্ট শ্ৰেণীৰ কাঠ তাতোকৈ ভাল কাঠ বোলোৱা অৰ্থাৎ পাকৈততকৈও পাকৈত বোলোৱা ভালতকৈও ভাল বোলোৱা ব্যং going to be called better than the best or able then the ablest Irn

**নাহৰৰ সাৰ পেলোৱা** 'নাহৰ গছৰ গুৰি কটা চোৱা।

**নিকাচ্ কৰা** (১) নিষ্পন্ন কৰা কৰি শেষ কৰা যেনে মোৰ ভাগৰ কাম নিকাচ্ কৰিলোঁ to finish a work (২) চাফা কৰা স্থিৰ কৰা (হিচাবত খাটে) যেনে হিচাব নিকাচ্ কৰিলোঁ to settle (appl to an account)

**নিকাৰ ভোগা** জীযাতু ভোগা কষ্ট ভোগ কৰা to suffer pain or distress

**নিকাহ কৰা** (মুং) বিয়া কৰা to marry **নিকাহ্ পঢ়া** একে অৰ্থ।

**নিকিনা গোলাম** ধন দি কিনি নোলোৱাকৈয়ে বোৱা গোলাম অৰ্থাৎ এনেয়ে বন্দী বৈ দিয়া মানুহ one who serves like a slave for nothing

**নিকোট-কোটকৈ** সমূলি ঠাই ন'থৈ নিসন্ধিকৈ পূৰ কৰি ঠাহ খুৱাই যেনে নিকোট-কোটকৈ খোৱা without leaving anyroom filling up to the utmost

**নিখৰচিককৈ** (১) খৰচি ভাঙি অৰ্থাৎ, তেনেই মিহি কৰি breaking all lumps making very fine (২) ডাঙি পাতি মনৰ সন্দেহ দূৰ হোৱাকৈ যেনে নিখৰচিকৈ বুজোৱা নিখৰচিকৈ নিৰ্ভয় হোৱা removing all doubts

**নিজনি পৰা** মলি বা গেদ তললৈ নিগৰি পৰাত পৰিষ্কাৰ হোৱা (যেনে পানী) to be clean and clear by reason of the sediments being settled at the bottom (as in case of water)

**নিজম দিয়া** হাই উকমি বা কন্দা কটাৰ পাচত নিস্তব্ধ হোৱা উগ্ৰতা বা প্ৰকোপ নথকা হোৱা নিটাল মৰা to be calm and silent after crying or making noise to abate

**নিজৰ গাকে ৰখে নোৱাৰা** নিজেই ঠাবৰিব নোৱাৰা লোকক ৰক্ষা কৰক ছাবি নিজৰেই ৰক্ষা পাবলৈ অসমৰ্থ হোৱা to be unable to save one s self not to speak of helping others

**নিজান পৰা** নিৰ্জন হোৱা নিস্তব্ধ হোৱা to be quite quiet and silemt (appl to a place)

**নিজান পৰা** (১) গছৰ ফুল সৰি অন্ত হোৱা to be quite flowerless for having all the flowers fallen off (app to a tree) (২) মৰি বা ধ্বংস হৈ উচ্ছন্ন হোৱা উজাৰ হোৱা উবাৰ হোৱা যেনে মানুহ ঘৰ নিজান পৰিল to be altogether desolate by reason of death or destruction

**নিটাল মৰা** নিস্তব্ধ বা নিমাত হোৱা উগ্ৰতা বা প্ৰকোপ নোহোৱা হোৱা নিজম দিয়া to be silent to abate

**নিঠক্কৰা হোৱা** ঠাবি নথকা হোৱা ঠেক ছিগা হোৱা। এতেকে অবলম্বন নোহোৱা হোৱা নিৰাশ্ৰয় হোৱা to be helpless to be without a support

**নিঢালে মৰা** কোনো ফালে ঢাল নোলোৱাকৈ যি ভাৱে থাকে সেই ভাৱেই মৰা থিয়ৈ থিয়ৈ মৰা। এতেকে থিতাতে মৰা অৰ্থাৎ হঠাৎ ডাঙৰ বিপদত পৰা to be suddenly overcome by a dire calamity

**নিবোকা চামোন** (চামোন = চোম গছত থকা এবিধ ভূত সি যাৰ গাত লম্ভে সি মুখেৰে নমতা হয়) চামোনে পোৱাৰ দৰে নমতা নোবোলা মানুহ। এতেকে বেয়া প্ৰকৃতিৰ নিবোকা মানুহ a taciturn person of an evil nature

**নিফুট কৰা** গোপন কৰা লুকোৱা to hide or conceal **নিফুট মৰা** পলোৱা to be concealed **নিফুট হোৱা** একে অৰ্থ।

**নিমাতী কন্যা** সৰহকৈ কথা নোকোৱা থিৰ জুৰ স্বভাৱৰ ছোৱালী ব্যং a girl that does not speak much a modest or bashful girl Irn

**নিমুৰমূৰা হোৱা** 'নিমূৰ মূৰীয়া হোৱা চোৱা।

**'নিমুৰমূৰীয়া হোৱা** নিজৰ মূৰৰ বাহিৰে ঘৰত আৰু আন কাৰো মূৰ নথকা হোৱা অৰ্থাৎ পৰিয়ালৰ সকলো মৰি হাজি যোৱাত অকলশৰীয়া হোৱা to be the only surviving member of a family

**নিয়ম-কাৰণ** ৰীতি-নীতি পদ্ধতি প্ৰণালী নিষ্ঠা সদাচাৰ proper ways of doing anything rules of conduct prescribed rites

**নিৰ্জান পৰা** নিৰ্জন হোৱা ধ্বংসে হোৱা (ঠাইত খাটে) to be lonely to be l id desolate (appl to a place)

**নিৰ্বান কৰা** নাশ কৰা to destroy **নিৰ্ব্বান কৰা** একে অৰ্থ।

**নিৰ্য্যাতন কৰা** (১) প্ৰতিহিংসা কৰা to revenge (২) কষ্ট দিয়া দুৰ্গতি কৰা to oppress

**নিৰহ পৰা** পানী মাৰ যোৱাত ৰস নথকা হোৱা to be dry by being free of water or juice

**নিলগতে ছেই ছেই কৰা** কুকুৰক ছেই ছেই বুলি খেদোৱাৰ দৰে নিলগৰে পৰা ঘিণ কৰি খেদি দিয়া to turn out like a dog with contempt at a distance

**নিলগৰ টৌ নিলগতে মাৰ্ নিওৱা** কিবা বিপদ বা জঞ্জালে নৌ পাওতেই, তাক দূৰ কৰা to prevent a trouble or a danger at a distance **নিলগৰ টৌ নিলগতে মাৰ্ যোৱা** বিপদ বা জঞ্জাল দূৰতে নোহোৱা হোৱা to sub ide at a distance as a trouble or danger

**নিশা নিশাটো** গোটেই ৰাতিটো the whole night

**নিস্‌মৰ্ দিয়া** নিস্তব্ধ হোৱা মনে মনে থকা to be quite and still **নিস্‌মৰ্ মৰা** একে অৰ্থ।

**নিসিজা** (১) সিদ্ধ নোহোৱা not

rendered soft by cooking (২) সিদ্ধি নোহোৱা যেনে কাম সিসিজিল to b. unac omplished (৩) কেঁচা ছটামুটা কথা নগৰকা অবিনীত rough unquoth unreasonable insensible unamiable

**নিষ্ঠা-কষ্টা কৰা** ছিঙা-কটা কৰা সম্পৰ্ক বিচ্ছেদ কৰা নিকাচ কৰা to sever connection to decide finally **নিষ্ঠা-কষ্টাকৈ** ছিঙা কটাকৈ সম্পৰ্ক বিচ্ছেদ কৰি নিষ্পত্তিকৈ s vering connection finally **নিষ্ঠা-কষ্টা হোৱা** ছিঙা-কটা হোৱা নিকাচ হোৱা to be severed of connection to be finally decided

**নিহ্‌পালী দিয়া** (নি=নাই+পালী=পহৰীয়া) পহৰীয়ায়ো পহৰা দিবলৈ এৰি শোৱা অৰ্থাৎ গধুৰ টোপনিত নিমগ্ন হোৱা to be fast sleep

**নুই কৰা** মিছা মত্তা আসে মতা অস্বীকাৰ কৰা to deny

**নুই নাই কৰা** 'নাই নুই কৰা চোৱা।

**নুতি ওলোৱা** সৰু বিধৰ বসন্ত ওলোৱা to get measles

**নুমাবৰ অগনি জ্বলোৱা** নুমাব খোজা জুই আকৌ জ্বলোৱা অৰ্থাৎ পাহৰিব লগীয়া হোৱা শোক আকৌ উজাৰি বৃদ্ধি কৰা to rake up a sorrow about o be forgotten **নুমোৱা অগ্নি জ্বলোৱা** পাহৰা শোক উজাৰি জ্বলাই দিয়া to rake up a sorrow that was forgotten

**নেউৰি খোৱা** প্ৰীতিৰে দিয়া বস্তু খোৱা লোৱা কৰা আদৰ অভ্যৰ্থনা উপভোগ কৰা to enjoy hospitality

**নেওচন্ কেওচন্ কৰা** (নেওচন=নেওচা দিযা কাৰ্য্য কেওচন অনু) গৰিহণা দিয়া ছদকা দিয়া to curse **নেওচন কেওচন খোৱা** গৰিহণা বা ছদকা ভোগ কৰা to be curse **নেওচন খোৱা** একে অৰ্থ।

**নেওচা কেওচা দিয়া** নেওচন কেওচন দিয়া চোৱা।

**নেওচা খোৱা** নেওচন কেওচন খোৱা চোৱা।

**নেওচা দিয়া** শাও দিয়া গৰিহণা দিয়া to curse

**নেকেহ্ কৰে** গধুৰ বস্তু পৰাৰ দৰে শব্দ কৰি যেনে নেকেহ্ কৰে পেলালে producing a dull sound like the falling of some heavy thing

**নেগুৰ ওলমা দিয়া** লোকৰ নেগুৰত ধৰি ওলমা। এতেকে লোকৰ ওপৰত নিৰ্ভৰ কৰা লোকলৈ আশা কৰা তুচ্ to hand by other s tail i e depend upon others to look up to others cont

**নেগুৰত ধৰি ওলমা** নেগুৰ ওলমা দিয়া চোৱা।

**নেগুৰ পকোৱা** (১) নেগুৰ পকালে জন্তুৱে দুখ পায়। এতেকে শাস্তি কৰা to punish to torture (২) কুকুৰে ভয় খালে নেগুৰ পকাই ঠেঙৰ মাজলৈ সুমায়। এতেকে ভয়ত পাচ হোঁহকা to stand back or retreat in fear

**নেগুৰ মোটোকা দিয়া** নেগুৰ পকোৱা চোৱা।

**নেগুৰৰ পৰা ফেঁট তোলা** ফেঁটী সাপে বৰ খঙত ফেঁট তুলিলে অকল নেগুৰডালহে মাটিত থাকে এহেলৈ গোটেই সাপটো থিয় হৈ উঠে। এতেকে বৰকৈ খং কৰি উঠা to be rising up in an outburst of anger

**নেগুৰীয়া** নেগুৰযুক্ত অৰ্থাৎ সম্মানিত বা উপাধিযুক্ত ব্যং tailed i e respectable having a title added to the name Irn

**নেজ-গুৰৰী** নেগুৰত গোবৰ লাগি থকা এতেকে লেতেৰী dirty ( appl to a female)

**নেথ্ পৰা** (নেথ=নেথনি) কেঁকোৱা to groan

**নেদেখা জন** যিজনক কোনেও নেদেখে অৰ্থাৎ পৰমেশ্বৰ the invisible one i e God

**নেপাই নথৈ** আন একো কৰিবলৈ উপায়

নেপাই আন একো কৰিব নোৱাৰি যেনে আনবোৰক নেপাই ন'থৈ মোৰ ওপৰত খ সাৰিলে without being able to do anything else

**নেফানেফ্ কৰা** (১) আউল্ বাউল কৰা বিশৃঙ্খল কৰা যেনে সূতা নেছা নেফানেফ্ কৰিলে to put in disorder to disarrange or throw pell mell (২) থপিযাই একো ভাগ লৈ যোৱা যেনে মিঠৈবোৰ বাহ্ল ৰাই নেফানেফ্ কৰিলে to snatch off eagerly in portions

**নেবান্ধি সিঁচা** ভেঁটা দি বান্ধি নোলোৱাকৈ পানী সিঁচা বান্ধি ন'ললে পানী সিচি অন্ত কৰিব নোৱাৰি তেনেকৈ সিচিঁলে মাত্র মিছাতে শ্রম কৰা হয। এতেকে পকাকৈ বন্দবস্ত নকৰি কোনো কাম কৰা to do or undertake anythig without settling ts terms

**নেষাও নথও কৰা** কোনো ঠাইলৈ যাবলৈ অনিচ্ছা প্রকাশ কৰা to express unwillingness to go to a place

**নেৰ্-ভেৰ্ কৰা** লেটিপেটি লগাই বিশৃঙ্খল কৰা আউল বাউল কৰা to disarrange to make disorder d or pell mell

**নেৰা-নেপেৰা** ছেদ্‌ভেদ্ নোহোৱা অবিচ্ছেদ অবিৰাম continu us incessant constant **নেৰা নেপেৰাকৈ** অবিচ্ছেদে অবিৰামে continuously incessantly

**নেলী লোৱা** চিকাৰত জন্তু ধৰিবলৈ বাঘৰ দৰে জোপ লোৱা to lie in wait l ke a tiger

**নেহ্-নেহ্ ঠেহ্-ঠেহ্** (নেহ্=কেঁকনিৰ শব্দ ঠেহ্—অনু) অলপীয়া গাৰ অসুখ সামান্য নৰিয়া a sl ght ndispos tion

**নোক্-নোকী** যি নোক্ নোক শব্দ কৰি মাতে অর্থাৎ গাহৰি swine

**নোকোৰা গুচাই তোলা** (নোকোৰা =চোকোৰা কণীৰ খোলা বা গুটিৰ ওপৰৰ ছাল বা বাকলি) কণীৰ পৰা পোৱালী ওলাবলৈ চৰায়ে কণীৰ চোকোৰা খুঁটি গুচাই দিয়ে পিছৰ গুটিৰো ছাল বা বাকলি গুচালে বেগতে গজালি ওলায়। এতেকে সৰুৰে পৰা আল্ পৈচান ধৰি তুলি তালি ডাঙৰ কৰা to bring up by nursing form infancy

**নোপোৱাই পোৱা** আগেয়ে নোপোৱা আকলুৱা মানুহে কিবা ভাল বস্তু পোৱা যেনে মগনিয়াৰ মানুহ সৰহ ধনৰ অধিকাৰী হোৱা to be getting possession of some good thing by one never used to it before

**নোম টেঙৰ** গাৰ প্রত্যেক নোমডালে সৈতে টেঙৰ। এতেকে অতি টেঙৰ extremely clever **নোম দৰিদ্র** এনে দৰিদ্র যে গাত নোমো নাই। এতেকে ডাল দৰিদ্র extremely poor **নোম নলৰা** মুঠেই গ্রাহ্যৰ ভাব নোহোৱা যেনে আমাৰ কথাত তাৰ নোমেই নলৰে feeling not even the slight st sense of regard or attent on

**নোম-নেগুৰ বর্জিত** নোম আৰু নেগুৰ নোহোৱা নোম নেগুৰ নহ'লে জন্তুক বৰ ছেৰেলা দেখি। এতেকে অতি দ্রৰিদ্র extrem ly poor qu t indigent

**নোযোৱা নুথুৱা** অন্ত নোহোৱা আৰু ৰাতি গৈ পুৱা নোহোৱা। এতেকে বৰ দীঘল আৰু আমনি লগা যেনে পুহমহীয়া ৰাতি আৰু জেঠ মহীযা দিন নোযোৱা নুপুওৱা যেন লাগে দুখৰ দিন নেযায় নুপুৱায় এই ছোৱা বাট নোযোৱা নুপুওৱা very long and tiresome

**নোৱনি তোলা** ছোৱালী শান্তি হ'লে মাইকী মানুহে গোটখাই সাত দিনৰ দিনা মঙ্গলজনক স্ত্রী আচাৰ কৰা to observe ceremonies on the occasion of attainment of puberty by a girl (this is done on the 7th day of the menstruation and only by women) **নোৱনি বিয়া**

ওপৰত কোৱা স্ত্ৰী আচাৰ the formalities of the said ceremonies **নোৱনি হোৱা** শান্তি হোৱা প্ৰথম ৰজোদৰ্শন হোৱা to get menses for the first time

**নোবাই তোলনিৰ আখৈ পিঠা** ( নোবনি বিয়া চাই লোৰা তাকে নোবাই তোলনি বোলে) নোবাই-তোলনি বিয়াত বহুত আখৈ আৰু পিঠা ছটিয়াই তাক চুৰা বুলি কোনেও নেখায়। এতেকে পেলনি যোৱা প্ৰচুৰ বস্তু সৰহীয়া কিন্তু অশুচি বস্তু plenty of anything but useless for being impure

**নোবাই-তোলনি হোৱা** নোবনি হোৱা চোৱাঁ।

**নোৱাৰা হোৱা** (১) অপৰাগ হোৱা to be unable or incapable (২) ছুব নোৱাৰা হোৱা অৰ্থাৎ ৰজস্বলা হোৱা to be in one s monthly course

**নোহোৱা নোপজা** আগেয়ে কেতিয়াবা নঘটা বা জন্ম নোহোৱা। এতেকে অভূতপূৰ্ব নাশ্ৰুত নাভূত কাল্পনিক that which never happened or was never born fictious

**নোহোৱাৰ হোৱা** পূৰ্বে নোহোৱা মানুহৰ নতুনকৈ সম্পদ হোৱা getting a prosperity never enjoyed before (as an indigent person suddenly getting a lot of money)

**নৌ শিলিখাৰ আদ্খন খাওতেই** শিলিখাটোৰ আধাখিনি নৌ খাওঁতেই শিলিখা খাবলৈ কেঁহা। এতেকে কোনো অপ্ৰীতিকৰ বা টান কামৰ আধাখিনি নৌ কৰোঁতেই before doing one half of an unpleasant or difficult job

## প

**পইৰা দিয়া** (১) লোটা কলহ আদিৰ তলত খুৰা লগোৱা having a foot broader attached to the bottom (as of some utensils) (২) মাটি বোকা কৰি তাত কঠীয়া ৰোৱাৰ সলনি ধান সিঁচি দিয়া to broadcast paddy seeds on a muddy land instead of transplanting seedlings therein

**পং কথা** অলঙ্কাৰ লগোৱা কথা words or speeches ornamented with rhetoric

**পংক্তি লগা** দিহা লগা শ্ৰেণীবদ্ধ well arranged rranged in order **পংতি লগা** একে অৰ্থ।

**পংপঙাই ফুৰা** নিৰ্ভয় মনেৰে যেনি তেনি ফুৰি ফুৰা to be moving about without hesitation or diffidence

**পঁচা বন কৰা ঢকা ভাত খোৱা** আদেশ মতে বন কৰা আৰু সকলোৰে পাচত খাব লগীয়া হোৱা বাবে ঢাকি থোৱা ভাত খোৱা। এতকে লগুৱালি কৰা serve as menial

**পঁচি খেলা** কড়ি খেলা to play a game of Couri shells

**পঁজাল পোৱা** উমান বা সহাৰি পোৱা to feel the approach of anything by a slight sound or smell etc

**পঁজালি গেলা** (পঁজালি=গজালি) গজালি গেলা কণ গেলা যেনে পঁজালি গেলা তামোল rotten in germ so as to lose the power of germination

**পক্ উঠা** পকি কোমল হোৱা to ripen **পক্ ধৰা** পকিবলৈ ধৰা বা আৰম্ভ কৰা to begin to ripe **পকনি উঠা** একে অৰ্থ।

**পকা** (১) পৰিপক্ক হোৱা পৈণত হোৱা to be ripe (২) পাৰদৰ্শী হোৱা ব্য যেনে জুৱা খেলত পকিল to attain excellence Irn (৩) পূৰা আটুত যেনে গুৱাহাটীৰ পৰা যোৰহাটলৈ পকা ১৮৯ মাইল full accurate

**পকা আঙঠা** (১) পকা আঙঠা বৰকৈ জ্বলি থাকে। এতেকে বিখ্যাত বা যশস্বী লোক a renowned person (২)

পকা আণ্ঠা বৰ তপত। এতেকে বৰ খঙাল মানুহ a very angry person **পকা উঠা** মুগাৰ পলুৱে গছপাত খাই পকি অৰ্থাৎ বুঢ়া হৈ, জাকেৰে তললৈ নামি অহা coming down from a tree in flocks when mature (as in the case of silk worms) **পকা জলপান** পক্কান্নৰ জলপান refreshments consisting of cooked corns as opposed to uncooked

**পকা খেকেৰা যেন মুখ** তেজাল মুখ a ruddy countenance

**পকাই ফুৰা** এনি তেনি ফুৰি ফুৰা যেনে দিনটো পকাই ফুৰি ভাগৰ লাগিছে to be going round a lot

**পকোৱা** ইফালে সিফালে ঘুৰা বা ফুৰা যেনে বহুত পকালোঁ (অৰ্থাৎ ফুৰিলোঁ) to take a round

**পখৰা ওলোৱা** শ্বেত কুষ্ঠ হোৱা to get leucoderma **পখৰা ধুন** (পখৰা এটাতকৈ অধিক বৰণৰ) সানমিহলি ধুন অৰ্থাৎ বাৰমিহলি ধুন অশোভন বা নিমিলা ধুন কুৰুচিৰ ধুন an inappropriate fashion of dressing a fashion without good tastes

**পখিয়াপখি কৰা** (১) চৰাযে কাজিয়া কৰি পৰস্পৰৰ পাখি উঘলা pulling off each other s feathers in quarrel or truggle (by birds) (২) চুলিয়া চুলি কৰা দবৰা দবৰি কৰা pulling off each other s hair in a struggle to fight hand to hand

**পগা পোৰা** পগোৱা আৰু পোৰা অৰ্থাৎ সকলো কথালৈ চকু দি ভালকৈ বিবেচনা কৰা যেনে কথাটো পাগি পুৰি চালোঁ to think over carefully

**পঘা খোৱা** দুষ্ট গৰুৰ দৰে পঘা কামুৰি বান্ধ ছিঙি পলাই যোৱা স্বভাৱৰ। এতেকে দুষ্ট বশ নমনা কুলক্ষণীয়া wicked untamed bad natured

**পচলা কটা দিয়া** পচলাৰ দৰে অনায়াসে কাটি শেষ কৰা যেনে, শত্ৰু সৈন্যক পচলা কটা দিলে to cut into pieces swiftly and easily বিজ্,— 'কচু কটা দিয়া।

**পচোৱা বতাহত উড়া** (পচোৱা বতাহ= পশ্চিম ফালৰ পৰা অহা কোবাল বতাহ) বৰ উতনুৱা বা চঞ্চল হোৱা to be very much rash or inconsiderate **পচোৱা বতাহৰ আগ** অতি উতনুৱা বা চঞ্চল মানুহ a very rash or inconsiderate person

**পঞ্চামৃত খুওৱা** (১) প্ৰথম গৰ্ভ পাঁচ মহীয়া হওঁতে মঙ্গল আচৰণ কৰি গৰ্ভৱতীক এৰাঁ গাখীৰ দৈ গাখীৰ ঘিঁউ মৌ আৰু চেনি খুওৱা to serve in ceremony milk curd ghee honey and sugar to a woman during the fifth month of her first pregnancy (২) ভাল খাবন খুওৱা to provide with delicious food

**পটলিত উঠা** একে স্বভাৱৰ হোৱা যেনে পুতেক বাপেকৰ পটলিত উঠিছে to acquire similar habits and nature

**পটা পিহা দিয়া** পটাত পিহাৰ দৰে পিহি পেলোৱা। এতেকে বিষম ৰূপে মাৰকিল কৰা to beat severely

**পটুৱা ছিৰা দিয়া** কল পটুৱাৰ দৰে ছিৰা ছিৰ কৰা to spilt up like a sheath of a plantain tree

**পণ্ড কৰা** নিষ্ফল কৰা অসাৰ্থক কৰা to make fruitless or ineffective

**পঢ়ি ছিৰা ছিৰ কৰা** পঢ়োঁতে পঢ়োঁতে পুথি ছিৰা ছিৰ্ কৰি ফালি পেলোৱা অৰ্থাৎ, বৰকৈ পঢ়া পঢ়ি অনেক বিদ্যা উপাৰ্জন কৰা ব্য to acquire vast knowledge from study Irn

**পটি ফলা** পটি ছিৰা ছিৰ কৰা চোৱাঁ। যেনে এওঁ পটি ফালিব।

**পতং দিয়া** পলাই পত দিয়া চোৱাঁ। **পতং পৰা** (পত =পতঙ্গ) উঁই পৰুৱা আদি পতঙ্গৰ দৰে জুইত পৰি জাহ্ যোৱা অৰ্থাৎ, ধ্বংস হোৱা জাহ্ যোৱা

to be annihilated or destroyed **পতং হোৱা** একে অৰ্থ।

**পতা** স্থাপন কৰা থিতাপি কৰা অৰ্থাৎ সা সম্পত্তি বা বিষয়া বাসনা দি থাপিত কৰা যেনে তেওঁৱেই মানুহঘৰ পাতিলে to establish by giving a position

**পতি কৰা** (১) প্ৰতিপাল বা শুশ্ৰূষা কৰা to support or nurse (২) পুতৌ কৰা to take pity

**পতিত হোৱা** (১) বতা বা ছন পৰি থকা (মাটিত খাটে) to l e waste or fallow as land (২) নীচ কাৰ্য্য কৰা বাবে নীচত্ব প্ৰাপ্ত হোৱা নিষিদ্ধ বা পাপ কাম কৰা বাবে জাতিভ্ৰষ্ট হোৱা to be fallen degraded or outcasted for doing something immoral prohibit d or sinful

**পতি পতিকৈ** (পতি=প্ৰতি) এটা এটাকৈ প্ৰত্যেকটোকে বেলেগে বেলেগে গাইপতি দঢাই দঢাই যেনে সকলো কথাকে পতি পতিকৈ বুজাই কৈছোঁ কাইলৈ আহিবলৈ তাক পতি পতিকৈ কৈ পঠাইছোঁ on by one separetely with warnings

**পতিহা কৰা** প্ৰত্যাশা কৰা সাহায্য পাবৰ আশা কৰা to expect any help or assistance to look up for as istance to depend upon

**পথাৰ ফুৰা** সঙ্গমৰ নিমিত্তে পথাৰে পথাৰে জাক বান্ধি ল'ৰি ফুৰা জাক ফুৰা to run about in the fields n a herd for sexual intercourse (appl to cows)

**পথালি কোমোৰা যেন** কোমোৰাৰ দৰে পথালি ভাগে শকত অৰ্থাৎ পথালিৰ অনুপাতে দীঘল নোহোৱা। এতেকে চুটি চাপৰ আৰু শকত (মানুহত খাটে) plump and short n stature

**পথালি কোলাত লোৱা** (১) ল'ৰাক কোলাত শুৱোৱাৰ দৰে কোলাত পথালিকৈ শুৱাই লৈ থকা to place on the lap like a child in a lying position (২) অতি তত্ত্বাৱধান কৰি সমূলি দুখ নোপোৱাকৈ ৰখা ব্যং to provide all comforts for a person and look after with great attention Im

**পথালি চকুৰা মানুহ** দেৱতাৰ চকু ওপৰ ফাললৈ অলপ হেলনীয়া তেওঁলোকৰ দৃষ্টিও সূক্ষ্ম মানুহৰ হ'লে চকুও তেনেই পথালি আৰু বুদ্ধিও স্থূল এনে ভাৱ বুজাইছে। এতেকে স্থূল বুদ্ধিৰ বাবে ভুল-ভ্ৰান্তি থকা মানুহ erring and inful man

**পদ-শিলা** কোনো দেৱতাৰ নতুবা কোনোবা অৱতাৰী পুৰুষৰ পদচিহ্ন থকা শিল a stone that contains a foot print of a god or a sage

**পদাপাল খেদা** পদ আস্ফালনকৈ দিয়া খেদা অৰ্থাৎ বৰ বেগেৰে বহু দূৰলৈকে খেদি যোৱা কাৰ্য্য যেনে গৃহস্থই চোৰক পদাপাল খেদা দিলে a hot chase **পদাপাল দেখা** বিচেষ্টা বা বিবুদ্ধি হোৱা to be non plussed **পদাপাল দেখুওৱা** বিচেষ্টা বা বিবুদ্ধি কৰা to non plus

**পদূলি সুঙা** কুকুৰে পদুলিয়ে পতি সুঙি ফুৰাৰ দৰে বিনা কামত ঘৰে ঘৰে গাও ফুৰা to call at house to house w thout business like a dog smelling and pausing at every g te

**পদে পদে** খোজেপতি। এতেকে প্ৰতি কথাতে সকলো বিষয়তে যেনে পৰাধীনৰ পদে পদে লাঞ্ছনা at every step **পদে-প্ৰমাণে** প্ৰমাণে পতিয়ে অৰ্থাৎ উপযুক্ত প্ৰমাণৰ দ্বাৰাই যেনে দোষী বুলি পদে প্ৰমাণে সাব্যস্ত হৈছে with sufficient vidence

**পনিয়ল্ পিটিকা দিয়া** খোৱাৰ আগতে পনিয়লক পিটিকি কোমল কৰি লোৱা হয় সেইদৰেই পিটিকা অৰ্থাৎ পিটিকি তুলাতুল কৰা to squeeze anything to great softness

**পম্ খেদা** শিহঁৰি চাই চাই বিচৰা অৰ্থাৎ, সূত্ৰ ধৰি অনুসন্ধান কৰা to trace by

following a clue **পম্ ধৰা** কোনো কথাৰ সূত্ৰ বিচাৰি পোৱা to get a clue to anything

**পয়াণ কৰা** (পয়াণ = প্ৰাকৃ পয়ান সং— প্ৰয়াণ) যাত্ৰা কৰা প্ৰস্থান কৰা গুচি যোৱা যেনে অধিকাৰ পুৰুষে বৈকুণ্ঠ পয়াণ কৰিলে অৰ্থাৎ বৈকুণ্ঠলৈ প্ৰস্থান কৰিলে (অৰ্থাৎ দেহ ত্যাগ কৰিলে) to depart to leave or start for a place

**পয়া লগা** মাকৰ পিয়াহ কম বাবে বা পিয়াহত কিবা দোষ থকা বাবে শীৰ্ণাই শুকাই যোৱা (কেচুবাত খাটে) যেনে ল'ৰাটোৰ পয়া লাগিছে to be emaciated for some defects in the mother's milk or for its scantiness (appl to an infant)

**পৰ্কিতি লৰা** (পৰ্কিতি = প্ৰকৃতি) স্বভাৱ লৰ হোৱা অৰ্থাৎ স্বভাৱ বিকৃত হৈ মৰিবৰ লক্ষণ প্ৰকাশ পোৱা যেনে 'কুকুৰৰ বুঢ়া হ'লে ফাপৰে ধৰে মানুহৰ বুঢ়া হ'লে পৰ্কিতি লৰে occurring a change in one's nature or temperament a a sign of approaching death

**পৰ্ ছাঁয়া পৰা** সংসাৰত সদায় দেখি থকাবিলাকৰ বাহিৰে গাত আন কাৰবাৰ ছাঁ পৰা অৰ্থাৎ ভূতে পোৱা (ভূতৰ শৰীৰ ছাঁযাৰে নিৰ্মিত বুলি কথিত আছে) to be possessed by an evil sprit

**পৰ্ণ নৰ** গছপাতেৰে সজা মানুহ শৰ বিচাৰি পোৱা নগলে খৰি দিবলৈ গছপাতেৰে সজা মৃতকৰ মূৰ্তি বা জুমুধি an effigy of a person made of dried leaves in order to be cremated when the dead body cannot be found

**পৰ্ দিয়া** (পৰ = প্ৰহৰ) পৰে পৰে মানুহ সলনি হৈ ৰাখি থকা বা কেতিয়া কি হয় চাই থকা (নৰিয়াত খাটে) যেনে নৰিযা পৰ দিছে to watch over a person seriously ill

**পৰ দেশত মৰ ভেশ ধৰা** (ভেশ = বেশ) বিদেশত মৰাৰ ভেশ ধৰা অৰ্থাৎ, বিদেশত নিজৰ দেশৰ দৰে ক্ষমতা চলাব নোৱাৰা বাবে ক্ষমতা হীন ভাৱে চলা to be living without influence in a foreign land

**পৰ্ পালী দিয়া** পাল পাতি নৰিয়া পৰ দিয়া to watch over an ill person in turns পৰ দিয়া চোৰা।

**পৰ্বতত কাছ-কণী বিচৰা** কাছ কণী পৰ্বতত পোৱা নেযায়। এতেকে যি ঠাইত যি বস্তু উৎপন্ন নহয় বা পোৱা নেজায় সেই ঠাইত সেই বস্তু বিচৰা to seek for trotoise eggs on the hill top i e to seek for anything at a place where it is never produced or found

**পৰ্বতে পাষণ্ডে** (পাষণ্ড = পাষাণ) পৰ্বতত আৰু শিলনিত। এতেকে দুৰ্গম ঠাইত যেনে পৰ্বতে পাষণ্ডে লুকালগৈ at inaccessible places

**পৰখ পোৱা** (পৰখ্ = পৰীক্ষা) পৰীক্ষা কৰি চাই ফলাফল বুজা পৰিণাম পোৱা অৰ্থাৎ, নকৰিবলগীয়া কাম কৰি তাৰ বেয়া ফল পোৱা যেনে উত্তগালি কৰাৰ পৰখ পাবি to come to grief for a rash conduct

**পৰচ** পৰস্থ অৰ্থাৎ পাবলৈ থাকে যি। এতেকে সন্তান (জন্তুত খাটে) progeny (appl to animals)

**পৰ চৰ্চা** পৰ নিন্দা লোকৰ কুৎসা backbiting speaking ill of a man behind his back **পৰ চেষ্টা** যি জনে কৰি দেখুৱায় তেওঁৰ নহয় লোকৰ চেষ্টা। এতেকে অপদেৱতাৰ কাৰ্য্য বা আক্ৰমণ ভূতে পোৱা an attack by an evil spirit **পৰ ছাঁয়া** পৰ চেষ্টা চোৱা। **পৰ পিণ্ডাশী** লোকে দিয়া পিণ্ডলৈ আশা কৰা অৰ্থাৎ ভৰণ পোষণৰ বাবে লোকৰ ওপৰত নিৰ্ভৰ কৰা depending upon others for maintenance **পৰ পুৰুষ** নিজৰ স্বামীৰ বাহিৰে অন্য পুৰুষ any other

man besides one's husband **পৰস্ত্ৰী** লোকৰ পত্নী another's wife
**পৰম পদ** উৎকৃষ্ট অৱস্থা অৰ্থাৎ জীৱন্মুক্তিৰ অৱস্থা the best stage i.e. the state of salvation or perfect bliss **পৰম পুৰুষ** সকলোতকৈ শ্ৰেষ্ঠ পুৰুষ অৰ্থাৎ ঈশ্বৰ God **পৰম বস্তু** সকলোতকৈ শ্ৰেষ্ঠ বস্তু অৰ্থাৎ ঈশ্বৰ the best of all things i.e. God
**পৰৰ পাই জ্বৰৰ গাবে খোৱা** জ্বৰৰ গাবে গধূৰ আহাৰ কৰিলে অপকাৰ হয় তথাপি লোকৰ বস্তু খাবলৈ পালে জ্বৰৰ গাৰেই খোৱা অৰ্থাৎ লোকৰ বস্তু পালে লাভৰ দাহত বা লোভত নিজৰ অনিষ্টকো নগণি সম্ভোগ কৰা eating even in fe er when at other's cost i.e. enjoying other's thing in greed even at risk of harm to self বিজ্, সং— পৰান্নং দুৰ্ল্লভং মন্যে শৰীৰং জন্ম জন্মনি ।
**পৰৰ মূৰত খোৱা** লোকৰ খৰচত সুখেৰে জীৱনযাত্ৰা নিৰ্বাহ কৰা to live an easy and comfortable life at others cost
**পৰা** (১) তললৈ সৰা to fall down from abo e (২) পাটীত কাতি হোৱা to lie down in bed (৩) শৰণাগত হোৱা যেনে দেউতাৰ চৰণত পৰিছোঁ to fall at the feet of another (৪) হত হোৱা মৰা যেনে ৰণত পৰিল to fall in battle (৫) হ্ৰাস হোৱা যেনে অৱস্থা পৰি আহিছে to dwindle down (৬) ধৰা পৰা যেনে চোৰ পৰা পছ পৰা to be caught (৭) চাপৰ হোৱা যেনে মাৰলীটোৰ এমূৰ পৰিছে to be lower or short in height (৮) কিবা কাৰ্য্যৰ সময় নিৰ্দ্ধাৰিত হোৱা অৰ্থাৎ কেতিয়া হ'ব তাৰ স্থিৰ হোৱা যেনে দুৰ্গা পূজা আহিন বা কাতিত পৰে to be fixed for to come off (৯) বোল ধৰা যেনে চকু ৰঙা পৰিছে to take a hue (১০) স্থগিত হোৱা যেনে বিয়া অশৌচৰ বাবে পৰিল to be stopped or put off (১১) ভাৰ্য্যা ৰূপে বিবাহিতা হোৱা যেনে সীতা ৰামলৈ পৰিছিল to be married as a wife (১২) আক্ৰান্ত হোৱা যেনে বেমাৰত পৰা to be laid up (as with a disease)
**পৰাই নোৱাৰাই** (১) কিছু পাৰে আৰু কিছু নোৱাৰে এনেকুৱাকৈ। এতেকে ভালে বেয়াই কোনো মতে এক প্ৰকাৰে জনাই নজনাই যেনে পৰাই নোৱাৰাই কাপোৰখন বৈছে passably (২) পৰা আৰু নোৱাৰা দুই অৱস্থাতে। এতেকে আহুকালে অসুবিধাই ভাল বেয়া দুই অৱস্থাতে সুখত আৰু দুখতো যেনে ওচৰ চুবুৰীয়া মানুহ পৰাই নোৱাৰাই লাগে both at times of ease and difficulties
**পৰাচিত কৰা** পাপ গুচিবলৈ প্ৰায়শ্চিত কৰোৱা to make one expiate for a sin **পৰাচিত হোৱা** প্ৰায়শ্চিত্ত হোৱা to make expiations for a sin
**পৰা পক্ষত** পাৰিলে পৰা খিনিত সাধ্যৰ অতীত ন'হলে if possible for one if not beyond one's power **পৰা পক্ষে** একে অৰ্থ।
**পৰাল পৰা** (১) ঢেঁকীত খুন্দা বাবে মলি বা তুঁহ গুচি পৰিষ্কাৰ হোৱা to be clean by being husked (২) ব্যৱহাৰ কৰাত জীৰ্ণ বা পুৰণি হোৱা যেনে কাপোৰখনৰ পৰাল পৰিল to be old or worn out in use **পৰাল পেলোৱা** (১) ঢেঁকীত খুন্দি পৰিষ্কাৰ কৰা to make clean by husking (২) ব্যৱহাৰ কৰি পুৰণি কৰা to make old by wear and tear
**পৰালি পৰা** (১) পুৰণি হোৱাত বা অতিৰিক্ত ব্যৱহাৰত অকৰ্মন্য হোৱা যেনে দিনে ৰাতিয়ে উঠা বাবে ঘোঁৰাটোৰ পৰালি পৰিল to be worn out by reason of excessive use (২) হানি হোৱা ক্ষতি হোৱা যেনে বেপাৰত বহুত টকা পৰালি পৰিল to be sustained as a loss (৩) অন্ত

হোৱা টুকুৱা to be finished or exhausted **পৰালি পেলোৱা** ব্যৱহাৰ কৰি পুৰণি বা অকৰ্মন্য কৰা হানি কৰা অন্ত কৰা to render old or useless by wear and tear to make a loss to finish or exhaust

**পৰি অহা** ক্ৰমে ত'ললৈ হ'লি অহা অৰ্থাৎ, ক্ৰমে ন্যুন হৈ অহা to be gradually declining **পৰি মৰা** পৰিয়েই ততালিকে মৰিবৰ যোগ্য অৰ্থাৎ, নিশকতীয়া যোত্ৰহীন ক্ষমতাহীন weak resourceless **পৰি যোৱা** ক্ৰমে ন্যুন হৈ যোৱা to be going down and down i e to be declining step by step

**পৰিণাম পোৱা** (১) প্ৰতিফল পোৱা to get a result (২) বিৰাম পোৱা to get a remission

**পৰুৱাই পোৱা** মুকলি ঠাইত দিক্‌ভ্ৰম হৈ বাট হেৰোৱা (তেতিয়া মানুহে ঘূৰি ঘূৰি আকৌ একে ঠাইতে ওলায়হি মানুহে ভাবে বোলে পৰুৱা নামেৰে এবিধ ভূতে পাই তেনে দিকভ্ৰম ঘটায়) to be turning up at the same place over and over again by losing one s way in confusion (this happens at an open and wide place)

**পৰেকলৈ বৈ ডাঁৱেকলৈ নোবোৱা** অনেক সময় অপেক্ষা কৰি আৰু অলপ মাত্ৰ সময়লৈ অপেক্ষা নকৰা refusing to wait any more even for a short time after having waited long

**পৰে পৰে** প্ৰহৰে প্ৰহৰে দিন বা ৰাতিৰ প্ৰতি প্ৰহৰতে যেনে শিয়ালে ৰাত্তি পৰে পৰে হোৱা দিয়ে at the end of every one fourth part of day or a night

**পলাই পতং দিয়া** (পত = পতঙ্গ) পতঙ্গৰ দৰে ছিটিকি পলোৱা অৰ্থাৎ চাট নসহাকৈ পলোৱা বিচাৰি নোপোৱাকৈ পলোৱা to flee precipitately so as not to be found again **পলাই পত্ৰং দিয়া** এই পাঠো আছে।

**পলাই ফাট মৰা** মাটিৰ ফাটত সোমাই পলাই গৈ সেই ফাটৰ চিন মাৰি থৈ যোৱা কেনি বা ক'লৈ পলাল তাৰ চিন চাব নথৈ পলোৱা to flee or bolt without leaving a trace behind

**পৰ পৰা** এপখৰ অন্ত পৰা elapsing of a fortnight

**পহু খেদা দিয়া** পহু খেদাৰ দৰে খেদা অৰ্থাৎ কেউফালে বেৰি লৈ সাৰিব নোৱাৰাকৈ খেদা to chase like a deer i e sorrounding from all directions and closing ways to escape

**পাং পতা** (১) কল্পনা কৰা to plan to make a scheme (২) ষড়যন্ত্ৰ কৰা to make a plot

**পাক্ খোৱা** ঘূৰা মেৰ খোৱা যেনে মানুহটো তিনি পাক খাই পৰিল সূতা ডাল পাক খাইছে to turn round to be twisted **পাক্ দিয়া** (১) পকোৱা ঘূৰোৱা মেৰ দিয়া যেনে ডালকৈ পাক্ নিদিলে বৰশীৰ জৰী বেয়া হয় কেইবা পাকো দি বান্ধিছোঁ to twist to turn round (২) নচা নৃত্য কৰা যেনে মই ঢোল কোবাওঁ তুমি পাক এটা দিয়াঁ to dance (৩) ফুৰা ঘূৰা পকা কৰা to go round **পাক্‌পৰা** সোঁতৰ কোবত নৈৰ পানীত ঘূৰণি উঠা চাক্‌নৈয়া পৰা to eddy as the water in a stream **পাক মৰা** (১) ঘূৰোৱা মোচৰা পকোৱা যেনে জৰীৰ দুই মূৰ গোটাই পাক মাৰি মোচোৰা to twist (২) বেগতে ঘূৰি অহাকৈ অলপ ফুৰা যেনে বজাৰৰ পৰা পাক মাৰি আহোঁ to go round **পাক্-মাৰি** পাগ মাৰি চোৰা। **পাক লগা** (১) সূতা আদিৰ পাক খাই গাঁঠি লগা to be entwined by reason of being twisted or mixed up (২) দাই লগা লেঠা লগা ঠেহ্ বা ৰোহ লগা ব্যং to be offended Irn (৩) আঁৰ লগা যেনে যঁতৰত পাক লাগিছে to be out of order

**পাক-ঘূৰণি খোৱা** বৰকৈ ঘূৰা বাবে মুৰ ঘূৰণিয়ে ধৰা feeling giddiness due to quickly turning round and wound

**পাক্-চক্ৰ কৰা** কূট বুদ্ধি কৰা ফিকিৰ কৰা চক্ৰান্ত কৰা to be machinating **পাক্ পানী কৰা** (১) সিজাই খৰচি মাৰি পানী যেনেকৈ গলোৱা to make soft or liquid like water by boiling or cooking (২) সুচাৰু ৰূপে অৰ্থাৎ নিখৰচিকৈ সম্পাদন কৰ' to accomplish fully and successfully

**পাকতে** পাকটো মাৰোঁতেই। এতেকে বেগতে আৰু আন কামৰ লগতে যেনে ৰান্ধনীয়ে পাকতে পাচলি মুঠিও কুটি ল'লে hastily and snatching a small leisure in the midst of other works

**পাকতে ঘূৰা** পাকটোতে ঘূৰা অৰ্থাৎ বেগতে ঘূৰা। এতেকে বেগাই বন কৰা to work hastily

**পাখি কটা** পাখি কাটিলে চৰাই উড়িব নোৱাৰে। এতেকে ক্ষমতাহীন কৰা to make powerless **পাখি গজা** পাখি গজিলে চৰাই-পোৱালীয়ে উড়িব পাৰে। এতেকে সমৰ্থবান হোৱা to be able to do without others help **পাখি ভঙা** পাখি কটা চোৱাঁ। **পাখি লগা** (১) পাখি নথকা জীৱৰ পাখি হ'লে সি বৰকৈ উড়িবলৈ বিচাৰে। এতেকে উদণ্ড হোৱা যেনে বাপেক ঘৰত নথকাত পুতেকৰ পাখি লাগিল to be self willed or beyond control (২) পাখি থকা গুণে বেগী capable of going fast for having wings

**পাখিৰ আঁৰত থকা** লোকৰ ৰক্ষণা বেক্ষণত থকা যেনে ল'ৰা-ছোৱালী মাক-বাপেকৰ পাখিৰ আঁৰত থাকে to be under protection of others

**পাখি সৰাল দিয়া** নতুনকৈ পাখি গজিবলৈ চৰায়ে আপোনা আপুনি পুৰণি পাখি সৰোৱা to moult

**পাগ্ উঠা** (পাগ = পাক) সিজোৱা বস্তু যেনে ফুটত সিজিলে জুতিত বয় তেনে ফুটত সিজা to reach the stage at which anything is well cooked or well tempered **পাগ্-টান** টান পগীয়া অৰ্থাৎ সৰহ তাপ পাই টান হোৱা highly tempered **পাগ দিয়া** জুইৰ তাপত জোখ মতে টান কৰা to t mper (as a metal) **পাগ ধৰা** পাগ উঠা চোৱাঁ। **পাগ মাৰি** ভাত আদি সিজাওঁতে তাক লৰোৱা মাৰি পাক্ মাৰি a stick for stiring anything n the process of cooking or boiling **পাগ লগা** জোখ মতে সিজা বা তাপত টান হোৱা to be well cooked or well tempered **পাগ লগোৱা** পাগ দিয়া চোৱাঁ। **পাগ লোৱা** পাগ লগা চোৱাঁ।

**পাগত উঠা** (পাগ = পাক) (১) জুইৰ তাপত পৰিমিত ৰূপে টান হৈ উঠা ফুটত উঠা well tempered by getting heat (২) পৰীক্ষাত পাকৈত বা উপযুক্ত বুলি বিবেচিত হোৱা to be found fit by trial **পাগত খোৱা** একে চৰুৰ ভাত খোৱা অৰ্থাৎ একে পাগত খোৱা to eat rice boiled by another **পাগত তোলা** পাকৈত বা উপযুক্ত কৰা ফুটত তোলা to make fit **পাগত ৰোৱা** (১) তাপ দিওঁতে ফাটি ছিটি ন'গৈ উপযুক্ত মতে টান মাৰি ৰোৱা to stand the heat of fire when being tempered (২) পৰীক্ষাত যোগ্য বুলি বিবেচিত হোৱা to stand a trial to be considered fit in a trial

**পাগৰ বাহিৰ হোৱা** ৰন্ধা বঢ়া কৰিবলৈ অশুচি হোৱা অৰ্থাৎ ৰজস্বলা হোৱা to be in menses

**পাচ কথা** পাচৰ কথা সম্প্ৰতি ভাবিব বা কৰিব নলগীয়া কথা পাচলৈ থ'ব লগীয়া কথা any matter that may put off for the present **পাচ খালি** পাচ ফালে শূণ্য অৰ্থাৎ হাত উদং সঞ্চয়বিহীন empty handed without accumulation **পাচ ধৰা**

পাচে পাচে যোৱা অৰ্থাৎ অনুকৰণ কৰা to follow to imitate to follow foot steps **পাচ পৰা** চেৰ পৰা to lag behind **পাচ ফাল** পাচৰ ফাল (আগ ফালৰ বিপৰীত) the back side **পাচ বলী** শৰীৰৰ আগ ছোৱাত কৈ পাচ ছোৱা শকত আৰত (চতুষ্পদ জন্তুত খাটে 'আগ বলী'ৰ বিপৰীত) having the hind part of the body stonger than the front part (appl to quadrupeds) **পাচ বিয়া** শান্তি বিয়া অৰ্থাৎ, বিয়া দি থোৱা ছোৱালী তোলনি হোৱাৰ পাচত গিৰীয়েকৰ ঘৰলৈ যাবৰ দিনা কৰা শাস্ত্ৰীয় স্বস্ত্যয়ন the religious ceremony to be performed on the day on which a married girl has to go to her husband s house after attainment of puberty **পাচ ভৰি** চতুষ্পদ জন্তুৰ পাচৰ দুটা ভৰি the hind legs of a quarduped **পাচ লগা** পাচ লোৱা চোৱাঁ। **পাচ লোৱা** পাচে পাচে বাট লোৱা পাচতে গুচি যোৱা অৰ্থাৎ, কোনো মানুহ মৰাৰ অলপ দিনৰ পাচতে মৰা যেনে এমাহৰ মূৰতে ঘৈণীয়েকে গিৰীয়েকৰ পাচ ল'লে to die shortly after another **পাচ হোঁহকা** পাচলৈ হুহঁকি যোৱা পৰাঙ্মুখ হোৱা to fall back **পাচ হোৱা** পাচ পৰা চোৱাঁ।

**পাচ তালি মৰা** পাচত আহি তাল বজোৱা অৰ্থাৎ কোনো কাৰ্য্যত শেষ হ'বৰ বেলিকা যোগ দিয়া to join in any work only at its close

**পাচ ভৰা হোৱা** আগ ফালতকৈ পাচ ফালে বোজা সৰহ হোৱা যেনে গাড়ীখন বা নাওখন পাচ ভৰা হৈছে to be more heavily loaded in the rear than in the front

**পাচ ভৰি হোৱা** কিবা কাৰ্য্যত আগ বাঢ়িবলৈ অনিচ্ছুক হোৱা to be unwilling to proceed in a work **পাচ মুখ হোৱা** মুখ পাচলৈ কৰা। এতেকে একে অৰ্থ।

**পাচ লেঠা গুচা** প্ৰসৱৰ পাচত সুকলমে ফুল বা জল নিৰ্গত হোৱা to have the placenta discharged safely after a child birth

**পাচ শূল অহা** প্ৰসৱৰ পাচত প্ৰসূতিৰ ফুল বা জল নিৰ্গত হোৱা to have the placenta discharged after child birth

**পাটন দিয়া** তুলনা কৰা ৰিজোৱা to make a comparison **পাটন্ পৰা** একে অৰ্থ।

**পাটী নোপোৱা** গোটেই জীৱনত বিয়া নকৰা unmarried for life

**পাটী মৰণেৰে মৰা** স্বাভাৱিক ৰূপে মৰা to die a natural death

**পাটীৰ তিৰোতা** নিজৰ পত্নী one s wife

**পাতং কৰা** (পাতং = পাত নিপাত) নিপাত কৰা নষ্ট কৰা ঘুণীয়া কৰা (শৰীৰত খাটে)। এতেকে অতিশয় পৰিশ্ৰম কৰা যেনে শৰীৰ পাত কৰি খাটিলোঁ to spoil by hard labour (appl to one s health or body)

**পাত কটা ডাঁৰ** কলপাত কটা হাকুটি যেন দীঘল আৰু লাহী অৰ্থাৎ, গা গাঁৰি নোহোৱা দীঘল মানুহ a tall and slender person

**পাত কৰা** পাত কৰা চোৱাঁ। **পাত গাভৰু** কন্যাকাল হ বৰ হোৱা ছোৱালী a girl about to attain puberty **পাত পৰা** ভাত বাঢ়িবলৈ মজিয়াত পাত মেলা to spread plantain leaves on the floor to serve meals **পাত পিন্ধা** কাপোৰৰ অভাৱত গছৰ পাত পিন্ধা। এতেকে দীন দৰিদ্ৰ অতিশয় ভিকহু so poor as to put on leaves of trees for want of cloth

**পাত পাৰি ভাত খোৱা** নিজে নেৰান্ধি মাত্ৰ পাত এখন পাৰি লৈ ভিতৰৰ ৰন্ধা ভাত খোৱা। এতেকে একে পাগে খোৱা আপোন যেনে পাত পাৰি ভাত খোৱা মানুহ of kith and kin so near and dear as to eat cooked rice without hesitation

**পাতক পত্র ভাতক ভত্র বোলা** সংস্কৃত পঢ়ি পণ্ডিত বোলাবলৈ পাত নুবুলি পত্র বোলা আৰু 'ভাত'ৰ সলনি অসুদ্ধ কৰি ভত্র বোলা। এতেকে অলপ বিদ্যাৰ ফিতাহি কৰা to make a vain display of one's scanty knowledge

**পাতত দিয়া** পাতেৰে মেৰাই জুইত পুৰি সিজোৱা to roll anything in leaves and then roast in fire **পাতত পৰা** বিলাই দিওঁতে পাতত দিয়া হোৱা যেনে মোৰ পাতত লোণ পৰা নাই to be served in meal as an item

**পাতনি কৰা** ভূমিকা বা সূচনা কৰা আৰম্ভ কৰা কোনো কাম কৰিবলৈ জুৰি লোৱা সূত্রপাত কৰা to put a preface to start or begin **পাতনি জোৰা** কিবা কাম কৰিবলৈ জুৰি লোৱা to make the preliminary arrangements for doing anything **পাতনি পতা** একে অর্থ। **পাতনি মেলা** দীঘলীয়া ভূমিকা বা সূচনা আৰম্ভ কৰা to begin a long preface

**পাতল পৰা** পাতলা চোৱাঁ।

**পাতলা** গধুৰ বা ঘন গুচি পাতল বা সেৰেঙা হোৱা অর্থাৎ কম হোৱা যেনে বিষ পাতলিছে মানুহ পাতলিছে to become less in number or intensity **পাতলোৱা** (১) সেৰেঙা কৰা to make thin (২) পাতল অর্থাৎ কম কৰা যেনে ধপাত খোৱা পাতলাইছোঁ to make less (৩) গধুৰ ভাবৰ গুচাই পাতল ভাবৰ কৰা কঠোৰতা কম কৰা যেনে কথাষাৰ বেয়া সুৰে যোৱাত পাচত ঘূৰাই পকাই পাতলাই দিলোঁ to make light or less heavy

**পাতলিত পৰা** (পাতলি = কাপোৰৰ দোৱোলকৈ জপা ভাগ যেনে মেখেলাৰ পাতলি) মানুহৰ কাপোৰ কানিৰ পাতলিত সোমোৱা পোক পৰুৱা আদি সেই মানুহৰ আয়ত্বৰ অধীন হয় তাৰ নিজৰ স্বাধীনতা নেথাকে। এতেকে লোকৰ ক্ষমতাৰ অধীন হোৱা যেনে 'আহোমৰ চক্র হিন্দুৰ বেই, তোমাৰ পাতলিত পৰিছোঁ যেই কৰাঁ সেই to be under one's power or authority or mercy

**পাতি পাতিকৈ** এপাতি-এপাতিকৈ অর্থাৎ প্রত্যেক পাততে। এতেকে (১) সকলো ঠাইতে কোনো ঠাই নেৰাকৈ যেনে পাতি পাতিকৈ বিচাৰিলোঁ at all places minutely (২) সকলো ভাঙি পাতি এটা এটাকৈ বিতংকৈ যেনে পাতি পাতিকৈ বুজালোঁ one by one separately

**পাণ খোৱা** 'কানিপাণ খোৱাঁ চোৱাঁ।

**পানী এটোপা খোৱা** অলপ জা জলপান খোৱা to take refereshments

**পানী কটা** (১) মুখ লগা আদি দোষ গুচিবলৈ গা ধুবৰ কাৰণে মন্ত্রেৰে পানী জৰা to sing incantations over a pot of water to be used for the bath of a person to get rid of the effects of an evil eye (২) দৈ গাখীৰৰ পানী টোকা to remove water from curd **পানী কৰা** (১) পাক্ পানী কৰা চোৱাঁ। (২) টান গুচাই পানীৰ দৰে তৰল কৰা। এতেকে উজু বা ঢিলা কৰা যেনে পানী কৰি বুজালোঁ to make quite easy or simple as water (৩) সম্পূর্ণ ৰূপে জীর্ণ্ নিওৱা to digest thoroughly **পানী ছোৱা** শৌচ্ কৰা মল ত্যাগ কৰা to ease one's self to answer a call of nature **পানী কেচুৱা** নিচেই কেচুৱা quite an infant very young **পানী তোলা** দৰা বা কন্যাক নোৱাবলৈ তিৰোতা মানুহে সুমঙ্গল কৰি নৈ বা পুখুৰীৰ পানী অনা to draw water in ceremony for the ceremonial bath of a bride or a bridegroom **পানী নসৰকা** বিদ্ধা নথকা বা ঘন হোৱা বাবে মাজেদি পানী সৰকি যাব নোৱাৰা। এতেকে ছিদ্র নথকা মিছা বুলিবলৈ চল নথকা যুক্তিৰে খণ্ডাব নোৱাৰা (কথা বা যুক্তিত

খাটে) যেনে পানী নসৰকা কথা irrefutable **পানী পেটা** অকল পানী বা পনীয়া বস্তুৰে পেট ভৰি থকা। এতেকে কেচুৱা infant very young **পানী লগা** ঠাণ্ডা লাগি কফৰ বিকাৰ হোৱা to get an attack of cold **পানী শৰাধ** বছৰে বছৰে কৰিব লগীয়া শৰাধ একোদিষ্ট শ্ৰাদ্ধ the annul Sardh ceremony of a deceased person

**পানী কৰি বুজোৱা** পানীৰ দৰে তৰল কৰি বুজোৱা অৰ্থাৎ খৰচি মাৰি পৰিপাটিকৈ বুজোৱা to explain thoroughly and lucidly

**পানীকৃত্য কৰা** পানীৰ দৰে পনীয়া কৰি বোৱাই পঠিয়াই নাইকিয়া কৰা (ব্যাধিত খাটে) যেনে বিষ পানীকৃত্য কৰিলোঁ to cure a disease radically **পানীকৃত্য হোৱা** সম্পূৰ্ণ ৰূপে ব্যাধি গুচা to be cured (as a disease)

**পানীত কোবোৱা** পানীত কোব মাৰিলে পানী আঁতৰ হৈ আকৌ চাপ্ খায় আহে সেইদৰে কোবোৱাৰ পৰা মাত্ৰ মিছাতে শ্ৰম হয়। এতেকে মিছাতে পৰিশ্ৰম কৰা অনৰ্থক দুখ কৰা to waste labour **পানীত পেলোৱা** পানীত পেলালে বস্তু ঘূৰাই পোৱা নেযায় আৰু পেলোৱাৰ পৰা একো কামো নহয়। এতেকে অপব্যয় কৰা to waste

**পানীৰ তলৰ কাঁইট** পানীৰ তলত থকা কাঁইট নেদেখি ফুটিলেহে তাৰ গম পায়। এতেকে শঙ্কা নকৰা বা হ'ব বুলি নজনা বিপদ an unforeseen or unapprehended trouble or danger

**পানীত হাঁহ নচৰা হোৱা** পানীত চৰি থকা হাঁহেও চৰিবলৈ এৰি সহানুভূতিত তবধ লগা অবস্থা হোৱা অৰ্থাৎ, অতি দুৰবস্থা হোৱা to be in a very miserable plight

**পানী দুনি খোৱা** জা জলপান খোৱা to take refreshments

**পানী পানী কৰি শিকোৱা** পানীৰ দৰে পৰিষ্কাৰ আৰু ঢিলা কৰি বুজোৱা to teach anything by making it as clear as water

**পাবত গজা** গাঁঠি থকা উদ্ভিদৰ গাঁঠিৰ পৰা গজালি গজে পাব অৰ্থাৎ দুই গাঁঠিৰ মাজৰ অংশৰ পৰা নগজে। ইয়াত পাবত গজা বুলিছে। এতেকে মূল নোহোৱাকৈ উদ্ভৱ হোৱা ফাঙতে হোৱা অৰ্থাৎ স্বত্ব নথকাতো স্বত্ব বুলি ওলোৱা to be asserted as a right without justification **পাবত গজোৱা** স্বত্ব নথকাতো স্বত্ব আছে বুলি দাবি কৰা মিছা দাবি কৰা to assert a baseless right

**পাভ চোঁচা দিয়া** পাভ মাছৰ মঙহ কাঁইটৰ পৰা চুঁচি লোৱাৰ দৰে চোঁচা। মঙহ চুঁচি ল'লে পাভ মাছৰ অকল কাঁইটহে বাকী থাকে। এতেকে অতিপাতকৈ ধন বস্তু শোষণ কৰি লোকক দুখীয়া কৰা ধন বস্তু চুঁচি সৰ্বস্বান্ত কৰা to drain one s resources to the utmost

**পাৰ্ উঠা** ঘা শুকাবলৈ দাঁতিৰ পৰা শুকাই টান মাৰি দাঁতি ওখ হৈ অহা rising of the circumference of a wound in the process of beíng heald up **পাৰ্ কৰা** (১) নৈত পাৰ কৰা to ferry (২) বিপদত ৰক্ষা কৰা পৰিত্ৰাণ কৰা to save in danger **পাৰ্ খৰা** পাৰ উঠা চোৰাঁ। **পাৰ পোৱা** (১) ৰক্ষা বা পৰিত্ৰাণ পোৱা to be saved or delivered (২) অন্ত পোৱা যেনে ঈশ্বৰৰ কোনে পাৰ পায় to get at the end of anything to realise fully **পাৰ্ হোৱা** (১) উদ্ধাৰ হোৱা to get over a difficulty or danger (২) নৈত পাৰ হোৱা to cross a river

**পাৰ পালে ইপাৰ পাৰ পালে সিপাৰ** নাৱেৰে যাওঁতে নৈৰ যেতিয়া যি প'ৰ পায় সেই পাৰতে উঠা। এতেকে সুবিধাবাদী হোৱা নিজ সুবিধা আৰু স্বাৰ্থ বুজি মতৰ সাল সলনি changing sides opinion or views according to expediency and self interest

**পাৰ-মুৰীয়া** এযোৰ পাৰৰ দৰে অকল দুটীয়া অৰ্থাৎ, অকল গিৰীয়েক আৰু

ঘৈণীয়েকেৰে এযুৰীয়া অকল দুটা মাত্ৰ (মানুহত খাটে) যেনে পাৰ যুৰীয়া এহাল মানুহ consisting only of the husband and the wife only two (persons) in number

**পাৰি দিয়া** নৈত খোৱা দিয়া অৰ্থাৎ এপাৰৰ পৰা অন্য পাৰলৈ পোনাই নাও বোৱা to play a boat right across a river **পাৰি দিয়া** দুই দাঁতিত বোল লগোৱা বা ফুল বছা (কাপোৰত খাটে) যেনে পাৰি দিয়া কাপোৰ coloured at the borders (appl to a cloth)

**পাল্ খেদা** (খেদা = বিচৰা হাঁউচ্ কৰা) ৰতি সুখ সম্ভোগ কৰিবলৈ বিচৰা অৰ্থাৎ, ৰতি সুখৰ নিমিত্তে গৰু আদিয়ে খেদা কোৱা কৰি ল'ৰি ফুৰা to be chasing or running about in heat (appl to cows) **পাল্ খোৱা** ইতৰ জন্তুৱে ৰতি সুখ সম্ভোগ কৰা (মাইকী জন্তুত খাটে) যেনে গাই জনীয়ে পাল খাইছে being covered (as a cow) **পাল্ জ্বৰ** এদিনৰ অন্তৰে পাল পাতি উঠা জ্বৰ fever that comes every alternate day **পাল্ নাম** এবিধ নাম গোৱা সকাম (এই সকামত পাল পাতি এবাৰ পুথি পঢ়ি আৰু এবাৰ নাম গাই থাকিব লাগে) a special form of নাম-গোৱা ceremony **পাল্ পতা** কোনো কাম কিমান সময়ৰ অন্তৰে অন্তৰে বা কোনে কেতিয়া কৰিব তাৰ সময় নিৰূপন কৰা to fix time for turn r rotations **পাল্ পৰা** পাল মতে নিৰ্দিষ্ট সময় উপস্থিত হোৱা যেনে আজি জ্বৰৰ পাল পৰিছে আজি মোৰ পহৰা দিয়াৰ পাল পৰিছে coming off of a turn in rotation **পাল্ পাঁচনি** আল্ পৈচান পৰিচৰ্য্যা menial services **পাল্ বঁটা** (বঁটা = বণ্টন কৰা ভগিওৱা) পাল পতা চোৱাঁ। **পাল্ মৰা** নিজৰ পালৰ কাম যৱে স্বৰে কৰি আপদ সৰা অৰ্থাৎ, ভালকৈ নকৰি কোনো মতে কৰি থৈ বাব সৰা to finish one alloted task indifferently **পাল্ শুটা** (১) নিজৰ পালৰ কাম শুট্ বা পৰিশোধ হোৱা অৰ্থাৎ কৰা শেষ হোৱা to be over as an allotted task (২) আয়ুসৰ কাৰ্য্যকালৰ অন্ত হোৱা to be finish d as one s duration of life or a career **পাল শুটোৱা** নিজৰ ভাগৰ কাম বা কাৰ্য্য কাল শেষ কৰা to finish an allotted task or a areer

**পালী পালী কৰি শিকোৱা** এবাৰ এবাৰকৈ অনেক বাৰ শিকনি দিয়া অৰ্থাৎ, অনেকবাৰ বা অনেক প্ৰকাৰে কষ্ট দিয়া to put to troubl s or harassment in various ways or at various times

**পালে পালে** (১) নিজ নিজ পালত অৰ্থাৎ পাল পাতি কাম কৰিবলৈ নিৰ্দিষ্ট কৰা সময় মতে যেনে পহৰীয়াইঁতে পালে পালে পহৰা দিয়ে according to tu ns or rotation as fixed (২) একো একো পালেৰে অৰ্থাৎ, জাকে জাকে যেনে অসমৰ হাবিত পালে পালে বনৰীয়া হাতী ওলায in herds

**পাহ্ মেলা** ভালকৈ মুকলি হৈ ফুলা to be blown as a flower **পাহ্ ৰখা** মূৰৰ চুলি দীঘলকৈ ৰখা কপালৰ আগৰ দু আঙুল মান চুলি চুটিকৈ ৰখা keeping long hair on the head with a thin fringe of short ones to the front

**পাহৰা** ব্যৱহাৰ কৰিবলৈ নোপোৱা বাবে কোনো বস্তুৰ আস্বাদ বা ব্যৱহাৰ পাহৰ' (ধেমেলীযাকৈ খাটে) যেনে মাছ খাবলৈ পাহৰিলোঁ বাইচাইকেল্ ওলোৱাৰ পৰা মানুহে ঘোঁৰাত উঠিবলৈ পাহৰিলে to b unaccustomed to something for want of use or practice

**পাহান্ দিয়া** খীৰাবৰ সময়ত গৰু-ম'হে ওহাৰৰ বাট তুলি দিয়া অৰ্থাৎ ওহাৰলৈ গাখীৰ নমাই দিয়া to fill the udder with milk at the time of milking (appl to cows and buffaloes)

**পাহি লৰা** বটীয়াৰ সূত ছিগা যেনে লগুণৰ পাহি লৰা to be torn as a

strand of the sacred thread of the high caste Hindus

**পিৎপিতাই ফুৰা** অবাধ গতিৰে যেনি মন যায় তেনি পিতপিতাই ফুৰা to be going about looking at very thing and making searches without obstruction

**পিশুত দিয়া** 'শূলত দিয়া চোৱা।

**পিছ্ লোৱা** পাচ লোৱা চোৱা।

**পিট খোৱা** খুন্দাত টান মৰা যেনে গৰু বান্ধিলে মাটি পিট খায় to be hard or settled by pressure or beating (as earth) **পিট লোৱা** একে অৰ্থ।

**পিটিকা** পিটিকি থাকি অৰ্থাৎ লিৰিকি বিদাৰি থাকি কাল কটোৱা যেনে বন খন বেগাবেগিকৈ নকৰি পিটিকি আছে to waste time by doing anything lazily **পিটিকা বন** পিটিকি থাকি কৰিব লগীয়া বন অৰ্থাৎ পিলিকা বন wearisome work any work which from its very nature i required to be done slowly **পিটিকা মৰা** আঙুলিৰে পিটিকা বা টিপা মাৰা to squeeze with the fingers **পিটিকি চোৱা** পিটিকিলে বস্তুৰ গতি গোত্ৰ বা আও ভাও বুজিব পাৰি। এতেকে ভালকৈ বিবেচনা কৰি চোৱা to consider thoroughly

**পিঠা কৰা** সনা পিঠাৰ দৰে লেপা কৰা to make anything soft and sticky by pre sur or beating **পিঠা খোৱা** টেটু আৰু গাল উখহা এবিধ বেমাৰ mumps **পিঠা তোলা** 'পিঠা কৰা চোৱা। **পিঠা পনা** পিঠা আৰু সেই শ্ৰেণীৰ আন বস্তু cakes and other things of that class **পিঠা হোৱা** সনা পিঠাৰ দৰে লেপা হোৱা to be soft and sticky by pressure or beating

**পিঠি খজুওৱা** মাৰকিল খাবৰ মন যোৱা কিল খাবলৈ অভিলাষ কৰা ব্য (পিঠিত খজুৰতি উঠিলে ঢকা ভুকু মাৰিলে বা চেকনীৰে কোবালে সুত লাগে এই ভাব) যেনে বহু দিন মাৰ নেখাই, পিঠি খজুৱাইছে to court a beating or belabouring **পিঠি ছিঙা** পিঠিত কোবাই ঘা লগোৱা to make wounds on the back by beating or flogging **পিঠি ভৰাভৰ কৰা** পিঠিত কোবাই পিঠি খন্দাখন্দ্ কৰা to make the back lacerated by flogging or beating **পিঠি দিয়া** পাচ দিয়া অৰ্থাৎ আওকাণ কৰা to neglect **পিঠি পতা** মাৰ্ খাবলৈ পিঠি পাতি দিয়া to submit to a beating

**পিঠিত খজুৰতিয়ে ধৰা** 'পিঠি খজুওৱা চোৱা। **পিঠিত ঢকুৱা বন্ধা** কোবালে দুখ নেপাবলৈ পিঠিত ঢকুৱা বান্ধি লোৱা অৰ্থাৎ, কিল্ খাবলৈ সাজু হোৱা ব্য to be prepared to receive a thrashing Irn **পিঠিত তেল ঘঁহা** িঠিত তেল ঘঁহি, মাৰ খাবলৈ প্ৰস্তুত হোৱা (তেল ঘঁহা পিঠিত কিলালে দুখ কমকৈ পায় এই ভাব)। এতেকে কিল্ খাবলৈ প্ৰস্তুত হোৱা ব্যং to be prepared for a beating Irn **পিঠিত বাবৰি ফুল বন্ধা** বৰকৈ কোবাই, পিঠিত বাবৰি ফুলৰ দৰে সাঁচ বহুওৱা। এতেকে পিঠিত অতিপাতকৈ কোবোৱা to flog severely on the back **পিঠিত ৰাইডাং ফলা** ৰাইডা ফাটি যোৱাকৈ পিঠিত ৰাইডাঙেৰে কোবোৱা অৰ্থাৎ পিঠিত বৰকৈ মাৰ ধৰা to beat severely on the back with a big stick **পিঠিত হাত ফুৰোৱা** পিঠিত হাত ফুৰালে জন্তু শান্ত হয়। এতেকে চেঁচনি দিয়া বৰাই বুজাই শান্ত কৰা to pacify by kind treatment

**পিণ্ড দান কৰা** 'পিণ্ড দিয়া চোৱা। **পিণ্ড দিয়া** মৃতকৰ তৃপ্তিৰ অৰ্থে মিষ্টান্ন আৰু জল উৎসৰ্গা কৰা to offer libations of sweet food and drink for satisfaction of a departed soul

**পিতপিতকৈ** চ'লথকৈ কোনো ঠাই বাকী নোথোৱাকৈ যেনে পিতপিতাই বিচাৰিলোঁ minutely without leaving any place to search at

পিতপিতাই ফুৰা ক'ত কি আছে, কৌতূহলৰ বাবে চাই ফুৰা to go on earching for and looking at everything in a place out of curiosity **পিতপিতাই বিচৰা** কোনো ঠাইৰ সকলো অংশতে বিচৰা to search at very part of a place **পিত পিতোৱা** 'পিতপিতাই ফুৰা' চোৱাঁ।

**পিত বঢ়া** সাহ বঢা to be emboldened **পিত বঢ়োৱা** সাহ বঢ়োৱা to embolden **পিত মৰা** (১) পেটৰ ভিতৰৰ পিত্তৰস শেষ কৰা অৰ্থাৎ শৰীৰ পাত কৰি পৰিশ্ৰম কৰা to labour at the cost of one s health (২) সাহ নোহোৱা অৰ্থাৎ উদ্যমবিহীন কৰা যেনে পৰাধীনতাই মানুহৰ পিত মাৰে to make devoid of courage or energy

**পিন্ধা উৰা** কাপোৰ কানি পিন্ধি সাজ পাৰ কৰা to dress by putting on clothes etc

**পিয়ন ছুৰা** মাকৰ গাখীৰ খাবলৈ এৰা to give up the habit of sucking mother s breast

**পিয়ল কৰা** গণনা কৰা লেখ লোৱা to enumerate

**পিয়াঁপি দিয়া** ভয়ত যেয়ে যেনি পায় তেনি পলাই যোৱা যেনে বন্দুকৰ মাত শুনি চৰাইবোৰে পিয়াঁপি দিলে to run pell mell in fear

**পিয়াহ দঁতা** পিয়াহ খোৱা দাঁতেই নসৰা অৰ্থাৎ, কম বয়সীয়া of tender age

**পিৰিক্-পাৰাক্ কৰা** (১) অলপকৈ চকু মেলি আকৌ মুদা চকু মেলা মুদা কৰা to twinkle the eyes (২) অলপকৈ জ্বলি আকৌ নুমোৱা জ্বলা নুমোৱা কৰা ধিমিক ধামাক কৰা to glimmer

**পিলিকা** 'পিটিকা' চোৱাঁ।

**পিলিকা বন** 'পিটিকা বন' চোৱাঁ।

**পিহি পেলোৱা** পটা পিহা দিয়া চোৱাঁ।

**পিহি কোঁট লবলৈ নোজোৱা** নিচেই তাকৰ বাবে পটাত বাটি লৈ গাইপতি একোটাকে কোঁট ল'বলৈকো নোজোৱা। এতেকে বাঁটিবলৈ নোজোৱা নিচেই তাকৰ too little for dividing so little as not to be enough even for making a paste to put marks on the forehead

**পীৰি উঠা** (পীৰি = গছ খানোতে তাৰ শিপাৰ কেউফালে ৰখা মাটিৰ ভেঁটি) ভেঁটিয়ে সৈতে উঠা অৰ্থাৎ সমূলে ধ্বংস হোৱা নিৰ্বংশ হোৱা যেনে সেই ঘৰ মানুহৰ পীৰি উঠি গ'ল to be destroyed with roots to be altogether extinct **পীৰি খনা** সমূলে নষ্ট কৰা তেনেই ধ্বংস কৰা to destroy altogether **পীৰি তোলা** একে অৰ্থ।

**পুং উলিওৱা** গুপ্ত বিষয়ৰ উবাদিহ্ উলিওৱা উহ্ উলিওৱা পম ধৰা to find a clue to something hidden **পুং ওলোৱা** উহ্ ওলোৱা to appear as a clue **পুং বঢা** সৰু কথা অতিৰঞ্জিত হৈ ডাঙৰ হোৱা to be exaggerated **পুং বঢ়োৱা** সৰু কথা অতিৰঞ্জিত কৰি ডাঙৰ কৰা কথা বহলোৱা to exaggerate

**পুঁৰদি ধৰা** (পুঁৰ = হাতীয়ে মুৰেৰে বা দাঁতেৰে মৰা হেঁচা) হাতীয়ে ধৰাৰ দৰে বলেৰে হেঁচা মাৰি ধৰা। এতেকে (১) বলেৰে ধৰা সকলো সামৰ্থ্যেৰে যত্ন কৰা to apply one s whole energy or force to anything (২) বৰকৈ অনুৰোধ কৰা টানি ভাৰসা কৰা to request with all the earnestness at one s command **পুঁৰ দি লগা** একে অৰ্থ।

**পুখু পুখুকৈ** পাতি পাতিকৈ চোৱা

**পুটুং কৰে** হঠাৎ আগেয়ে সম্বাদ নিদিয়াকৈ মনে মনে যেনে পুটু কৰে ওলালহি suddenly and without notice **পুটুং পুটুং কৰে** বেগাই বেগাই ঘনে ঘনে বাৰে বাৰে very often in quick succession

**পুটুক্ পুটুক্ কৰে** ঘনে ঘনে frequently

**পুঠী মাছৰ চটচটনি** পুঠী মাছে অলপ

পানীতে চটচটাই থাকে। এতেকে নৰম মানুহে অলপ ধন বস্তুৰ বলত কৰা মহতালি display of power by a low person on acquisition of a small wealth

**পুতলা নচুওৱা** (১) জৰী লগাই লৈ হাতেৰে জোকাৰি পুতলাক নচুওৱা to make a doll dance by putting a rope to it and jerking (২) লোকক নিজৰ আয়ত্বৰ অধীনত ৰাখি ইচ্ছা মতে চলোৱা to keep a person completely under control and make do just as directed

**পুতৌ কৰা** লোকৰ দুখ দেখি মৰম কৰা সহানুভূতি প্ৰকাশ কৰা to take pity to sympathise **পুতৌ পোৱা** মৰম বা সহানুভূতি পোৱা to be pitied to get sympathy

**পুনচ বিয়া** (পুনচ – পুনশ্চ আকৌ) আকৌ হোৱা বিয়া অৰ্থাৎ বৰ বিয়াৰ পাচত হোৱা বিয়া। এতেকে নোৱাই-তোলনি বিয়া the ceremony observed on the occasion of the first menstruation of a girl **পুনচ হোৱা** পুন কইনা হোৱা অৰ্থাৎ, বৰ বিয়াৰ পাচত নোৱাই-তোলনি হোৱা getting menses for the first time after marriage

**পুৰা কল ছেলাই পিঁড় দিয়া** পুৰা কল বখলিয়াই পিণ্ড দিয়া চহা মানুহে পিণ্ডত পুৰা কল দিয়া প্ৰয়োজনীয় বুলি ভাবে। এতেকে শ্ৰদ্ধাৰে পিণ্ড দিয়া ব্য to offer an oblation to a deceased person with devotion Irn বিজ্— 'তপত পিঁড় দিয়া ।

**পুৰি খোৱা** 'জুইত পুৰি খোৱা' চোৱাঁ।

**পুৰুষৰ পোৱালি** পুৰুষৰ পুৰুষ সন্তান অৰ্থাৎ, পুৰুষোচিত গুণ থকা পুৰুষ a man with manly qualities or attributes

**পুলি-পোখা** পুলি আৰু গজালি। এতেকে সতি সন্ততি offsprings

**পুলি ভঙা** কাপোৰ বওঁতে তাৰ আগত কেইমোৰ মান বাণি সূতা নোবোৱাকৈ থৈ আকৌ কেইমোৰ মান বৈ দি দেখিবলৈ ধুনীয়া কৰা to make the end of a cloth ornamental by leaving a small portion of the warp unwoven all along the woof and then weaving a small portion again

**পুলিয়ে পোখাই উঘলা** পুলি আৰু গজালিয়ে সৈতে উঘালি পেলোৱা। এতেকে সমূলি সঁচ নৰখাকৈ ধ্বংস কৰা to destroy altogether with offsprings **পুলিয়ে পোখাই উঠা সঁচ নথকা হৈ ধ্বংস হোৱা** to be destroyed altogether with offsprings **পুলিয়ে পোখাই তোলা** পুলিয়ে পোখাই উঘলা চোৱাঁ।

**পুলুং পালাং কৰা** বন নকৰি মিছাতে ইফাল সিফাল কৰি বেলি নিওৱা to idle away time without attending to work

**পুলুকা মৰা** গৰুৱে পঘাৰ বান্ধোনৰ পৰা মূৰ পোলোকা দিয়াৰ দৰে ছেগ বুজি মনে মনে পলাই যোৱা to steal away like a bullock sliding from its tie

**পুলুঙা পুলুঙি কৰা** পুলু পালা কৰা চোৱাঁ।

**পুৱা হলে নাও মেলি যোৱা** ৰাতিটো মাত্ৰ এঠাইত থাকি ৰাতি পুৱালেই গুচি যোৱা। এতেকে তেনেই আলহী ভাৱেৰে (অৰ্থাৎ কোনো কথালৈ কাণসাৰ নকৰি) কোনো ঠাইত অলপ সময় অস্থায়ী ৰূপে থকা to be staying as guest only for a short time in an uninterested and unconcerned way

**পুষ্পৱতী হোৱা** পুষ্পিতা হোৱা চোৱাঁ।

**পুষ্পিতা হোৱা** ঋতুমতী হোৱা শান্তি হোৱা কন্যাকাল বা যৌবন প্ৰাপ্ত হোৱা to attain puberty by menstruation

**পুহুকৰ লগা** (পুহুকৰ = স পুষ্কৰ)— (১) অশুভ বাৰ তিথি বা নক্ষত্ৰত মৃত্যু হোৱা বাবে দোষ লগা getting an evil

omen by a death in the family on an inauspicious day (২) পুহ্কৰ অমঙ্গলৰ চিন। এতেকে অমঙ্গলীয়া আপদে লগ লোৱা to be troubled by some evil omened nuisance

**পুহন্ বিয়া কৰা** (পুহন = সং পুংসবন) তিৰোতাৰ প্ৰথম গৰ্ভৰ আঠ মাহত কৰিব লগীয়া ধৰ্মকাৰ্য্য সম্পাদন কৰা to observe the religious ceremoney to be performed in the eighth month of a women s first conception

**পূজা পটল** পূজা-সেৱা আদি ধৰ্ম কাৰ্য্য আৰু তাৰ ক্ৰম বা বিধিবদ্ধ বিধান religious or d votional ceremonies in general and their prescribed forms

**পুবৰ বেলি পশ্চিমে ওলোৱা** সূৰ্য্য পুব ফালে নোলাই পশ্চিম ফালে ওলোৱা অৰ্থাৎ, সম্পূৰ্ণ অসম্ভৱ বা অদ্ভুত ঘটনা ঘটা happening of something bsurd like the ris ng of the Sun in the west

**পুবে ডাঁৱ দিয়া** (ডাঁৱ = ওলাই অহা বেলিৰ ৰশ্মি) পুব ফালে বেলিৰ ৰশ্মি ওলোৱা। এতেকে দোকমোকালি হোৱা অৰুণোদয় হোৱা dawning

**পূৰ্ণ পাত্ৰৰ ভোজনী** হোমত উৎসৰ্গ কৰিবলৈ লগা এটা ডাঙৰ ভোজনী a baskethful of raw eatables required for a হোম ceremony

**পূৰ্ণাহুতি দিয়া** হোমৰ শেহত জুইত ঘিঁউৰে দিয়া ডাঙৰ আহুতি। ব্যঙ্গ অৰ্থত— অন্য কুকাৰ্য্যৰ পাচত শেহত কৰা ডাঙৰ কুকাৰ্য্য যেনে বদন ফুকনে গুৱাহাটীত কৰা অত্যাচাৰৰ উপৰিও শেহত অসমলৈ মান আনি পূৰ্ণাহুতি দিলে to accomplish the ulminating one of a series of misdeeds

**পূৰ্বঠ্ হোৱা** পৈণত হোৱা to be matur

**পৃথিৱী এৰি পাৰ দিয়া** পৃথিৱীত ভৰি নেপেলোৱাকৈ খোজ কঢ়া পৃথিৱীত ভৰি নেপেলোৱাকৈ কোনেও খোজ কাঢ়িব নোৱাৰে। এতেকে যি অৱস্থা কোনেও এৰাব নোৱাৰে সেই অৱস্থাৰ হাত সাৰিবলৈ বিচৰা to tread without setting foot on the ground i e going to avoid a situation which it is not possible for any one to avoid

**পৃথিৱীত পাৰ নিদিয়া** অতি উধৎ ভাৱে চলা অহঙ্কাৰত উন্মত্ত হৈ উধতালি কৰি ফুৰা to be of outrageous conduct out of pride

**পৃথিৱী সাত ফাল কৰা** ভৰিৰ দুপ্ দুপনিত পৃথিৱীখন ফালি সাত ফাল কৰা অৰ্থাৎ, বৰ উদ্ভণ্ডালি কৰা অতি অতপালি কৰা to be of an extremely outrageous conduct

**পেংলাই কৰা** (পে লাই = এবিধ বেয়া জাতৰ লাই শাক) বেয়া বুলি ইতিকি কৰা ঠাট্টা বা পৰিহাস কৰা to slight to make a cutting jest to ridicule

**পেংচালি কৰা** সিঁয়ৰা ভেঙুচালি কৰা to make faces at to mock at

**পেঁচ পতা** (পেঁচ = পাক মেৰ) ঠেহ্ পতা চোৰাঁ। **পেঁচ লগা** ঠেহ্ লগা চোৰাঁ।

**পেঁপা কঢ়া** (পেঁপা = কষ্ট বা যন্ত্ৰণাত কৰা পেঁ পেঁ শব্দ) বিচেষ্টা বা বিতত হোৱা বিবুদ্ধি হোৱা পেপুৱা হোৱা to be restl ss or senseless to be at one s wits end **পেঁপা কঢ়োৱা** আনক বিচেষ্টা বা বিবুদ্ধি কৰা to make a person restless or to put at wits end **পেঁপা বলা** (পেঁপা = খোৰ) গা ধৰিবলৈ মাথোন খোৰ মেলা অৰ্থাৎ, গা বাঢ়িবৰ পূৰ্বে অঙ্গ প্ৰত্যঙ্গ দীঘল হোৱা; যেনে ল'ৰাটোৰ পেঁপাটোহে বলিছে to have the frame work of the body laid out prior to growing stout

**পেট** অন্তৰ মনৰ ভিতৰ যেনে পেটত মৰম আছে পেটৰ কথা the mind

**পেট কৰা** গৰ্ভ সঞ্চাৰ কৰা (অসাধু ভাষা) to make a woman pregnant **পেট কুলি** কুলিৰ দৰে পেটে পেটে কপটীয়া মানুহ (কুলিয়ে ছল কৰি কাউৰীৰ বাহত কণী পাৰে) a person of a crooked or dessembling mind **পেট কেৰুণীয়া** পেটত কেৰোণ থকা অৰ্থাৎ কপটীয়া কুটিল crooked minded **পেট খজুওৱা** ভোক লগা to feel hungry **পেট চলা** (১) 'পেট বোৱা' চোৱা। (২) জীৱিকা নিৰ্বাহ হোৱা যেনে দৰ্ম্মহাৰ ধনেৰে পেট চলিছে to be able to meet the costs of maintenance **পেট চলোৱা** (১) ভেদ কৰোৱা to cause purging (a. a laxative) (২) জীৱিকা নিৰ্বাহ কৰা to meet the costs of living **পেট টেঙৰ** পেটে পেটে টেঙৰ ভিতৰি চতুৰ যেনে পেট টেঙৰ মানুহ clever at heart **পেট দিয়া** (পেট = অন্তৰ) মনৰ কথা জানিবলৈ দিয়া অন্তৰৰ ভাব জানিব দিয়া to make one s inne feelings known to another

**পেট পূজা** খাদ্য বস্তু দি পেটক কৰা পূজা অৰ্থাৎ খাবন worship of the stomach i e the act of eating and drinking

**পেট পেলোৱা** (১) পেটটো তললৈ পেলাই পৰি থকা অৰ্থাৎ কাম বন ন কৰি এলাহত কাল নিওৱা to pass time dly without any work (২) মাটিত লেটি লৈ উপাসা কৰি থকা যেনে দুখত পৰিছোঁ বুলিও লোকৰ ঘৰত পেট পেলাই পৰি আছোঁগৈ নে? to look up to others lying on the ground i e upplicantly (৩) অপাৰগতা প্ৰকাশ কৰা বা পাচ হোঁহকা যেনে তেও টান বন দেখিলেই পেট পেলায় to express inability or to draw back (৪) লঘোনে থকা যেনে ভাত খাবলৈ চাউল নোহোৱাত পেট পেলাই পৰি আছোঁ to be fasting **পেট পোৱা** (পেট = অন্তৰ) অন্তৰত সহানুভূতি জন্মা বা মৰম লগা যেনে কুপুত্ৰলৈকো মাতৃৰ পেট পোৰে to feel sympathy or kindness at heart **পেট পোৱা** মনৰ ভাব বা কথা জনা to know one s inner feelings **পেট পোহা** (১) বিনা সঞ্চয়ে মুখে মুখে খাই থকা যেনে দৰ্মহাৰ ধনেৰে পেট পোহাত বাজে আন কাম কৰিব নোৱাৰোঁ to meet only the bare cost of maintenance without saving anything (appl to one s earnings) (২) নিষ্কৰ্মা হৈ, লোকৰ ঘৰত খাই দিন নিওৱা to lead an idle life and eating at others house or cost **পেট প্ৰবৰ্তোৱা** সামান্য ভাবে জীৱিকা চলোৱা to earn bare livelihood **পেট বুজা** 'পেট পোৱা' চোৱা। **পেট বোৱা** ভেদ হোৱা purging **পেট ভদীয়া** ভাদ মাহত গৰ্ভস্থ হোৱা concei ed in the month of Bhado **পেট মচা** যাৰ দ্বাৰাই মাকৰ পেট মচি নিকা কৰা হয়। এতেকে একে মাকৰ সন্তানৰ ভিতৰত সৰ্বকনিষ্ঠ নুমলীয়া the last or the youngest of the children of the same mother **পেট মৰা** খোৱাত কষ্ট দি পেটক মৰা। এতেকে (১) নোখোৱাকৈ থাকি বা তাকৰাই খাই কষ্ট ভোগ কৰা to starve one s self (২) খাবলৈ নিদি তাকৰাই দি লোকক কষ্ট দিয়া to starve a person **পেট লোৱা** লোকৰ মনৰ ভাব উলিয়াই লোৱা to get at the feelings or secret of other **পেট হোৱা** পেটত সন্তান হোৱা গৰ্ভ হোৱা (অসাধু ভাষা) to conc i e a ch ld

**পেট ছিৰি পোৱালী খোৱা** গৰ্ভৱতী তিৰোতাৰ পেট ফালি পেটত থকা সন্তান উলিয়াই ভক্ষণ কৰা এতেকে অমানুষিক শাস্তি কৰা to p it to inhuman torture

**পেট পেলাই খোৱা** (১) খাওঁতে খাওঁতে

বহি থাকিব নোৱাৰা হৈ, দীঘল দি পৰি লৈ খোৱা। এতেকে অতি সৰহকৈ খোৱা to eat enormously (২) একো কাম বন নকৰাকৈ অকল খাই কাল কটোৱা to pass one's time only in eating and drinking and without doing anything

**পেট্-পোৱা ভাৰ** পেটৰ পোৰণি গুচিবলৈ যি বস্তু খোৱা হয় তাৰ ভাৰ অৰ্থাৎ, গাঁৱলীয়া মানুহৰ বিয়াত বিয়াৰ আগতে দৰা ঘৰৰ পৰা কন্যা ঘৰলৈ দিয়া কচু শাক জালুক বৰালি মাছ, ম'হৰ গাখীৰ আদি বস্তুৰ ভাৰ। কন্যাৰ মাকে কন্যা ওপজোঁতে অশৌচত জাল খোৱা বস্তুৰ ধাৰ শুজিবলৈ বুলি এই ভাৰ দিয়া হয় a ceremonial load of eatables supplied from a bridegroom's house before marriage and intended for the bride's mother to compensate her for the things she had to use to allay her pains in giving birth to the bride

**পেট মোচা সন্তান** 'পেট মচা' চোৱাঁ। একে মাতৃৰ গৰ্ভৰ সৰ্বকনিষ্ঠ সন্তান the youngest of all the children of the same mother

**পেটত এটা মুখত এটা** মুখেৰে কওতে এক প্ৰকাৰ কিন্তু ভিতৰি অন্য প্ৰকাৰৰ ভাব অৰ্থাৎ কপট ভাব কপট স্বভাৱ one thing at heart another in mouth i e duplicity

**পেটত কিবা ওলোৱা** পেটৰ ভিতৰত ব্ৰণ হোৱা getting an abscess in the intestines

**পেটত খজুৰতি উঠা** ভোক লগা to be hungry

**পেটত ধৰা** (১) পেটত ঠায়ে জোৱা যেনে এই মুঠি ভাত পেটত ধৰিব to have space in the stomach to contain food or drink (২) পেটৰ ভিতৰত গ্ৰহণীৰ ভাব জন্মোৱা যেনে নিপানী গাখীৰে কেচুৱা ল'ৰাৰ পেটত ধৰে to cause a dysenteric tendency **পেটত পৰা** খোৱা হোৱা ভক্ষিত হোৱা যেনে কণ এটাও পেটত পৰা নাই to be eaten **পেটত সঁচা** (১) গৰ্ভত সন্তান ধাৰণ কৰা to conceive a child (২) কেতিয়াও নেপাহৰাকৈ মনত ৰখা to remember or keep in mind so as never to forget

**পেটত শানে কটা** খুব আদিৰ মুখ ধৰাই চোকা কৰাৰ দৰে পেটৰ ভিতৰখন শানে কাটি চোকা কৰা। এতেকে বৰকৈ ভোক লগা to feel excessively hungry

**পেটতে হাত ভৰি লুকুৱা** হাত ভৰিবোৰে ভয়ত কোঁচ খাই, আৰু পলাবলৈ আন ঠাই নেপাই, পেটৰ ভিতৰতে লুকোৱা। এতেকে অতিশয় ভয় খোৱা যেনে মানৰ দিনৰ কথা শুনি পেটতে হাত ভৰি লুকায় to be greatly alarmed

**পেট পূৰ কৰা** পেট ভৰোৱা to fill the stomach

**পেটৰ কথা** (পেট = অন্তৰ) অন্তৰৰ কথা মনৰ ভাব internal feelings

**পেটৰ কেঁচু কুমটি মৰা** পেটৰ ভিতৰত থকা কেঁচু বা কুমটিৰ দৰে প্ৰাণী অৰ্থাৎ পেলু প্ৰভৃতি খাবলৈ নেপাই মৰি যোৱা। এতেকে অতিকৈ ভোক লগা to be in a state of great hunger

**পেটৰ খজুৰতি** পেটৰ ভোক hunger **পেটৰ দাই** পেটৰ নিমিত্তে গৰজ অৰ্থাৎ ভৰণ পোষণৰ নিমিত্তে প্ৰয়োজন যেনে পেটৰ দাইত চাকৰি কৰিছোঁ for the sake of livelihood **পেটৰ পোৱালি** নিজৰ সন্তান own off springs or issues

**পেটৰ পোৱালী ছিৰি ছিৰি খোৱা** পেট ছিৰি পোৱালী খোৱা চোৱাঁ।

**পেটলৈ যোৱা** পেটলৈ আহাৰ স্বৰূপে সোমোৱা যেনে পানী এটোপাও পেটলৈ যোৱা নাই to enter into the stomach as food or drink

**পেটা উঠা** হেঁচাত বা গছকাত বোকাৰ দৰে লেপা বা চেপেটা হোৱা to be softened to a paste or flattened by pressure or treading **পেটা কৰা** হেচা বা গচকাত লেপা বা চেপেটা

কৰা to soften like a paste or flatten by pressing or treading পেটা তোলা 'পেটা কৰা' চোৱা।

**পেটু কঢ়া** পেটৰ নাড়ী পেটু আদি উলিয়াই পেলোৱা অৰ্থাৎ, উগ্ৰ শাস্তি কৰা to bring out the intestines i e to put to severe torture

**পেটে কঁকালে লগা** আগ ফালৰ পেট আৰু পাচ ফালৰ কঁকাল দুয়ো লগা লগি হোৱা। এতেকে বৰকৈ খীণোৱা যেনে খাবলৈ নেপাই, পেটে কঁকালে লাগি পৰিছে to be very much redu ed in body

**পেটেকা উঠা** 'পেটা উঠা' চোৱা। **পেটেকা কৰা** 'পেটা কৰা' চোৱা **পেটেকা তোলা** 'পেটা তোলা' চোৱা।

**পেটে চিতে** (পেট = অন্তৰ চিত = চিত্ত) অন্তৰেৰে সৈতে যেনে তেওঁ মোক পেটে চিতে ভাল পায় at heart with one s mind **পেটে পেটে** মনৰ ভিতৰত ভিতৰি যেনে পেটে পেটে অমিল internally within one s mind **পেটে সমন্বিতে** পেটেৰে সৈতে অকল মৌখিক ভাবে নহয় সৰ্বান্তঃকৰণে যেনে পেটে সমন্বিতে আশীৰ্বাদ দিছোঁ not with words of mouth alone but with all the heart

**পেটে ভাতে খোৱা** সঞ্চয় কৰিব নোৱাৰাকৈ আৰ্জনেৰে মাত্ৰ ভৰণ পোষণ চলোৱা to meet only the cost of living without being able to save anything of one s earnings to live hand to month

**পেটে মুখে একে** মনৰ ভাব আৰু মুখৰ কথা একে প্ৰকাৰৰ অৰ্থাৎ অকপটীয়া স্বভাৱৰ সৰল প্ৰকৃতিৰ frank straight forward **পেটে মুখে সমান** একে অৰ্থ।

**পেটেৰে** মনেৰে ভিতৰি অন্তৰেৰে যেনে তেওঁ মুখেৰে যিহকে কওক পেটেৰে মোক মৰম কৰে internally within ones mind

**পেড়া খাট যেন** (পেডা খাট = আগৰ দিনৰ মানুহে বৰ ডাঙৰ পেড়া এটা কৰি লৈ তাৰ ভিতৰত কাঁহী বাটি আদি বস্ত্ৰ থৈছিল আৰু ওপৰত ঢাৰি পাটী পাৰি লৈ খাটত শোৱাৰ দৰে ৰাতি শুইছিল সেই পেড়াকে বৰ পেডা বা পেৰা খাট বোলে) পেড়াখাটৰ দৰে বহল আহল আৰু শকট আৱত (জন্তুত খাটে) যেনে পেড়া খাট যেন গাই, অৰ্থাৎ, শকত আৱত আৰু চিকোণ গাই big and stout (appl to animals like the cow)

**পেড়োৱাই মৰা** দোলাৰ কেউফালে কাপোৰেৰে ঢাকি পেডাটো যেন কৰা (দোলাৰ ভিতৰৰ মানুহ নেদেখিবলৈ) to cover a Dola all around with curtains

**পেপা কঢ়া** কষ্টত নগুৰ শাস্তি হোৱা to be quite exhausted in pain or distress

**পেপুৱা লগা** অকস্মাৎ ভয় বা বিপদত বিবুদ্ধি হোৱা সৰহীয়া জঞ্জালৰ বাবে বিমোৰত পৰা to be puzzled or confused **পেপুৱা হোৱা** একে অৰ্থ।

**পেম ধৰা** শ্ৰীবৃদ্ধি হোৱা গাঁৰি ধৰা শাৰীৰিক উন্নতি হোৱা to be thriving in physique

**পেৰ্পেৰাই থকা** (১) ল'ৰাৰ দৰে খুন খুনাই কান্দি থকা to whimper (২) অকামিলা কথা বকি থকা to prattle

**পেৰা** (১) ৰস উলিয়াবলৈ শালত চেপা যেনে কুঁহিয়াৰ বা সৰিয়হ পোৰা to squezze in a machine to extract juice (২) নেৰা-নেপেৰাকৈ অনুৰোধ কৰা ঘুৰাই ঘুৰাই খাটনি ধৰা বা কুটুৰি থকা যেনে ৰূপ ধাৰলৈ ধৰি এপৰ পৰলৈ পেৰিলে to press hard for anything

**পেলনি যোৱা** পেলাই দিব লগীয়া হোৱা অৰ্থাৎ, অশুচি বা ব্যৱহাৰৰ অযোগ্য হোৱা to be wasted or useless for being impure or unclean

**পেলাই থোৱা** (১) ব্যৱহাৰ নকৰি অনাদৰকৈ ৰখা to let anything lie useless (২) কৰিম কৰিম বুলি

এলাহত নকৰাকৈ থকা to put off doing anything for idleness

**পৈণত** পুৰঠ। এতেকে পাৰ্গত পাৰদৰ্শী mature competent experienced

**পোটক্ তোলা** প্ৰতিশোধ লোৱা হোৰ তোলা to tak re enge to retaliate **পোটক্ পোৱা** (১) প্ৰতিশোধ পোৱা to be retaliated upon (২) বেয়া কামৰ বা উদ্ধতালিৰ বাবে বেয়া প্ৰতিফল পোৱা যেনে চকু মুদি ডেও দি ফুৰাৰ পোটক পাবি to come to grief for an indiscreet or outrageous onduct

**পোটোকা পৰা** (১) খুন্দা খাই মেটুৰা হোৱা (যেনে তাম পি লৰ সঁজুলি) to be dinted or depressed by striking against something (like a brass r copper utensil) (২) সামান্য ৰূপে খীণোৱা to be slightly reduced n body

**পোতনি খোৱা** (পোতনি = পঁইতা ভাতৰ পানী ভাতৰ নিসনি ভাত খচা পানী) ভাল অৰ্থত খটালে ভাত খচা পানী বা ভাতৰ মাৰ খোৱা বুজায়। গালিত খটালে লোকৰ খাদ্যৰ অপকৃষ্ট অ শ খোৱা বুজায় th phr e means taking rice water when us d n a go d sen but wh n d n a bad sense in abu e t m ans taking th refus s o rejected portions cf others e table **পোতনি চেলেকা** লোকে পেলাই দিয়া ভাতৰ পোতনি চেলেকি ফুৰা। এতেকে নীচ অ'ৰু জঘন্য যেনে পোতনি চেলেকা মানুহ mean and dirty

**পোতনি-থেকেচা দিয়া** পোতনিত মুখ থেকেচি শাস্তি কৰা অৰ্থাৎ হীন শাস্তি কৰা pun shing n a degrad ng way

**পোতনিলৈ আশা কৰা** মৰিবৰ সময়ত ভাত খচা পানী খুৱাই শুশ্ৰূষা কৰিব বুলি আশা কৰা অৰ্থাৎ বোৱাৰী স্বৰূপে লোকৰ জীয়াৰী পাবলৈ আশা কৰা (ছোৱালী খোজাত ভদ্ৰ ভাবে ব্যৱহাৰ হয়) যেনে আপোনাৰ ঘৰত পোতনিলৈ আশা কৰিছোঁ অৰ্থাৎ আপোনাৰ ঘৰৰ জীয়াৰী মোৰ বোৱাৰী স্বৰূপে খুজিছোঁ to ask for the hand of a girl for one s son or ward

**পোতা মোচৰা দিয়া** বাঁক বা দ'ত আদি ভূতে মানুহক বোকাত পুতি মুচৰি বধ কৰে। এতেকে যন্ত্ৰণা দি বধ কৰা to put to an agonising death

**পোন ছাটেই** পোনৰ ছাটতে অৰ্থাৎ একেবাৰেই ক'তো নোৰোৱাকৈ যেনে পোন ছাটেই ঘৰ ওলালোঁগৈ directly **পোন দাহেই** পোনৰ ধাউতিতে অৰ্থাৎ সমূলি নোৰোৱাকৈ যেনে পোন দাহেই কাছাৰিত দৰ্খাস্ত দিলোঁগৈ directly hastily in a hurry **পোন পটি** (পোন = সৰল পটি = বাট) পোন বাট অৰ্থাৎ অকপটীয়া ব্যৱহাৰ সৰল আচৰণ artless beha iou plai i dealing **পোন প্ৰথমতে** সৰ্ব প্ৰথমে সকলোৰে পূৰ্বতে জয জয়তে fir t of all

**পোনা** মাছৰ সৰু পোৱালি। এতেকে সৰু ল'ৰা বা ছোৱালী (মৰমৰ মাত) little child

**পোনে পোনেই** (১) একে বাৰেই যেনে পোনে পোনেই হাকিমত জনালোঁগৈ dir tly (২) প্ৰথমতে যেনে পোনে পোনেই আখৰ চিনিহে পাচত পঢ়িব পাৰি first of all at first

**পোনে পোনে স্বৰ্গলৈ যোৱা** ক'তো নোৰোৱাকৈ একেবাৰেই স্ব ৰ্গলৈ গতি কৰা। স্বৰ্গলৈ একেবাৰেই কোনো যাব নোৱাৰে মৃত্যুৰ পাচত প্ৰেতযোনীৰ পৰা উদ্ধাৰ পাইহে কৰ্মফলৰ অনুসাৰে স্বৰ্গভোগ থাকিলে স্বৰ্গলৈ যাব পাৰে। এতেকে ব্যঙ্গভাবত ব্যৱহাৰ হয় to go right up to the heaven Irn

**পোন্ধ সোলোকা দিয়া** টান কাম দেখি কোঁচ খোৱা বা পাচ হোঁহকা drawing back withdrawing from a diff cult task

**পো ভাই** পো আৰু ভাতৃৰ দৰে বংশ

জ্ঞাতি পৰিয়াল বা আত্মীয় স্বজন kins folks

**পোলা কটা** লোকৰ ঘৰৰ পোলাৰ গাঁঠি কাটি ভিতৰ সোমাই চুৰ কৰা। এতেকে দুৱাৰ মাৰি থোৱা বাবে অন্য ফালে বাট উলিয়াই লৈ ঘৰৰ ভিতৰ সোমাই চুৰ কৰা to commit house breaking

**পোৱা পুই হোৱা** পাব লগীয়া হোৱাঁ পাঁও পাঁও হোৱা ওচৰা ওচৰি হোৱা যেনে এতিয়া মানে তেও ঘৰ পোৱা পুই হ বঁগে পায় to be nearing to be about to reach

**পোৱা মুৰি** ঘৰৰ প্ৰতিটো মানুহক এপোৱা বা এগোট বুলি ধৰা লেখেৰে গা মুৰি (ঘৰ মুৰিৰ বিপৰীত) যেনে পোৱা মুৰি বৰঙণি fixed per head or capita (as opposed to per house) **পোৱা মুৰিকৈ** গাইপতি একো গোটকৈ ধৰি অৰ্থাৎ, পৰিয়ালক এগোট বুলি নধৰি প্ৰত্যেককে একো গোট বুলি ধৰি যেনে বৰঙণি ঘৰ মুৰি নেপেলাই পোৱা মুৰিকৈ পেলোৱা হৈছে per head taking one man as a unit

**পোৱালি খোৱা** নিজৰ সন্তানকে ভক্ষণ কৰা। এতেকে অতি খঙল আৰু স্বাৰ্থপৰ ferocieu and selfish

**পোহ্ উঠা** চিকোণ বা পুষ্ট হোৱা to grow fat **পোহ্ তোলা** চিকোণ কৰা to mak (n fat **পোহ্ দিয়া** দৈ গাখীৰৰ পানী টুকি তাৰ মুৰে এৰাঁ গাখীৰ মিহলোৱা to remo wat from curd and put new milk instead **পোহ্ ধৰা** 'পোহ্ উঠা চোৱাঁ। **পোহ্ ধৰোৱা** 'পোহ তোলা চোৱাঁ। **পোহ্ মনা** 'পোহ্ লোৱা চোৱাঁ। **পোহ্ মৰা** পোহ দিয়া চোৱাঁ। **পোহ্ লোৱা** ঘৰচীয়া হোৱা যেনে বনৰীয়া হাতীয়ে পুহিলে পোহ্ লয় to be tame or dom sti at d

**পোহ পাল্ কৰা** পোষণ পালন কৰা প্ৰতিপাল কৰা ভৰণ-পোষণ কৰা to support i e to provide with means for subsistence **পোহ্ পাল্ দিয়া** একে অৰ্থ।

**পোহনীয়া জ্বৰ** সদায় মাজে সময়ে উঠা পুৰণি জ্বৰ a fever that comes every now and then **পোহনীয়া নৰিয়া** মাজে সময়ে উকাই থকা নৰিয়া a disease that attack every now and then

**পোহাৰ দিয়া** বেচিব খোজা বস্তু গৰাকী লাগিবলৈ লোকে দেখাকৈ উলিয়াই থোৱা t expose things for publ c sale

**পোহাৰী চুপতি কৰা** পোহাৰীয়ে কৰাৰ দৰে তৰ্কা তৰ্কি কৰা bandying word like a shopkeeping woman **পোহাৰী-লেখ** লিখা পঢ়া নজনা গুণে পোহাৰীয়ে মাটিত আঁক্ পাৰি ঘূৰাই পকাই লেখ কৰে। এতেকে নজনা মানুহে ঘূৰণ পকন ভাবে কৰা হিচাব an a count mad in a round about way

**প্ৰত্যবায় সৰা** পাপৰ বা দায়িত্বৰ হাত সৰা to get r d of the ri k oi co nmitting a sin to becom free from a responsibility **প্ৰত্যবায়ে পোৱা** পাপ হোৱা দোষে ছোৱা to b n sin to b r sp( nsible for a wrong **প্ৰত্যবায় হোৱা** প্ৰত্যবায়ে পোৱা চোৱাঁ।

**প্ৰবন্ধ কৰা** যত্ন কৰা যেনে অনেক প্ৰবন্ধ কৰিহে জোৰা মাৰিলোঁ to make efforts

**প্ৰয়াণ কৰা** পয়াণ কৰা চোৱাঁ।

**প্ৰয়াস কৰা** যত্ন বা পৰিশ্ৰম কৰা to apply effort or labour **প্ৰয়াস পোৱা** একে অৰ্থ।

**প্ৰসং কৰা** (প্ৰ + সঙ্গ) পৰমাত্মাৰে সৈতে সঙ্গ কৰা অৰ্থাৎ পুৱা দুপৰীয়া আৰু গধূলি মহাপুৰুষীয়া নিয়মেৰে নাম গাই ঈশ্বৰৰ উপাসনা কৰা chanting praises of God n morning noon and evening ac ording to the formalities of the Mahapurushia sect

**প্ৰাংসে লগা** সুনিবদ্ধ হোৱা ভাও লগা খান্দ খোৱা well arranged well put

**প্ৰাণ টাকি** প্ৰাণলৈ নেচ'ই প্ৰাণ পণ কৰি প্ৰাণৰ মমতা এৰি যেনে প্ৰাণ টাকি যুঁজিলে বা পুৰুষাৰ্থ কৰিলে risking one s own life **প্ৰাণপণে** একে অৰ্থ।

**প্ৰাণ প্ৰতিষ্ঠা কৰা** পূজা কৰিবলৈ সজা প্ৰতিমাত দেৱতাৰ প্ৰাণ অধিষ্ঠিত হ'বলৈ শাস্ত্ৰৰ মন্ত্ৰ মতা to perform the sacred ceremony of endowing an idol with life for the purpose of worship i e inviting the deity to come and enter in the body of the idol to accept one s worship

## ফ

**ফকফকনি মৰা** গপাই কথা কোৱা বৰ কথা মতা to be bragging **ফকফকাই থকা** সৰহকৈ কথা কৈ ফুৰা গপ্ মাৰি ফুৰা to be talking too much to be going on bragging

**ফটা মুখৰ কথা** ফাট থকা মুখেৰে কোৱা কথা ফাট সকলোৰে মুখত আছে। এতেকে সাৰুৱা কথা বুজাবলৈ ব্যঙ্গ ভাবেৰে ব্যৱহাৰ হয় যেনে শেহত দেখোন মোৰ ফটা মুখৰ কথা ফলিযালে একা words of a mouth having a crack (meaning i onically wise words)

**ফটুৱাই ফটা** সেই নামৰ ৰোগত ভৰিৰ গোৰোৱাত ফাট মেলা getting cra ks on the heels (this is a kind of foot disease) **ফটুৱাই ফটা দিয়া** ফটুৱাই ফটাৰ দৰে ছিৰা ছিৰে ফটা to be split in many long cracks

**ফটুৱা পৰা** লোকৰ আগত অসাৰ বা ফোঁপ্‌যহী বুলি গণ্য হোৱা to appear vain befor others **ফটুৱা হোৱা** একে অৰ্থ।

**ফন্দিয়াই ধৰা** হাত ভৰিৰ সিৰ কোঁচ খাই টানি ধৰা to get spasm in the limbs

**ফন্দী কৰা** ছল কৰা ফাং পতা টেঙৰালি বা ধূৰ্ত্তালি কৰা to deceive to make a machination or strategy to practise fraud

**ফৰ্কৰাই ফুৰা** বেগেৰে ফুৰা খৰখেদাকৈ ফুৰা to be mo ing about actively or nimbly

**ফৰ্মাহি মৰা** হঠাৎ উত্তেজিত হৈ অসম্মত হোৱা to b suddenly excited and disagreeable

**ফমুটি মৰা** এডোখৰ কাঠ বা বাঁহ কোনো বস্তুলৈ দ'লি মৰা to throw a piece of wood or bamboo at anything with force

**ফৰিং ছিটিকা দিয়া** ফৰিঙৰ দৰে ভয় খাই যেনি তেনি ছিটিকি পলোৱা অৰ্থাৎ, ভয়ত যেনি পায় তেনি পলাই যোৱা to run away in fear like grass hoppers

**ফৰিং ফুটা জোনাক** এনে জোনাক যে ফৰিঙে দিনৰ পোহৰ বুলি ভাবি ডেও দি ফট ফট শব্দ কৰি ফুৰে (ফৰিঙে দিনৰ পোহৰত ডেও দি ফুৰে আৰু তেতিয়া ফট ফট শব্দ হয়)। এতেকে দিন যেন জোনাক ফটফটীয়া জোনাক very clear moon light

**ফলা** 'ছিৰাছিৰ কৰা (২) চোৰাঁ।

**ফলি গুটি** ফলিত আখৰ লিখিবলৈ বগা মাটি আদি বস্তুৰ সৰু খণ্ড a slate pencil a piece of chalk or earth to write on a black board **ফলি লোৱা** ফলিত আখৰ লিখিবলৈ শিকা to learn to write on the slate

**ফলোৱা** (১) গুটি ধৰোৱা সফল কৰা কৃতকাৰ্য্য হোৱা to bring to fruition to be successful (২) ব্যঙ্গাৰ্থত— অকৃতকাৰ্য্য হোৱা যেনে এওঁ পটি ফলাব in ironical sense— to fail to be unsuccessful

**ফষ্টি কৰা** আয়ম কৰা ভেম বা গপ কৰা to show pomp vanity or pride **ফষ্টি জোৰা** একে অৰ্থ।

**ফাই উঠা** উত্তেজিত হোৱা to get

excited **ফাই তোলা** উত্তেজিত হৈ উঠা to be excited

**ফাইডাং মৰা** হঠাৎ খঙত উত্তেজিত হৈ, কোনো ঠাইৰ পৰা উচাৎ মাৰি গুচি যোৱা to lea e a plate suddenly being excited n anger

**ফাও মৰা** পাত্ৰত থকা বস্তুৰ বাজে অকল পাত্ৰটোৰ জোখ বিতংকৈ উলিযাই লোৱা to find out the weight of a vessel apart from that of its contents

**ফাং পতা** লোকক ঠগিবলৈ ফাঁকি কৰা to make a trick to practise deception **ফাং মৰা** (১) লোকক ঠগিবলৈ মিছা কথা কোৱা to speak a lie to dece ve others (২) ফাঙেৰে গছৰ গুৰি চিকোণোৱা to fork (as a plar t)

**ফাং ফুং** মিছা মিছি ফাঁকি অসাৰ অস্থায়ী যেনে 'ফাং ফু জীৱ ফা ফুং কায় ফা ফু জীৱনৰ থান্ থিত নাই unsubstantial transitory peris hable

**ফাং ফুং কৰা** মিছা মিছি ফাঁকি দিয়া to deceive

**ফাং বাজী মৰা** মিছা কথা কৈ ফাঁকি দিয়া to deceive by speaking a lie

**ফাঁকি-ফুঁকা কৰা** ছল বা প্ৰবঞ্চনা কৰিবলৈ ফাঁকি দিয়া to be speaking lies or playing tricks in order to decei e

**ফাঁকটি কৰা** (১) মিছা কথা কৈ ছলনা কৰা to deceive by falsehoods (২) ভাও জোৰা to feign or pretend

**ফাঁকটি ফুকুটা কৰা** 'ফাঁকটি কৰা' চোৱা।

**ফাঁকি জোৰা** ভাও জোৰা to feign or pret nd **ফাকি দিয়া** প্ৰবঞ্চনা কৰা to deceive

**ফাঁকি-ফুকা কৰা** 'ফাকটি ফুকুটা কৰা' চোৱাঁ।

**ফাচ্-ফুচ্ কৰা** ফাকি দিয়া to dec i e

**ফাচাং ফুচুং কৰা** 'ফাচ ফুচ কৰা' চোৱাঁ।

**ফাট ওলোৱা** ফাটি যোৱা বাবে ফাটৰ চিন ওলোৱা being isible as a crack **ফাট দিয়া** বিদীৰ্ণ হোৱা যেনে 'ফাট দিয়া বসুমতী পাতালে লুকাও to be cracked or split assunder **ফাট বিচৰা** মাটিৰ তলত লুকাবলৈ পৃথিৱীত ফাট অন্বেষণ কৰা 'কেঁকোৰা গাঁত বিচৰা' চোৱাঁ। **ফাট মৰা** পল'ই ফাট মৰা চোৱাঁ। **ফাট মেলা** (১) 'ফাট ওলোৱা' চোৱাঁ। (২) 'ফাট দিয়া' চোৱাঁ।

**ফাটি ফুটি যোৱা** হিলৈ আদি ফাটি বা ফুটি ডাঙৰকৈ শব্দ হোৱা। এতেকে বৰকৈ প্ৰচাৰিত হোৱা ঢক্ ফুটা যেনে খাজনা বাঢিব বুলি ফাটি ফুটি গৈছে to be widely known or rumoured

**ফাতিহা মৰা** গপ্প মৰা ডাংকোপ মৰা মিছা অহঙ্কাৰ কৰা to boast or brag to show pride or vanity

**ফান্দ্ পতা** (১) চৰাই বা জন্তু ধৰিবলৈ জীৱৰ খোৰোচা পতা to lay a trap to catch birds or animals (২) লোকৰ অনিষ্ট কৰিবলৈ ষডযন্ত্ৰ কৰা to design or make a plot to injure others to machinate

**ফান্দত পৰা** ফান্দত আবদ্ধ হোৱা বা ধৰা পৰা ষড়যন্ত্ৰত পৰা to be caught in a trap to fall in a plot **ফান্দত পেলোৱা** ফান্দ পাতি ধৰা ষডযন্ত্ৰত পেলোৱা to catch in a trap to fell in a plot

**ফাপৰী কঠীয়াৰ সঁচ** (ফাপৰী = এবিধ ধান) ফাপৰী কঠীযাৰ ধান আন ধানতকৈ আগেয়ে পকে সেই দেখি সি আন ধানৰ কঠীযাৰে মিহলি হ'লে একে গোছা ধানৰে কোনো থোক আগ বতৰতে পকে আৰু কোনো থোক্ শেহতহে পকেগৈ গতিকে খেতিয়কৰ আহুকাল হয়। এতেকে জঞ্জালীয়া বা আপদীয়া বস্তুৰ সঁচ the seed or germ of anything troublesome

**ফাপৰে খোৱা** (১) গাত ফাপৰ বেমাৰ হোৱা (এই বেমাৰত গাৰ মাখি ছাল ছিগি নোম সৰি যায) যেনে ফাপৰে খোৱা কুকুৰ getting scurf or

mange on the body (২) দুৰৱস্থাত পৰা অৱস্থাহীন হোৱা to be poor or indigent **ফাপৰে ধৰা** একে অৰ্থ।

**ফাল্ ফাল্ কৰা** একেটা বস্তুকে ফালি কেইবা ভাগো কৰা। এতেকে পৰিয়ালক ঘৰ ঘৰ কৰি বেলেগ কৰা যেনে টোটক-নাটক কৰি ঘৰখন ফাল্ ফাল্ কৰিলে to divide a joint family into separate ones

**ফালৰি কটা** দূৰতে এফলীয়া হৈ আন ফালে যোৱা দূৰৰে পৰা আন এফালে গুচি যোৱা যেনে মই মাতিবলৈ নৌ পাওঁতেই, মোক দেখি সি ফালৰি কাটিলে to avoid a person or an object by proceeding towards another direct on at a distance **ফালৰি মৰা** একে অৰ্থ।

**ফিং ফিং কৰে** ফিৰ ফিৰ কৰে পিচকাৰীৰ মুখৰ পানীৰ দৰে বেগেৰে আৰু সৰু ধাৰা হৈ যেনে ফি ফি কৰে তেজ ওলাইছে with force and slender streams as from a syringe (appl to liquids)

**ফিক্ খাই উঠা** 'ফিকি উঠা' চোৱাঁ।

**ফিক্ ফিকাই উঠা** খঙত জ্বলি উঠা to start up in anger

**ফিকি উঠা** (১) উখহি পৰা to swell up (২) খঙত জ্বলি উঠা to start up or spring up in anger

**ফিচিকা ফিচিকি কৰা** এজনলৈ চকু টিপিয়াই আন এজনৰ নিন্দাৰ ইঙ্গিত কৰা। এতেকে চকু বা নাক মুখৰ ইঙ্গিতেৰে উপহাস কৰা to deride by gestures of the eye nose or the fac

**ফিচিঙা ফিচিঙি কৰা** 'ফিচিকা ফিচিকি কৰা' চোৱাঁ।

**ফিৎ খোৱা** কেউফালে টন্‌টনীয়া হৈ ফিন্দ্ খাই পৰা to be tightly fit (lik a mosquito net)

**ফিতাহি কৰা** গপ্ত বা গপ প্ৰকাশ কৰা নিজক বৰ বোলোৱা to boast to how vain glory **ফিতাহি মৰা** একে অৰ্থ।

**ফিন্দ্ খোৱা** (১) উখহা to swell up (২) ফিং খাই পৰা যেনে আঁঠুবাখন ফিন্দ খাই পৰিছে to be tightly fit (as a mosquito net)

**ফিৰ্ ফিৰ্ কৰে** 'ফি ফিং কৰে' চোৱাঁ।

**ফীঁ ফীঁ কৰে** 'ফিং ফি কৰে' চোৱাঁ।

**ফুং কাং** 'ফা ফুং' চোৱাঁ।

**ফুং কাং কৰা** 'ফাং ফুং কৰা' চোৱাঁ।

**ফুঁই মৰা** (১) মুখেৰে ফুঁওৱা যেনে ফুঁই মাৰি চাকিটো নুমা to blow with the mouth (২) মন্ত্ৰ মাতি জৰা ফুঁকা কৰা to apply incantation

**ফুঁতে উড়া** ফুঁই মাৰি দিলেই উড়ি যোৱা অৰ্থাৎ, অলপ প্ৰয়াসতে পৰাস্ত হোৱা to be defeated or dispers d at the slightest exertion **ফুঁতে উড়োৱা** সামান্য যত্নেৰেই পৰাস্ত কৰা to disperse or defeat with very little exert on

**ফু মৰা** 'ফুঁই মৰা' চোৱাঁ।

**ফু মাৰি ভাত খাব পৰা** এনে পৰিষ্কাৰ যে সৰা মচা নকৰি অকল মুখেৰে ফুঁৱাই লৈয়েই পাত পাৰি ভাত খাব পৰা। এতেকে পৰিষ্কাৰ জাঁজ বা জাবৰ জোঁথৰ নথকা (ঠাইত খাটে) যেনে তেওঁৰ বাৰীখন ফুঁ মাৰি ভাত খাব পৰা very neat and clean without any rubbish whatever (appl to a place or a flc or)

**ফুহুৰিত উডা** (ফুঁহুৰি = ফুঁ মাৰোতে হোৱা শব্দ) 'ফুঁতে উডা' চোৱাঁ। **ফুঁহুৰিত উডোৱা** 'ফুঁতে উডোৱা' চোৱাঁ।

**ফুঁহৰি তৰঙা** মিছা ওজৰ কৰা to put forward a fal e excuse **ফুঁহৰি মৰা** খ দেখুৱাই ভাবুকি দিয়া to show idle threats

**ফুঁহুৰি নটনা** কোনো সমলেৰে কোনো কামৰ পাতনি পাতিবলৈ বা আৰম্ভ কৰিবলৈ নাটনি হোৱা যেনে এই হেন ডাঙৰ সকামটোলৈ দোমোন গাখীৰে ফুঁহুৰি নেটানে some material being insufficient ev n to make the begining of anything

**ফুঁচ্ ফাচ্ কৰা** 'ফাচ ফুচ কৰা' চোৱাঁ।

**ফুচ্ ফুচ্ ফাচ্ ফাচ্ কৰা** সক সৰুকৈ কোৱা গোপনে প্ৰচাৰ কৰা to whisper about

**ফুঁচুং ফাচাং কৰা** 'ফাচা ফুচু কৰা' চোৱাঁ।

**ফুট অহা** উতলিবলৈ বুৰ্বুৰণি কঢ়া to bubble before boiling **ফুট উঠা** একে অৰ্থ। **ফুট কঢ়া** অলপকৈ উতলোৱা যেনে ধানৰ ফুট কঢ়া to boil slightly **ফুট গধূলি** গধূলিৰ চিন মাত্ৰ অৰ্থাৎ, গধূলিৰ আৰম্ভন মাত্ৰ নিচেই গধূলি dusk **ফুট চিনা** (১) উতলৰ গতি চাই, সিজোৱা বস্তু জুইৰ পৰা নমাবৰ হোৱা নোহোৱাৰ চিন বুজা to be capable of knowing from the nature of the bubbles whether something has been well boiled or well cooked (২) হুঁচিয়াৰ সতৰ্ক চকুৱাল alert discering quick sighted **ফুট জনা** 'ফুট চিনা' চোৱাঁ। **ফুট তোলা** 'ফুট কঢ়া' চোৱাঁ। **ফুট পোৱা** অলপকৈ সম্বাদ পোৱা to get a slight information **ফুট ফাট** ফুটা বা ফাট অৰ্থাৎ চিন। এতেকে সন্ধান যেনে ফুট ফাট নোহোৱাকৈ পলাল a trace a clue an inkling **ফুট বুজা** 'ফুট চিনা' চোৱাঁ। **ফুট মনা** 'ফুট চিনা' চোৱাঁ। **ফুট মনিয়াৰ** ফুট মনিব পৰা 'ফুট চিনা (২)' চোৱাঁ। **ফুট লোৱা** মনে মনে সম্বাদ লোৱা to get information secretly to make a secret enquiry

**ফুটুংগিৰী কৰা** ফুটা বা অকৰ্মণ্য বস্তুৰ গৰাকী হৈ গিৰী বোলোৱা। অৰ্থাৎ, মিছা অহঙ্কাৰ বা ফোঁপযহ্ কৰা to show vain glory

**ফুটত উঠা** 'পাগত উঠা' চোৱাঁ। **ফুটত তোলা** 'পাগত তোলা' চোৱাঁ। **ফুটত বোৱা** 'পাগত বোৱা' চোৱাঁ।

**ফুটনি কৰা** গৌৰৱ দেখুওৱা অহঙ্কাৰ কৰা to show vanity to display vain glory

**ফুটা** (১) গাত বিন্ধা ওলোৱা যেনে চক ফুটিল গাঁৰ ফুটিল to get a hole on the body to burst (২) ফুটিলে বস্তু ঘূণীয়া হয় এতেকে ঘূণীয়া বা অকামিলা হোৱা নষ্ট হোৱা যেনে চকু ফুটা কপাল ফুটা to be disabled destroyed or spoilt (৩) বিন্ধা কৰি সোমায় যোৱা যেনে কাঁইটে ফুটা to pierce through (৪) হিলৈ আদি ফুটিলে শব্দ হয়। এতেকে শব্দ উঠা অৰ্থাৎ, অখ্যাতি ৰূপে প্ৰচাৰিত হোৱা যেনে বদ্‌নাম ফুটা to be widely known as a scandal (৫) কিবা ফুটিলে তাৰ শব্দ ব্যক্ত বা স্পষ্ট হয়। এতেকে ব্যক্ত বা স্পষ্ট হোৱা যেনে মাত ফুটা to be pronounced distinctly (as the words of a child learning to speak) (৬) জোখত বা লেখত কম হোৱা যেনে ধানগাল দোৱা জোখত দোদোণ ফুটিল to be short in weight measure or counting

**ফুটা কড়ি** কড়ি ধন স্বৰূপে চলে তাৰ মূল্য এনেয়ে তাকৰ তাতে যদি ফুটা থাকে তেন্তে সমূলি মূল্য নেথাকে। এতেকে কম মূল্যৰ আৰু বেয়া বাবে চলাব নোৱাৰা ধন যেনে মোৰ হাতত ফুটা কড়ি এটাও নাই, অৰ্থাৎ, অলপীয়া আৰু নচলা ধনো নাই a base coin of a very small original valu **ফুটা কপাল** ফুটি নষ্ট হোৱা কপাল অৰ্থাৎ, অতি মন্দ ভাগ্য very bad destiny

**ফুটা ঘোলা বছা** বস্তু ফুটিলে বেয়া হয় কণী ঘোলা হ'লে বেয়া হয়। এতেকে বস্তুৰ বেয়া বা অকৰ্মণ্য ভাগ বাছি পৰিহাৰ কৰা to reject the bad or useless protions of anything

**ফুটা ফুট কৰা** এফুটা এফুটা কৰি বেলেগ কৰা (কঠাল আদি ফলত খাটে) to separate the carpels of a fruit

**ফুটি ফাটি যোৱা** 'ফাটি ফুটি যোৱা' চোৱাঁ।

**ফুটুকাৰ ফেন্** ফুটুকাৰ ফেনত একো সাৰ পদাৰ্থ নেথাকে। এতেকে সমূলি সাৰ বা

সত্যতা নথকা বস্তু বা কথা anything having no substance or truth whatever

**ফু-ফু ফা ফা কৰা** ফুচ্‌ফুচাই কোৱা-কুৱি কৰা মনে মনে প্ৰকাশ কৰা ভিতৰি ভিতৰি কণা-কণি কৰা to whisper to publish secretly within a limited circle

**ফুৰা গা** (১) বাহিৰত ফুৰা চকা কৰা বাবে অশুচি বা বিধুতি গা a body not cleaned by washing after going round in the outside (২) শৌচ কৰাৰ পাচত স্নান নকৰাকৈ থকা গা a body not washed after answering a call of Nature **ফুৰা হোৱা** শৌচ কৰা মলত্যাগ কৰা to ease one s self to answer a call of Nature

**ফুৰা গ্ৰহৰ বিষ্টি** জ্যোতিষৰ মতে গ্ৰহবিলাক সদায় ঘূৰি ফুৰাত মানুহৰ জন্ম ৰাশিৰ পৰা কেতিযাবা ভাল আৰু কেতিয়াবা বেয়া ঠাইত থাকি ভাল বা বেয়া ফল দিয়ে। সেই দৰে বেয়া ঠাইত গ্ৰহ থকাকে ফুৰা গ্ৰহৰ বিষ্টি বোলে। এতেকে অলপীয়া বিপদ অলপ কাললৈ বেয়া দিন unlucky combination of stars for a short period

**ফুৰুলি মৰা** অনেকে একেলগে আটাহ পৰা বা চিঞৰা yelling or screaming simultaueously by many people

**ফুল কটা** কোনো বস্তুত বটালী আদি যন্ত্ৰেৰে ফুলৰ আকৃতি নিৰ্মান কৰা to engrave figures of flow rs **ফুল কোঁৱৰ** আলসুৱাকৈ উঠা ডেকা a young man tenderly brought up স্ত্ৰীলিঙ্গ—**ফুল কুঁৱৰী**। **ফুল পৰা** (১) চকুৰ মণিৰ বৰণ ক'লা শুচি বগা হোৱা to have a white film on the star of the eye (২) 'জল পৰা' চোৱাঁ। **ফুল বছা** মাকোৰে বা বেজীৰে কাপোৰত ফুলৰ আকৃতি নিৰ্মান কৰা to make figures of flowers on a cloth either in the loom or with needles **ফুল বস্তু** ফুলৰ দৰে পাতল আৰু শুচি বস্তু (খোৱা বস্তুত খাটে) যেনে আখৈ আৰু মুৰিক ফুল বস্তু বোলে any eatable light and pure like flowers

**ফুলতে বাৰী হোৱা** (ফুলতে = ফুলৰ দৰে পবিত্ৰ অৱস্থাতে অৰ্থাৎ সকতে) স্বামী সহবাহৰ পূৰ্বেই বিধবা হোৱা to be widowed before consumation of marriage

**ফেঁট তোলা** ফেঁটী সাপে ফেঁট তোলাদি বিষম ৰূপে খংকৰি উঠা rising up in furious anger like the cobra raising its hood

**ফেঁটাই দিয়া** লগাই দিয়া উচতাই দিয়া to incite to instigate

**ফেঁটা পৰা** মেচ লোৱা বেঁকা হোৱা to be bent

**ফেঁপেৰি পতা** ফেৰ পতা সাহ দেখুৱাই অগ্ৰাহ্যৰ ভাব প্ৰকাশ কৰা to defy

**ফেঁচু জালি দিয়া** ফেঁচু চৰাযে মতা ফেঁচুৱে অতি প্ৰত্যুষতে মাতে। এতেকে প্ৰত্যুষ হোৱা dawning to be early morning

**ফেদেলী পুৰাণ মেলা** (ফেদেলী = লেতেৰী অৰ্থাৎ লাগ্ বান্ধ নোহোৱা অপ্ৰীতিকৰ বা শুনি ভাল নলগা) পুৰাণ বৰ দীঘল পুথি। এতেকে শুনি ভাল নলগা দীঘল বৰ্ণনা আৰম্ভ কৰা to begin a long and tiresome story or description

**ফেন্‌টো** 'ফুটুকাৰ ফেন চোৱাঁ। টো বুলি তুচ্ছ ভাব বুজাইছে।

**ফেনাফেন কৰা** ফেনেকি ফেন্ তোলা। এতেকে অতিকৈ ফেনেকা বা ঘোঁকটা to crush and squeeze excessively

**ফেৰ জোৰা** (১) জোৰ মৰা সমান বোলাবলৈ লোকৰ অনুৰূপ আচৰণ কৰা to be acting inrivalry (২) যুঁজিবলৈ সাজু হোৱা to be prepared to fight **ফেৰ্ ধৰা** (১) ঠাল আৰু পাত বঢ়াত আকাৰত বহল হোৱা যেনে গছজোপাই ফেৰ ধৰি পৰিছে to spread with shoots and leaves

(২) বাগি ধৰা লোকে কিবা নকৰিলে নিজেও কোনোটো কাৰ্য্য নকৰোঁ বোলা to rival with others by refusing to agree unless somebody else does something **ফেৰ্ পতা** ফেৰ্ জোৰা চোৱাঁ। **ফেৰ্ মৰা** (১) ফেৰ জোৰা (১) চোৱাঁ। (২) তৰ্জু বা পালাৰ ফেৰ গুচোৱা to balance a pair of scales (৩) কাপোৰ কোঁচাই ঘেৰ বহল কৰি পিন্ধা যেনে বৰচুৰিয়াৰ ফেৰ মৰা to wear a cloth with gatherings **ফেৰ্ মেলা** বাটি বহল হোৱা বা সৰহ ঠাই জুৰি ধৰা যেনে গছে ফেৰ মেলে মেখেলাই ফেৰ মেলিছে to be spreading around like a bush or a plant or like a skirt or a gown

**ফেৰি ফেৰি কৰা** এফেৰি এফেৰি কৰা। এতেকে (১) এটা এটা বা এডাল এডাল কৰি বিভক্ত কৰা যেনে চুলি ফেৰি ফেৰি কৰা অৰ্থাৎ এডাল এডালকৈ বাছি চোৱা নতুবা সৰোৱা to separate or pull off one by one (২) সিচঁৰতি কৰি বিশৃঙ্খল কৰা যেনে কাপোৰজাপ বা তুলাবোৰ ফেৰি ফেৰি কৰিলে to scatter (৩) কিলত গাৰ মঙ্গহ ডোখৰে ডোখৰে ছিঙি পেলোৱা। এতেকে বৰকৈ কিলোৱা যেনে তোক ফেৰি ফেৰি কৰিম to beat a person very severly

**ফেৰিয়া ফেৰি কৰা** ফেৰ জোৰা চোৱাঁ।

**ফেৰেঙনি মেলা** একে ঠাইৰে পৰা দুটা বা অধিক ডাল গজি বেলেগ হোৱা অৰ্থাৎ ওৰিৰে পৰা একে হৈ গৈ এঠাইত বেলেগ বেলেগ হোৱা to be divided forklike

**ফোঁট ৰেঘা মৰা** লোকে ভাল দেখাকৈ ধুনেৰে সাজ পাৰ কৰা to dress in a fashionable way so as to look pretty

**ফোঁট লগুণ লোৱা** বামুণে ভালকৈ সাজ পাৰ কৰিবলৈ হ'লে ফোঁট লয় আৰু লগুণ সলায়। এতেকে পৰিপাটিকৈ সাজ পাৰ কৰা to put on dress neatly

**ফোঁট ল'বলৈ নোজোৰা** বহুত মানুহক তাকৰীয়া বস্তু ভগাই দিবলৈ নোজোৰে। ইয়াত বস্তুটো ইমান তাকৰ বুজাইছে যে ভগাই দিবলৈ যে নাটেই গাইপতি একোটাকৈ ফোঁট ল বলৈকো নাটে। এতেকে অতি তাকৰ গুণে অলপীয়াকৈ বাঁটি দিবলৈকো নোজোৰা হোৱা to be too small to be divided even in very small quantities **ফোঁট ল'বলৈ নটা** একে অৰ্থ।

**ফোঁপ্ চুঙা** ফোঁপোলা অৰ্থাৎ শুদা চুঙা। এতেকে বুদ্ধিহীন মানুহ a blockhead

**ফোঁপ্ ডাং মৰা** ডাঙোপ মৰা গগুপ কৰা to boast or brag

**ফোঁপ্ যহ্ কৰা** মিছা যহ্ কৰা মিছা আত্ম যশষ্যা প্ৰকাশ কৰা to be vain glorious

**ফোঁহা মেলা** এটা খহুৰ দাঁতিত বাঢ়ি বাঢি আৰু খহু হোৱা to spread out in postule

**ফোৰ্ মৰা** বেজীৰে সীয়া to stitch with a needle

**ফোৰণ দিয়া** ঘিঁউ বা তেল তপত কৰি তাত মচলা দি আঞ্জাত মিহলোঁৱা to mix in a curry hot Ghee or oil flavoured with spices **ফোৰণ মৰা** একে অৰ্থ।

**ফোৰোহনি মৰা** হাতী আদি জন্তুৱে খ কৰি নাকেৰে গোঁজৰণি মৰা। এতেকে খ কৰি উঠা to be snorting

## ব

**বইচ কৰা** বশ্য কৰা বশীভূত কৰা to make submissive **বইচ্ মনা** বশ হোৱা পোহ্ লোৱা to be submissive or tame **বইচ্ লোৱা** 'বইচ মনা চোৱাঁ। **বইচ্ হোৱা** বইচ মনা চোৱাঁ।

**বইচ-বাইচ্ কৰা** বচ্ বাচ কৰা চোৱাঁ।

**বং দিয়া** (ব = নাল) নাল লগোৱা। এতেকে কথাৰ ধুন বঢ়াবলৈ মাজত অলাগতিয়াল কথা জোৰা দিয়া যেনে 'কিন্তু ৰূপে সৈতে তাৰ পৰা গ'লে মানে 'কৃষ্ণক চিন্তি' ইত্যাদি to u e words or phases in a speech or writing not for the sak of sense but for ornamentation **বং লগোৱা** একে অৰ্থ।

**বংশত পদুম ফুলা** পদুম প্ৰধান আৰু ধুনীয়া ফুল বাবে পদুম ফুলিলে বিল উজ্জ্বল হয়। এতেকে বংশত জন্ম লৈ ব শ উজ্জ্বল কৰা ব শ গৌৰবান্বিত কৰা। যেনে শঙ্কৰদেৱ ভূঁযা ব শত পদুম ফুলিছিল to glorify one s clan o family by taking birth in it

**বঁজা ভঙা** বঁজা দোষ গুচোৱা প্ৰথমতে ফলবান বা সাৰ্থক কৰা অৰ্থাৎ নতুন বস্তু কামত লগাই পোনতে কাৰ্য্যসিদ্ধি কৰা কোনো লাভৰ কাৰ্য্যৰে ভবিষ্যত লাভৰ সূচনা কৰা যেনে দোকানত বহনি কৰা বা নৈকে প্ৰস্তুত কৰা বৰশীৰে প্ৰথমবাৰ মাছ ধৰা getting maide ı success in anything

**বঁটা দিয়া** পুৰস্কাৰ দিয়া to r ward **বঁটা পিন্ধোৱা** একে অৰ্থ।

**বঁহীয়া পৰা** বাহী হোৱা অৰ্থাৎ কোমল নেদেখা হোৱা বয়স হোৱাৰ দৰে প্ৰতীয়মান হোৱা (মুখত খাটে) যেনে মুখ বঁহীয়া পৰিল tc lose the signs of fre hne s or youth by indicating age (appl to a per on s face)

**বকটা বকট কৰা** বখলা বখল কৰা চোৱাঁ

**ব-কলমে চহী দিয়া** নিজে চহী দিব নজনা মানুহৰ হৈ চহী দিয়া এজনৰ দস্তকৎ আন এজনে কৰা to put th signature of an illiterate person to sign for another

**বকলা মেলা** (বকলা = পুথি মেৰাই থোৱা সাঁচি গছৰ ছালৰ দগধা ঢাকনী) পুথিত বহুত কথা লিখা থাকে তাক পঢ়ি শুনাবলৈ প্ৰথমতে পুথিৰ ওপৰৰ বকলাখন মেলিব অৰ্থাৎ গুচাব লাগে। এতেকে সৰহীয়া কথা আৰম্ভ কৰা দীঘলীয়া কথাৰ মূৰ মেলা to begin a long narration

**বকহা বকহ কৰা** বাঁকুহি একৰাই এসোপা এসোপা বা সোপা সোপ্ কৰা to tear off anyth ng in lumps or masses

**বখলিওৱা** (১) বাকলি গুচোৱা ছাল গুচোৱা to peel or skin off (২) বখলিয়ালে ভিতৰৰ বস্তু ওলাই পৰে। এতেকে গুপ্ত কুৎসা প্ৰকাশ কৰা to xpose hidden scandals

**বখলা বখল্ কৰা** চেপেটা চেপেট একো বখলাকৈ অনেক বখলা কৰা to d vide into sev ral flat pieces

**বগৰা** এঠাইৰ পৰা আন ঠাইলৈ বাগৰি ফুৰা মানুহ অৰ্থাৎ থিতাপী ঘৰ বাৰী নথকাত বিবিধ ঠাইত বাস কৰি ফুৰা মানুহ a vagabond

**বগলী ভকত** বগলীয়ে বাহিৰে সাধু ভাব দেখুৱাই ভিতৰি মাছ ধৰিবলৈ চল চাই থাকে। এতেকে বাহিৰে সজ কিন্তু ভিতৰি নীচ প্ৰকৃতিৰ মানুহ ভণ্ড মানুহ hypo rite wick d persc n feignir g to b go d

**বগা ওলোৱা** শ্বেত কুষ্ঠ ৰোগে ধৰা tc b attack d with leuc d rma

**বগা কাউৰী ওলোৱা** বগা কাউৰী বৰ বিৰল। কেনেবাকৈ এটা ওলালে ক লা কাউৰীবোৰে কিবা এটা আচৰিত প্ৰাণী বুলি ৰ'মলিযাবলৈ আৰু থপিয়াবলৈ ধৰে। এতেকে আন মানুহেৰে কোনোনো বিষযত লৰ হোৱা বাবে অনেকৰ কৌতুহলৰ পাত্ৰ হোৱা t c an object of curiousity by reason of som rare or marked peculiarity

**বগা ঘৰত সোমোৱা** ফাটকত পৰা ব্য to be imprisoned Irn **বিজ্**— বৰ চৰুৰ ভাত খোৱা ।

**বগা বঙাল** (বঙাল = বিদেশী) বগা বৰণৰ বিদেশী মানুহ (অসমীয়াই বিদেশী মাত্ৰকে 'বঙাল বোলে।) এতেকে ইউৰোপ বা আমেৰিকাৰ মানুহ a

white foreigner i e a European or an American
**বগিয়াবগি কৰা** অৰিয়া অৰি কৰা পৰস্পৰে বাগি ধৰা to rival with each other
**বগুৰা বোৱা** দুই হাত আৰু দুই আঁঠুৰে মাটিত বগোৱা to move with the hands and the kness **বগুৰা লগা** ভয়ত বিবুদ্ধি বা পেঁপুৱা হোৱা to be confounded in fear
**বঙহ যোৱা** গৰ্ভ নষ্ট হোৱা to get a miscarriage
**বঙহৰ দেও** (বঙহ = বংশ দেও = দেৱতা) বংশৰ দেৱতা অৰ্থাৎ নিজৰ স্বামী (আহোম মহিলাই গিৰিয়েকক সম্বোধন কৰা মাত) husband
**বঙহে মঙহ খোৱা** বংশৰ মানুহে ডাঙৰ অপকাৰ কৰা doing of a great harm by a kinsman
**বঙাল** বঙালী চোৱাঁ।
**বঙালী** পূৰ্বে যাতাযতৰ সুচল নথকাত দূৰৰ বিদেশী মানুহ অসমলৈ বৰকৈ নাহিছিল আৰু বঙ্গ দেশ ওচৰতে বাবে অসমীয়াই সকলো বিদেশীকে বঙাল বা বাঙালী বুলিছিল। এতেকে বিদেশী লোক অনা অসমীয়া a foreigner a non Assamese **বঙালী কঙালী** (বঙালী = বিদেশী কঙালী = কঙাল দৰিদ্ৰ) বিদেশী মানুহ বা দৰিদ্ৰ মানুহ either a foreign or a beggar **বঙালী বেমাৰ** বিদেশৰ পৰা অহা বেমাৰ অৰ্থাৎ গৰ্মী বেমাৰ গ'নৰীয়া বা চিফিলিচ বেমাৰ। পূৰ্বে এই বেমাৰ অসমত নাছিল বিদেশৰ পৰা আহি অসমত সোমোৱা বাবে ইয়াৰ এই নাম হ'ল gonorrhea or syphilis
**বচ-বাচ কৰা** বাচ্যাবাচ্যি কৰা উখনা উখনি কৰা মুখে মুখে দ্বন্দ কৰা to have an altercation to xchange hot words
**বছৰি বন্ধিয়া** এবছৰৰ অন্তত আকৌ এবছৰলৈ নতুনকৈ বন্দবস্ত কৰিব লগা কাৰণে চুক্তি বা বিধান থকা renewable for a fresh period of one year at the end of a year
**বছা** (১) বেয়া ভাগ এৰি ভাল ভাগ ৰখা বা গ্ৰহণ কৰা যেনে শাক বা মাছ বছা to retain the good portion of anything rejecting the bad (২) বেয়া বুলি পৰিত্যাগ কৰা। এতেকে সমাজৰ বাজ কৰা যেনে তেওঁক বাইজে বাছিছে to excommunicate (৩) তাঁতৰ কাপোৰত ফুল দিয়া to make embroidery works (৪) মঙহৰ পৰা হাড় বেলেগ কৰা যেনে মাছৰ কাঁইট বছা to separate bones from the flesh (৫) ৰবকৈ মাৰ কিল্ কৰা যেনে তোক বাছি পেলাম to beat a person se erely
**ব ছিগা** গলধনত ঘা লগা (বলদ গৰুত খাটে) যেনে ব ছিগা বলদ sore necked (appl to bullocks) **ব ছেৰা** তাঁতৰ ব ৰ পৰা বাজ হৈ ওলাই যোৱা যেনে ব-ছেৰা সূতা। এতেকে বংশ পৰিয়াল বা লগৰ মানুহে সৈতে স্বভাৱত নিমিলা বা সেইসকললৈ মৰম নথকা of different nature from ne s own people o ha ing no kindness or sympathy for them
**বছেৰেকীয়া** মৰাৰ এবছৰৰ মূৰত শ্ৰাদ্ধ সপিণ্ডিকৰণ the Sardh remony of a deceased person at the termination of one year from death
**বজা** (১) শব্দ কৰা to make a sound (২) দাবি কৰা গৰাকী ওলোৱা ওজৰ কৰা to claim to object (৩) লোকৰ বিবাদত এক পক্ষৰ সপক্ষে কথা কোৱা যেনে লোকৰ কাজিয়াত বাজৰ নেপায to speak in favour of one party in a quarrel
**বজোঁ গুটি** টান বান্ধৰ চুটি চাপৰ মানুহ a short and strong built person
**বজ্ৰ বটালী** বজ্ৰময় বটালী। বটালীয়ে অকাতৰে হাঁতুৰীৰ মাৰ সহ্য কৰে। এতেকে দুখ কষ্ট সহিব পৰা টান বন্ধীয়া মানুহ a strong built person capable of enduring hardship

**বজ্ৰলেপ** টানকৈ বান্ধ বা লিপিত খাই ধৰা যেনে বজ্ৰলেপ গাঁঠি sticking or binding fast

**বঙ্কিং নকৰি কিঙ্কিং কৰা** কোনো কাৰ্য্যৰ সমূলি একো নকৰাকৈ নেথাকি অলপ কিছু কৰা মানুহক তেনেই পৰাঙ্মুখ নকৰাকৈ অলপকৈ কিবা দিয়া বা উপকাৰ কৰা to do or give a little of something instead of refusing altogether

**বঢ়া** (১) বৃদ্ধি হোৱা to be increased (২) অতিচাৰী হোৱা যেনে সি বৰকৈ বাঢ়িছে to be excessive in bad conduct **বঢ়োৱা** (১) বৃদ্ধি কৰা to increase (২) লোকক অতিচাৰী কৰা to cause others to be excessive in bad conduct

**বঢ়া টুটা দোষ** ন্যুনাধিক দোষ অৰ্থাৎ সৰহ বা তাকৰ হোৱা বাবে অপৰাধ যেনে বিলনীয়াৰ ন্যুনাধিক দোষ মৰ্ষিব লাগে the fault for excess or inadequacy of anything

**বঢ়া বচন** চৰা বচন বা নুবুলিব লগীয়া বচন অৰ্থাৎ, গালি যেনে গুৰুজনক বঢ়া বচন বুলিব নেপায abusive or insulting words **বঢ়া-বঢ়ি** বিবাদ কৰিবলৈ সাজু হোৱা কাৰ্য্য definance the act of taking up a defiant attitude

**বতৰ কালি** শস্যাদি আৰ্জ্জিবৰ বা চপাবৰ কাল বা সময় the growing or harvasting season **বতৰ দণ্ডা** ডাৱৰীযা গুচি ফৰকাল্ হোৱা to be cleared of rains and clouds (as weather)

**বতৰৰ কথা বতৰতে কোৱা** কোনো কথাৰ বাবে সময় থাকোঁতেই কৈ সতৰ্ক কৰা to gi e timely warning

**বতৰৰ বতৰ বস্তু** বতৰে বতৰে পোৱা খেতিৰ বেলেগ বেলেগ বস্তু অৰ্থাৎ যি বতৰত যি বস্তু উৎপন্ন হয় সেই বস্তু any agricultural produce available at a particular season

**বতা পৰা** খেতি নকৰাকৈ এৰা পৰি থকা (মাটিত খাটে) যেনে মাটিডৰা বতা পৰিল to lie fallow **বতা পেলোৱা** খেতি নকৰাকৈ উদণ্ডে পেলাই থোৱা যেনে মাটিডৰা বতা পেলালে to lay fallow

**বতাহত উড়া** পাতল চঞ্চল বা গাম্ভীৰ্য্যহীন হোৱা to be light unsteady or undignified

**বদীয়া হোৱা** বদ্‌নাম পোৱা to be scandalished

**বদ্ধমুষ্টি হোৱা** টান মুঠিৰ হোৱা অৰ্থাৎ, কিৰ্পিণ হোৱা to be close fisted

**বধ্ লগা** বধ কৰাৰ পাপ হোৱা বধভাগী হোৱা to be sinful for killing to be responsible for a death

**বধে ছোৱা** বধ কৰা দোষে স্পৰ্শ কৰা। বধ লগা চোৱাঁ।

**বন্ কৰা** (১) কাম কৰা to do any work (২) কাৰু কাৰ্য্য কৰা যেনে কাপোৰত বন কৰিছে to do embroidery works **বন কুকুৰা** বনৰীয়া কুকুৰাৰ দৰে মানুহৰ চাট নসহা মানুহ a person dreading human society like a wild fowl **বন বৰাগী** বৈৰাগ্য ভাবৰ বাবে মানুহৰ লগ এৰি হাবিত থকা মানুহ a hermit **বন-বোন্দা** (১) ঘৰ এৰি বনৰীয়া হোৱা বোন্দা a wild tom cat (২) বনৰীযা বোন্দাৰ দৰে ডকা হকা দি খাই ফুৰা মানুহ অৰ্থাৎ ঘৰত নেথাকি য'তে ত'তে দুষ্টালি কৰি ফুৰা মানুহ a person found of staying away from home and doing mischief to others

**বন লগোৱা** গৰু বা ম'হক বন কৰিবলৈ অৰ্থাৎ, হালত যাবলৈ শিকোৱা to break a bullock or a buffalo **বন সধা** কাৰ্য্য সাধন কৰা ব্য। এতেকে (১) নষ্ট কৰা অন্ত কৰা যেনে বাদুলীযে কলৰ বন সাধিলে to spoil or waste to make an end of (২) শাস্তি কৰা to punish

**বন্ নোহোৱাৰ বন** বন নথকা মানুহে কৰা মিছামিছি বন অৰ্থাৎ মিছা বা

অপ্ৰয়োজনীয় বা অসাৰ্থক বন a useless work i e a work having no utility

**বনবজা** হাবিৰ ৰজা অৰ্থাৎ, বাঘ a tiger

**বনা** মিল হোৱা একে মত হোৱা যেনে তেওঁৰে সৈতে মোৰ নবনে to have similarity of feelings to be of the same mind with others

**বনি লগা** (বনি = কাৰণি লেচু) লেচু লগা কাৰণি হোৱা উৎপন্ন হ'বলৈ কোনো এটা কাৰণৰ আশ্ৰয় লোৱা (বেমাৰত খাটে) যেনে হুলে ফুটাৰ বনি লাগি ভৰিটো গেলি পচি গৈছে to lead to a disease taking advantage of a small cause **বনি লোৱা** একে অৰ্থ। **বনি হোৱা** বেমাৰ হ বলৈ চল লগা বেমাৰৰ কাৰণি হোৱা যেনে ঘোঁৰাৰ পৰা পৰাই কঁকালৰ বিষৰ বনি হ'ল to lead to a disease by being its ostensible cause

**বনুৱা বড়া** (বৰা = আহোম ৰজাৰ দিনত একুৰি পাইকৰ হতুৱাই কাম কৰাওতা বিষয়া) পাইকৰ হতুৱাই বন কৰাওঁতে নিজেও বন কৰা বৰা। এতেকে নিজে বনত ধৰি লোকৰ হতুৱাই বন কৰাওতা সুদক্ষ মানুহ a capable superviser who puts people to work by working himself

**বনোৱা** আকাশত পাক্ দি উড়ি ফুৰা। এতেকে থিতাপী নোহোৱাকৈ ঠায়ে ঠায়ে ফুৰি ফুৰা to roam about

**বন্দী** আবদ্ধ যেনে মোৰ হাত বন্দী engaged **বন্দী কৰা** (১) আটক কৰা to arrest (২) আবদ্ধ কৰা যেনে পাচলি সোপা থৈ কাঁহীখন বন্দী কৰিলে to engage **বন্দী খোৱা** বেচ নোলোৱাকৈ লোকৰ হুকুম মতে বন কৰি দিয়া to work for others without remuneration as ordered **বন্দী সোমোৱা** বন্দী স্বৰূপে লোকৰ বন কৰিবলৈ নিজক নিয়োগ কৰা to enter as a slave of others **বন্দী হোৱা** আবদ্ধ হোৱা যেনে সবাহত বন্দী হোৱাত বিয়ালৈ যাব নোৱাৰিলোঁ পাঁচটো থানেৰে বন্দী হৈ আছে to be engaged or employed

**বন্ধ খোৱা** গোট খাই আবদ্ধ হৈ থকা যেনে পানী মলি বা এলাহু বন্ধ্ খোৱা to be confined or accumulated **বন্ধ যোৱা** একে অৰ্থ। **বন্ধ হোৱা** (১) 'বন্ধ খোৱা' চোৱাঁ। (২) মুখ মাৰ যোৱা ওলাবলৈ বাট নোহোৱা হোৱা যেনে জীবিকাৰ বাট বন্ধ হ'ল গাঁৱৰ মুখ বন্ধ হ'ল to be closed

**বন্ধ মুষ্টি হোৱা** বদ্ধ মুষ্টি হোৱা চোৱাঁ।

**বন্ধুৱা খোৱা** বন্ধক খোৱা to pledge a thing **বন্ধুৱা দিয়া** একে অৰ্থ। **বন্ধুৱা সোমোৱা** লোকৰ পৰা লোৱা ধনৰ বাবে কাম কৰি দিবলৈ নিজক নিযুক্ত কৰা to be engaged to work for a loan received

**বম্ ভোলা** নিকপটীয়া ভল্‌ভলীয়া of a frank nature

**বমকি উঠা** (১) হঠাৎ খং কৰি উঠা to be suddenly angry (২) উকোৱা (বেমাৰত খাটে) to relapse (as an illness)

**বয়স ভাটী দিয়া** মাজ বয়স পাৰ হোৱা to be past middle age

**বৰ আই** (১) বাপেকৰ ককায়েকৰ ঘৈণীয়েক বৰ মাক wife of father s elder brother (২) ডাঙৰ বিধৰ বসন্ত ৰোগ small pox **বৰ কথীয়া** নিজক বৰ বোলাবলৈ বৰাই কৰি কথা কোৱা যেনে বৰ কথীয়া মানুহ bragging **বৰ কাপোৰ** কপাহী সুতাৰ দুতৰপীয়া শকত ডাঙৰ জাৰ কাপোৰ a thick two folded cotton cloth for winter use **বৰ দিন** যীচু খ্ৰীষ্টৰ জন্ম দিন Christmas day **বৰ নৈ** অসম দেশৰ সকলোতকৈ ডাঙৰ নৈ। এতেকে ব্ৰহ্মপুত্ৰ নৈ the Brahmaputra river **বৰ মূৰীয়া** প্ৰধান আগ শাৰীৰ মুখাল prominent conspicuose leading

**বৰ কণাৰ দেশ** বৰ ডাঙৰ কাণেৰে এজাতি ৰাক্ষস থকা কাল্পনিক দেশ। সিহঁতৰ কাণ ইমান ডাঙৰ যে কাণখনৰ ওপৰতে

বাক্কসটো শুবলৈ জোৰে। সেই দেশ হিমালয় পৰ্বতৰ সিফালে বুলি প্ৰবাদ আছে an imaginary region inhabited by demons with very large ears

**বৰ কথা মতা** নিজক বৰ বোলাই কথা কোৱা to display one s own uperiority or greatness while taking

**বৰ ক'লা হাবি** আহোম ৰজাৰ খৰিৰ নিমিত্তে ৰখা সেই নামৰ এখন ডাঙৰ হাবি। এতেকে ডাঙৰ কাঠনি a big forest

**বৰ চকন্ত ভাত খোৱা** ফাটেকত আটাইবোৰ কয়েদীলৈ একেলগে ডাঙৰ চৰুত ভাত ৰান্ধে। এতেকে ফাটেক খটা ব্যং undergoing impri on ment Irn

**বৰ চুৰিয়াৰ ফেৰ্ মৰা** (বৰ চুৰিয়া = মুগাৰ বা পাটৰ ডাঙৰ চুৰিয়া) অৱস্থাপন্ন লোকে ধুন লগাই বৰ চুৰিয়া পিন্ধি ফুৰে। এতেকে ধনী লোকৰ আৰ্হিৰে চলা to adopt the fa hion of a w althy per on

**বৰণ কৰা** বৰা চোৱাঁ। **বৰণ দিয়া** বৰা (২) চোৱাঁ। **বৰণ লোৱা** লোকৰ সলনি ধৰ্ম্মকাৰ্য্য কৰিবলৈ ভাৰ লোৱা to undertake to perform a religious ceremony on behalf of another **বৰণ সলোৱা** লাজ বা যন্ত্ৰণাত নিজৰ বৰণ পৰিবৰ্তন কৰা অৰ্থাৎ কোনো বাৰ সেতা আৰু কোনো বাৰ ৰঙা পৰা বা বিবৰ্ণ হোৱা to change colour of one s own face either in agony or sham

**বৰদৈ চিলা** বহাগ বিহুৰ আগে পাচে অসম দেশত প্ৰতি বছৰে হোৱা দুটা ডাঙৰ ধুমুহা। (বিহুৰ আগে পাচে হয় দেখি প্ৰথম বাৰত বৰদৈ চিলা বিহু খাবলৈ মাকৰ ঘৰলৈ যায় আৰু পাচৰ বাৰত বিহু খাই ঘূৰি আহে বুলি কয়। ধুমুহা শকত বাবে বৰ বুলিছে আৰু জীয়াৰী ছোৱালীৰ দৰে মাকৰ ঘৰলৈ খোৱা বুজাবলৈ স্ত্ৰীলিঙ্গ খটাই, পাচত 'দৈ যোগ কৰি 'বৰদৈ বুলিছে। চিলনী উড়াৰ দৰে সো সো শব্দৰে বতাহ মৰা বাবে চিলা বুলিছে) the two usual big storms in Assam one preceding and the other following the Bohag Bihu

**বৰ-খেমালি** মৃদং বাজনাৰ এবিধ ছেও বা তাল a form cf musi with drums and cymbals

**বৰ বাৰ জনীয়া** পৰুষোত্তম ঠাকুৰে পতা একে শাৰীৰে বাৰখন সত্ৰৰ কোনো এখন বা অধিকৰ সম্পৰ্কীয় যেনে বৰ বাৰজনীয়া মহন্ত বা সত্ৰ pertaing to one or more of the twelve Satras of equal rank establish d by Puroshottam Thakur

**বৰ বিহ খোৱা** বৰ বিহ খালে মানুহ ততালিকে মৰে। এতেকে নিজে নিজৰ দুৰ্যোৰ অনিষ্ট আচৰণ কৰা to do a erious harm to one s self

**বৰ বিহত মুখ দিয়া** কানি আদি অপকাৰী বস্তু খাবলৈ সহজ কৰা to take to an injurious drug habit

**বৰ মতা ওলোৱা** 'মতা ওলোৱা চোৱাঁ। অতিশয় সাহিযাল বা কাৰ্য্যদক্ষ বুজাবলৈ কোনো কাম কৰা ব্য to do something with a view to be call d exceedingly gallant or competent Irn

**বৰ মতালি কৰা** 'মতালি কৰা চোৱাঁ। অতিশয় পুৰুষালি প্ৰকাশ কৰা ব্য to how an excess of one s manly power Irn

**বৰলাৰ ঘৰত শুকান ধান বিচৰা** বৰলাৰ ঘৈণীয়েক নথকা বাবে ধান শুকাবলৈ কাণ কৰোঁতা নাই গতিকে বৰলাৰ ঘৰত শুকান ধান পোৱা নেযায়। অৰ্থৰ বাবে পৰ্বতত কাছ কণী বিচৰা চোৱাঁ।

**বৰুণী টোপোৰা** টোপোৰা বৰুণীৰ দৰে তললৈ নামি গৈ আকৌ ওপৰলৈ উঠি অহা। এতেকে বহি বহি টোপনিওৱা (ধেমেলীয়া ভাবত খাটে) to drowse while sitting **বৰুণী বোৱা** 'বৰুণী

drink only those things that agree with one's health or constitution বাছি পেলোৱা ছাড়ৰ পৰা বাছি মচহ বেলেগ কৰা। এতেকে উগ্ৰ শাস্তি কৰা to put to severe torture or punishment বাছি লোৱা অনেকৰ ভিতৰত চাই চিতি আটাইতকৈ ভালটো লোৱা to select the best of a number of things

বাজ্ পোহৰ হোৱা অতি প্ৰত্যূষতে ঘৰৰ বাহিৰ হে পোহৰ হয় ভিতৰত পোহৰ নেদেখি। এতেকে অতি প্ৰত্যুষ হোৱা to dawn

বাজ্ ফুৰা শৌচ কৰা to answer a call of Nature

বাজ্ ভিতৰ কৰা অকল ঘৰৰ ভিতৰে আৰু বাহিৰে অলপ ফুৰা চকা কৰা যেনে নৰিয়াই বাজ-ভিতৰ কৰিব পাৰিছে to stroll within and around the premises

বাজলৈ উলিওৱা মৰিবৰ বেলিকা ঘৰৰ ভিতৰৰ পৰা মুকলি ঠাইলৈ উলিওৱা to bring a person out of the house at the time of death (as customary among Hindus) বাজলৈ যোৱা শৌচ কৰিবলৈ যোৱা to go out to answer a call of Nature

বাজি উঠা 'বজা চোৱা।

বাজু পতা বাহুৰে বাহুৰে লগাই শাৰী পতা to stand shoulder to shoulder

বাজে বাজে বাহিৰে বাহিৰে যেনে স্কুলৰ পৰা বাজে বাজে তোমাৰ ঘৰলৈ যাম পাব লগীয়া ধন পালেই বাজে বাজে তোমাক দিম directly

বাট পথ। এতেকে উপায় বা দিহা যেনে বাট পোৱা বাট দিয়া বাট দেখা বাট লগা ইত্যাদি to way or a means

বাট উঠা গৰু ম'হ আদিৰ ওহাৰৰ বাট খীৰাবৰ সময়ত গাখীৰ নামি পূৰ হোৱা to have the udder filled up with milk at the time of milking বাট উলিওৱা (১) নতুনকৈ বাট প্ৰস্তুত বা নিৰ্মান কৰা to make a way (২) নতুন ৰীতি প্ৰচাৰ কৰা যেনে বিদ্যাসাগৰে বিধৱা বিবাহৰ বাট উলিয়ালে মহাত্মা গান্ধীয়ে অসহযোগৰ বাট উলিয়ালে to find out a new course to sketch out a new custom or course of conduct বাট এৰা (১) প্ৰচলিত ৰীতি পৰিত্যাগ কৰা to go against a custom (২) অহা যোৱা কৰিবলৈ পৰিত্যাগ কৰা যেনে তুমি আজিকালি আমাৰ ঘৰলৈ বাট এৰিলা to give up coming or going to a place বাট ওলোৱা (১) ৰীতিৰূপে ন-কৈ প্ৰচলিত হোৱা যেনে বিদ্যাসাগৰৰ যত্নত বিধৱা বিবাহৰ বাট ওলাল to become prevalent as a custom (২) উপায় ওলোৱা to be found out as a means বাট খেদা বাট অতিক্ৰম কৰা যেনে পুৱাৰ জুৰতেহে বাট খেদিবলৈ ভাল to cover a distance বাট চোৱা অপেক্ষা কৰা to wait বাট তোলা ওহাৰৰ বাট খীৰাবলৈ গাখীৰেৰে পূৰ কৰি দিয়া to make the udder full of milk for milking বাট দিয়া (১) অন্য মানুহ যাবলৈ বাটৰ পৰা এফলীয়া হোৱা to stand aside to make way for others to pass (২) নিজৰ মাটিৰ ওপৰে লোকক অহা-যোৱা কৰিবলৈ দিয়া যেনে মাজ বাৰীয়ে বাট নিদিওঁ to allow others to pass through one's land (৩) উপায় বুদ্ধি বা দিহা দিয়া to suggest means for anything বাট দেখুওৱা পথ প্ৰদৰ্শন কৰা আৰ্হি দেখুওৱা যেনে জগন্নাথ বৰুৱাই অসমীয়াক স্বাধীন ব্যবসায়ৰ বাট দেখুৱালে to show the way to set an example বাট ধৰা কোনো এটা বাটেদি যাবলৈ স্থিৰ কৰা। এতেকে গতি স্থিৰ কৰা to adopt a course of conduct

বাট পাহৰা যাতায়াত নকৰাত বাট নিচিনা হোৱা। এতেকে বহু দিন যাতায়াত

নকৰাকৈ থকা যেনে তুমি আজিকালি আমাৰ ঘৰলৈ বাট পাহৰিলা to cease to come for a long time বাট পোৱা উপায় পোৱা মোৰ পোৱা to find out a means or way for anything বাট বুলা খোজ কঢ়া to walk বাট মৰা বাট বন্ধ হোৱা বা কৰা। এতেকে উপায় ৰহিত হোৱা বা কৰা। যেনে ম'টৰ গাড়ী হোৱাত গৰু-গাড়ীৰে ধন ঘটিবৰ বাট মৰিল; ম'টৰ গাড়ীয়ে গৰু-গাড়ীৰ ধন ঘটাৰ বাট মাৰিলে to be closed as a means for anything to put an end to the means for anything বাট লগা (১) সু দিহা হোৱা যেনে অনাই বনাই ফুৰাৰ পাচত মানুহটোৰ এটা বাট লাগিছে to be fixed up or settled (২) ৰীতি বন্ধ যোৱা সহজ হোৱা নিয়ম লগা যেনে মজামন্ত্ৰিকৈ খাওঁতেই কানি খোৱাৰ বাট লাগে to become a habit or practice বাট লগোৱা (১) সু দিহা কৰা to fix up or settle well (২) ৰীতি বা নিয়ম লগোৱা to make a habit or practice বাট লোৱা (১) এফাললৈ যাবলৈ আৰম্ভ কৰা যেনে গাঁতাতে বাট ল'লে জুৱা খেলত লাগিলে ধনে যাবলৈ বাট লয় গাঁৱৰ পুঁজে বাট লৈছে to begin to go or flow in a certain direction (২) পথ অবলম্বন কৰা যেনে জীবিকাৰ অৰ্থে সজ বাট লবাঁ to adopt a means or a course of conduct

বাট কুৰি যোৱা কুৰিটা বাটত ভৰি দুটা চলোৱা। এতেকে বহুত বাট খোজ কঢ়া যেনে গুৱাহাটীৰ পৰা বাটকুৰি বাই ৰংপুৰ পাইছোঁহি to travel a long way on foot

বাট কেঁৱা লগা বিপৰীত ফালৰ পৰা আহি, উবা-জুবাত ইজনে সিজনৰ বাট ভেঁটি ধৰা obstructing each other s way when suddenly meeting face to face from opposite directions

বাট জুবৰি দিয়া গাখীৰ খীৰাই লৈ তাত সামান্য পৰিমাণে পানী মিহলোৱা (গৰু বা ম'হৰ বাটৰ পোৰণি গুচিবলৈ বুলি এনে কৰে) mixing a small quantity of water in milk just after milking

বাটত জেং দিয়া 'বাটত বগৰী জেং দিয়া চোৱাঁ।

বাটত পথালি দিয়া বাটত পথালি হৈ পৰি বাট বন্ধ কৰা এতেকে বাধা জন্মোৱা কাৰ্য্যত ব্যাঘাত কৰা to stand in one s way to obstruct

বাটত বগৰী জেং দিয়া চলাচল বন্ধ হ'বলৈ বগৰী গছৰ জেং দি বাট বন্ধ কৰা। এতেকে বাট মৰা বা বন্ধ কৰা to close a way

বাট ভেঁটা দিয়া (১) ভেঁটা দি বাট বন্ধ কৰা বাটত আগভেঁটা দি ধৰা to obstruct a person in the way by standing in front (২) কাৰ্য্যত ব্যাঘাত জন্মোৱা to cause obstructions in any work

বাট মুকলি কৰা বাধা বিঘিনি গুচাই বাট সুগম কৰা। এতেকে কোনো কাম কৰিবলৈ উজু কৰা to clear the way for doing somethong i e to make something easy to accomplish

বাটৰ কথা যুক্তিযুক্ত বা সঙ্গত কথা reasonable words বাটৰ বলিয়া বলিয়া হৈ বাটে বাটে ফুৰা মানুহ a wandering lunatic

বাটৰ জেং গুচোৱা বাটৰ জেং গুচাই অহা যোৱাৰ সুচল কৰা বন্ধ হৈ থকা বাট খুলি দিয়া এতেকে কোনো ঠাইলৈ অহা-যোৱা কৰিবলৈ বাধা গুচোৱা যেনে আজি ছমাহৰ মূৰত আমাৰ ঘৰলৈ আহিবলৈ কোনেনো বাটৰ জেং গুচালে? (ধেমেলীয়া প্ৰয়োগ) to remove obstructions from the way to a place (used playfully)

বাটৰ দুবৰি বাটৰ পানীৰে সেন্ধা জলোৱা

বাটৰ পানীৰে ভৰি ধুৱাই, বাটত গজা দুবৰি বনেৰে ভৰি মচি দি আলহীক সৎকাৰ কৰা অৰ্থাৎ, দুখীয়াৰ দুখীয়া অৱস্থাৰে কিন্তু ভক্তিৰে আলহীৰ শুশ্ৰূষা কৰা to accord an humble but cordial and respectfull welcome to a guest

**বাটৰ বগৰী জেং গুচোৱা** বাটৰ জেং গুচোৱা চোৱাঁ।

**বাটলৈ অহা** যুক্তি মানিবলৈ ধৰা যুক্তিমতে চলিবলৈ লোৱা to come to reason **বাটলৈ চোৱা** আহিব বুলি আশা কৰি বাটলৈ চাই থকা। এতেকে আহিব বুলি আশা পলা to expect eagerly for a person or a thing

**বাটি কৰা** তাঁত ত'ৰিবলৈ দীঘে দীঘে সূতা মেলা to stretch out threads lengthwise to arrange them for the loom

**বাটি কাভি কৰা** সামান্য ৰূপে জলপান খোৱা to take some refreshments

**বাটে ঘাটে** বাটত আৰু পানী অনা ঘাটত। এতেকে যেই সেই ঠাইত প্ৰকাশ্য ঠাইত at public places **বাটে পথে** একে অৰ্থ।

**বাটে চলা** প্ৰচলিত বাটে গমন কৰা অৰ্থাৎ, যুক্তি মতে চলা চলিত নিয়ম মতে কাৰ্য্য কৰা to follow reason or established custom **বাটে যোৱা** একে অৰ্থ।

**বাটে পোৱালী মেলা** একেটা বাটেই ঠেঙুলি মেলি কেইবাটাও হোৱা। খৰালি মানুহে, পানী বোকা নথকা বাবে যেনি তেনি পোনাই অহা যোৱা কৰাত বাটৰ সাঁচ বহি একেটা বাটেই কেইবাটাও হয় তাকে পোৱালী মেলা বুলিছে। এতেকে খৰালি কাল হোৱা setting in of the cold or dry season

**বাটৰে** ভাবেৰে আৰু যুক্তিৰে যেনে বাটেৰে কথা ক'লে মানুহে নেমানি নোৱাৰে with reason and propriety

**বাঢ়নী লগোৱা** বাঢনীৰে কোবাই অমৰ্য্যাৎ কৰা to humiliate a person by beating with brooms

**বাঢ়ে টোকা** সেই নামৰ এবিধ চৰাই সি বাঢ়েৰে বটালী মৰাৰ দৰে টোক্ টোক্ শব্দ কৰি ঠোঁটেৰে গছ খুলি তাৰ ভিতৰৰ পোক উলিয়াই খায়। এতেকে (১) লোকৰ গুপ্ত কথাৰ উহ্ বিচৰা মানুহ স্বাৰ্থসিদ্ধিৰ বাবে অতিশয় যত্নপৰ মানুহ one peeping into other s secrets a person bent upon self interest (২) অতি কৃপণ মানুহ a very miserly person

**বাণ্ দিয়া** মাছ আবদ্ধ কৰি ৰাখিবলৈ নৈত বাঁহৰ শলিৰে পথালিকৈ ভেঁটা দিয়া to put a fence of stripped bamboos across a river to confine fish **বাণ্ মৰা** (১) শৰ মৰা to shoot an arrow (২) কুমন্ত্ৰ কৰা কুমন্ত্ৰ কৰি মুগ্ধ কৰা to injure or enchant by incantation (৩) 'বাণ্ দিয়া' চোৱাঁ।

**বাণ্ডা মৰা** হাতীৰ ঠেঙত গোটা বেঁতৰ বান্ধ লগাই হাড়ি মৰা to hobble an elephant

**বাদ্ উঠা** বদ্‌নাম প্ৰচাৰ হোৱা to be known or published as a scandal **বাদ গুলোৱা** একে অৰ্থ। **বাদ কৰা** উত্তৰা উত্তৰি বা বিবাদ কৰা to altercate or quarrel **বাদ দিয়া** (১) বদনাম দিয়া to scandalise (২) গণনাত বিয়োগ কৰা to subtract

**বাদ্-খাচ্ কৰা** 'মৰা পিটা কৰা চোৱাঁ।

**বা দিয়া** কুলাৰে নেজাৰি ডলা আদিৰে বিচি শস্যৰ পতান আৰু ধুগুলা গুচোৱা to remove chaff from grains by fanning **বা পোৱা** বিচ বা বতাহৰ ছাটি পোৱা to get a breeze **বা মৰা** বা দিয়া চোৱাঁ। **বা লগা** বিচনী বা বতাহৰ ছাটিয়ে গাত স্পৰ্শ কৰা to be touched or effected by a breeze **বা লোৱা** বিচনীৰ বিচ বা বতাহৰ ছাটি গাত লগাই গা জুৰ কৰা to take a breeze

**বাদী কৰা** ফাঁকি জোৰা ভাও ধৰা to

feign

**বান অহা** নৈত ধল অহা coming of a flood in a river **বান ফলা** (বান = একে ঠাইতে একে লগে হোৱা গছৰ ফল আদিৰ সমূহ) বানৰ পৰা বা লগৰ পৰা ফালি নি অফলীয়া কৰা অৰ্থাৎ, লগৰ পৰা বেলেগ বা আঁতৰ কৰা যেনে একে লগৰ এজনক বান ফালি খুৰালেগৈ ই কেইজনে বেয়া পায় to separate from the rest of a company **বান-বাৰিষা** বানপানী হোৱা বাৰিষা কাল অৰ্থাৎ, ঘোৰ বাৰিষা the season of floods and rains

**বানে বানে** (বান = চাম্ একেলগে হোৱা বা অহা সমূহ) এবান এবানকৈ অৰ্থাৎ চামে চামে একো একো জাককৈ one group after another group by group in groups

**বান্দৰ-কেঁকোৰা মেলা** গাত বান্দৰ কেঁকোৰা লগাই যন্ত্ৰণা দিয়া (বান্দৰ কেঁকোৰা এবিধ লতা তাৰ গুটিৰ শু গাত লাগিলে বৰকৈ খজুৱতি আৰু বিজবিজনি উঠে) to put to torture by throwing বান্দৰ কেঁকোৰা on the body (বান্দৰ কেঁকোৰা = an wild plant the soft hairs on its seeds cause great irritation in the body)

**বান্দৰ নচুৱা দিয়া** বান্দৰে তাক নচুওৱাজনৰ ইচ্ছা মতে নাচে তাৰ নিজৰ স্বাধীনতা একো নেথাকে। এতেকে নিজৰ প্ৰভুত্ব মতে লোকক চলোৱা to guide a person entirely as one's tool

**বান্দৰ বাগি দিয়া** বান্দৰৰ দৰে ইফালে সিফালে ঘূৰি পকি বাগি দিয়া। এতেকে গা সাৰিবলৈ মিছা কথা কোৱা to tell a lie to escape punishment or detection

**বান্দৰী চৰ মৰা** বান্দৰে অন্য বান্দৰৰ বা নিজৰ গালতে ঘনাই ঘনাই টুপ্‌টুপ্ কৰে চৰ মাৰে। এতেকে ঘনাই আৰু লাহেকৈ চৰ মৰা to slap at the face quickly and slightly like a monkey

**বান্ধ খোৱা** 'বান্ধত পৰা' চোৱাঁ।

**বান্ধত পৰা** বান্ধ খোৱা অৰ্থাৎ দায়িত্বত পৰা কিবা কৰিবলৈ বা নকৰিবলৈ বাধ্য হোৱা to be tied down i e to be under an obligation to be bound **বান্ধত পেলোৱা** বন্ধা বাধ্য কৰা to bind down i e to compel

**বান্ধত বাগৰা** বান্ধ এবাৰৰ মনেৰে বান্ধৰ ভিতৰতে বাগৰি ফুৰা অৰ্থাৎ, কোনো বন্ধা ছটা চুক্তিৰ পৰা গা সাৰিবলৈ চল বিচৰা to be resolving within a knot i e seeking loopholes to get out of an undertaking or obligation

**বাপ্ বাপ্ সোঁৱৰা** ভয়ত বা কষ্টত বিচেষ্টা হৈ বাপেকক চিঞৰা বা স্মৰণ কৰা। এতেকে বৰকৈ ভয় বা কষ্ট পোৱা to be very much frightened pained or distressed

**বাপ্ দাই দিয়া** নিজৰ পিতৃৰ পৰা লোৱাদি কোনো মানুহৰ আশ্ৰয় লোৱা to take fatherly protection under some body **বাপ্ দাই লোৱা** কোনো মানুহৰ পিতৃয়ে লোৱাৰ দৰে দায়িত্ব লোৱা to take fatherly interest in a person

**বাপ ভাই** বাপেক বা ভায়েক অৰ্থাৎ আপোন সম্বন্ধীয়া মানুহ close relations

**বাপতি সাহোন** বাপেক বা পূৰ্বপুৰুষৰ পৰা পোৱা সম্পত্তি ancestral property

**বামে নাও দিয়া** অসম্ভৱ কাম কৰিব খোজা to ply a boat on land i e to speak of achieving an impossibility

**বাব্ কটা** (১) লেখ ৰাখিবৰ কাৰণে কোনো বস্তুত আঁক্ মাৰি চিন থোৱা to cut nicks or notches upon anything in order to keep an account (২) কোনো বস্তু ধুনীয়া কৰিবলৈ তাৰ গাত শাৰী পাতি আঁক্ দিয়া to put nicks

টোপোৰা চোৱা। **বৰশী ডাঁৰি** বৰশীৰ ডাঁৰিৰ দৰে দীঘল লেক্‌পেকীয়া মানুহ a tall and lean person like a fishing rod

**বৰা** (১) নিজে স্বামী বা স্ত্রী বাছি লোৱা যেনে দময়ন্তীয়ে নলক বৰিছিল to choose a man or a woman for one s own spouse (২) নিজৰ সলনি কোনো ধৰ্মকাৰ্য্য কৰিবলৈ লোকক ভাৰ দিয়া বৰণ কৰা যেনে শান্তি কৰ্ম কৰিবলৈ বামুণ বৰি দিব লাগে to appoint a substitute to perform a religions ceremony

**বৰাই কৰা** অহঙ্কাৰ বা ফিতাহি কৰা to boast of anything **বৰাই বুজাই** মিঠা কথাৰে বুজনি দি বুজাই শুজাই যেনে বৰাই বুজাইহে তেওৰ খং মাৰ নিয়ালোঁ appealing to one s reason by soft word

**বৰালি-বকুৱা** সেই নামৰ এবিধ দৰবৰ গছ সি বৰ আলসুৱা আৰু কোমল। এতেকে আলসুৱা দুখ সহিব নোৱাৰা যেনে বৰালি বকুৱা মানুহ delicate tender unable to stand hard labour

**বৰৈ অৰা** (বৰৈ = সোণৰ বা ৰূপৰ নিচেই সৰু সৰু মণি) শোভা হ বৰ নিমিত্তে কোনো বস্তুত বৰৈ ওলোমাই দিয়া to suspend small globules of gold or silver to anything to make it look beautiful (আহোম ৰজাৰ দিনত বিশিষ্ট কাৰ্য্য কৰাৰ বাবে গোঁফত বৰৈ আৰি দি মানুহক সন্মানিত কৰিছিল)।

**বৰোৱা** বুজাই বশ কৰা সৈমান কৰা যেনে আবৰ জাতিক বৰোৱা টান to bring to terms by persuasion

**বল্ কৰা** বল প্ৰয়োগ কৰা to apply force **বল জোখা** কাৰ কিমান বল আছে, যুঁজ কৰি তাৰ প্ৰমাণ বুজা। এতেকে ধেমালিত যুঁজ কৰা to have a friendly fight **বল দিয়া** (১) বল খটোৱা বা প্ৰয়োগ কৰা অৰ্থাৎ নিজৰ বলেৰে লোকক সাহায্য কৰা যেনে তুমি বল দিলে মই এই কাম কৰিব পাৰো to render assistance (২) বলী বা শক্তিশালী হোৱা অৰ্থাৎ গা দিয়া যেনে গছজোপাই বল দিছে ল'ৰাটোৱে এবল দিবগৈ to be vigorous or thriving (৩) কোনো কামত গাৰ বল লগোৱা যেনে এই ডাল কাঠ বল দি ঠেলিলেহে লৰাব পাৰিবা to apply one s force to a work **বল পোৱা** (১) শক্তি পোৱা to get strength (২) সাহায্য পোৱা to get assistance

**বলৎকাৰ কৰা** (১) বল প্ৰয়োগ কৰা যেনে বলৎকাৰ কৰি ধৰি নিলে বা মদ খুৱালে to apply force on an unwilling person (২) তিৰোতাৰ সতীত্ব নষ্ট কৰিবলৈ বল প্ৰয়োগ কৰা to apply force to ravish a woman

**বলা** (১) একে ঢালে যোৱা বা গতি কৰা যেনে বতাহ বলিছে বা ভাবনালৈ মানুহ বলিছে to blow continuously towards a certain direction as a breeze (২) মৰিওৱা পিটা টনা হেঁচা বা পিটিকা বাবে দীঘল হোৱা যেনে তাপ দি লৈ পিটিলে লো বলে লেজুক বলেৰে টানিলে বলাব পাৰি to grow longer on being beaten (as a metal) or stretched (as a rope) (৩) বাঢিবলৈ দীঘল হোৱা যেনে গাৰ পেপা বলা to be tall in order to increase in volume (as the body of a growing lad)

**বলাই ঘটাই** বলাই অৰ্থাৎ বাষ্পীয় বস্তুৰ দৰে লাহে লাহে চলাই নি ঘটাই অৰ্থাৎ সংঘটিত কৰি। এতেকে প্ৰবন্ধ কৰি যত্ন কৰি যেনে হৰিয়ে বলাই ঘটাই গোচৰত জিকালে by efforts by applying one s efforts or labour

**বলাৎকাৰ কৰা** বলৎকাৰ কৰা চোৱা।

**বলিয়া ডিওৱা** কুমৰ পৰা ৰস বোৱাই উন্মত হোৱা মদস্খলন কৰা (হাতীত খাটে) যেনে হাতীটোৱে বলিয়া ডিয়াই মানুহ দুনুহ মাৰি ফুৰিছে to be in heat

(appl to a male elephant)

**বলীকৈ** প্ৰবলকৈ অধিককৈ যেনে বলীকৈ জুই দিলেহে ভাত উতলিব with strong force intensity or volume **বলী দানী** বলীকৈ অৰ্থাৎ সবহকৈ দান কৰোঁতা an over bountifull person ( বলি দানী বুলিও এটা পদ আছে। তাৰো এয়ে অৰ্থ কিন্তু মূল বেলেগ। তাত বলি ৰজাৰ উল্লেখ আছে সেই বাবে তাক এই গ্ৰন্থৰ দ্বিতীয় খণ্ডত দিয়া হৈছে)।

**বলে ছলে** বলেৰেই বা ছলেৰেই বল কৰি বা প্ৰবঞ্চনা কৰিয়েই by force or fraud

**বস্তু কাৰণ লোৱা** গুৰুৰ পৰা ঈশ্বৰ উপাসনাৰ উচ্চ পথ শিকা ওখ আধ্যাত্মিক তত্ত্ব গ্ৰহণ কৰা to learn high spiritual truth or knowledge from one s preceptor or Guru

**বহা** (১) উপবেশন কৰা to sit (২) বসতি কৰা থিতাপীকৈ ঘৰ লোৱা to live or settle at a place (৩) নিগৰি গৈ তলত গোট খোৱা যেনে ঘোলা পানী থৈ দিলে কলহৰ তলিত বোকা বহেগৈ to settle at the bottom like dirts in water (৪) স্থিৰ হোৱা যেনে মন বহা আখৰ লিখিবলৈ হাত বহা to be set (৫) অবিবাহিতা ৰূপে কোনো পুৰুষৰ ভাৰ্য্যা হোৱা যেনে আহিনী সোমেশ্বৰত বহিল গৈ to live with a man as his w fe without b ing married to him (৬) হেঁচা পাই তললৈ দবি যোৱা যেনে ঘৰৰ নতুন ভেঁটি বহি যায় দৰবৰ গুণত গাৰ বহা to be depressed by load or pressure to subside (৭) নেৰোৱাকৈ লাগি ধৰা যেনে কাপোৰত চেকা বহা to stick to to adhere (৮) স সাৰত ভাল অবস্থাত অধিষ্ঠিত হোৱা যেনে 'জী বহে গা উলহে, জী নবহে পাঁজৰি খহে to be comfortably settled in the world

**বহা কৰা** অস্থায়ীৰূপে অলপ দিনলৈ বাস কৰা to live at a place temporarily for a short time

**বহি খোৱা** (১) একো কাম বন নকৰি কেৱল খাই বৈ কাল কটোৱা to live an idle life (২) ঘৰৰ মাৰলী ধৰি ৰাখিবলৈ চ'তিৰ ওপৰত দিয়া ফুলডা a king post or a queen post **বহি ৰজা** বহি থাকি শাসন কৰা ৰজা ঘাই ৰজা (যুবৰাজ বা উঠি ৰজাৰ বিপৰীত) এতেকে ব্যঙ্গ অৰ্থে—নিজে বহি থাকি লোকৰ হতুৱাই বন কৰাবলৈ বিচৰা লোক one who sits idly ordering others to work for him Irn

**বহিব দিয়া** (১) বহিবলৈ অনুমতি দিয়া যেনে তেওঁ মোক চকীত বহিব দিয়ে to allow to sit down (২) আজৰি বা জিৰণি দিয়া to gi e rest or leisure from work ( বহিবলৈ দিয়া 'ৰে একে অৰ্থ নহয়)।

**বহিবলৈ দিয়া** (১) বহিবলৈ আসন দিয়া যেনে আলহী আহিছে, বহিবলৈ দে to offer a seat (২) কামৰ পৰা জিৰাবলৈ দিয়া যেনে কামৰ মাজে মাজে বনুৱাক বহিবলৈ দিব লাগে to allow to take rest or leisure ( বহিবলৈ দিয়া 'ৰে একে অৰ্থ নহয়)।

**বৰ্হিদ্বাৰ** বাহিৰলৈ ওলাবৰ দুৱাৰ এতেকে মলদ্বাৰ গুহ্যদ্বাৰ the anus

**বহিৰৰ দুৱাৰ** বহিৰ্দ্বাৰ চোৱাঁ।

**বহুৱা উঠা** বহুৱাই ফুচুৰি কথা কৈ পাতলালি কৰে। এতেকে বহুৱাৰ দৰে পাতলালি কৰা হাস্যাস্পদ হোৱা to play the clown to be a laughing stock **বহুৱা ওলোৱা** একে অৰ্থ। **বহুৱা তোলা** লোকক বিৰক্ত বা ব্যতিব্যস্ত কৰি বহুৱাৰ দৰে আচৰণ কৰোৱা লোকক হাস্যাস্পদ কৰা to tease or perplex others so as to make them act as clowns to make a person a laughing stock

**বহোৱা** (১) বান্ধিবলৈ চকত স্থাপন কৰা যেনে চাউল বহাইছে to place in the

cooking pot for cooking (২) আশাতীত ৰূপে কৃতকাৰ্য্য হোৱা যেনে এই বাৰ বেপাৰত তেওঁ বহ্বাগে to attain unexpected gain or success

**বাইক্ কৰা** (বাইক = বাক্য) বাক্য কৰা অৰ্থাৎ, কথা দিয়া প্ৰতিশ্ৰুতি দিয়া to promise **বাইক্ দিয়া** একে অৰ্থ। **বাইক্ লেৰা** কথা নসলোৱা যি কৰোঁ বোলা হয় তাক নকৰাকৈ নথকা to keep a promise **বাইক্ বোলা** বাইক কৰা চোৱাঁ। **বাইক্ লগা** কোৱা কথা ফলিওৱা to come to pass as foretold

**বাইচ্ লোৱা** লেচু লোৱা বনি লোৱা চল বা হেতু হোৱা যেনে খৰৰ বাইচ লৈ বেচু হ'ল বনৰ বাইচ লৈ বহি আছে to lead to a greater evil from a small cause to be the apparant cause of an effect to be taking a plea

**বাউলি পাক্ দিয়া** অলপ বেলিলৈ কাৰবাক দেখা কৰি উলটি অহা to pay a flying v sit

**বাং পিটা দিয়া** অতিপাতকৈ কোবোৱা বা কিলোৱা to thrash or beat severely

**বাং-বাং বিং বিং কৰা** বুজিব নোৱাৰা অস্পষ্ট কথা কোৱা to speak unintelligibly or indistinctly

**বাং বিং কৰা** বাং বাং বিং বি কৰা চোৱাঁ।

**বাং বোটলা** বাঙ্কৰা কথা বুটলি ফুৰা অৰ্থাৎ, অকামিলা কথা শুনি ফুৰি কাল কটোৱা to waste time in hearing idle talks

**বাং লেখ দিয়া** (বা = বাঙ্কৰা) মিছা বা বিশ্বাসৰ অযোগ্য লেখ দিয়া to g e a false or unacceptable account

**বাক্ বিতণ্ডা কৰা** বাদানবাদ কৰা টান কথাৰে উত্তৰা উত্তৰি কৰা to altercate to exchange hot words

**বাখৰ পতোৱা** (১) অলঙ্কাৰত বাখৰ লগোৱা to set stones on an ornament (২) বাখৰ পতাবলৈ সময় লাগে। এতেকে কোনো কাম বা বস্তু ধুনীয়া কৰিবলৈ গৈ বেলি কৰা শুবনি কৰিব খুজি পলম কৰা ব্য যেনে ঠাইখন বেগতে সাৰি নানি কিনো বাখৰ পতাইছ? to make delay in going to make anything nice or beautiful Irn **বাখৰ পতোৱা** বাখৰ পতালে বস্তু সুন্দৰ হয়। এতেকে সুন্দৰ ধুনীয়া ব্যং nice beautiful Irn

**বাগডি খেলোৱা** সত্য গোপন কৰিবলৈ ঘূৰাই পকাই কথা কোৱা চাঁচৰি কোমোৱা to speak evasively to prevericate

**বাগৰ মৰা** (১) পাটীত শোঁওত তলৰ ফাল ওপৰ আৰু ওপৰৰ ফাল তল কৰি লুটি খোৱা to turn sides when lying down (২) অলপ বেলি পাটীত পৰি জিৰোৱা to take rest by lying down for a short time (৩) কথা সলোৱা এবাৰ কোৱাৰ বিপৰীত ৰূপে কথা কোৱা যেনে তেওঁ মোক সহায় কৰিম বুলি এতিয়া বাগৰ মাৰিছে to change words to break a promise

**বাগৰা** (১) 'বাগৰ মৰা চোৱাঁ। (২) বাগৰ খোৱা অৰ্থাৎ অস্থায়ী ৰূপে না না ঠাইত বাস কৰা যেনে চৰ্কাৰী বিষয়া জিলাই জিলাই বাগৰি ফুৰে to change residence from place to place

**বাগি কুঠাৰ মৰা** (১) একেটা বস্তুতে দুজনে একে লগে পাল পাতি (অৰ্থাৎ, এজনে একোব ইজনে একোবকৈ) কুঠাৰ মৰা cutting anything with axes by two persons at a time each giving a stroke alternately (২) কঠোৰ পৰিশ্ৰম কৰা to labour hard

**বাগি দিয়া** (১) পাচৰ পৰা লোকে খেদোঁতে হঠাৎ এফলীয়া হৈ লৰ মৰা যেনে হাতীয়ে খেদিলে বাগি দি সাৰিব পাৰি to turn to either side in order to avoid being caught in a

chase (২) গা সাৰিবলৈ মিছা কথা কোৱা to speak an untruth to shirk responsibilities or escape punishment **বাগি ধৰা** খেপ ধৰা কোনো কাম আনে নকৰিলে কৰিবলৈ অমান্তি হোৱা যেনে গোলায়ে ৰৰগুণি দিবলৈ সোণাইৰ বাগি ধৰিছে to refuse to do a thing unless it is done also by some other or others **বাগি মৰা** 'বাগি দিয়া (২) চোৱাঁ। **বাগি লোৱা** সাৰিবৰ নিমিত্তে কোনো বস্তুৰ আঁৰ লোৱা বা কাষেদি ঘুৰা যেনে ম'হে খেদি আহিলত গছ জোপাৰ বাগি ল'লোঁ to pass around something or take shelter behind it in order to escape from a chasing enemy

**বাগি বুগা কৰা** বাগি দিয়া চোৱাঁ।

**বাঘ্ ঢকা** বাঘে জন্তু ধৰিবলৈ হাতোৰাৰে মৰা ঢকা। এতেকে ডাঙৰ ঢকা a severe slap on the back with the palm of the hand

**বাঘ্ তেলে খোৱা** গাত বাঘৰ তেল ধৰা তেল ধৰিলে মানুহ চটফটীযা হয় সৰহ চটফটনি বুজাবলৈ বাঘ তেল বুলিছে। এতেকে অতিশয় চটফটনি হোৱা অঘাইত স্বভাৱ বা উদ্ধত প্ৰকৃতি হোৱা to be overbrisk or of outrageous nature

**বাঘ্-ৰবাৰ যুঁজ** বাঘেৰে সৈতে ৰবাৰ ডাঙৰ যুঁজ লাগে। এতেকে ডাঙৰ যুঁজ নেৰা নেপেৰা যুঁজ a severe fight an obstinate struggle

**বাঘ্‌ৰায়** বাঘৰ দৰে কঠোৰ প্ৰকৃতিৰ মানুহ (ৰায় শব্দই ক্ষমতাৱান বুজাইছে) one as stern as a tiger

**বাঘৰ আগ-তেল খোৱা** বাঘৰ তেল খালে কুকুৰ চোকা হয়। যেই সেই বস্তুৰে আগৰ ভাগ উৎকৃষ্ট বা চোকা সেই দেখি বৰ চোকা বুজাবলৈ 'আগ তেল বুলিছে। এতেকে বৰ চোকা আৰু সাহিয়াল very brisk and bold

**বাঘৰ চকুৰে চোৱা** বাঘৰ চকু বৰ প্ৰখৰ আৰু তালৈ চালে ভয় লাগে। এতেকে কঠোৰ শাসন কৰা to govern with a strong hand

**বাঘৰ সমান ভয়** বাঘলৈ কৰাৰ সমান ভয়। এতেকে বৰ ভয় যেনে তেওঁলৈ মোৰ বাঘৰ সমান ভয় লাগে as much fear as one has for a tiger

**বাঘে-খোৱা** বাঘে খাই মাৰিলে অস্বাভাৱিক মৰণ হয়। এতেকে অস্বাভাৱিক ৰূপে মৰা মানুহ অৰ্থাৎ উদ্ধত প্ৰকৃতিৰ বাবে মৰণ হোৱা মানুহ (শাও বা গালিত খাটে) one meeting death for own outrageous conduct (used in curse or abuse)

**বাঘে ঘোঙে যুঁজ** বাঘ আৰু ঘোঙৰ তুমুল যুঁজ লাগে। এতেকে ডাঙৰ যুঁজ a fierce fight

**বাঘে নিয়া** 'বাঘে খোৱা চোৱাঁ।

**বাঘে পোৱালী-পোৱা হাবি** বাঘে ডাঠ হাবিত পোৱালী প্ৰসৱ কৰে। এতেকে ডাঠ হাবি অটব্য অৰণ্য a dense forest

**বাচ্যা-বাচ্যি কৰা** খকা খুন্দা কৰা চোৱাঁ। **বাচ্যা-বাচ্যি লগা** খকা খুন্দা লগা চোৱাঁ। **বচ্যা-বাচ্যি হোৱা** একে অৰ্থ।

**বাছ্ বিচাৰ কৰা** কোনটো ভাল কোনটো বেয়া তাৰ বিচাৰ বা বিবেচনা কৰা ভাল-বেয়া বিচাৰ কৰা to discriminate between good and bad

**বাছ্ পৰা** বাছনিত বেয়া বুলি পৰিত্যক্ত হোৱা। এতেকে (১) বেয়া বাবে লেখত নপৰা to be rejected or not counted for being considered bad or unfit (২) সমাজৰ দ্বাৰা পৰিত্যক্ত হোৱা to be excommunicated

**বাছি কল খোৱা** যেই সেই বস্তুৰ সকলোতকৈ ভালটো বাছি লৈ গ্ৰহণ কৰা to take the best of anything after scrutiny

**বাছি খোৱা** স্বাস্থ্যলৈ নুগুজা বস্তু খাবলৈ এৰি অকল গুজা বস্তু খোৱা to eat or

disappoint **বিমুখ হোৱা** (১) আগ নবঢ়া পাচ হোঁহকা যেনে হাজাৰ বাধাতো মই এই কামলৈ বিমুখ নহও to turn one s back to be withdrawing (২) অকৃতকাৰ্য্য বা বিফল মনোৰথ হোৱা to be unsuccessful or disappointed (৩) অসন্তুষ্ট বা অপ্ৰসন্ন হোৱা to be displeased with

**বিমোৰত পৰা** 'বিমোৰ হোৱা' চোৱাঁ।

**বিমোৰ হোৱা** মোৰ হেৰোৱা অৰ্থাৎ, বিবুদ্ধি বা নিৰুপায় হোৱা কি কৰা উচিত তাক বুজিব নোৱাৰা হোৱা to be puzzled or perplexed

**বিয়ন দিয়া** পোৱালী জগোৱা (গৰু ম'হ ইত্যাদিত খাটে) giving birth to a calf

**বিয়নী মেল পতা** দুই বিয়নীয়ে গোট খাই মেল পতা। এতেকে আপোন মানুহে গোট খাই মিলেৰে ঘৰুৱা কথাৰ দীঘলীয়া মেল পতা to have a lengthy and friendly talk over domestic matters

**বিয়লী কৰা** বাহ্নিলে খাবলৈ ভাল হ'বৰ নিমিত্তে মাহত ঘিঁউ বা তেল সানি ৰ'দত শুকোৱা to season pulses with Ghee or oil and then dry in the Sun

**বিয়া কৰা** বিধি মতে বিবাহ কাৰ্য্য সম্পাদন কৰি স্বামী স্ত্ৰী সম্বন্ধত আবদ্ধ হোৱা to marry **বিয়া দিয়া** কন্যা সম্প্ৰদান দিয়া to give away a girl in marriage **বিয়া সোধা** (১) বিয়াৰ নিমন্ত্ৰণ পাই, দৰা বা কন্যালৈ কাপোৰ আদি উপহাৰ দিয়া to give a marriage present to a bride or a bridegroom (২) জোৰোণৰ দুই এদিনৰ আগতে দৰাৰ ঘৰৰ মানুহে কন্যাৰ ঘৰলৈ গৈ বিয়াৰ বুজবাজ্ কৰা paying a formal visit at the bride s house by some relatives of the bridegroom a few days before the Joron ceremony **বিয়া সোমোৱা** কোনো পুৰুষক পতিৰূপে গ্ৰহণ কৰি বিবাহ কাৰ্য্য সম্পাদন কৰা to be married to a bridegroom **বিয়া হোৱা** কন্যাকাল প্ৰাপ্ত হোৱা to attain puberty by getting menstruation

**বিয়াদান দিয়া** বহলকৈ ব্যাপ্ত হোৱা to be widely spread

**বিয়াৰ পানী পৰা** বিয়াত দৰা-কন্যাক পানী তুলি গা ধুৱায়। এতেকে বিবাহ সম্পাদিত হোৱা যেনে বিয়াৰ পানী পৰিলে ছোৱালী বাঢ়ি আহে to be married **বিয়াৰ পানী পোৱা** একে অৰ্থ।

**বিয়ৈ বাঁজী** এটা মাত্ৰ সন্তানৰ পাচত দুনাই সন্তান নোহোৱা তিৰোতা a woman that becomes barren after her first confinement

**বিৰ্ দি সন্ধি নোপোৱা** (বিৰ = গাৰ ভিৰ সন্ধি = সুৰুঙা) গাৰে ভিৰ দিও অৰ্থাৎ, হেঁচি ঠেলিও সুৰুঙা উলিয়াব নোৱাৰা। এতেকে নিসন্ধি ঠাহ্ খোৱা very dense or closely packed

**বিল ফটাত সোমোৱা** বিলৰ পানী শুকাই নোহোৱা হ'লে তলত ফাট মেলে। সেই ফাটেদি সোমাই গ'লে ফাট মাৰ যোৱাৰ পাচত কোনেও বিচাৰি নেপায়। এতেকে কোনেও বিচাৰি উলিয়াব নোৱাৰাকৈ লুকোৱা পলাই নিফুট হোৱা to be concealed without leaving a trace

**বিলনীয়া উঠা** কোনো সকামৰ খাদ্যবস্তু বিলাই দিবলৈ লোৱা to undertake to distribute eatables offered in a ceremony

**বিশুধি হোৱা** 'বিধুতি হোৱা' চোৱাঁ।

**বিশ্ৰান্তি হোৱা** শ্ৰান্তি নোহোৱা হোৱা বিচুৰ্তি হোৱা বিচেষ্টা হোৱা অজ্ঞান হোৱা to be senseless unconscious or restless

**বিষ অহা** প্ৰসবৰ বেদনা হোৱা to get pain of child birth **বিষ নমোৱা** (১) জৰা ফুকা কৰি সাপ আদিৰ বা

কোনো বেদনাৰ বিষ তললৈ নমাই অনা to bring down a bodily pain by incantation (২) অমান্তি হোৱা কথাত বুজাই বঢাই মান্তি কৰা to bring round a person by persuasion

**বিষ দাঁত ভগা** বিষ দাঁত ভাগিলে সাপে খুটি অপকাৰ কৰিব নোৱাৰে। এতেকে অপকাৰ কৰিবৰ ক্ষমতা নোহোৱা হোৱা to be devoid of the power of doing harm **বিষ দাঁত ভঙা** অপকাৰ কৰিবৰ ক্ষমতা নোহোৱা কৰা to make one powerless to do harm

**বিষম পোৱা** বেয়া পোৱা to be displeased to feel sorry

**বিসঙ্গতিত পৰা** 'বিপাঙ্গত পৰা' চোৱাঁ।

**বিহ খোৱা** বিহ খালে মানুহ মৰে। এতেকে নিজৰ ভয়ঙ্কৰ অনিষ্ট হোৱা কাম কৰা to do anything greatly harmful to self **বিহ ঢলা** অশান্তি জন্মোৱা to create peacelessness **বিহ দিয়া** বিহ প্ৰদান কৰা to poison **বিহ লগা** বিহৰ দ্বাৰা আক্ৰান্ত হোৱা to be poisoned

**বিহু খোৱা** ৰঙেৰে খাই বৈ বিহু পালন কৰা to partake of eatables at a Bihoo festival **বিহু-ছেৰা** বিহু পাৰ হৈ যোৱা (বিহুলৈ বুলি প্ৰস্তুত কৰা বস্তুত খাটে) যেনে বিহু-ছেৰা গামোচা too late to be used during the Bihoo festival **বিহু মৰা** বিহুৰ বাবে নাচি বাগি আমোদ কৰা to enjoy the Bihoo by dancing and singing **বিহু লগা** গাত বিহু লগা চোৱাঁ।

**বিহুৰে সংক্ৰান্তিয়ে** বিহুত বা সংক্ৰান্তিত অৰ্থাৎ, কেতিয়াবা পৰ্ব দিনত occasionally on festive days

**বীজ মৰা** (১) সন্তান উৎপাদনৰ শক্তি গুচোৱা to destroy the power of procreation (২) তেনেই নিৰ্মূল কৰা to destroy radically

**বী বিওৱা** টোপনি বা বেমাৰত বলকা বিৰ্বিড়োৱা to utter unintelligible or incoherent words in sleep or illness

**বুকু কঁপা** ভয় খোৱা to be afraid going of the heart pit a pat **বুকু কঁপোৱা** ভয় খুওৱা to frighten **বুকু জুৰোৱা** শান্তি আৰু সন্তোষ দিয়া যেনে ল'ৰাটোৱেই মাকৰ বুকু জুৰাই আছে to afford peace and pleasure **বুকু ডাঠ** সাহিয়াল নিভীক bold courageous **বুকু পাতল** ভয়াতুৰ timid **বুকু পাতি ধৰা** নিজৰ বিপদ অগ্ৰাহ্য কৰি লোকক ৰক্ষা কৰা to protect others at one s own risk **বুকু ফিন্দোৱা** অহঙ্কাৰ বা সাহ প্ৰকাশ কৰা যেনে এই কথা বুকু ফিন্দাই ক'ব পাৰোঁ to express pride or boldness **বুকু লৰা** ভয় লগা to be afraid

**বুকুত কাপোৰ লোৱা** কাপোৰেৰে বুকু ঢাকি গাৰ আবুৰ ৰখা (তিৰোতাত খাটে) to cover the breast with cloth in order to keep privacy (appl to women)

**বুকুত কামোৰ মৰা** বুকুত কামুৰিলে মৰ্ম স্থলত আঘাত কৰা হয়। এতেকে দুৰন্ত অপকাৰ কৰা to injure vitally

**বুকুত কুঠাৰ মাৰিলেও ক নোলোৱা** বুকুখন কুঠাৰেৰে ফালিলেও তাৰ ভিতৰত ক আখৰটোও পাবলৈ নোহোৱা। এতেকে তেনেই নিৰক্ষৰ quite illiterate

**বুকুৰ বান্ধ** (বান্ধ = বান্ধৱ) অতি বিশ্বাসী বন্ধু a bosom friend

**বুকুৰ শাল উভলা** নিজৰ বুকুত সোমাই থকা শাল উভালি যন্ত্ৰণা গুচাই শান্তি লাভ কৰা। অৰ্থাৎ, প্ৰতিহিংসা পূৰণ কৰা to take revenge for a grudge

**বুকুৰে চিবিং কৰা** হঠাৎ ভয় লগা to be suddenly alarmed **বুকুৰে ধাম বনা** ধান বানোতে ধপ্ ধপ্ শব্দ হয়। মানুহৰ বুকুৰেও ৰৰ উদ্বেগত ধপ্ধপায়। এতেকে মনত ৰবকৈ উদ্বেগ লগা to be very much anxious **বুকুৰে খিপ্ খিপোৱা** ৰবকৈ ভয় লাগিলে বুকু খিপ

শিপায় এতেকে বৰকৈ ভয় লগা to be very much afraid

**বুজ্ কৰা** খবৰ লোৱা বাতৰি লোৱা to enquire of **বুজ দিয়া** বাতৰি দিয়া to give information **বুজ্ পোৱা** সম্বাদ পোৱা ভু পোৱা to know to be awre of **বুজ্ লোৱা** 'বুজ্ কৰা চোৱা।

**বুজ্‌বাজ্ কৰা** (বাজ—অনু) 'বুজ্ কৰা চোৱা। **বুজ-বিচাৰ কৰা** (১) খবৰ বাতৰি লোৱা to enquire of to take information (২) ভাবি চোৱা to consider (৩) অনুসন্ধান কৰা to enquire into

**বুজনি দিয়া** (১) বুজাই বৰাই উপদেশ দিয়া to give good advice (২) বিয়াৰ দৰা-কন্যাক কন্যাৰ বাপেকে প্ৰচলিত ৰীতি মতে সজ উপদেশ দিয়া to give good advice to the bride and the bridegroom at the conclusion of a marriage (this is done by the father of the bride in ceremony)

**বুজাই বৰাই** 'বৰাই বুজাই চোৱা।

**বুজা-বুজি কৰা** পৰস্পৰে কথা বিজাই মিলাই চোৱা to compare notes

**বুটা তোলা** বেজীৰে বা মাকোৰে নতুবা চিত্ৰকৰৰ লিখনীৰে ফুলৰ আকৃতি নিৰ্মান কৰা to make figures of flowers either with needle or in th loom or with painter s brush **বুটা দিয়া** একে অৰ্থ।

**বুটি কোৰত ধৰা** জীবিকাৰ অৰ্থে অলপীয়া খেতি পথাৰ কৰিবলৈ লোৱা to take to agriculture in an humble scale for the sake of livel hood

**বুটি ঠাই-সৰা লগোৱা** (ঠাই সৰা = বাঢনী) 'বুটি বাঢনী লগোৱা চোৱা।

**বুটি বাঢ়নী লগোৱা** (বুটি = ঠাই সাৰোঁতে সাৰোঁতে খয় গৈ চুটি হোৱা) পুৰণি বাঢনীৰে কোবোৱা to beat with old brooms

**বুঢ়া খুব দেখিও মুৰ তিৰোৱা** বুঢ়া খুৰেৰে খুৱালে মুৰত দুখ পাব বুলি জানিও তাৰেই মুৰ খুৱাবলৈ মুৰ তিওৱা। এতেকে আগত দুখ কষ্ট আছে বুলি জানিও কোনো কামলৈ আগ বঢ়া to proceed to do something in spite of difficulties ahead

**বুঢ়া ডাঙৰীয়া** মানুহক অপকাৰ নকৰা সজ্ স্বভাৱৰ দেৱতা বিশেষ a harmless spirit of that name possessing a noble nature

**বুঢ়া শালিকাই মাত লোৱা** শালিকাই পোৱালীতেহে মানুহৰ মাত শিকিব পাৰে বুঢ়া হ'লে নোৱাৰে। এতেকে সৰহীয়া বয়সত নতুন কথা শিকিবলৈ বৃথা চেষ্টা কৰা to try in vain to learn a new thing at an advanced age

**বুঢ়ী আই,** পিতামহী মাতামহী বা পিতৃ মাতৃৰ মাতৃ স্থানীয় আন তিৰোতা a paternal or maternal grand mother or any other woman of that rank

**বুঢ়ী ঘৈণী** ঘৰৰ প্ৰধান ঘৈণী the mistress of a house

**বুধি কৰা** উপায় উদ্ভাৱন কৰা to discover or find out a means for doing anything **বুধি দিয়া** পৰামৰ্শ দিয়া to advise

**বুধি ছলনেৰে ছলা** বুদ্ধি খটাই প্ৰতাৰণা কৰা to deceive by ingenious means

**বুধিৰ ফোঁপ চুঙা** বুদ্ধিৰ ফোঁপোলা অৰ্থাৎ, উদ চুঙা অৰ্থাৎ, বুদ্ধিহীন মানুহ one without tact or intelligence

**বুন্দামাৰ্ কৰা** ধ্বংস কৰা কাটি মাৰি খান্তাং কৰা to destroy altogether

**বুপা-ককা** পিতৃ পিতামহ আদি পূৰ্ব পুৰুষসকল forefathers

**বু-বু বা-বা কৰা** (১) 'বি বি বা বা কৰা চোৱা। (২) মাত ফুটিবলৈ ধৰোঁতে ল'ৰাই ওঁঠেৰে নিৰৰ্থক শব্দ কৰা to babble (as a child)

**বুৰ্ দিয়া** পানীত বুৰিওৱা অৰ্থাৎ, মুৰে

সৈতে বুৰাই জোবোৰা মৰা to dive in water বুৰ্ মৰা একে অৰ্থ।

**বুৰবুৰণি কঢ়া** (১) পানীত জলবুদ্বুদ উঠা rising of bubbles in water (২) মূৰ্চ্ছাত মুখেদি ফেন ওলোৱা to foam at the mouth as in a swoon

**বুৰবুৰি কঢ়া** 'বুৰবুৰণি কঢ়া (২) চোৱাঁ।

**বৃত্তি ছেদ কৰা** জীবিকাৰ উপায় ৰহিত কৰা to deprive one of the means of livelihood **বৃত্তিদান কৰা** (১) জীবিকাৰৰ উপায় দিয়া to pro ide a person with means of livelihood (২) জলপানি দিয়া to give a schclarship **বৃত্তি দিয়া** একে অৰ্থ।

**বৃহস্পতি পোন হোৱা** বৃহস্পতি গ্ৰহ জন্ম ৰাশিৰ পৰা শুভ স্থানত থকা। বৃহস্পতি শুভ স্থানত থাকিলে সৌভাগ্য হয়। এতেকে শুভ দিন হোৱা সৌভাগ্য উদয় হোৱা to be under the good influence of Jupiter i e to have lucky days

**বে-আদব্ কৰা** (মু ) অবমাননা কৰা to slight or disregard **বে কাইদা কৰা** (মু ) আচলত পেলোৱা অনিয়মত পেলোৱা to put n a disadvantageous position to a t against order or rules **বে পৰ্দা কৰা** (১) আবুৰ ভঙা to outrage privacy (২) নাঙঠ কৰা to make naked

**বে আদবি** (মু ) আদবৰ অভাৱ অৰ্থাৎ, মাৰ্জিত আচৰণৰ অভাৱ যেনে বে আদবি মাফ্ কৰিব want of proper etiquetes

**বেই ঘূৰা** বিয়াত দৰা কন্যাক বেইত ঘূৰোৱা হয়। এতেকে বিয়া কৰা to marry

**বেঁও মেলা** আগলৈ যাবলৈ ভৰি দাঙি আগ বঢ়োৱা to raise the foot and extend it forward in order to proceed

**বৈঁত্-বাঁহ বন্ধা** দুৰন্ত আৰু স্থায়ী শত্ৰু ভাব পোষণ কৰা যেনে বৈঁত বাঁহ্ বন্ধা শত্ৰু (কোনো কোনো অসভ্য জাতিয়ে শত্ৰু ভাব নেপাহৰিবলৈ বেঁতত বা বাঁহত গাঁঠি দি থয়) bearing bitter and lasting enmity

**বেঁত মেলা** (বেঁত = বক্ৰ মুখ) মুখ মেলা। এতেকে মুখ মেলি কন্দা তুচ যেনে ল'ৰাই অলপতে বেঁত মেলে to cry Cont

**বেগত কেঁটী সাপৰ মূৰ ছিঙা** 'লৰত কেঁটী সাপৰ মূৰ ছিঙা চোৱাঁ।

**বেঙা মেলা** বেওঁ মেলা চোৱাঁ।

**বেঙেতি চোবোৱা** সত্য গোপন কৰিবৰ মনেৰে দুই অৰ্থ থকা কথা কোৱা অৰ্থাৎ, কোৱা কথাটো মিছাও নহয় অথচ তাৰ পৰা প্ৰকৃত কথাও বুজা নেযায় তেনে দুৰ্ভজীয়া কথা কোৱা to equivocate

**বেঙেনা-গছত হাকুটি লগোৱা** মানুহটো ইমান চুটি যে হাকুটি লগাইহে বেঙেনা গছৰ পৰা বেঙেনা পাৰিব পাৰে। এতেকে নিচেই চুটি বৰ কঁটীয়া dwarfish (appl to human beings)

**বেচ্ খোৱা** কিবা কাম কৰি দিয়াৰ বাবে ধন লোৱা to rece ve wages or remuneration

**বেচা যোৱা** বিক্ৰী হোৱা যেনে নিজে বেচা গৈ হ'লেও তোমাৰ ধাৰ মাৰিম to be sold

**বেজ্ বেজ্ কৰে ধৰা** টান কথাৰে সধা to demand in strong words **বেজ্ বেজাই ধৰা** একে অৰ্থ।

**বেজ্ বেজাই যোৱা** গাত বা মনত দুখ পোৱা যেনে শোকৰ সম্বাদ শুনিলে বা অনৰ্থক ধন ভৰিলে বেজবেজাই যায় to feel pained or distress

**বেজীৰ আগেৰে খোৱা** বেজীৰ আগেৰে খুঁচি খালে নিচেই অলপ ম'ত্ৰ খোৱা হয়। এতেকে অতি অলপ মাত্ৰ খোৱা ating too little

**বেজী সীও সীও কৰা** সকলো কামলৈ আগ বাঢ়ি ফুৰা to be volunteering and going forward for all works

**বেজেৰা-বেজেৰি কৰা** কেটেৰা জেঙেৰা

or notches on anything in rows to make it ornamental **বাব্ লবা** দায়িত্ব সম্পাদন কৰা to discharge a responsibility

**বাৰত্তি খেলোৱা** তৰ্কাতৰ্কি বা বাদানুবাদ কৰা to make a controversy

**বামত সাঁতোৰা** মাটিত পৰি পানীত সাঁতোৰাৰ দৰে হাত ভৰি মৰা তেনে কৰিলে বৰ কষ্ট পোৱা হয়। এতেকে অতি কষ্ট ভোগ কৰা হাবাথুৰি খোৱা হাৰাশাস্তি হোৱা to be very much troubled or harassed

**বা মাৰলী লগা** গাত ঘূৰ্ণী বতাহ লগা। এতেকে দূৰৰ বিপদে পোৱা to be in a whirlwind i e to be in a danger from a distance **বা মাৰলীয়ে কোবোৱা** একে অৰ্থ। **বা মাৰলীয়ে পোৱা** একে অৰ্থ।

**বামুণ গঢ়ী** বামুণৰ গঢ় সাধাৰণতে নিয়াৰি হয়। এতেকে নিয়াৰি গঢ়ৰ having a handsome cut of the face like a Brahmin

**বামুণৰ লিটিকাই** (লিটিকাই = লগুৱা) এজন বামুণৰ এটা বৰ ধূৰ্ত লিটিকাই আছিল বুলি এটা সাধুকথা আছে। এতেকে ধূৰ্ত বা অঘাইতং মানুহ a very cunning man

**বামুণী গঢ়** বামুণী তিৰোতাৰ দৰে ধুনীয়া গঢ় a handsome appearance like that of a Brahmin girl

**বামুণেই মৰক বা লগুণেই ছিগক** তেহেলেই বামুণেই মৰক বা বামুণৰ লগুণেই ছিগক তথাপি। বামুণৰ মৃত্যুৰ বা লগুণ ছিগাৰ কাৰণ হোৱাটো বৰ দোষৰ কথা তেনে ডাঙৰ দোষ হোৱা স্বত্তেও। অৰ্থাৎ, ডাঙৰ দুৰ্ঘটনা ঘটিব লাগিলেও যেনে বামুণেই মৰক বা লগুণেই ছিগক মই এই কাম কৰিছে এৰিম to all costs in spite of whatever may happen

**বামুণে হাল বোৱা** বামুণে হাল নেবায়। এতেকে অসাধাৰণ কাৰ্য্য বা ঘটনা anything unusual

**বায়ঙে বায়ঙে** বেলেগে আনবিলাকৰ লগত লগ নলগোৱাকৈ যেনে এইবিলাকি বস্তু বায়ঙে থ'বা বা বায়ঙে বায়ঙে থ'বা separately without mixing with others

**বাৰও কাল** সদায় যেনে বাৰও কাল কাবো সমানে নেথায় all times **বাৰওটি কাল** একে অৰ্থ।

**বাৰওটি কাল তেৰওটি যুগ** ( তেৰওটি যুগ বুলি অনেক যুগ বুজাইছে) যুগে যুগে অৰ্থাৎ সদায় চিৰকাল all times eternity

**বাৰ কুৰি** একুৰি একুৰিকৈ বাৰ কুৰি অৰ্থাৎ, বহুত অনেক যেনে বাৰকুৰি লেঠাত পৰিছো twelve scores i e many various **বাৰ পাচি** এপাচি এপাচিকৈ বাৰ পাচি অৰ্থাৎ, বহুত অনেক যেনে বাৰ পাচি লেঠা numerous too many **বাৰ বঙলুৱা** (বাৰ = বহুত বঙলুৱা = বিদেশী) বহুত প্ৰকাৰৰ আৰু বিদেশী। এতেকে না না প্ৰকাৰৰ আৰু অচিনাকি যেনে বাৰ বঙলুৱা মানুহ, ভাষা বা খাৱন ইত্যাদি mixed of different foreign elements **বাৰ বাহুৰা** বিবিধ ৰকমৰ আৰু অকামিলা যেনে বাৰ বাহুৰা মানুহ বা বস্তু of various sorts but useless **বাৰ বাহতুৰা** (বাহতুৰা = বাহত থকা) অনেক বাহত থকা। এতেকে (১) না না ঠাইত বসতি কৰা না না ঠাইৰ পৰা অহা যেনে বাৰ বাহতুৰা মানুহ residing at or coming from various places (২) বহুতে ব্যৱহাৰ কৰা যেনে বাৰ বাহতুৰা বস্তু used by many not in exclusive control of the owner alone (৩) সণ্ডালনি অনেকৰ জনাজাত যেনে বাৰ বাহতুৰা কথা known to many **বাৰ বুৰি** (বুৰি = কুৰি) বাৰ কুৰি চোৰাঁ **বাৰ ভচহ,** (ভচহ = অকামিলা) 'বাৰ বাহুৰা চোৰাঁ। **বাৰ মিহলি** অনেক বিধ একেলগে মিশ্ৰিত mixed of several

kinds

**বাৰ ডিবিঙৰ বাৰটা** (ডিবিং = আহোমৰ চোমদেওৰ পূজাৰীসকলৰ এটা খেল) বাৰ খেলৰ বাৰটা অৰ্থাৎ না না খেলৰ বা না না ঠাইৰ না-না জন various persons of different fraternities a miscellaneous gathering

**বাৰ জোৰা দিয়া** বহুত জোৰা দিয়া। এতেকে (১) অনেক মিছা কথা মিহলি থকা যেনে বাৰ জোৰা দিয়া কথা supported by many joints i e mixed with many untruths (২) অনেক বাধা বিঘিনি অতিক্ৰম ক্ৰমে সম্পাদিত যেনে বাৰ জোৰা দিয়া কাম accomplished by getting over various disadvantages **বাৰ জোৰা মৰা** অনেক বাধা বিঘিনি অতিক্ৰম কৰা to get over many troubles or disadvantages

**বাৰৰ গাঁঠিয়েও নুগুনা** 'চাল বাৰেও নুগুনা' চোৱাঁ।

**বাৰৰ মাটি চালৰ কুটা** 'চালৰ কুটা বাৰৰ মাটি' চোৱাঁ।

**বাৰী ফুৰা** শৌচ কৰিবলৈ বাহিৰলৈ যোৱা to go out to answer a call of Nature **বাৰী লুৰা** বাৰীত সোমাই, বাৰীৰ শস্যাদি খাই খচকি নষ্ট কৰা যেনে গৰু ছাগলীয়ে বাৰী লুৰিলে বাৰীত শইচ-সাৰ একো নেথাকে to trespass into an orchard and destroy its crops by eating or trampling down

**বাৰু কৰা** কিছু ভাল হোৱা (নৰিয়াত খাটে) যেনে নৰিয়া বাৰু কৰিছে to be better (appl to an illness) **বাৰু পোৱা** কিছু সুস্থ বোধ কৰা to feel better **বাৰু হোৱা** 'বাৰু কৰা' চোৱাঁ।

**বাৰেও কাল** 'বাৰও কাল' চোৱাঁ। **বাৰেও কালি** একে অৰ্থ।

**বাৰে বাৰুৱা** 'বাৰ বাৰুৱা' চোৱাঁ।

**বাৰে বাৰে** বাৰেপতি repeatedly

**বালি চাহীৰ পৰা গজ-হস্তীলৈ** অতি ক্ষুদ্ৰৰ পৰা অতি ডাঙৰলৈকে ইতৰৰ পৰা বৰলৈকে যেনে বালি চাহীৰ পৰা গজ-হস্তীলৈ সকলোৰে জীৱন মৰণ আছে from the tiny mite to the mighty elephant i e from the smallest to the biggest from the lowest to the highest

**বালি ভাত খোৱা** বন্ধু-বান্ধৱীৰ বাবে নৈৰ বালিত ভাত ৰান্ধি খোৱা to have a picnic on the sands of a river

**বাসনা বন্ধীয়া** (বাসনা = কপাল) কপালত বন্ধা থকা অৰ্থাৎ, অদৃষ্টত থকা কপালত লাগি অহা destined by fate

**বাহ বন্ধা** বাসস্থান নিৰ্মাণ কৰা। এতেকে (১) থাকিবলৈ ঠাই লোৱা যেনে গাত ৰোগে বাহ বন্ধা to take up as a place of abode (appl to diseases) (২) টান ঢাকনীৰ ভিতৰত ঢাক খোৱ যেনে আমৰ গুটিয়ে বাহ বন্ধা to be encased in a hard shell **বাহ লোৱা** থাকিবলৈ থাই লোৱা বসতি কৰা যেনে চৰায়ে বা ৰোগে বাহ লোৱা to take up as a residence

**বাহনা কৰা** মিছাকৈয়ে ভাও জোৰা ভাকি জোৰা to feign to pretend

**বাহিৰ কৰা** লেখৰ বাজ কৰা to exclude **বাহিৰ ফুৰা** শৌচ কৰা to answer a call of Nature **বাহিৰ হোৱা** বাজ বা বহিৰ্ভূত হোৱা যেনে লাজ কাজৰ বাহিৰ হোৱা to be devoid of to be excluded from

**বাহিৰ ভিতৰ কৰা** 'বাজ ভিতৰ কৰা' চোৱাঁ।

**বাহিৰলৈ উলিওৱা** 'বাজলৈ উলিওৱা' চোৱাঁ।

**বাহিৰলৈ যোৱা** শৌচ বা ক্ষুদ্ৰ শৌচ কৰিবলৈ যোৱা to go out to answer a call of Nature

**বাহিৰে ভিতৰে** (১) বাহিৰত আৰু ভিতৰতো লোকে দেখাত আৰু নেদেখাতো অৰ্থাৎ, মুঠেই, মুঠতে

যেনে 'বাহিৰে ভিতৰে একেটি গৰু both outside and inside the house i e outside and inside taken together (২) ঘৰে পৰে যেনে বাহিৰে ভিতৰে একেটা সাজকে পিন্ধি ফুৰে both at house and abroad (৩) পেটে মুখে মুখে আৰু অন্তৰে যেনে বাহিৰে ভিতৰে সৰল বা অকপটীয়া both in mind and in words in mind as well as in deeds

**বাহী গা** আগ দিনা যোৱাৰ পাচত পাচ দিনা দুনাই নোধোৱা গা a body that has not been washed for the day **বাহী বন** দিনৌ পুৱা কৰিব লগীয়া ঠাই সৰা মচা আদি ঘৰুৱা কাম the morning works of a house hold such as cleaning the utensils and the floor of the house **বাহী বিয়া** বিয়াৰ পাচ দিনা পুৱা দৰা কন্যাক নোৱন-ধোৱন কৰা কাৰ্য্য the ceremonial bath of a bride and a bridegroom in the morning following the marriage **বাহী মুখ** পুৱা নোধোৱা মুখ a mouth not washed in the morning

**বাহী চন্দনৰ দৰা** বিয়াৰ ৰাতি ফোঁট বেঘা লোৱা চন্দন গাৰ পৰা নুগুচা দৰা। অৰ্থাৎ, বিয়াৰ পাচ দিনা পুৱা গা নোধোৱা বাবে গাত আগ ৰাতিৰ চন্দন লাগি থকা দৰা a bridegroom who was married the previous night and has not washed off the last night s sandal paste from his forehead

**বাহু ভঙ্গি মৰা** সাহ বা অহঙ্কাৰ দেখুওৱা to make a show of pride or courage

**বাহু দাঙি কোৱা** ওপৰলৈ বাহু দাঙি কোৱা অৰ্থাৎ, সাহেৰে কোৱা ডাঠি কোৱা নিৰ্ভয়ে কোৱা to say with rai ed up arms i e to say with courage and confidently to assert boldly or without fear

**বাহুবলী** বাহুত বল থকা; অৰ্থাৎ, বলী পৰাক্ৰমী ক্ষমতাশালী strong powerful mighty

**বিং-বিং বাং-বাং কৰা** 'বাং বাং বিং বিং কৰা' চোৱাঁ। **বিং বিঙোৱা** (১) একে অৰ্থ। (২) বেমাৰত বা টোপনিত বী বিওৱা to utter unintelligible or incoherent words during sleep or illness

**বিকৰ্ষনা কৰা** তিৰস্কাৰ কৰা to reproach

**বিকাৰ কৰা** অপকাৰ কৰা স্বাস্থ্যলৈ নুশুজা বাবে অসুখ কৰা to cause indisposition or suffering by the reason of being harmful to one s state of health

**বিক্ৰিং-বাক্ৰাং** কুৎসিত আউজা আগটী বিকৃত গঢ়ৰ ugly ill looking of disgusting look

**বিগড়িত পৰা** 'বিপাঙত পৰা' চোৱাঁ।

**বিগুণ কৰা** 'দুৰ্গুণ কৰা' 'বিকাৰ কৰা' চোৱাঁ।

**বিচনী মৰা** বিচনীৰে বিচা ব্যজন কৰা to fan with a hand fan

**বিচাট লগা** মনৰ দুখত বিৰক্তি জন্মা মনৰ বিৰক্তিত একোলৈকে মোহ নথকা হোৱা to be very much disgusted

**বিচাৰ কৰা** (১) তদন্ত কৰা সোধ সোধা to judge to decide disputes (২) 'বিচাৰ খোঁচাৰ কৰা' চোৱাঁ।

**বিচাৰ খোঁচাৰ্ কৰা** বিচাৰি বা খুঁচৰি চোৱা অৰ্থাৎ, বুজবাজ্ কৰা খবৰ লোৱা to enquire of

**বিচুৰ্ত্তি হোৱা** চুৰ্তি নোহোৱা হোৱা বিবুদ্ধি হোৱা আচৰিত হৈ ভেবা লগা to be wonderstruck to be perplexed

**বিচেষ্টা** (১) অস্থিৰ বিবুদ্ধি উভ্ৰাবল বেয়া চেষ্টা অপচেষ্টা restless perplexed unsteady (২) বেয়া অভিসন্ধি (পুথিৰ ভাষা) intrigue

**বিছাই ববলে ডকা** বিছা বা ববলে ডাকিলে গাত বিষ বা বিজবিজনিয়ে ধৰি অসুখ

জন্মায় দুয়ো একেলগে ডাকিলে সেই অসুখেই অধিক হয়। এতেকে গা জিক্‌জিকোৱা বা বিজ্‌বিজোৱা শিৰ্‌শিৰাই উঠা অৰ্থাৎ অতিশয় বিৰক্তি অনুভৱ কৰা যেনে মানুহক দেখিব নোৱাৰিলে তাৰ মাত আৰাৰেও গাত বিছাই বৰলে ডাকে to feel much annoyed and irritated

**বিজ্-বিজ্ বাজ্-বাজ্ কৰা** খং বা বিৰক্তিৰ ভাবেৰে কথা কোৱা to be speaking with a feeling of anger annoyance or disgust

**বিজবিজাই উঠা** গাত বিজ্‌বিজনি উঠিলে যেনে লাগে তেনেকৈ উঠা। এতেকে শিৰ্‌শিৰাই উঠা জিক্‌জিকাই উঠা কিবা দেখি বা শুনি খং কৰি উঠা to be angry or annoyed at the sight or hearing of anything

**বিজল ধৰা** বিদ্ৰূপ কৰা পৰিহাস কৰা to joke

**বিজুলী সঞ্চাৰে** বিজুলীৰ বেগেৰে with lightning speed

**বিতং কৰা** বেলেগ কৰা to separate **বিতংকৈ** বেলেগে বেলেগে separately

**বিতত হোৱা** তত হেৰোৱা বিচেষ্টা হোৱা to be restless

**বিদা কৰা** (বিদা = বিদ্যা) (১) বিদ্যা প্ৰকাশ কৰা কোনো কাৰ্য্যত লোকক নিজৰ বিদ্যা বা পাৰ্গতালি দেখুওৱা ব্য যেনে বিদা কৰি থাকিব নেলাগে বেগতে বনখন কৰি পেলা to display one's own knowledge or efficiency lm (২) ভাও জোৰা to feign **বিদা লগা** বিদ্যাযুক্ত কোনো প্ৰকাৰৰ বিদ্যা থকা versed in any particular branch of knowledge

**বিদ্যাই লাগ দিয়া** (লাগ = লগ) বিদ্যা হোৱা to be possessed of knowledge

**বিধতাৰ খোঁচ্** বিধতাই কপালত লিখা কলমৰ খোঁচ্ অৰ্থাৎ অদৃষ্ট, ভাগ্যলিপি fate destiny **বিধতাৰ লিখন** একে অৰ্থ।

**বিধি পথালি কৰা** বাধা জন্মোৱা যেনে তোমাৰ কামত মই বিধি পথালি নকৰোঁ to stand in way to obstruct **বিধি পথালি দিয়া** বিধতাই বাটত পথালি দি ধৰা অৰ্থাৎ দৈৱই বাধা দিয়া অদৃষ্টই ব্যাঘাত জন্মোৱা to be obstructed by fate

**বিধিৰ লিখন** 'বিধতাৰ লিখন' চোৱাঁ।

**বিধুতি হোৱা** (১) ধুতি ভগা অৰ্থাৎ অশুচি বস্তু ছোৱা বাবে অশুচি হোৱা to be unclean (in a ceremonial sense) (২) ঋতুস্নান লগা to be in menses

**বিনচ্ কৰা** (বিনচ্ = বিনষ্ট) নিয়মতি কালৰ পূৰ্বেই মৰা পোৱালী প্ৰসৱ কৰা to give birth to a dead offspring before the proper time (appl to animals)

**বিন্ধা** ফুটা দিয়া। এতেকে পৰাভৱ বা পৰাজয় কৰা ঠগা যেনে তাক কথাৰে বিন্ধিব নোৱাৰি to defeat

**বিন্ধোৱা** শস্য ডাঠকৈ গজিলে তাক কিবা সঁজুলিৰে উঘালি পাতলাই দিয়া নিৰোৱা to thin out young plants with some tools

**বিপথে যোৱা** বেয়া পথে যোৱা অৰ্থাৎ গৰ্হিত পন্থা অৱলম্বন কৰা going astray

**বিপাকত পৰা** লেঠাত পৰা to be embarrassed

**বিপাজত পৰা** সঙ্কটত বা নিৰূপায় অৱস্থাত পৰা to be in a helpless state **বিপাজত পেলোৱা** সঙ্কট বা নিৰূপায় অৱস্থাত পেলোৱা to put in a helpless state

**বি বি বা-বা কৰা** অলপ অলপকৈ ইজনে সিজনক কৈ তলে তলে প্ৰচাৰ কৰা to give publicity secretly by speaking one to another

**বিমন হোৱা** বিমৰ্ষ হোৱা মন মৰা হোৱা to be sad or cheerless

**বিমুখ কৰা** নিৰাশ কৰা যেনে ধন ধাৰে বিচাৰি যোৱাত বিমুখ কৰিলে to

মিহাতে ভৰি জোকাৰি বহি থাকে। এতেকে নিকৰ্মা হৈ কাল কটোৱা to waste time in idleness **ভৰি পৰা** (১) ভৰিৰ খোজ পৰা। এতেকে কোনো ঠাইলৈ যোৱা যেনে আমাৰ ঘৰত আজি ছমাহে তেওঁৰ ভৰি পৰা নাই to happen to go to or visit a place (২) খোজ কাঢ়িবলৈ ভৰি মাটিত পেলোৱা বা স্থাপন কৰা যেনে বিষত ভৰি পাৰিব পৰা নাই to tread on ground to place the foot on ground to walk (৩) পূৰ হৈ পৰা যেনে ৰভাখন মানুহেৰে ভৰি পৰিল to be filled up to over flowing **ভৰি পেলোৱা** 'ভৰি পৰা (২) চোৱাঁ।

**ভৰি মাৰি যোৱা** খোজৰ শব্দ নোলোৱাকৈ খোজ কঢা to walk without making any noise in treading

**ভৰিয়ে হাতে ধৰা** ভৰিত আৰু হাতত ধৰি কাকুতি কৰা to entreat by catching one s hands and feet

**ভৰিৰ ধূলি** ভৰিত লাগি থকা ধূলিৰ দৰে সামান্য বা নগণ্য মানুহ an insignificant person as negligible as the dust on the feet

**ভৰিৰে ৰোৱা** গছ পুলি ভৰিৰে কলে ৰোৱা জনে সামান্য মাত্ৰ দুখ কৰা হয় কিন্তু গছ পুলিৰ পক্ষে সেয়ে মহৎ উপকাৰ। এতেকে সামান্য অনুগ্ৰহ কৰি ডাঙৰ উপকাৰ সধা to plant with the foot i e to do a great good by a small act of favour

**ভৰি-হাত ধোৱা** শৌচ্ কৰি আহি ভৰি আৰু হাত ধুব লাগে। এতেকে শৌচ্ কৰা ( 'হাত ভৰি ধোৱা 'ৰে একে নহয়) to answer a call of Nature to ease one s self **ভৰি হাত পোনোৱা** (১) বহু পৰ ঠৰ্ হৈ থকাৰ পাচত হাত ভৰি সঞ্চালন কৰা to stretch out the limbs to remove stiffness (২) পৰিশ্ৰমৰ পাচত অঙ্গ প্ৰত্যঙ্গই জিৰণি পাবলৈ বিশ্ৰাম কৰা to give rest to the limbs after exhaustion

**ভলুকা-গজালি** ভলুকা বাঁহৰ গাজ ধুনীয়া আৰু লোদোৰ্-পোদোৰ আৰু বেগতে বাঢ়ি আহে। সেই দৰেই, ধুনীয়া হৃষ্টপুষ্ট আৰু বাঢনিয়াৰ কোমল বয়সৰ মানুহ a beatiful stout and fast growing youth like a bamboo shoot.

**ভকককক ৰক্ষক পতা** যিহে যি বস্তু আত্মসাৎ কৰিব তাক তাৰ ৰখীয়া পতা to put a misappropriator in charge of anything

**ভাই-পো** পো ভাই চোৱাঁ। **ভাই বঞ্চা** সহোদৰক বঞ্চনা কৰি লাভ কৰা যেনে ভাই বঞ্চা ধন dishonestly gained by depriving a brother or brothers **ভাই মূৰি** ভায়েপতি একো ভাগকৈ যেনে সম্পত্তিৰ ভাই মূৰি ভাগ কৰিছে per head among brothers **ভাই মোহা** 'ভাই বঞ্চা চোৱাঁ।

**ভাও জোৰা** ভাকি জোৰা বাদী কৰা to feign **ভাও দিয়া** অভিনয় কৰা to play the part of a dramatis person **ভাও দেখুওৱা** লোকৰ অনুকৰণ কৰি দেখুওৱা to mimic **ভাও ধৰা** ৰূপ ধৰা অনুৰূপ হোৱা যেনে বেমাৰটো খহৰ ভাও ধৰি বেচু হ'লগৈ সি কলাৰ ভাও ধৰিছে to appear like to feign **ভাও লোৱা** (১) নাটকৰ কোনো চৰিত্ৰৰ অভিনয় কৰিবলৈ লোৱা to take up the part of a dramatis person (২) 'ভাও ধৰা চোৱাঁ।

**ভাং কুটা** মাৰি হেন দেখা চিলিমত লগাবলৈ ভাং মাৰি এডালত থৈ কুটিব লাগে। সেই মাৰি ডালক কোনেও গ্ৰাহ্য নকৰে। এতেকে অগ্ৰাহ্য কৰা সামান্য ভাব কৰা to disregard (appl to a person)

**ভাঁ কৰা** ভাঁ কৰি মুখ মেলি চাই থকা অৰ্থাৎ ভোদা stupid dull

**ডাঁজ্ দিয়া** (১) বেঁকা কৰা to bend (২) পৰিমাণ বঢ়াবলৈ লগত অন্য বস্তু মিহলি কৰা to alloy or adulterate

ভাঁজ লগা বেঁকা হোৱা to be bent
ভাঁজ লগোৱা বেঁকা কৰা to bend
ভাঁজ লোৱা বেঁকা হোৱা to be bent

**ভাকতি কৰা** 'ভাও জোৱা' চোৱা। ভাকতি জোৱা একে অৰ্থ।

**ভাকি জোৱা** 'ভাও জোৱা' চোৱা।

**ভাকি-ভুকা কৰা** প্ৰবঞ্চনা কৰা ছলনা কৰা ফাকটি কৰা to deceive to pretent to feign

**ভাকু-লুকা খেলা** 'লুকা-লুকি খেলা' চোৱা।

**ভাগৰ এডোখৰ খোৱা** লোকৰ ভাগৰ এক অংশ খোৱা যেনে সিনো লগত গ'লে কি ভাগৰ এডোখৰ খাব? to take a portion of other s share

**ভাগৰ পলুওৱা** ভাগৰ গুচোৱা ক্লান্তি দূৰ কৰা to drive off exhaustion

**ভাগে মতে ৰূপে প্ৰকাৰেৰে** দিহা মতে যেনে যি ভাগে কৈছোঁ সেই ভাগে কৰিবাঁ like according to just as
ভাগে ভাগে বিধে বিধে বেলেগে বেলেগে in different kinds separately

**ভাঙি পাতি** বিশদ ৰূপে সকলো কথা বুজাই যেনে নজনা মানুহে বুজিবলৈ কথা ভাঙি পাতি ক'ব লাগে explaining in full details

**ভাটী যোৱা** গোপাল আতাৰ শিষ্য সৰু শ্ৰীৰাম আতাৰ পথাৱলম্বী যেনে ভাটী যোৱা সত্ৰ বা মহন্ত following Saru Sreeram Ata who was a desciple of Gopal Ata the head of a Mahapurushiya Sect

**ভাণ্ডনা কৰা** উঁৰা প্ৰবঞ্চনা কৰা to cheat or deceive

**ভাণ্ড ভগা** (ভাণ্ড = পাত্ৰ আধাৰ) পাত্ৰ ভাগিলে তাৰ ভিতৰৰ বস্তু ওলাই পৰে এতেকে আবুৰ ভগা গুপ্ত কথা প্ৰকাশ পোৱা to be divulged as a secret
ভাণ্ড ভঙা আবুৰ ভঙা গুপ্ত কথা প্ৰকাশ কৰা to divulge a secret

**ভাত-কাপোৰীয়া** অকল পেটত খাই আৰু গাত পিন্ধি বিনা বানচে কাম কৰা যেনে ভাত কাপোৰীযা চাকৰ serving for food and clothing alone without wages

**ভাত খোৱা জ্বৰ** যি জ্বৰত ভাত খাব পাৰি তেনে জ্বৰ অৰ্থাৎ, মাজে মাজে উঠি থকা সামান্য জ্বৰ to slight fever that comes now and then

**ভাত ঘৰ** যাৰ ঘৰত ভাত খোৱা যায় তাৰ ঘৰ অৰ্থাৎ, আপোন মানুহৰ ঘৰ a friendly house **ভাত ঘুমটি** ৰাতি ভাতৰ ভৰত অহা গধুৰ টোপনি heavy sleep after dinner **ভাত-জাৰ** জাৰকালি ভাত খাই উঠিলে লগা জাৰ the shivering cold felt after a meal in winter **ভাত জ্বৰ** 'ভাত খোৱা জ্বৰ' চোৱা। **ভাত ভাৰী** সৰহকৈ ভাত খোৱা কিন্তু কামত অকামিলা মানুহ one eating too much but useless for work **ভাত মৰা** বৃত্তি ছেদ কৰা জীবিকাৰ উপায় বন্ধ কৰা যেনে মানুহটোৰ কামটো গুচাই দি ঘৰোৱাহঁতে ভাত মাৰিলে to put an end to one s means of livelihood **ভাত মোকোলোৱা** ভাত অহাৰ বাট মুকলি কৰা অৰ্থাৎ ভাত উপাৰ্জন কৰা to earn bread

**ভাত ঘৰত সিন্ধি দিয়া** উপকাৰী জনৰ অপকাৰ কৰা to injure one s own benefactor

**ভাত মাছ খোজা** ভাত মাছ খাবলৈ বিচৰা অৰ্থাৎ আব্দাৰ কৰা কিবা খুজি আমনি কৰা যেনে আওহতীয়া ঠাইত গছ পুলিটো আছে, সিনো কি ভাত মাছ খুজিছে? to trouble by making demands or asking for anything

**ভাতক ভাতে খোৱা** লোকক নোখোজাকৈ জীবিকা নিৰ্বাহ কৰা নিজৰ উপাৰ্জনেৰেই মূৰে মূৰে খাই থকা to be supported anyhow with one s own earnings without asking others for help

**ভাতত দিয়া** ভাতৰ লগতে একে লগে সিজোৱা to cook in the same pot together with rice (as potatoes

etc)

**ভাতত পুতি খোৱা** আলু, কচু আদি ভাতত দিয়া বস্তু সক দেখি ভাতত পোত খাই থাকে খাওঁতে ভাতৰ মাজৰ পৰা উলিয়াহে খাব লাগে। এতেকে যেনে সক অৰ্থাৎ কম বয়সীয়া (অকল মানুহত খাটে) যেনে ভাতত পুতি খোৱা ল'ৰা অৰ্থাৎ সক ল'ৰা small i e very young in age

**ভাতৰ গৰা খহোৱা** নৈৰ গৰা খহাদি ভাতৰ দ'ম খহোৱা অৰ্থাৎ হুআহেৰে সৰহকৈ ভাত খোৱা eating large quantities of rice with greed

**ভাতে উঁৰালে খোৱা** উঁৰাল বান্ধি তাৰ ধানেৰে ভাত খোৱা অৰ্থাৎ, লোকক নোখোজাকৈ নিজে আৰ্জন কৰি খোৱা নিজৰ খেতিৰ পৰা অভাৱ নোহোৱাকৈ খোৱা to be supported by one s own earnings without asking for others help to be able to live comfortably depending upon one s own agricultural produce

**ভাতে হেঁচা** ভাতে হেঁচা মাৰি ধৰাত বাঢ়িব নোৱাৰা অৰ্থাৎ, সৰহকৈ ভাত খোৱা বাবে বাঢিব নোৱাৰি মুজুৰা লাগি থকা যেনে ভাতে হেঁচা মানুহ having a stunted growth by reason of eating too much

**ভাদ মহীয়া কাউৰী** ভাদত কাউৰীয়ে ৰ'মলিওৱাৰ দৰে লোকৰ দুৰ্ণাম ৰটি ফুৰা ম'নুহ তুচ্ছ one who rejoices in speak ng ill of oth r lik r ws croaking in the month of Bhado Cont

**ভাপত দিয়া** ভাপৰ দ্বাৰা সিজোৱা t cook anything in steam

**ভাবুকি দিয়া** মিছা ভয় দেখুওৱা to show idle threats

**ভামাক্-ভুমুক্ কৰা** 'ভুমুক্ ভামাক কৰা চোৱা।

**ভায়া জিনা কৰা** পক্ষপাত কৰা এজনক কোনো বস্তু সৰহকৈ দি এজনক কমকৈ দিয়া to be partial

**ভাৰ দিয়া** বোজা দিয়া অৰ্থাৎ দায়িত্ব দিয়া যেনে তোমাক এই কামৰ ভাৰ দিলোঁ to entrust with to put in charge of **ভাৰ বন্ধা** কোনো বস্তু কঢ়িয়াবলৈ ভাৰত বান্ধি ছাটি লোৱা to tie up anything to be carried as a load **ভাৰ লোৱা** দায়িত্ব লোৱা to take up a responsibility **ভাৰ হোৱা** বোজা হোৱা যেনে বুঢ়া গৰুৰ শিঙেই ভাৰ হয় to be a burden

**ভাৰসা কৰা** সাহায্যৰ অৰ্থে খাটনি ধৰা যেনে বভাখন দি দিবলৈ বাইজক ভাৰসা কৰিছোঁ to ask for help or assistance

**ভাৰতলৈ আহি ভাৰ বোৱা** পৃথিবীত জন্ম লৈ দুখৰ বোজা বোৱা to take birth in the Earth to bear burden of miseries

**ভাল্ পোৱা** (১) মৰম কৰা স্নেহ কৰা; to love to like (২) ভাল বুলি গ্ৰহণ কৰা পচন্দ কৰা মন খোৱা মনত লগা যেনে এইখন কটাৰীহে ভাল পাইছোঁ to choose or select as good. (৩) 'বাক পোৱা চোৱা।

**ভাল্ বোলোতে ভ'গি বোৱা** 'শলাগোঁতে শলাগাঁঠি লগা চোৱা।

**ভাল্ ভুলকৈ খোৱা** দিহা লগাই খোৱা to keep in order to keep in proper arrangement

**ভাল্ মুখৰ মাত** মিঠা মাত সুৱদি মাত swe t or kind word

**ভাল মুখেৰে মতা** মিঠা কথাৰে সম্বোধন কৰা t ddr ss a p r on n kind w ds

**ভালক বুলি** ভাল বুলি ... অভিপ্ৰায়ে যেনে ভাল বুলি ... বুধি দিলত বেযাহে পালে with good intention for the sake of good

**ভালৰ মূৰত** (১) ভাল স্বভাৱৰ গুণে ... যেনে ভালৰ মূৰতহে তোমাক কোনেও দেখিব নোৱাৰে by reason of being good lm (২) 'ভালক বুলি চোৱা।

**ভালৰি বোলোৱা** ভাল বোলোৱা ভাল

বুলি স্বীকাৰ কৰোৱা যেনে ইমান উপকাৰ কৰিও ভালৰি বোলাব নোৱাৰিলোঁ দুষ্টই মিছা কথা কৈ ভালৰি বোলাবলৈ বিচাৰে to earn one s praise

**ভালৰো ভাল** ভালৰ ভিতৰতো ভাল অৰ্থাৎ, অতি ভাল সৰ্বোৎকৃষ্ট the best of good lot

**ভালৰে বুলি** 'ভালক বুলি' চোৱাঁ।

**ভালুক-জ্বৰ** ভালুক কঁপাৰ দৰে কঁপনি উঠা জ্বৰ। ভালুক জাৰত বৰকৈ কঁপে। এতেকে টান কঁপনি জ্বৰ a fever with great shivering **ভালুক-নাচ** ভালুকক নাচিবলৈ শিকালে সি মুঠেই জাঁপ ধৰে সেই নাচন দেখিবলৈ বেয়া। এতেকে জধলা নাচন a clumsy dance

**ভালে কাল** 'ভালে দিন' চোৱাঁ। **ভালে কালে** (কালে—অনু) কুশলে মঙ্গলে in good health and prosperity **ভালে খিনি** বহুত অনেক many **ভালেটি** অনেক যেনে ভালেটি মানুহ গোট খাইছে many **ভালে দিন** বহু দিন a long period **ভালে পৰ** 'ভালে বেলি' চোৱাঁ। **ভালে বেলি** বহুত পৰ a long time **ভালে বেয়াই** (১) কিছু ভাল আৰু কিছু বেয়াকৈ জনাই নজনাই যেনে ভালে বেয়াই তাঁতখন ব'ব পাৰিছে passably (২) মঙ্গলে অমঙ্গলে বিপদে সম্পদে যেনে ওচৰ চুবুৰীয়াক ভালে বেয়াই পোৱা যায় both in weal and evil both at good and e il times **ভালে ভালে** ভালেৰে থাকোঁতেই কুশলে মঙ্গলে থাকোঁতেই একো অথান্তৰ নৌ হওঁতেই যেনে ভালে ভালে সাৰিলোঁ চুৰ কৰা ধন ভালে ভালে উলিযাই দে safely before being harmed or taken to task **ভালে মান** 'ভালে খিনি' চোৱাঁ।

**ভালেতো** এই দেখিছে এই কাৰণৰ বাবেহে যেনে ভালেতো এনে হ'বলৈ পালে that is why for this reason **ভালেতোহে** অকল এই বাবেহ only for this reason **ভালেহে** 'ভালতো' চোৱাঁ।

**ভাৱনাৰ ছো** ভাৱনাত সাজ্-পাৰ্ পিন্ধাই বাঁহৰ কাঠীৰ ছো উলিয়াই নিৰ্জীৱ বাবে ছো-বোবে লৰ্চৰ্ কৰিব নোৱাৰে। এতেকে ধুনেৰে সাজ্পাৰ্ পিন্ধি বনবাৰী নকৰাকৈ থকা মানুহ কামৰ অলায়ক মানুহ a foppish person quite useless for work

**ভাৱৰী পকীয়া কথা কোৱা** পাক-চক্ৰ থকা কথা কোৱা to speak designing or deceitful words

**ভাৱস্থিৰে** যুক্তি যুক্ত কথাৰে আৰু নম্ৰ ভাবেৰে যেনে ভাৱস্থিৰে কোৱা ধৰা বা পৰা with reasonable a.guments and humbleness

**ভাৱে পৰা** 'ভাবেৰে পৰা' চোৱাঁ।

**ভাৱেৰে পৰা** নম্ৰ ভাবেৰে যুক্তিযুক্ত অনুৰোধ কৰা যেনে 'ভাবেৰে পৰিলে পকা ধানেও বাট দিয়ে' to make a reasonable request in an humble way

**ভাৱে ভাৱে** বিধে বিধে ভিনে ভিনে separately in different kinds

**ভিকাচন ভগা** উপায় নোহোৱা হোৱা যেনে ধান গাল চোৰে নিযাত ভাত খোৱাৰ ভিকাচন ভাগিল to be lost as a means **ভিকাচন্ ভঙা** উপায় ৰহিত কৰা যেনে চা খন ভাঙি নি শোৱাৰ ভিকাচন ভাঙিলে to destroy the mean for doing anything

**ভিতৰ চোৱা** লোকৰ ঘৰত জলপান খাবলৈ ভিতৰলৈ যোৱা (সাধু ভাষা) যেনে আমাৰ ভিতৰ চাবলৈ উঠকচোন to go to the inside of other s house for refreshments **ভিতৰ পকীয়া** (ভিতৰ = গুপ্ত পকীয়া = পাক মতে চলা) গুপ্ত পথে চলা। ৰাতি-খোৱা ভকতসকলে গুপুতে ৰাতি-সেৱা কৰে। এতেকে ৰাতি-খোৱা পথাৱলম্বী belonging to the ৰাতি-খোৱা community (The members of this community

কথা কেট্‌কেটোৱা using harsh or bitter language

বে'তেৰি চোবোৱা (বেতেৰী = তেল পেৰা পলা) এক্টো কথাকে ঘূৰাই ঘূৰাই কৈ থকা একে কথাকে বেপি থকা নিজে ধৰা কথা এৰি নিদিয়া to repeat the same argument over and over again not to give way or yeild বে'তেৰী বন্ধীয়া বে'তেৰী গোঁঠাদি গোঁঠা বে'তেৰিৰ দৰে বান্ধ থকা। এতেকে গাঁঠি নিছিগা নিজে লগা কথা এৰি নিদিয়া unyeilding

বেথা কৰা মৰম কৰা পুতৌ কৰা to love to take pity বেথা লগা মৰম লগা পুতৌৰ ভাব হোৱা to feel love affection or pity

বেদৰ বাণী বেদৰ কথাত ভুল নাই। এতেকে নির্ভুল সত্য Gospel truth

বেনা বোৱা বকি থকা to go on talking to be prattling

বেনীয়া লগা শ্রীহীন হোৱা হতশ্রী হোৱা to dwindle or become degenerated in appearance to be dying

বেন্দা বন কৰা বন্দীয়ে কৰা বন কৰা নীহ বা লেতেৰা কাম কৰা to do mean works or drudgery

বেবুৰা লগা পেঁপুৱা হোৱা কি কর্তব্য বিমূঢ় হোৱা to be bewildered

বেবেৰিবাং লগা আউল লগা বা বিশৃঙ্খল পোৱা to feel disorderliness or want of system or method

বেমেজালি লগা কাম সৰহ হোৱা বাবে নতুবা কামৰ বিশৃঙ্খলতাৰ বাবে জঞ্জল লগা to feel worry for excess of works or want of method or system in work

বেয়া কৰা (১) মন্দ কৰা নষ্ট কৰা যেনে কাপোৰখন বেয়া কৰিলে to spoil (২) মল মূত্র ত্যাগ কৰি লেতেৰা কৰা to make dirty by committing nuisance (৩) গর্ভ নষ্ট কৰা to cause a miscarriage (৪) অন্যায় বা অনিয়ম কৰা to do something wrong or improper (৫) কোনো কাম বেয়াকৈ কৰা to do anything inefficiently বেয়া পোৱা অসন্তোষ বা বেজাৰ পোৱা to be displeased

বেয়া সুৰে যোৱা বেয়া অর্থে যোৱা বেয়া অর্থ কৰিব পৰা হোৱা যেনে সমুজিৰ নোৱাৰাত কথাষাৰ বেয়া সুৰে গ'ল to be liable to be construed in a bad sense

বেলাৰ বেলি উপযুক্ত সময় যি কামৰ নিমিত্তে যি সময় নির্দ্ধাৰিত সেই সময় proper time right time for anything appropriate time

বেলি পৰা সূর্য্য অস্ত যোৱা setting of the Sun

বেলি ভাটী দিয়া সূর্য্যই ভাটী ফাললৈ অর্থাৎ পশ্চিমলৈ ঢাল লোৱা। এতেকে দুপৰৰ বাজ হোৱা to be passed mid day

বেলি মাটি তল কৰা সূর্য্যক মাটিৰ তল হ'বলৈ দিয়া অর্থাৎ গধূলি কৰা। এতেকে বহুত পলম কৰা যেনে তই সেইখিনিৰ পৰা ঘূৰি আহোঁতেই, বেলি মাটি তল কৰিলি অর্থাৎ বহুত পলম কৰিলি to make much delay to take a long time বেলি মাটি তল নিওৱা একে অর্থ। বেলি মাটি তল যোৱা সূর্য্য মাটিৰ তললৈ গৈ নেদেখা হোৱা অর্থাৎ গধূলি হোৱা to be evening

বেলিয়ে আঁটে মানে কাচিয়ে কাটে মানে ধান দোৱাৰ পৰা এই বাক্যৰ উৎপত্তি। দাউনীয়ে বেলি নুডুবে মানে আৰু কাচিৰ ধাৰ নপৰে মানে ধান দাম বুলি কয়। অর্থাৎ, সময়ে জোৰে মানে আৰু সঁজুলিৰে পাৰি মানে। এতেকে সময় আৰু সুচলৰ সমূলি অপব্যয় নকৰাকৈ a long as the time permits and the tools work i.e. without wasting the least time or ad antag (appl to doing anything)

**বেলেগ হোৱা** পৃথক হোৱা একেলগে নেথাকি বেলেগে থাকিবলৈ লোৱা to live separately ceasing to live in a joint family

**বেশ ছল্ কৰা** ছদ্ম বেশ ধৰা to be disguised

**বৈগুণ কৰা** দুৰ্গুণ কৰা অপকাৰ কৰা to harm

**বৈচৰ গৰু** (বৈচৰ = বশ হোৱা অৰ্থাৎ বন লগোৱা) কাম শিকোৱা গৰু বন লগোৱা গৰু a trained bullock

**বৈঠ্ পৰা** মাটিত আঁঠু কাটি চাপৰ হোৱা (হাতীত খাটে) to kneel down (appl to an elephant) **বৈঠ্ পেলোৱা** হাতীক আঁঠু কঢ়োৱা to make an elephant kneel down

**বৈ যোৱা** নৈৰ পানীৰ দৰে সোঁত বোৱা এতেকে প্ৰচুৰ হোৱা যেনে যশস্যা বৈ গৈছে to be over flowing or abundant

**বোকা কৰা** ধান কৰবলৈ মাটি হাল বাই, মৈ দি বোকাময় কৰা to prepare land for planting by making it muddy **বোকা দিয়া** একে অৰ্থ।

**বোকোচাত উঠা** মানুহৰ পিঠিত অৰোহন কৰা to ride on the back of a person (as a child) **বোকোচা বন্ধা** পিঠিত বোজা স্বৰূপে তুলি লোৱা to take upon the back a a load **বোকোচাত লোৱা** বোকোচা বন্ধা [illegible]।

**বোজা খোৱা** ছোৱালী দিবলৈ বুলি ভেটি ভা[illegible] [illegible] [illegible] presents in [illegible] giving out a girl in marriage **বোজ দিয়া** বোজাই দি[illegible] বস্তুৰ ভৰা দিয়া যেনে গাড়ী বা না[illegible]ত বোজা দিয়া to load **বোজা পেলোৱা** ছোৱালী পাবৰ অৰ্থে ছোৱালীৰ অভিভাৱকক ভেটী ভাৰ দিয়া to give presents to a girl s guardians in order to marry her **বোজা বন্ধা** বোজা বোৱা চোৱাঁ। **বোজা বোৱা** বোজা কঢ়িওৱা বোজাৰ ভৰ সহ্য কৰা to carry a load to bear the weight of a load **বোজা লোৱা** বোজাৰ ভাৰ সহ্য কৰা অৰ্থাৎ, কোনো কামৰ ভাৰ বা দায়িত্ব লোৱা to take the burden of or responsibility for anything

**বোধ ডকতৰ হোৱা** (বোধ = জ্ঞান) বোধ থকা ডকতৰ লগৰ হোৱা অৰ্থাৎ, কথা জনা হোৱা জ্ঞানী হোৱা নিজৰ কামৰ বাবে দায়ী হ'বৰ উপযুক্ত হোৱা যেনে এইৰূপ ল'ৰানো কি বোধ ডকতৰ হৈছে? to be of mature judgement to be of the age at which one becomes responsible for actions

**বোন্দা চৰ দিয়া** টানকৈ চৰ মৰা to give a violent slap on the face **বোন্দা থেকেচা দিয়া** বোন্দাই বস্তু চুৰ কৰি খালে মানুহে তাৰ মুখখন যেনেকৈ মাটিত থেকেচে তেনেকৈ মুখ থেকেচা to dash one s mouth against the ground as that of a cat stealing anything **বোন্দা পৰ দিয়া** বোন্দাই নিগনিলৈ দিয়াৰ দৰে বহু পৰ খাপ্ দিয়া। এতেকে বহু পৰ বাট চোৱা to wait for a long time **বোন্দা মোচৰা দিয়া** উভতি কৰা বোন্দাক মোচৰাদি মোচৰা অৰ্থাৎ শাস্তি কৰা to handle roughly like an annoying cat

**বোপাইৰে সাত ঢোল্ কোবোৱা** ব'পেৰে সৈতে গোট খাই সাতোটা ঢোল বজোৱা। উৎসৱত ঢোল বজাই আনন্দ কৰে। সাধাৰণতে বাপেক পুতেকে একেলগে ঢোল নবজায়। কিন্তু এই বাক্যৰ মানে উৎসৱ বুজাইছে যে সাতোটাকৈ ঢোল বজাইছে, আৰু বাপেক পুতেকে একে লগেও বজাইছে। এতেকে অৰ্থ হ'ল—অতিকৈ উল্লাসিত হোৱা কৃতাৰ্থ মনা যেনে ধাৰখিনি শুজিব পাৰিলে বোপাইৰে সাত ঢোল কোবাম to be exceedingly delighted to feel eminently successful

**বোল্ খুওৱা** ৰবণ লগোৱা to dye or colour **বোল্ খোৱা** ৰবণেৰে ৰঞ্জিত হোৱা to be dyed or coloured **বোল্ দিয়া** বোল খুওৱা চোৱা। **বোল্ লগা** চেকা লগা ৰবণৰ দাগ লগা to get spots of some colouring substance **বোল্ লগোৱা** বোল খুওৱা চোৱা।

**বোল্ মাত কৰা** গালি শপনি পৰা to abuse **বোল্ মাত্ খোৱা** গালি শপনি খোৱা to be abused **বোল্ মাত দিয়া** বোল মাত কৰা চোৱা।

**বোলা বাইক্** (বাইক = বাক্য) বোলা বচন অৰ্থাৎ প্ৰতিশ্ৰুতি a promise

**বোলা-বুলি কৰা** পৰস্পৰে টান কথা কোৱা বা কটূক্তি কৰা মৌখিক বিবাদ কৰা to exchange hot words

**ব্ৰহ্ম অস্ত্ৰ** অব্যৰ্থ অস্ত্ৰ a never failing weapon **ব্ৰহ্ম আকাল** দুৰ্যোৰ আকাল a great famine **ব্ৰহ্ম কণ** অন্নৰ ক্ষুদ্ৰ কণিকা যেনে আজি ঘৰত ব্ৰহ্ম কণ এটাও নাই the smallest particle of a grain of corn **ব্ৰহ্ম পুত্ৰ** সেই নামৰ নৈ। ব্ৰহ্মাৰ পুত্ৰ বুলি খ্যাতি থকা বাবে এই নাম হৈছে the Brahmaputra river so called by being said in legend to be a son of Brahma **ব্ৰহ্ম ভোজন** বামুণক খুওৱা ভোজ বা সকাম a ceremonial feast given to Brahmins the ceremony of feeding Brahmins **ব্ৰহ্ম মুহূৰ্ত** অতি প্ৰত্যুষ কাল early morning day break **ব্ৰহ্ম সংহতি** বামুণীয়া আচাৰ ঘাইকৈ পালন কৰা গোঁসাইসকলৰ সমাজ the community of the Gossains of Assam who predominantly follow the Brahmanical rites

**ব্ৰহ্ম বধ কৰা** বামুণক বধ কৰা killing a Brahmin (this is regarded as one of the greatest sins) **ব্ৰহ্ম বধ লগা** বামুণ হত্যা কৰাৰ পাপ লগা to be guilty of the sin of killing a Brahmin

**ব্ৰহ্মোত্তৰ দান কৰা** খাজনা মাফকৈ অৰ্থাৎ নিষ্কৰকৈ বামুণক ভূ-সম্পত্তি দান কৰা to grant rent free lands to a Brahmin

## ভ

**ভকত-গাঁঠি লগা** ভকতৰ গাঁঠি লগা অৰ্থাৎ খোপ লগা। ভকতে কোনো কথাত লাগিলে বা ধৰিলে তাক বেগত নেৰে। এতেকে টান লেঠা লগা বেগত নেৰোৱা লেঠা লগা ব্যং arising of a difficulty or embarrassment that cannot be easily overcome Im

**ভকতীয়া বান্ধ দিয়া** ভকতে ধন বিৎ উলিয়াবলৈ মানুহক কোমল কথাৰে বান্ধি পেলায় অৰ্থাৎ টানি ধৰে। এতেকে কোমল কথাৰে টানকৈ ধৰা মিঠা কথা কৈ এৰাব নোৱাৰাকৈ ধৰা pressing hard with soft words

**ভগা বহা** ভগা পঁজা অৰ্থাৎ হীন অৱস্থাৰ থকা ঘৰ (নম্ৰ ভাবত ব্যৱহাৰ হয়) যেনে আমাৰ ভগা বহাত ধূলা দিবগৈ humble place of dwelling

**ভঙা** (১) ব্যয় কৰা যেনে ধন ভঙা to spend (appl to money) (২) গুচোৱা যেনে দাই ভঙা বিষয়া ভঙা to remove (as a fault or a shortcoming or from an office) (৩) গোটা ধনৰ সলনি সৰু ধন দিয়া যেনে ৰূপ এটকা ভঙাই দিয়া to give changes for a coin (৪) ফুচুলোৱা যেনে চাকৰটো ভঙাই নিলে to entice (৫) বেয়া বুদ্ধি দি অমান্তি বা অসম্মত কৰা যেনে ছোৱালীজনী বিয়া কৰাম বুলিছিল কিন্তু মোৰ শত্ৰুৱে ভঙাই দিলে to dissuade to persuade a person not to agree

**ভজিতা কৰা** (১) কিবা বুজাবলৈ অঙ্গপ্ৰত্যঙ্গৰে ঠাৰ্ দিয়া টিয়াৰ দিয়া to

give a hint by gestures (২) অলঙ্কাৰ লগাই, বা সঙ্কেতেৰে কিবা কোৱা বা লিখা to speak or write anything in a figurative or ornamental way

**ভঙ্গী কৰা** 'ভঙ্গিতা কৰা (১)' চোৱাঁ।

**ভমুক ভমুক** 'অমুক ভমুক' চোৱাঁ।

**ভটীয়াই যোৱা** ভাটী ফাললৈ যোৱা to go towards places lying to the west or the south

**ভণিতা কৰা** (১) ৰচনা কৰা প্ৰণয়ন কৰা to compose to write as a poem or a book (২) গ্ৰন্থৰ বা অধ্যায়ৰ শেহত লিখকে নিজৰ নাম আদিৰ চিনাকি দিয়া বা বৰ্ণনা কৰা to put the name and title etc of the author at the end of a chapter or a book

**ভণ্ডুল্ কৰা** ভালে বেয়াই মিহলি কৰি কামৰ অযোগ্য বা নষ্ট কৰা to spoil anything by mixing up the bad with the good

**ভতোৱা** 'ভাহোন্ দিয়া' চোৱাঁ।

**ভদৰ কলি** সেই নামৰ এবিধ সৰু চৰাই সি বৰ চতুৰ আৰু চটফটীয়া। এতেকে চতুৰ আৰু চটফটীয়া সৰু ফুটীয়া মানুহ a clever and sprightly person of a small stature

**ভমক্** মূপৰাই জুই জ্বলি উঠা শব্দ। এতেকে হঠাৎ উঠা খং a sudden burst of anger

**ভমকৰ তালি** হঠাৎ উঠা খঙৰ প্ৰকোপ বা প্ৰবলতা intensity of a sudden anger

**ভয়ত অত্ৰাহি হোৱা** ভয়ত বিহ্বল হোৱা to be restless in fear

**ভৰ্ দিয়া** (১) অনুমোদন কৰা to support or uphold (২) নিৰ্ভৰ কৰা যেনে চেলেপুৰ কথাত ভৰ্ দিলে ঘাটি খাবলৈ আছে to depend or reply upon

**ভৰ দুপৰ** সম্পূৰ্ণ দুপৰ বেলা just mid day

**ভৰ্পক্ উঠা** সম্পূৰ্ণ ৰূপে পকা যেনে আহাৰ-শাওণত আমৰ ভৰ্পক্ উঠে to be fully ripe

**ভৰক্দাচ্** ৰবকথা মতা মানুহ শ্ৰেষ্ঠতা বুজাবলৈ কৰিব নোৱাৰা কাম কৰিবলৈ গাত লোৱা মানুহ one that undertakes to do something out of vanity without being able to do it **ভৰক্ মৰা** ৰবকথা মতা নিজক ডাঙৰ বোলাবলৈ কৰিব নোৱাৰা কাম কৰিবলৈ গাত লোৱা to undertake out of vanity to do something without being able to do it

**ভৰকণি মৰা** (১) ৰবকথা মতা গপ্প মৰা to brag to show vain boast (২) মিছা ভয় দেখুওৱা to show empty threats

**ভৰকালি কৰা** 'ভৰকণি মৰা (১)' চোৱাঁ।

**ভৰিত ধৰা** এজনক ৰবকৈ কাবৌ কৰিবলৈ বা ক্ষমা মাগিবলৈ হ'লে মানুহে তেওঁৰ ভৰিত ধৰে। এতেকে সকাতৰে কাবৌ কৰা বা ক্ষমা মগা to entreat or beg apology very humbly or supplicantly **ভৰিত পৰা** শৰণাগত হোৱা to fall at the feet

**ভৰি তলুৱা কামোৰা** অতি হীন ভাবেৰে কাবৌ কৰা to entreat in a slavish way

**ভৰি-তলুৱাৰ ছাল ছিঙা** 'তলুৱাৰ ছাল ছিঙা' চোৱাঁ।

**ভৰিত তেল ঘঁহা** হীন কাৰ্য্য কৰি দি খাটনি ধৰা বা খোচামোদ কৰা to oil one's feet i e to render derogatory services in order to please or flatter

**ভৰিত তেল-টেঙা ঘঁহা** 'ভৰিত তেল ঘঁহা' চোৱাঁ। **ভৰি জোকৰা** 'ভৰি নচুওৱা' চোৱাঁ। **ভৰি দঙা** যাবলৈ প্ৰস্তুত হোৱা to be ready go somewhere **ভৰি দিয়া** (১) কোনো ঠাইলৈ অলপ সময়ৰ নিমিত্তে অহা বা যোৱা to come to a place for a short while (২) কোনো ঠাইত মাত্ৰ উপস্থিত হোৱা to set foot **ভৰি নচুওৱা** নিষ্কৰ্মা মানুহে

(১) ভৌ-ভৌকৈ ধৰা চোৰ্বা। (২) বৰ্কৈ তাপ বিকীৰণ কৰি তাপ লগোৱা যেনে জুইকুৰাই ভৌ-ভৌৱাই ধৰিছে to make one feel very hot by emitting excessive heat

**ভ্ৰূকুটি কৰা** ক্ৰোধ দৃষ্টিৰে চোৰ্বা to frown **ভ্ৰূভঙ্গ কৰা** (১) কেৰাহিঁকৈ চোৰ্বা to throw a side glance (২) সামান্য ৰূপে গ্ৰাহ্য কৰা to feel a slight regard **ভ্ৰূক্ষেপ কৰা** 'ভ্ৰূভঙ্গ কৰা' চোৰ্বা।

**ভ্ৰূণ হত্যা কৰা** গৰ্ভ নষ্ট কৰা to cause a miscarriage

# ম

**মইনা পঢ়োৱাদি পঢ়োৱা** মইনা চৰাইক মানুহৰ মাত লোৱাবলৈ একে কথাকে বহু বাৰ শিকাব লাগে। এতেকে একে কথাকে বহু বাৰ শিকোৱা to teach the same thing over and over again

**মইনা মাত** মইনা চৰাইৰ দৰে মিঠা মাত sweet voice like that of a Moina bird

**মইৰৰ ভাৱ কৰা** মই আন সকলোতকৈ ডাঙৰ বা শ্ৰেষ্ঠ এনে ভাব কৰা to think one s self to be superior to others to be conceited

**মইমতালি কৰা** অহঙ্কাৰৰ বাবে লোকৰ কথালৈ কাণ নকৰি নিজৰ ইচ্ছামতে চলা **দম্ভালি কৰা** to be obstinate out of pride to be self willed out of conceit

**মকামিলা কৰা** (১) আলোচনা কৰা পৰামৰ্শ কৰা to discuss (২) বিবাদ মিটমাট কৰা to compromise a dispute (৩) পৰস্পৰে হিচাব মিলাই চাই, দেনা পাওনা ঠিক কৰা to settle dues by comparing accounts

**মগ্ৰামি কৰা** গোঁৱাৰ স্বভাৱ ধৰি বা দম্ভালি কৰি কথা নুশুনা to defy to act obstinately

**মধা পৰা** ব্যৰ্থ হোৱা to fail **মধা মধা** নিজলৈ গ্ৰাস কৰা কোনো বস্তুৰ লোকক ভাগ নিদি তেনেই নিজে লোৱা to misappropriate to take the whole of anything without giving any share to others

**মঙল চোৱা** ভবিষ্যত শুভাশুভ গণনা কৰা to calculate future events by divination **মঙল মৰা** জন্তুৱে আগ ঠেঙেৰে মাটি আঁচোৰা to paw

**মঙহ খোৱা** যাৰ মঙহ খোৱা যায় তাৰ দুৰ্যোৰ অনিষ্ট হয়। এতেকে ভয়ঙ্কৰ অনিষ্ট কৰা to eat one s flesh i e to do a serious harm **মঙহ গোন্ধোৱা** গাৰ মঙহৰ গোন্ধে আপোন বুলি চিনাকি দিয়া। জন্তুৱে ইন্দ্ৰিয়ে সিটোক সুঙি চাই, আপোন পৰৰ নিৰ্ণয় কৰে। এতেকে আপোন বুলি মনে চেৰোৱা feeling a smell of one s own flesh in another s body i e feeling a sense of kindredship by intuition

**মচতো নোহোৱা** সঁচতো নোহোৱা গৰ্ভতো স্থিতি নোলোৱা। এতেকে সমূলি উপস্থিত নথকা যেনে 'শিয়ালে যেতিয়া চক হোৰে কুকুৰ তেতিয়া মচতো নাই' not existing even in the mother s womb i e not being present at all

**মচৰ্ মচ্কুটি কৰা** বিবিধ প্ৰকাৰৰ সাধ্য সাধনা কৰা যেনে মচৰ মচ্কুটি কৰিলোঁ তেওঁ একো গুণ নধৰিলে to make a variety of efforts to apply various means

**মচাবিদা কৰা** খচৰা কৰা আঁচনি কৰা to make a draft

**মজা কৰা** অতিশয় সুখ ভোগ কৰা to enjoy very much

**মজা মজিকৈ** (১) কেতিয়াবা কেতিয়াবা মাজে সময়ে যেনে তেওঁৰ ঘৰলৈ মজা মজিকৈ যাওঁ occasionally (২)

কোনো কোনো ঠাইত যেনে সেই অঞ্চলত মজা মজিকৈ বেমাৰ হৈছে at some places here and there **মজা-মজি পোৱা** প্ৰায় সোঁ মাজ পোৱা যেনে ভাবনাৰ মজা-মজি পাবগৈ পায় ঘৰলৈ আহোঁতে বাটৰ মজামজি পাওঁতেই বৰষুণ আনিলে to reach about the middle **মজা মজি হোৱা** একে অৰ্থ।

**মট্মটনি দেখুওৱা** হাতীয়ে গছৰ ডাল ভঙাৰ দৰে মট্ মট্ শব্দ কৰা। এতেকে মটমটোৱা অৰ্থাৎ শক্তি বা ক্ষমতা দেখুওৱা to show power or strength

**মঠ্ জোৰা** খোঁহ্ বা ঠেহত কোনো কাৰ্য্যলৈ অমান্তি হোৱা to refuse to do something out of sullenness **মঠ্ ধৰা** একে অৰ্থ। **মঠ্ পতা** একে অৰ্থ।

**মণি পিন্ধোৱা** বিয়া কৰাবলৈ স্থিৰ কৰি ছোৱালীক কেক-মণি পিন্ধোৱা বন্ধ কৰণ কৰা to confirm matrimonial contract by making presents of ornaments to a girls in ceremony

**মতা** (১) নিমন্ত্ৰণ কৰা to invite (২) মৰিষণ মগা যেনে দোষৰ বাবে মাতিছোঁ জলত মতা to ask apology (৩) আপত্তি কৰা ওজৰ ধৰা যেনে এনে কথাত নেমাতি নোৱাৰি to oppose to raise a voice against to object to (৪) সপক্ষে কোৱা পক্ষ সমৰ্থন কৰা যেনে দুখীয়াৰ ফালে কোনে মাতিব? to speak in favour of to support

**মতা ওলোৱা** পুৰুষালি প্ৰকাশ কৰা সাহিয়াল বা কাৰ্য্যদক্ষ বুজোৱা ব্যং to show courage or competence Irn **মতা বোলোৱা** নিজৰ পুৰুষালি প্ৰমাণ কৰা বিক্ৰম দেখুওৱা to prove one s power courage or mauliness

**মতাৰ চিন চোৱা** শক্তি বা পুৰুষালিৰ পৰীক্ষা বুজা to test one s power manliness

**মতালি কৰা** পুৰুষালি কৰা পুৰুষোচিত বল বীৰ্য্য বা ক্ষমতা প্ৰকাশ কৰা to show one s manliness

**মথি মুথি** (মথি = মন্থন কৰি মুথি—অনু) মথনৰ দ্বাৰা কোমল কৰি। এতেকে মিহিকৈ নম্ৰ ভাবেৰে যেনে মথি মুথি কথা কয় elegently (appl to speeches)

**মথুৰা পাগ্ মৰা** মথুৰাৰ মানুহে মূৰত ডাঙৰ পাগুৰী মাৰে। এতেকে ডাঙৰকৈ পাগুৰী মৰা to wear a big turban

**মদত কৰা** অনুমোদন কৰা সহায় কৰা to support to help **মদত দিয়া** একে অৰ্থ।

**মদাৰ গছৰ পাণ পৰা** মদাৰ গছত কাঁইট থকা বাবে তাত বগোৱা পাণ পাৰিবলৈ টান। এতেকে টান বা কষ্টকৰ কাম কৰা to do a difficult work

**মন কৰা** (১) ইচ্ছা কৰা যেনে 'মন কৰিলেই ছল্ কৰিব পাৰি to will to wish (২) মনোযোগ কৰা to pay attention **মন খোৱা** পচন্দ হোৱা to be of one s choice **মন ডাঠ** স্থিৰ মনৰ মনত সাহ থকা ('মন পাতল'ৰ বিপৰীত) of steady mind bold **মন তাপৰা** 'মন পতিওৱা চোৱাঁ। **মন দিয়া** মনোযোগ দিয়া to apply the mind **মন পতিওৱা** মনক প্ৰবোধ দিয়া to console the mind **মন পৰা** (১) মন সুমোৱা মনক স্থিৰ ভাবে নিয়োগ কৰা; যেনে মন পাৰি কাম কৰিবি to set one s mind (২) 'মন বহা চোৱাঁ। (৩) মনত নিৰুৎসাহ লগা নিৰুৎসাহত মন দমি যোৱা যেনে কাৰো সহযোগ নেপাই, মন পৰি গ'ল to lose favour or earnestness of mind **মন পাতল** অস্থিৰ মনৰ ভয়াতুৰ ('মন ডাঠ'ৰ বিপৰীত) of unsteady or irresolute mind timid **মন পেলোৱা** (১) মনক নিযুক্ত কৰা যেনে মন পেলাই ন'কৰিলে কাম বেয়া হয় to apply the mind (২)

মনৰ উৎসাহ এৰি দিয়া যেনে কাৰো পৰা উৎসাহ নেপাই, মন পেলাই দিলোঁ to lose the mind s energy মন পোতা মন নিবেশ কৰা মন সুমোৱা যেনে কৰোঁ বোলা কামত মনপুতি ধৰিবী to apply full attention মন পোৱা অন্তৰৰ ভাব জনা আশ্রয় পোৱা to know one s mind or nature মন বঢ়া (১) লোভ বৃদ্ধি হোৱা to have one s desires or cravings increased (২) সাহ বৃদ্ধি হোৱা to be emboldened মন বঢ়োৱা লোভ বা লিপ্সা বৃদ্ধি কৰা to increase yearning of the mind মন বন্ধা মন সংযত কৰা to restrain the mind মন বলী (১) মনত বল বা সাহ থকা যেনে মন বলী মানুহ strong minded resolute (২) ডাঙৰ মনৰ high minded মন বহা মন থিতাপি হোৱা মন সোমোৱা যেনে ঘৰত মন বহা to have the mind settled মন বহুওৱা মন স্থিৰকৈ লগোৱা to set one s mind মন বুজা (১) মাৰ কচি জনা যেনে গৰাকীৰ মন বুজি কাম কৰা to know one s likes and dislikes (২) মনৰ অভিপ্রায় অৱগত হোৱা to know one s mind মন ভগা উৎসাহ ভঙ্গ হোৱা to be disheartend মন ভঙা নিৰুৎসাহ কৰা to dishearten মন মৰা বিমন বা বিমর্ষ হোৱা to be sad or cheerless মন মিলা পৰস্পৰ একে মন হোৱা to be of the same mind মন মেলা মনক যাবলৈ মেলি দিয়া। এতেকে ইচ্ছা কৰা যেনে মেলিলে মন ধোঁৱাৰ ছুটি ভটীয়াই যাবলৈ মন মেলিছোঁ to let the mind to proceed মন যাৱী লোকৰ উপদেশ নুশুনি মনত যি খেলাই সেই মতে চলা যেনে মন যাৱী মানুহক কোনেও ভাল নেপায় self willed মন যোৱা ইচ্ছা হোৱা প্রবৃত্তি জন্মা যেনে নৰিয়াত খাবৰ মন নেযায় to have a desire for মন লগা মন লিপ্ত বা নিবিষ্ট হোৱা যেনে পাৰমার্থত মন লাগিলে সংসাৰত স্পৃহা নেথাকে to have th mind engaged or occupied মন লগোৱা মন নিবিষ্ট কৰা to engage the mind মন লোৱা মনৰ ভাব অৱগত হোৱা মনৰ কি ভাব তাৰ সন্ধেদ বুজা to get at one s mind মন সুমোওৱা "মন লগোৱা চোৱা। মন সোমোৱা "মন লগা চোৱা।

মন গা উখোৱা উৎসাহিত হোৱা to have zeal ardour or encouragement

মনত খেলোৱা মনত ভাব হোৱা আকাশী জাহাজ ওলাব বুলি পুর্বে কাৰো মনত খেলোৱাই নাছিল to occur in mind to strike মনত খোৱা মনে পচন্দ কৰা যুক্তি-যুক্ত বুলি গ্রহণ কৰা যেনে কথাখিনি মনত খাই গৈছে to be of one s choice to be convincing মনত পৰা স্মৰণ হোৱা to be remembered মনত পেলোৱা নিজে সোঁৱৰা বা লোকক সোঁৱৰোৱা to remember মনত লগা মন স্পর্শ কৰা। এতেকে (১) মনে ভাল বুলি পচন্দ কৰা to be of choice (২) মনত দুখ বা আঘাট দিয়া to be disagreeable or causing pain to mind মনত সোমোৱা (১) মনত সঁচা বুলি প্রত্যয় কৰা যেনে গছত গৰু উঠা কথা কাৰো মনত নোসোমায় to be convincing (২) বিশ্বাসৰ পাত্র হোৱা যেনে অতখিনি উপকাৰ কৰিও তেওঁৰ মনত সোমাব নোৱাৰিলোঁ to be in one s confidence (৩) মনে বুজিব পৰা হোৱা বুদ্ধিৰ গোচৰ হোৱা যেনে জটিল তত্ত্ব বুদ্ধিহীন মানুহৰ মনত নোসোমাই to be understood or realised

মনস্থ কৰা (১) মনেৰে বাছি পচন্দ কৰা to select or choose (২) মনত স্থিৰ কৰা বাঞ্ছা কৰা যেনে বিদেশ ফুৰিবৰ মনস্থ কৰিছোঁ to determine to wish মনস্থ হোৱা মনঃপুত হোৱা

পচন্দ হোৱা to be of one s choice

মনাহুৰ মনে যেনে ভাল পায় তেনে বিধৰ যেনে মনহুৰ মানুহ of ones choice

মনে পজা মনত অনুমান হোৱা পূৰ্ব-ধাৰণা হোৱা to have a presetiment মনে চিন্তে, (চিতে=চিত্তে) অন্তৰেৰে সৈতে পেটে সমন্বিতে sincerely with heart মনে চোৱোৱা 'মনে পজা চোৰা। মনে ছোৱা মনে স্পৰ্শ কৰা অৰ্থাৎ, মনে ঢুকি পোৱা to be grasped or comprehended by the mind মনে জানি (১) লোকে নোকোৱাকৈ নিজৰ মনেৰেই ধৰিব পাৰি আপোনা আপুনি বুজি Knowing in one s own mind without being taught directed or asked by others (২) স্মৰণ কৰি সুঁৱৰি যেনে পূৰ্ব শক্ৰ মনে জানি কামদেৱে শৰ হানি remembering মনে ধৰা মনে লেখত ধৰা অৰ্থাৎ হ'ব বুলি ধৰা বা বিশ্বাস কৰা যেনে কামটো সিদ্ধি হ'ব বুলি মনে ধৰিছে to have a suposition মনে পতা মনেৰে পতা বা কল্পনা কৰা। এতেকে (১) কল্পিত কিন্তু পৰিণত নৌ হোৱা যেনে মনে পতা কাম contemplated in mind but not yet accomplished (২) বুদ্ধিৰ বলেৰে ন কৈ উলিওৱা বা উদ্ভাৱিত invented (৩) মিছা জোৰা দিয়া false fabricated মনে পোৱা লোকৰ দুখত সহবেদনা অনুভৱ কৰা যেনে পুতেকলৈ মাকৰ মনে পোৰে to feel sympathy in sorrow or truoble মনে মনে (১) একো নমতাকৈ যেনে মনে মনে থাক silently without speaking (২) গুপ্ত ভাবে লোকে নজনাকৈ যেনে মনে মনে ক বাগৈ secretly (৩) নিজৰ মনতে অৰ্থাৎ মুখেৰে প্ৰকাশ নকৰাকৈ যেনে মনে মনে ভাবিছিলোঁ within one s own mind without speaking out

মনে চিত্তে খোৱা (চিতে = চিত্তে) অন্তৰে ভাল বোলা মনে পচন্দ কৰা মনৰ জোখাৰে হোৱা to be approved by the mind মনে পিঠিয়ে খোৱা মনত আৰু পিঠিত অৰ্থাৎ গাটোত খাই পৰা অৰ্থাৎ সকলো প্ৰকাৰে মন পুত হোৱা to be approved from all points of view

মনেৰে অনুমানেৰে সম্ভৱতঃ কিজানি যেনে তেওঁ মনেৰে এতিয়া ঘৰ পালেগৈ perhaps probably মনেৰেই আপোন বুধিৰেই আন্দাজেৰেই কাকো নোসোধাকৈ যেনে এই বন কঁতো নিশিকাকৈ মনেৰেই কৰিছোঁ with one s own plan without instructions from others

মন্ত্ৰ কৰা কু মন্ত্ৰৰ দ্বাৰা বশীভূত বা অনিষ্ট কৰা to charm or harm by evil incantation মন্ত্ৰ দিয়া (১) দীক্ষা মন্ত্ৰ দিয়া to initiate into the Tantrik form of rites (২) গুপুতে কু পৰামৰ্শ দিয়া to give ecret and e il counsel মন্ত্ৰ লোৱা (১) দীক্ষা লোৱা to be initiated into the Tantrik form of rit (২) গুপুতে কু পৰামৰ্শ লোৱা to take secret and e il counsel মন্ত্ৰ নোহোৱা সাৰ পদাৰ্থ বিহীন অপাত্ৰ অকৰ্মন্য (কামৰূপ তন্ত্ৰ মন্ত্ৰৰ বাবে সুবিখ্যাত হেতুকে তন্ত্ৰ মন্ত্ৰ নজনা মানুহ অপাত্ৰ বুলি পূৰ্বে ধাৰণা আছিল) lacking in worth worthless

মন্ত্ৰ পঢ়োৱাদি পঢ়োৱা পুৰোহিতে অজ্ঞ মানুহক মন্ত্ৰ মতাওঁতে কষ্টেৰেহে মতাব পাৰে। এতেকে কষ্টেৰে শিকোৱা to teach with difficulty

ম ম কৰে মলমলাই যেনে ম ম কৰে গোন্ধাই আছে emitting fragrance

মমৰ পুতলা মমেৰে সজা পুতলাৰ দৰে আলসুৱা আৰু ধুনীয়া মানুহ to tender made and nice looking person like a doll of wax

মৰ্-আঁউসী জোন মৰা তিথি অমাবস্যা

make no distinction of caste or food when they assemble for a religious ceremony These ceremonies are held at night with secrecy) **ভিতৰ বিশ্বাস** ভিতৰি বিশ্বাস secrecy **ভিতৰ সেৱা** গুপ্ত উপাসনা অর্থাৎ, বাত্তি-খোৱা ভকতে গোটখাই কৰা সকাম বা উপাসনা religious ceremony of those who belong to the বাত্তি-খোৱা community

**ভিতৰি** (ভিতৰ = গুপ্ত) গুপ্ত ভাবেৰে মনে মনে লোকে নজনাকৈ তলে তলে privately secretly **ভিতৰে** একে অর্থ। **ভিতৰে ভিতৰে** একে অর্থ।

**ভিৰ্ খোৱা** (ভিৰ = বেঁকা ভাঁজ) বেঁকা হোৱা পোন আৰু ঠৰঙা গুচি ভাঁজ লোৱা। এতেকে অনুকূল হোৱা সৈমান হোৱা to be bent to be inclined **ভিৰ দিয়া** (ভিৰ = ভৰ) (১) সম্মত হোৱা অনুমোদন কৰা to agree to support to up hold (২) ভৰ দিয়া ভেঁজা লোৱা আওঁজা অর্থাৎ, সাহায্য লোৱা নির্ভৰ কৰা যেনে তেওঁতে ভিৰ দিহে কামটো কৰিব পাৰিছোঁ to depend upon to take assistance **ভিৰ্ পৰা** (ভিৰ = ভৰ) হেঁচা বা ভৰ পৰা যেনে বহি খোৱাৰ ওপৰত মাৰলীৰ ভিৰ্ পৰে কামৰ ভিৰ্ পৰিছে to be pressed down by some weight to be pressed (as by works) **ভিৰ্ লোৱা** 'ভিৰ খোৱা' চোৱাঁ। **ভিৰ্ সামৰা** ধন জন নথকা হোৱা শক্তিহীন হোৱা to be powerless (চন্দ্রকান্ত অভিধান।) **ভিৰ্ হোৱা** (ভিৰ = হেঁচা ঠেলা) একে ঠাইতে সৰহকৈ গোট খোৱাত হেঁচা ঠেলা হোৱা যেনে মানুহৰ ভিৰ হৈছে to be a rush by reason of accumulation of many people or things at the same place

**ভিৰাই থৰি লৰ্ মৰা** 'ভিৰাই লৰ মৰা' চোৱাঁ।

**ভিৰাই লৰ মৰা** ভয়ত পাচলৈ নোচোৱাকৈ বেগাই লৰ দিয়া to run fast in fear without looking behind

**ভিৰোৱা** ঠৰঙা গুচাই বেঁকা কৰা। এতেকে সম্মত কৰোৱা যেনে তেওঁক বহুত কৈ মেলিহে ভিৰাব পাৰিছোঁ to bend i e to make agreeable or favourably inclined

**ভীমদল দিয়া** উখহাত বৰকৈ ডাঙৰ হোৱা যেনে উখহি ভীমদল দিছে; to be very much swollen

**ভুচুং পছু** কিম্ভুত কিমাকাৰ অদ্ভুৎ আকৃতিৰ কাল্পনিক জন্তু a fabulous animal of a strange form and appearance (এজনী মানুহে, তাইৰ গুৰিত বেয়া প্ৰস্তাৱ কৰা অসৎ চৰিত্ৰৰ মানুহ এটাক পোনেই লালীত জুবুৰিয়াই, তাৰ পাচত কপাহত লেটিয়াই ভোবোকাৰ কৰি 'ভুচুং পছু' নাম দি লোকক দেখুৱাইছিল)।

**ভুজং দিয়া** 'বং দিয়া' চোৱাঁ।

**ভুটুং কৰে** আগেয়ে সম্বাদ নিদিয়াকৈ (অহা যোৱাত খাটে) যেনে ভুটু কৰে গুচি গ'ল ভুটুং কৰে ওলালহি suddenly without previous notice

**ভু-ভটং কৰা** (ভু = বুজ ভটং = অনু) বুজ বাজ কৰা সম্বাদ লোৱা to enquire about to seek information **ভু ভা কৰা** 'ভা—অনু) একে অর্থ। **ভু ভা লোৱা** একে অর্থ। **ভু ভা পোৱা** (১) খবৰ বাতৰি জনা বুজ পোৱা to be aware (২) আও ভাও জনা যেনে এই কামৰ ভু ভা নেপাওঁ to know the ways of doing anything

**ভুমুক্-ভামাক্ কৰা** লুকাই থকাৰ পৰা ঘনে ঘনে মুখ দেখুৱাই, আকৌ লুকুৱা often showing the face from a hiding place and hiding it again

**ভুমুকা-ভুমুকি কৰা** 'ভুমুক-ভামাক্ কৰা' চোৱাঁ।

**ভুমুকি দিয়া** 'ভুমুকি মৰা' চোৱাঁ। **ভুমুকি মৰা** অলপকৈ মুখ দেখুওৱা অলপ

সময়ৰ নিমিত্তে দেখা দিয়া যেনে বেলালৈ যাওঁতে ঠিয়ে ঠিয়ে তোমাৰ ঘৰত ভুমুকি মাৰি যাম to pay a hasty visit

**ভূৰা দিয়া** প্ৰতাৰণা কৰা ফাঁকি দিয়া ছলনা কৰা to deceive

**ভুঁই মাৰি কোবোৱা** বাঘক ভয় খুৱাই খেদাবলৈ মাটিত টঙনিওৱা to strike on the ground with a stick to frighten a tiger

**ভূত জাৰ** ভূতে পোৱা মানুহ কঁপাৰ দৰে কঁপনি উঠা জ্বৰ shivering cold **ভূত পোহা** ভূতক পোষণ কৰি ৰখা to rear an evil spirit **ভূত মেলা** ভূত পোহা মানুহে ভূতৰ হতুৱাই লোকক আক্ৰান্ত কৰোৱা to set an evil spirit **ভূত লগা** (১) ভূতৰ দ্বাৰা আক্ৰান্ত হোৱা to be possessed by an evil spirit (২) ভূত লগাদি লগা অৰ্থাৎ কোনো কথাত লোকক নেৰা নেপেৰাকৈ ধৰি আমনি কৰা to annoy others by obstinately pressing for anything

**ভূতৰ ওপৰতে দানহ পৰা** (দানহ = দানৱ) ভূতে পাই থাকোতেই দানৱে পোৱা। এতেকে বিপদ বা উৎপীড়ণৰ ওপৰতে আকৌ ডাঙৰ বিপদ্ বা উৎপীড়ণ হোৱা affliction by a greater danger while already in a danger

**ভূতে ধৰা** 'ভূত লগা (১) চোৱাঁ। **ভূতে পোৱা** একে অৰ্থ।

**ভূমি ছুই কৰ্ণত হাত দিয়া** তেনেই মিছা কথা শুনিলে মানুহে মাটি ছুই, কাণত হাত লগাই বিস্ময় প্ৰকাশ কৰে। এতেকে মিছা কথা শুনি অতিশয় বিস্ময় মনা to be amazed at hearing something totally false

**ভূৰ বান্ধি উটাই দিয়া** ভূৰত তুলি উটাই দিলে মানুহ নিৰাশ্ৰয় হয়। এতেকে নিৰাশ্ৰয় কৰি খেদি পঠোৱা to turn out quite destitute

**ভূৰ্ভং নকৰা** (ভূৰ্ভং = ভ্ৰাভঙ্গ) চেলাউৰিও কোঁচ্ নুখুওৱা। এতেকে সমূলি গ্ৰাহ্য নকৰা মুঠেই কাণ নকৰা to pay not even the least regard or attention

**ভেকুৰ লগা** অব্যৱহাৰৰ বাবে অকৰ্মন্য হোৱা to become unfit or useless by lying unused **ভেঁকুৰা লগোৱা** অব্যৱহাৰৰ দ্বাৰা অকৰ্মন্য কৰা to render unfit or useless by not using for a long time

**ভেঁকুলীৰ ছাল** অকামিলা বস্তু a useless thing

**ভেঁকো ভাৱনা** ভেঁকুলীৰ ভাৱনা অৰ্থাৎ, অতি সৰুকৈ নিংকিন্ ভাৱে পতা আভাস মাত্ৰ কাৰ্য্য বা সকাম a ceremony in a ridiculously small and poor style a small ceremony

**ভেঁজনি দিয়া** আন কিবা মিহলি কৰা ভেজাল দিয়া to allow or adulterate

**ভেঁজা দিয়া** 'ভিৰ দিয়া (২) চোৱাঁ। **ভেঁজা লোৱা** একে অৰ্থ।

**ভেঁট গুটি** ভেঁটৰ গুটিটোৰ সমান সৰু মানুহ অৰ্থাৎ, আকাৰত সৰু মানুহ (ল'ৰা-ছোৱালীত খাটে) a person of a small stature **ভেঁট ভেঁট** (ভেঁট = সাক্ষাত) সকলো ঠাইতে আদৰ সম্মান লাভ যেনে ডাঙৰ মানুহ যেনি যায় তেনি ভেঁট ভেঁট respect and welcome everywhere **ভেঁট হোৱা** ভেঁটা ভেঁটি হোৱা চোৱাঁ।

**ভেঁটাই দিয়া** ভেঁটোৱা চোৱাঁ।

**ভেঁটা-ভেটি হোৱা** দেখা সাক্ষাত ঘটা দেখা-দেখি হোৱা to meet each other

**ভেঁটাৰ গোঁজ** ভেঁটাৰ ওপৰত পোতা খুঁটি তাৰ পৰা আন একো কাম নহয় কিন্তু থকা বাবে মানুহ বা গৰু-ছাগলীয়ে অহা-যোৱা কৰি ভেঁটা ভাঙিব নোৱাৰে। এতেকে দেখাত অকৰ্মন্য হ'লেও কোনো কথাৰ বাবে কিছু আগতিয়াল মানুহ a person of some use though apparantly useless

**ভেঁটি উচন্ কৰা** (উচন্ = উচ্ছন্ন) ভেঁটিয়ে সৈতে উচ্ছন্ন কৰা অৰ্থাৎ, সমূলি নিৰ্মূল কৰা to destroy totally **ভেঁটি উচন্ হোৱা** সমূলে নিৰ্মূল হোৱা to be totally destroyed **ভেঁটি উঠা** সপৰিয়ালে উচ্ছন্ন হোৱা to be destroyed with the whole family

**ভেঁটিমৰ্ হোৱা** সপৰিবাৰে উচ্ছন্ন হোৱা যেনে সেইঘৰ মানুহ ভেঁটিমৰ্ হ'ল to be extinct with the whole family

**ভেঁটি খুওৱা** অন্যায় বিচাৰ কৰিবলৈ বা পক্ষপাত কৰিবলৈ উপঢৌকন প্ৰদান কৰা to bribe **ভেঁটী খোৱা** পক্ষপাত কৰিবলৈ উপঢৌকন গ্ৰহণ কৰা to take bribe **ভেঁটী দিয়া** ভেঁটী খুওৱা চোৱাঁ।

**ভেঁটোৱা** ডাঙৰ মানুহে সৈতে সাক্ষাৎ কৰোৱা চিনাকি দি ডাঙৰ লোকৰ সমুখ কৰা যেনে খাটনিয়াৰে গোসাঁইৰ ওচৰত মানুহ ভেটায় to introduce to a person of rank

**ভেঁ মেলা** (ভেঁ = মুখ মেলি কান্দোতে হোৱা শব্দ) মুখ মেলি কন্দা যেনে ল'ৰাই অলপতে ভেঁ মেলে to cry with an open mouth

**ভেকাহি মৰা** ডাঙৰকৈ ডাবি মৰা to utter angry words in a loud voice

**ভেঙুচালি কৰা** মুখৰ ভঙ্গি কৰি অৰ্থাৎ সিয়াৰি উপহাস কৰা to make faces mocking with buffoonery

**ভেচ্ ভেচীয়া কৰা** নিষ্ফল কৰা সিদ্ধি নোহোৱা কৰা to make fruitless to frustrate

**ভেজনি দিয়া** তপত পানীত চেচা পানী মিহলাই গাত সহিব পৰা কৰা to temper hot water by mixing cold water with it

**ভেদ্ ভগা** (১) প্ৰভেদ গুচা যেনে ব্ৰহ্মজ্ঞান হ'লে আপোন পৰৰ ভেদ ভাগে to be levelled or equalised (২) গুপ্ত কথা প্ৰকাশ হোৱা to be divulged as a secret (৩) বুজিব নোৱাৰা কথা বুজিব পৰা হোৱা যেনে বুজাওঁতে ভেদ ভাগি প'লেহে কথা মনত সোমায় to be explicit **ভেদ ভঙা** (১) প্ৰভেদ গুচোৱা to remove difference (২) গুপ্ত কথা প্ৰকাশ কৰা to divulge a secret (৩) বুজিব নোৱাৰ কথা বুজিব পৰা কৰা to make clear or explicit

**ভেৰা লগা** বিচুৰ্তি হৈ নিমাত হোৱা to be speechless in amazement

**ভেবুৰা লগা** ভেবা লগা চোৱাঁ।

**ভেম্ কৰা** ফিতাহি কৰা ডাঙৰ বোলাবলৈ অহঙ্কাৰ কৰি দেখুওৱা to make a show of false pride. **ভেম্ ধৰা** একে অৰ্থ। **ভেম্ মৰা**, একে অৰ্থ।

**ভেমেচা কৰা** বেঁকা কৰা ভাঁজ-লগা কৰা to bend to curve. **ভেমেচা-ভেমেচি কৰা** কেইবা ঠাইটো বেঁকা, কৰা to make bents at several places

**ভেৰণ দিয়া** লোকৰ কিবা বস্তু ব্যৱহাৰ কৰা বাবে বানচ্ দিয়া to pay hire or rent for using things belonging to others

**ভেৰেঁহি জোৰা** ঠেহ্ পতা বোঁহ্ কৰা to be sulky or sullen **ভেৰেঁহি পতা** একে অৰ্থ।

**ভেৰেঁঠা-ভেৰেঁঠি কৰা** ভেৰেঁঠি জোৰা চোৱাঁ। **ভেৰেঁঠালি কৰা** একে অৰ্থ।

**ভেৰাকুটি কৰা** ধেমালিত মিছাকৈয়ে ভাও জোৰা to make an affectation in fun **ভেৰাকুটি জোৰা** একে অৰ্থ।

**ভেলেকী কৰা** যাদু বিদ্যা কৰা to practise jugglery **ভেলেকী মৰা** একে অৰ্থ। **ভেলেকী বাণ মৰা** একে অৰ্থ।

**ভেশ্ ছন্ কৰা** বেশ্ ছন্ কৰা চোৱাঁ।

**ভোঁহাবি পেলোৱা** ভোঁহৰেৰে ভোঁহাবিলে ভোঁহৰৰ পাকত কাঠৰ ভিতৰৰ অংশ গুড়ি হৈ ওলাই আহে। এতেকে লোকৰ গুপ্ত অপযশ প্ৰকাশ কৰি দিয়া গুপুত থকা কু-কথা বাজ কৰি দিয়া যেনে খ উঠিলে তোৰ আগৰ কথা ভোঁহাবি পেলাম to make known or publish a hidden scandal

**ভোক চৰা** ভোকৰ সময়ত নোখোৱাত ভোক নোহোৱা হোৱা abating of hunger for not eating anything at the proper time **ভোক বহা** একে অৰ্থ। **ভোক লগা** ক্ষুধা হোৱা to be hungry

**ভোক পিয়াহ হৰা** ভোক পিয়াহ হৰণ কৰা অৰ্থাৎ পাহৰাই দিয়া। অতি সন্তোষত মানুহে ভোক-পিয়াহলৈ পাহৰে। এতেকে অতিশয় সন্তোষ লগোৱা যেনে সাগৰৰ দৃশ্যাই ভোক পিয়াহ হৰে to please so much as to make one forget hunger and thirst

**ভোকত পেটৰ কেঁচু কুমটি মৰা** পেটৰ কেঁচু কুমটি মৰা চোৱাঁ।

**ভোগ ওকলা** ভোগৰ অন্ত হোৱা to come to the end as an enjoyment i e the days of one s enjoyment being over

**ভোগা** সুখ বা দুখ ভুঞ্জা to enjoy to suffer

**ভোগে বঞ্চা** সুখ ভোগ কৰিবলৈ সুচল থকাতো তাক ভোগ কৰিব নোৱাৰা ভোগৰ পৰা বঞ্চিত যেনে ভোগে বঞ্চা মানুহে, ভাল বস্তু খাব পালেও ভোগ কৰিব নোৱাৰে deprived of enjoyment

**ভোগে বাঁতি অহা** ভোগ কৰিবলৈ পাই, ভোগ নকৰি বাঁতিওৱা অৰ্থাৎ, ভোগক অশ্ৰদ্ধা কৰা যেনে ভোগে বাঁতি অহা মানুহ non appreciative of enjoyment

**ভো চক্ৰ মেল পতা** চক্ৰান্তপূৰ্ণ মেল পতা চক্ৰান্তপূৰ্ণ পৰামৰ্শ কৰা to hold an intriguing meeting to make a consultation to devise intrigues

**ভোজ খোৱা** ভোজ খোৱাত বাজে আন কামৰ অলায়ক কেবল বহু ভোজী কিন্তু কামৰ অপাত্ৰ able only to eat too much and unable to do anything else

**ভোজন ঠেলা** খোৱা বস্তুক ঠেলি দিয়ে যি অৰ্থাৎ, জলকীয়া (ভকতীয়া কথা) chillies

**ভোটা জৰা** ডাঙৰ আৰু উজ্জ্বল তৰা। এতেকে (১) সুবিখ্যাত মানুহ a distinguished person (২) বৰ শুৱনি মানুহ a very handsome person

**ভোদৰ কচু** জ্বাল বা বিজ্‌বিজনি নথকা কচু। এতেকে উৎসাহ নথকা মানুহ a person without energy

**ভো পণ্ডিত** মহা পণ্ডিত ব্য a profoundly learned person Irn **ভো বামুণ** বৰ পবিত্ৰ বা নৈষ্ঠিক বামুণ ব্যং a very pure and orthodox Brahmin Irn

**ভোম্ ভট** অতি শুচি আৰু নৈষ্ঠিক ব্যং যেনে ভোম্ ভট বামুণ ভোম্ ভট পূজা very pure and pious Irn **ভোম্ ভট্টাচাৰ্য্য** অতি শুচি আৰু পণ্ডিত বামুণ ব্যং a ery pure ard learned Brahmin Irn

**ভোমোলা** ডাঙৰ ফুটা থকা ফোপোলা অৰ্থাৎ, ভল্‌ভলীয়া ভংভঙীযা পেটত কথা নথকা very frank unreserved out spoken

**ভোমোলা ভকতি** ফোপোলা ভক্তি কপট ভক্তি false or insincere devotion

**ভোল্ যোৱা** মোহিত হোৱা আসক্ত হোৱা to be fascinated

**ভোলানাথ পুৰুষ** অতি উদাৰ মনৰ পুৰুষ a man of very frank and liberal mind

**ভৌ-ভৌকে উঠা** (ভৌ = জুইৰ তাপ কুকুৰে ভুকাৰ শব্দ) বৰ খং কৰি কথা কোৱা to be speaking in grea anger **ভৌ-ভৌকে ধৰা** বৰ খঙেৰে কথা কৈ কোনো কথাৰ বাবে সধা to demand anything in very angry words **ভৌ-ভৌৱাই উঠা** (১) ভৌ ভৌকে উঠা চোৱাঁ। (২) বৰ তপত হৈ উঠা to grow excessively hot **ভৌ-ভৌৱাই থকা** বৰ তপত হৈ থকা যেনে জ্বৰে ভৌ-ভৌৱাই আছে to be excessively hot **ভৌ-ভৌৱাই ধৰা**

the day on which the moon dies altogether the Amabasya মৰ্-কামোৰ মৃত্যুৰ সময়ত লগা দাঁত কপাটি সি মানুহ মৰাৰ পাচতো নুগুচে। এতেকে নিজে মৰিলেও নেৰা খটবাজ কন্দা বা আক্ৰোহ very obstinate contentiousness or resentment মৰ্-কুঁচীয়া মৰ-কুঁচীয়া ৰোগৰ স্বাৰা আক্ৰান্ত। এতেকে স্ফুৰ্তি বা উৎসাহ নোহোৱা মানুহ one without energy মৰ্-খঁক মৰিবৰ লক্ষণৰ খঁক অৰ্থাৎ উৎপতীয়া ভোক devilish hunger মৰ্-চেৰেলা মৰিবলৈ ধৰা মানুহৰ দৰে চেৰেলা। এতেকে অতি ক্ষীণ্ awfully lean and thin emaciated মৰ্-জাৰ মৰিবলৈ ধৰা মানুহৰ দৰে জাৰ নতুবা মানুহক মাৰিব পৰা জাৰ অৰ্থাৎ বিসদৃশ জাৰ deadly cold মৰ্ টোপনি মৃত্যুৰ আগৰ তন্দ্ৰাৰ দৰে কুলক্ষণীয়া টোপনি an unusually long or heavy sleep foreboding an evil মৰ্ নৈ নৈৰ ছেৰা সুঁতি a silted up stream

মৰ্-কুঁচীয়া লগা মৰ-কুঁচীয়া ৰোগে ধৰা to be attacked by a disease of that name মৰ্-জাহ্ দিয়া পতঙ্গই জুইত জাহ্ যোৱাদি পৰোঁ বুলি বিপদত পৰি ধ্বংস হোৱা to be ruined by deliberately falling in danger মৰ্ জাহ্ যোৱা একে অৰ্থ। মৰ্-বল দিয়া প্ৰাণপণে বল দিয়া to apply force or strength at the risk of one s life মৰ্-ভাও জোৱা লোকে মৰিল বুলি জানিবলৈ ভাকি কৰা যেনে ভালুকৰ আগত মৰ ভাও জুৰিব লাগে to feign death মৰ্-ভেশ ধৰা হীন অৱস্থা ধৰা যেনে পৰ দেশত মৰ্-ভেশ ধৰিব লগীয়া হয় to adopt a non interfering attitude or the attitude of a non entity মৰ্-সাহ দিয়া যাৰ পৰা মৰণ ঘটিব পাৰে তেনে সাহ কৰা অযুগুত সাহ কৰা to show temerity or rash courage

মৰ্য্যাৎ কৰা (১) সম্মান কৰা to show respect (২) ব্যং—অপমান কৰা Irn —to insult মৰ্যাৎ ধৰা একে অৰ্থ। মৰ্য্যাত মৰা সম্মান নষ্ট কৰা অপমান কৰা to insult.

মৰং চোৰা (মৰং = শৌচৰ ঘৰ) শৌচৰ ঘৰৰ তত্ত্বাবধান কৰোঁতা। এতেকে মেতৰ a mehtar or sweeper

মৰণত শৰণ দিয়া প্ৰাণপণ কৰা to risk one s own life

মৰণা মৰা (১) গৰু বা ম'হৰ হতুৱাই খচকাই, ঠাবিৰ পৰা শস্য সৰোৱা to beat out grains from straw by getting it treaded by cattle (২) মৰণা মাৰোঁতে একে ঠাইতে ঘূৰি থাকিব লাগে। এতেকে ঘূৰাই পকাই একে কথাকে কৈ থকা বা একে কামকে কৰি থকা to go on repeating or doing the same thing over and over again

মৰম্ কৰা স্নেহ কৰা মৰমেৰে আচৰণ কৰা to love to treat with affection মৰম পতিওৱা (১) লোকলৈ মৰম বা পুতৌ অনুভৱ কৰা to feel pity or kindness for others (২) লোকৰ পৰা মৰম বা পুতৌ পাইছোঁ বুলি স্বীকাৰ কৰা to admit having received pity or kindness মৰম বুজা একে অৰ্থ। মৰম লগা স্নেহৰ ভাব উদ্ৰেক হোৱা to have a feeling of affection

মৰা (১) মৃত্যু হোৱা ধ্বংস হোৱা যেনে আপুনি নেৰাখিলে মৰিলো to die to be utterly ruined (২) বাদ্ খাচ কৰা to set off (৩) ঠাবিৰ পৰা শস্য সৰোৱা যেনে ধান মৰা to separate grains from straw by thrashing (৪) পিহি মিহি কৰা যেনে দৰৰ মৰা to make fine or paste like by grinding (৫) টান বা ঠৰঙাৰ পৰা গুড়ি কোমল বা লেতুসেতু হোৱা বা কৰা যেনে শাক-তলীৰ মাটি মৰিছে

চাহ-পাত মাৰিছে to become or make plain from a state of stiffness or hardness (৬) প্ৰহাৰ কৰা to beat a person or animal

**ম'ৰা চালি ধৰা** ম'ৰা চৰাইৰ দৰে চালি ধৰা অৰ্থাৎ, লোকক নিজৰ সৌন্দৰ্য্য সমৃদ্ধি বা যোগ্যতা দেখুওৱা to make a show of one's own beauty wealth or worth

**মৰা নৈ** 'মৰ্-নৈ' চোৱাঁ। **মৰা বাট** মানুহে চলাচল কৰিবলৈ এৰা বাট an bandoned path **মৰা মূৰা** মন মৰা বিমৰ্ষ sad cheerless **মৰা মুছা** (মুছা = মূৰ্চ্ছা) মৰাৰ দৰে মূছ্ কছ নিওৱা। এতেকে অতি টান সাংঘাতিক (নৰিয়াত খাটে) যেনে মৰা মুছা নৰিয়া very serious (appl to illness) **মৰা মেকুৰী** মৰা মেকুৰীৰ দৰে নিৰপকাৰী। এতেকে নিৰ্জু বা শান্ত মানুহ a harmless person of a mild nature (like a dead cat) **মৰা সুঁতি** 'মৰা নৈ' চোৱাঁ।

**মৰা পিটা কৰা** বাদ্‌খাচ কৰা দিব লগীয়া ধন বা বস্তুৰ বাবে পাব লগীয়া ধন বা বস্তু মাৰি দিয়া to set off debts

**মৰা মৰি কৰা** পৰস্পাৰে প্ৰহাৰ কৰা to beat each other

**মৰা সাপক নেডেৰা** যাক ডেই যোৱা হয তাৰ আয়ু ক্ষয় হয়। সাপৰ আয়ু ক্ষয় কৰাত হানি নাই, কাৰণ সি মানুহৰ শত্ৰু। তাতে আকৌ মৰা সাপ দেখি তাৰ আয়ু ক্ষয় হ'বলৈ নাই। তেনে মৰা সাপৰো অনিষ্ট হ'ব বুলি তাক ডেই নোযোৱা। এতেকে কাৰো কোনো প্ৰকাৰে একো অনিষ্ট নকৰা not to do the slightest injury to any body

**মৰিও যোৱা মাৰিও যোৱা** (১) নিজেও ধ্বংস হোৱা আৰু তাৰ লগতে লোকৰো বিপদ ঘটোৱা to be ruined personally and also to bring about others danger at the same time (২) নিজেও মৰি যোৱা আৰু লগতে বিপক্ষৰো অপকাৰ সধা to die and also to injure others

**মৰি খোৱা** মাটিত খেতি কৰিবলৈ সাৰ বঢ়িৱৰ নিমিত্তে বাৰিষাৰ আগতে তাৰ হাবি কাটি তাতে পচিবলৈ পেলাই খোৱা to cut jungles of a land and let them rot therein to be manure for a subsequent crop **মৰি নৈ** 'মৰ-নৈ' চোৱাঁ। **মৰি পৰি** মৰি বা পৰি হ'লেও অৰ্থাৎ, প্ৰাণ টাকি যেনে এই কামত মৰি পৰি ধৰিছোঁ at the risk of life with desperateness **মৰি মুজি** একে অৰ্থ। **মৰি সুঁতি** 'মৰ্-নৈ' চোৱাঁ। **মৰি সাজি** (সাজি—অনু) 'মৰি হাজি' চোৱাঁ। **মৰি হাজি** (হাজি—অনু) আনবিলাক মৰি অন্ত হৈ যেনে ইবোৰ মৰি হাজি এটা মাত্ৰ ন'বা থাকিলগৈ after the death of all others

**মৰিয়া মৰি কৰা** উভয়ে উভয়ক টাণ্ডানেৰে মাৰ্ ধৰা striking mutually with sticks

**মৰোঁ জীওঁক লগা** জীৱন পণ কৰি পুৰুষাৰ্থ কৰা to try for anything even at the cost of life

**মৰোঁ জীও সোঁ আথি** (সোঁ আথি = সোঁ মাজ) মৰণ আৰু জীৱনৰ মধ্যস্থল। অৰ্থাৎ কোনো কাৰ্য্য সিদ্ধি কৰিম নহ'লে তাৰ বাবে যত্ন কৰি শৰীৰকে পাত কৰিম এই ভাব যেনে এই কামত মৰোঁ জীওঁ সোঁ আথিকৈ লাগিছোঁ desperateness in one's attempt to accomplish an object

**মৰিমূৰ কৰা** চূৰ্ণ কৰা তেনেই ধ্বংস কৰা যেনে শত্ৰু সৈন্যক ৰণত মৰিমূৰ কৰিলে to destroy altogether

**ম'হ-টোকোন** ম'হ গুৱালৰ টোকোন। এতেকে শকত টোকোন a stout stick

**মহত্তালি কৰা** নিজৰ মহত্ব প্ৰদৰ্শন কৰা অৰ্থাৎ, কেৰামতালি কৰা বৰাই কৰা ব্যং to exhibit one's own greatness or superiority Irn

**মহলা দিয়া** পৰীক্ষা দিয়া to appear in

an examination মহলা পতা মনে মনে অভিসন্ধি আলচা to plan out an intrigue মহলা মৰা মিছা কথা পাতি সময় নিওৱা to waste time in idle talks মহলা লোৱা পৰীক্ষা লোৱা to ascertain worth by an examination

মহা মাৰ্ চিন্তা মহা বিপদ কামনা বা আহ্বান কৰা অৰ্থাৎ ডাঙৰ বিপদ ঘটিব পৰা কাম কৰা to desire a great danger i e doing anything calculated to bring about a serious mischief

মহিমুৰ কৰা 'মৰিমুৰ কৰা চোৱাঁ।

মহে তেজ এটোপা নোখোৱা মহে কামুৰিও এটোপ তেজকো হানি নকৰা অৰ্থাৎ, কোনো প্ৰকাৰে সমূলি বল শক্তি অপব্যয় নোহোৱা যেনে মহে তেজ এটোপা নোখোৱা ডেকা quite full of health and strength

মাউৰত পৰা মাউৰ অৰ্থাৎ কোনো মৰক্ ব্যাধিৰ দ্বাৰা আক্ৰান্ত হোৱা to be attacked by an epidemic disease মাউৰত যোৱা মৰক্ ব্যাধিত মৰা (শাওত খাটে) dying of an epidemic disease (used as a curse)

মাউৰ লগা মৰক্ ব্যাধি ব্যাপ্ত হোৱা spreading of an epidemic

মাকালে খোৱা (মাকাল = মহা আকাল) অতি আটক বা নাটনিত পৰা অতিশয় আৱশ্যকত পৰা যেনে এনে মহঙা দৰত বস্তু কিনিবলৈ মোক কি মাকালে খাইছে? to be under a dire necessity

মাকো মৰা (১) তাঁতত মাকো চলাই কাপোৰ বোৱা to drive the shuttle in a loom (২) তাঁতৰ মাকোৰ দৰে একে ঠাইতে অহা যোৱা কৰি থকা to be strolling at the same place like a shuttle

মাগুৰ কচা দিয়া মাগুৰ মাছ কচাৰ দৰে কচা; অৰ্থাৎ, উগ্ৰ শাস্তি কৰি যন্ত্ৰণা দিয়া to put to painful torture

মাছ কুটা গড় যেন কৰা মাছ কুটা গড় দাৰ কোনো থকাসৰকা হয় আৰু তাৰ একো স্বাধীনতা বা কৰ্তৃত্ব নেথাকে। এতেকে দণ্ডি কৰি সম্পূৰ্ণ বশ কৰা to make quite submissive by harsh treatment

মাছে-ভাতে শাঁখে-সেন্দুৰে (মাছে-ভাতে = মছুৱা ভাতেৰে শাখে-সেন্দুৰে = আয়তীয়ে পিন্ধা শঙ্খৰ বলয় আৰু সেন্দুৰেৰে সৈতে) মছুৱা ভাত শাঁখ আৰু সেন্দুৰ আয়তীৰ চিন। এতেকে আয়তীৰ চিনেৰে; অৰ্থাৎ, আয়তী হৈ থাকিয়েই (আশীৰ্বাদত খাটে) যেনে মাছে ভাতে শাঁখে-সেন্দুৰেই দিন যাওক অৰ্থাৎ, আয়তী হৈ থাকিয়েই দিন যাওক with signs or tokens of a woman having a living husband

মাছে মুখে মৰা লোকে ঘূৰাই মাতিব নোৱাৰাকৈ মুখ মাৰি উত্তৰ দিয়া to give such a reply that makes the other party silent to make a cutting reply

মাজ মূৰত (১) মাজ তালুত at the crown of the head (২) ঘাইকৈ প্ৰধানত আদি মূলতে মুঠেই যেনে ভাত ৰান্ধিবলৈ মাজ মূৰত চাউলেই নাই primarily (৩) ফল স্বৰূপে অকল মাথোন যেনে বেপাৰ কৰি মাজ মূৰত এশ টকা ভৰিলো as the only result (৪) মাজতে কোনো কাম শেষ নৌ হওঁতেই in the midst of a work before finishing a work

মাজু আই (১) বাপেকৰ মধ্যম সহোদৰৰ ঘৈণীয়েক wife of the father s next brother (২) মাজু বিষৰ অৰ্থাৎ, কণাহ-গুটীয়া বিধৰ বসন্ত ৰোগ chicken pox

মাজে মাজে (১) ঠিক মাজেদি; যেনে কাপোৰখন মাজে মাজে দুফাল কৰা just by the middle (২) কেতিয়াবা কেতিয়াবা occasionally মাজে মুখে (১) সকলো বিৱৰণ ভাঙি ছিঙি

নোকোৰাকৈ খোৰতে খোপে-গোপে যেনে কথাটো ভাঙি ছিঙি ন'কৈ মাজে-মুখে ক'লে নুবুজোঁ vaguely without particularising (২) ভালৰে বেয়াৰে মাজতে যেনে মাজে-মুখে কৰা কাম neither in a good nor in a bad way passably মাজে-সময়ে 'মাজে মাজে(২) চোৱাঁ।

**মাটি কৰা** মাটিৰ দৰে অকামিলা কৰা অপদাৰ্থ বা নষ্ট কৰা যেনে কানিয়ে মানুহ মাটি কৰে to ruin to make quite useless **মাটি খোৱা** মাটিৰ উপস্বত্ব ভোগ কৰা to be in possession of land and to enjoy its produce **মাটি লগোৱা** উৎপন্নৰ ভাগ বা ধন লৈ মাটি ভোগ কৰিবলৈ দিয়া to lease out land **মাটি লোৱা** উৎপন্নৰ ভাগ বা ধন দি লোকৰ মাটি ভোগ কৰিবলৈ লোৱা to take lease of land **মাটি হোৱা** মাটিত পৰিণত হোৱা অৰ্থাৎ নষ্ট বা ধ্বংস হোৱা যেনে মদ খায়েই মানুহটো মাটি হ'ল to be ruined

**মাটিত ভৰি নিদিয়া** মাটি নগচকা অৰ্থাৎ বৰ সুখেৰে থকা যেনে ধনীৰ ঘৰৰ বোৱাৰীয়ে মাটিত ভৰি নিদিয়াকৈ খাব পাৰে not treading on earth i e living very comfortably **মাটিত ভৰি নেপেলোৱা** (১) একে অৰ্থ। (২) পৃথিৱীত পাৱ নিদিয়া চোৱাঁ।

**মাটিতে একামোৰ মৰা** কোনো খোৱা বস্তুলৈ ইমান হেঁপাহ যে তাৰ নাম শুনিলে মাটিতে কামোৰ এটা মাৰে। এতেকে কোনো খোৱা বস্তুলৈ অতিকৈ হেঁপাহ কৰা যেনে সি গাখীৰ বুলিলে মাটিতে একামোৰ মাৰে to have a great longing for anything (appl to eatables)

**মাটিতে কামোৰা** 'মাটিতে একামোৰ মৰা চোৱাঁ।

**মাটি পানী লোৱা** শৌচ বা ক্ষুদ্ৰ শৌচৰ পাচত মাটি আৰু পানীৰে হাত ভৰি ধুই শুচি হোৱা to clean the hands and feet by washing with earth and water after passing a stool or making water

**মাটিয়ে ভেঁটিয়ে খনা** সকলো সম্পত্তি নষ্ট কৰি শেহত মাটিডোখৰ আৰু ঘৰৰ ভেঁটিটোও খানি পেলোৱা। এতেকে সৰ্বস্বান্ত কৰা to destroy all the properties to ruin altogether

**মাত্-কথা** (১) কথা-বাৰ্তা অৰ্থাৎ মুখৰ কথা যেনে নবিয়াৰ মাত-কথা নাই spoken words (২) বোল্ মাত গালি-শপনি টান কথা যেনে অহংকৃত মাত-কথা শুনিব নোৱাৰি abuse **মাত কঢ়া** মুখেৰে শব্দ কৰা যেনে পুৱা চৰাইবোৰে মাত কাঢ়ে to make sound with mouth (as birds etc) **মাত খোৱা** গালি-শপনি খোৱা to hear abuse to be abused **মাত দিয়া** (১) সম্বিধান দিয়া কথাৰ উত্তৰ দিয়া যেনে অত মাতিলোঁ তেও মাত নিদিলে to reply (২) গালি-শপনি পৰা টান কথা কোৱা to abuse to use harsh words **মাত ফুটা** মুখেৰে মাত স্পষ্টকৈ উচ্চাৰিত হোৱা যেনে ল'ৰাৰ মাত ফুটিছে to articulate **মাত-বোল** কথা-বাৰ্তা যেনে তেওঁৰ লগত মোৰ মাত বোল নাই নবিয়াৰ মাত বোল নাই speaking terms spoken words **মাত মতা** শব্দ উচ্চাৰণ কৰা কথা কোৱা যেনে মাত মাতিবলৈ চল নেপালোঁ to speak **মাত মৰা** (১) কথা ক'ব নোৱাৰা হোৱা to be speechless to be unable to speak (২) জবাব বন্ধ কৰা যেনে একেষাৰ উত্তৰতে মাত মাৰি দিলো to make one unable to retort **মাত্ লগোৱা** (১) দেখা দি বিদায় লোৱা to pay a farewell visit (২) আনন্দত বা বিপদত দেখা দিয়া to pay a visit either of congratulation or condolence (৩) এনেয়ে দেখা কৰিবলৈ যোৱা to call on to pay a visit. **মাত লোৱা**

(১) মানুহৰ দৰে মাতিবলৈ শিকা যেনে ভাটৌটোৱে মাত লৈছে to learn to speak like human beings (as a parrot) (২) কথাৰ সুৰ অৰ্থাৎ গঢ় সলোৱা যেনে আগেয়ে সেইদৰে কৈ এতিয়া আকৌ এইটো মাত লৈছে to change one s tone of speech to speak in a different sense মাত্ শুনা 'মাত খোৱা' চোৱাঁ। মাত্ হৰা উত্তৰ নোহোৱা হোৱা যেনে মোৰ কথা শুনি তেওঁৰ মাত হৰিল to be speechless i e to find no words to speak

মাতৰ তিতা কথাৰ কটুতা যেনে 'ভাতৰ তিতা খাব পাৰি মাতৰ তিতা খাব নোৱাৰি' bitterness of words

মাতলৈ বোললৈ মাতিব বুলিবলৈ অৰ্থাৎ কথা বাৰ্তা হ'বলৈ যেনে মাতলৈ বোললৈ ওচৰ চুবুৰীয়া লাগে for the purpose of speaking with

মাতে মাতে অকল শব্দৰ অৰ্থ ভাঙি প্ৰত্যেক শব্দৰ মুঠেই গুলাই থকা সাধাৰণ অৰ্থ কৰি (কোনো কথা তৰ্জমা কৰা বা ভঙাত খাটে) যেনে এক ভাষাৰ কথা আন ভাষালৈ মাতে মাতে ভাঙিলে তাৰ আচল অৰ্থ নোলায় literally (appl to a translation)

মাথ্ দোৱোঁৱা মূৰ চাপৰোৱা। এতেকে (১) সেৱা কৰা to bow down (২) সৈমান হোৱা to agree (৩) পৰাভৱ স্বীকাৰ কৰা to submit to acknowledge superiority

মাৰ মাৰ্ দিয়া দুৰ্জয় প্ৰহাৰ কৰা to beat severely to give a sound beating

মান্ খোৱা মান সম্মান গ্ৰহণ কৰা অৰ্থাৎ বিয়াত বা ন মিতিৰৰ ঘৰত সাজ কাপোৰৰ শৰাইৰে মান পোৱা to receive ceremonial honour with offer of presents মান্ ধৰা সাজ্ কাপোৰৰ শৰাই আগত থৈ সম্মান জনোৱা to show ceremonial honour with offer of presents

মান্ ভগনৰ দিন মানৰ আক্ৰমণত অসমীয়া মানুহ ভাগি অৰ্থাৎ পলাই যোৱাৰ দিন the days of Burmese invasion when the people of Assam had to flee for life

মান্ মৰাণৰ দিন মানৰ আক্ৰমণত আৰু মৰাণৰ বিদ্ৰোহত অসমীয়া মানুহৰ উৎপীড়ণ হোৱা দিন the days of oppression during the Burmese invasion and the Moamoria rebellion

মান্-মাটি ডাঙৰ লোকৰ সম্মানৰ অৰ্থে দান কৰা মাটি lands granted to persons of rank as tokens of honour

মানস কৰা (১) অভিলাষ কৰা কামনা কৰা to desire to wish for (২) কোনো ধৰ্ম্মকাৰ্য্যলৈ আগ কৰা যেনে পাল-নাম গোৱাবলৈ মানস কৰিছে to resolve or determine to get some religious ceremony performed (৩) তন্ত্ৰ মতে কোনো দেৱতাৰ পূজা কৰোঁতে বাহ্যিক পূজাৰ উপৰি মানসিক পূজা কৰা মানস পূজা কৰা to worship a deity in mind alone as opposed to worshiping with tangible offerings

মানস পূজা কৰা 'মানস কৰা (৩) চোৱাঁ।

মান সৰা খং সৰা to get rid of anger by acting rashly

মানুহ কৰা মানুহ নামৰ যোগ্য কৰা অৰ্থাৎ যোগ্যবান কৰা সমৃদ্ধিশালী কৰা যেনে তুলি তালি পঢ়াই শুনাই মানুহ কৰিলোঁ to make grown up or prosperous মানুহ বোলা মানুহ বুলি গণ্য কৰা যেনে গৰ্হিত কাম কৰিলে কোনেও মানুহ নোবোলে to regard as a man মানুহ বোলোৱা গণ্য মান্য বুলি প্ৰসিদ্ধ হোৱা to be known as a worthy man (by one s own exertion) মানুহ-মুৰা (১) সৰ্বসাধাৰণ মানুহৰ দৰে চিকোণ আবোন্ যেনে নৰিয়াৰ পৰা উঠি এতিয়াহে মানুহ-মুৰা

হৈছোঁ healthy looking like an average man (২) চহকী অৱস্থাপন্ন যেনে বেপাৰত ধৰি সি মানুহ মুৰা হৈছে rich prosperous মানুহ মুৰি মানুহটোৱে পতি গাইপতি এটা মানুহক এগোটকৈ লেখত ধৰি যেনে মানুহ মুৰি ৰৰগুণি পেলাইছে per head per man মানুহ হোৱা (১) অৱস্থাপন্ন হৈ গণ্য মান্য হোৱা to rise to prosperity (২) কন্যাকাল প্ৰাপ্ত হোৱা to attain puberty or menstruation

মানুহৰ লগৰ মানুহ প্ৰকৃত মানুহৰ শাৰীৰ মানুহ মানুহ বুলিবৰ যোগ্য মানুহ one worthy to be regarded as a man

মানে মানে নিজৰ মান ৰক্ষা কৰি অৰ্থাৎ, অপমানিত নৌ হওঁতেই যেনে মানে মানে উঠি যোৱা preserving one s self respect i e before being insulted মানে যহে সন্মানেৰে সৈতে যেনে মানে যহে আদৰি আনিলোঁ মানে যহে বহি আছে with due respect with dignity মানে সজে একে অৰ্থ।

মান্তি কৰা সৈমান কৰা to make a person agreeable মান্তি হোৱা সৈমান হোৱা to agree

মান্ধাতাৰ আমোল মান্ধাতা সত্য যুগৰ ৰজা আছিল। এতেকে অতি প্ৰাচীন কাল very ancient times মান্ধাতাৰ দিন একে অৰ্থ।

মাফ্ কৰা ক্ষমা কৰা to forgive মাফ্ দিয়া পাব লগীয়া ধন ছাৰণ্ দিয়া to give up or remit a debt

মাফতে এনেয়ে মিছাতে যেনে এইখিনি ধন মাফতে ভৰিলোঁ মাফতে বন্দী বোবাই ল'লে for nothing

মাম্ খোৱা মাত নুফুটা ল'ৰাই ভাতক মাম্ বোলে। এতেকে ভাত খোৱা to eat boiled rice (as said by little children)

মামৰে খোৱা (১) মামৰ লগা to be rusty (২) মামৰ লগা বাবে অকৰ্মন্য। এতেকে অতি পুৰণি বাবে সময়ৰ অনুপযোগী যেনে মামৰে খোৱা ৰীতি নীতি not up to date very much behind time for being too old মামৰে ধৰা একে অৰ্থ।

মায়া কৰা যাদু বিদ্যা কৰা to practise jugglery মায়া জন্মা (১) মৰম লগা to feel kindness (২) মোহ লগা আকাঙ্ক্ষা লগা to feel attachment or an excessive desire to possess মায়া লগা একে অৰ্থ। মায়া হোৱা (১) মাযাবী হোৱা যাদু বিদ্যাৰ দ্বাৰা লোকে নেদেখা হোৱা to be invisible by means of jugglery (২) 'মায়া লগা' চোৱা।

মাৰ্ কিল্ কৰা প্ৰহাৰ কৰা to beat a person

মাৰ্-খুৱা (১) কিল্ খুওৱা to get one beaten by other (২) কাপোৰ বা সূতাত আঠা লগোৱা to apply glue on thread or cloth (৩) লোকক ভাতৰ মাৰ খুওৱা to feed others on rice water মাৰ্ খোৱা (১) কিল্ খোৱা to be beaten (২) জাপ্ যোৱা বা বন্ধ হোৱা যেনে দুৱাৰখন বা বিন্ধাটো মাৰ খালে to be shut or closed (৩) মৰণাত সৰা যেনে মৰণাত ধান মাৰ খাইছে to be separated from straw as grains (৪) পিহনত মিহি হোৱা যেনে কিন্তিৰ দৰৰ মাৰ খাইছে to be fine by grinding (৫) সূতা আদিত মাৰ খৰচ হোৱা যেনে কাপোৰখনত বহুত মাৰ খালে to be spent (as glue in gluing cloths or threads) (৬) ভাতৰ মাৰ খোৱা to drink rice water মাৰ্ দিয়া 'মাৰ খুওৱা (২) চোৱা। মাৰ্ ধৰা মৰিওৱা যেনে টোকোনেৰে মাৰ ধৰিলে। to beat or strike মাৰ্-নাও একেলগকৈ বন্ধা দুখন নাও two boats tied together মাৰ্ বন্ধা (১) দুখন নাও একেলগকৈ বন্ধা to tie together two boats (২) মুঠ বন্ধা একে গোট হোৱা যেনে

বাইজে মাৰ্ বান্ধিছে to be united or combined মাৰ্ মৰা (১) লাঠি আদিৰে টাঙোন মৰা to strike with a stick or a cudgel (২) অপকাৰ কৰা বিপদত পেলোৱা যেনে এনেটো মাৰ কিয় মাৰিলি? to harm or put a person in danger মাৰ্ যোৱা (১) নেদেখা হোৱা যেনে বেলি মাৰ যোৱা চিন মাৰ যোৱা to set (as the Sun) to become invisible or indistinct (as a spot) (২) শুকাই নোহোৱা হোৱা যেনে চকুলো মাৰ যোৱা to be dried up (৩) অন্ত পৰা শেষ হোৱা বন্ধ হোৱা যেনে কান্দোন মাৰ যোৱা to stop to be closed (৪) জাপ্ যোৱা যেনে দুৱাৰ মাৰ যোৱা to be shut (as a door) মাৰ্ লগোৱা 'মাৰ্ খুওৱা (২) চোৰ্ৰা। মাৰ্ শোধোৱা লাঠি আদিৰে প্ৰহাৰ কৰা to deal a blow with a stick or anything like it

মাৰ্গৰ তলে যোৱা (মাৰ্গ = বাট) অধ পতিত হোৱা to be degraded মাৰ্গৰ বাহিৰ হোৱা বাট এৰি অবাটে যোৱা চলিত ৰীতি পৰিহাৰ কৰি অন্য ৰীতি ধৰা to go astray to give up the rules of conduct of a society

মাৰঘাত দিয়া নিজৰ লাভৰ অৰ্থে লোকক অতিশয় ক্ষতিগ্ৰস্ত কৰা যেনে চোৰে মাৰ্ঘাত দিলে to cause serious loss to others for one s own gain মাৰ্ঘাত মৰা একে অৰ্থ।

মাৰ্ পিট কৰা কিলোৱা to beat a person

মাৰত চেলা উলিওৱা চেলাৰ দৰে সাঁচ বহুৱাই কোবোৱা to strike with a switch or a rattan causing long marks on the body

মাৰি দিয়া (১) পিটি দিয়া প্ৰহাৰ কৰা যেনে দুষ্টালি কৰিলে মাৰি দিবা to beat a person (২) দিব লগীয়া ধন বা বস্তুৰ বাবে পাব লগীয়া ধন বা বস্তু বাদখাচ কৰি দিয়া to set off মাৰি লোৱা লোকে পাব লগীয়া ধন বা বস্তু লোকৰ পৰা পাব লগীয়া ধন বা বস্তুৰ মূৰে মৰা পিটা কৰি লোৱা to take anything due to others as a set off against anything due by others

মাৰক মনে মৰোঁ বুলি বধ কৰোঁ বুলি যেনে এই ব্যাধিয়ে মাৰক মনে ধৰিছে with a view to kill

মাল্-যুৰীয়া সমনীয়া সমান বয়সৰ আৰু আকাৰৰ তাল যুৰীয়া of equal age and stature

মালিহা মৰা কিনিবৰ মন নথকাতো মিছাতে বস্তুৰ দাম সুধি পেঘেনিয়াই থকা। এতেকে কৰিবৰ মন নথকাতো কোনো কাৰ্য্যৰ বিষয়ে অনৰ্থক আলোচনা কৰা to discuss or plan out something without meaning to do it

মালুম পোৱা বুজ পোৱা to perceive

মালৈ পাত এটাও গাত নথকা তেনেই উদং গাৰে থকা to be without any covering on the body

মাহ খোৱা বান্দৰ বান্দৰ আটাইবোৰেই মাহ খায় তাৰ ভিতৰৰে এটা বান্দৰ। এতেকে কোনো এক দলৰ আনবোৰ মানুহৰ যেনে স্বভাৱ তেনে স্বভাৱৰে এটা মানুহ। যেনে ভায়েকক ন'কৈ ককায়েকক ক'লেনো কি হ'ব তেৰোঁ সেই মাহ খোৱা বান্দৰ অৰ্থাৎ একে স্বভাৱৰ। (এই গ্ৰন্থৰ ১ম খণ্ডত 'আটাই মাহ খোৱা বান্দৰ যোজোনা আছে) one of a company but of the same nature as the rest

মাহুতলীয়া কুৰ্মা (কুৰ্মা = কুটুম্ব) মাহু তলীত চিনাকি হোৱা মিতিৰ অৰ্থাৎ, আগৰ অচিনাকি দূৰ সম্পৰ্কীয় মিতিৰ a distantly connected person not known before but accidently met

মাহিমুহা কৰা বেগাই কাম নকৰা কামত ধৰি পুলুং পালাংকৈ থকা মিজিং মাজাং কৰা মন দি কাম নকৰা not working

fast, working without attention earnestness or activity

**মাহী কটা** লেটা বন্ধা এবী বা মুগাত মাখিৰ কণীৰ পৰা পোক উৎপন্ন হোৱা to have worms in cocoons from eggs of flies

**মিছা উঠা** তাঁতৰ সূতা মেৰ খাই লাগি ধৰা the threads in a loom being entangled with each other

**মিছা কথাৰ চাং পতা** ঠুকুৰা ধৰণী গৰিলা আদি খাপে খাপে খুৱাই চাং পতাৰ দৰে অকল মিছা কথাকে জোৰা দি চাং পতা অৰ্থাৎ, তেনেই মিছা বৰ্ণনা বা বিবৃত্তি কৰা to prepare or state a fully false story

**মিছাত ফুৰা** সদায় মিছা কথা কৈ ফুৰা to speak lies habitually

**মিছা মতা** অস্বীকাৰ কৰা আসৈ মতা মিছাকৈয়ে মিছা বুলি কোৱা to deny a truth

**মিছাৰ বাহ্** (বাহ্ = বাসস্থান) 'মিছাৰ ভঁৰাল' চোৱাঁ। **মিছাৰ ভঁৰাল** বস্তুৰে ভৰি থকা ভঁড়ালৰ দৰে মিছা কথাৰে ভৰি থকা মানুহ অৰ্থাৎ তেনেই মিছলীয়া মানুহ a great liar one that always speaks lies

**মিছালি কৰা** মিছা কথা কোৱা to speak lies

**মিজিং মাজাং কৰা** 'মাহিমুহা কৰা' চোৱাঁ।

**মিটমাট কৰা** আপোচ্ কৰা বিবাদ এৰি দি মিল হোৱা to compromise a dispute

**মিঠা দিয়া** লোকৰ মিঠা লগাকৈ আচৰণ কৰা to deal or behave in a pleasant way **মিঠা বৰণ** তেনেই বগাও নহয় অথচ ক'লাও নহয় এনে বৰণ a complexion that is neither very fair nor dark **মিঠা লগোৱা** 'মিঠা দিয়া' চোৱাঁ।

**মিঠা মামলা কৰা** (মামলা = গোচৰ বিবাদ) বিবাদক মিঠা কৰা অৰ্থাৎ বিবাদ এৰি দি মিল হোৱা to be reconciled after a dispute

**মিতিৰ খোৱা** মিতিৰৰ ঘৰত খোৱা লোৱা আদি অভ্যৰ্থনা সম্ভোগ কৰা to enjoy entertainments at a friends house **মিতিৰ সোধা** মিতিৰক খুৱাই বুৱাই অভ্যৰ্থনা কৰা যেনে তুমি দিয়া গাখীৰ ঘটেৰে মিতিৰ সুধিলোঁ to entertain a friend

**মিনা কৰা** সোণ ৰূপৰ বস্তুত মিনা লগাই শিল্প কাৰ্য্য কৰা to enamel gold or silver articles

**মিয়াদ্ দিয়া** (১) ফাটকত দিয়া to imprison (২) সময় নিৰ্দ্ধাৰিত কৰি দিয়া যেনে ধাৰ শুজিবলৈ দুমাহৰ মিয়াদ্ দিছোঁ to grant a fixed period of time **মিয়াদ যোৱা** নিৰ্দ্ধাৰিত সময় অতীত হোৱা lapsing of a fixed period of time

**মিহ্ খোৱা** মিহলি হোৱা to be mixed up

**মু কৰা** (মু = মুখ) সমুখ হোৱা to turn the face towards

**মুকলি ফুৰা** শৌচ কৰা to ease one s self **মুকলি-মুৰ** উদং মুৰ অৰ্থাৎ স্বাধীন free independant

**মুকলি-মুৰীয়া** (১) উদং মুৰীয়া অৰ্থাৎ যাৰ মুৰৰ ওপৰে কোনো অভিভাৱক বা ওপৰৱালা নাই, তেনে স্বাধীন মানুহ quite an independant person one that has no guardian or an authority over head (২) অসম দেশৰ এঘৰ প্ৰসিদ্ধ তান্ত্ৰিক ধৰ্মগুৰু (এওঁলোকৰ পূৰ্ব পুৰুষে পাগুৰি নোহোৱা উদং মুৰে আৰু চুলিৰ খোপা নেবান্ধি মেলা চুলিৰে ফুৰিছিল) the family of the Mukali muria Gossains of Assam

**মুক্ত কণ্ঠে কোৱা** নিঃসংশয়ে কোৱা প্ৰতিবাদলৈ ভয় নকৰি কোৱা to say without fear of contradiction **মুক্ত কণ্ঠে স্বীকাৰ কৰা** সম্পূৰ্ণৰূপে স্বীকাৰ কৰা যেনে তোমাৰে পৰা এই উপকাৰ পালোঁ বুলি মুক্ত কণ্ঠে স্বীকাৰ কৰিছোঁ to admit fully and

unreservedly
মুখ আন্ধাৰি পুৱা বা সন্ধ্যাত মানুহৰ মুখ নেদেখা আন্ধাৰ twilight of morning or evening মুখ উলিওৱা লোকৰ আগত নিজৰ মুখ প্ৰকাশ কৰা অৰ্থাৎ, লোকৰ আগত ওলোৱা যেনে মুখ উলিয়াবলৈ লাজ পোৱা to show one s face to others to appear before others মুখ ওলমা অসন্তোষত গধুৰ হৈ মুখ তললৈ ওলমি পৰা অৰ্থাৎ, অসন্তোষত বোহ লগা to get sulkiness মুখ ওলমোৱা বোহ পাতি মুখৰ আকৃতিত অসন্তোষৰ ভাব প্ৰকাশ কৰা to take up a sorrowful countenance out of sulkiness মুখ কৰা মুখ ঘূৰাই সমুখ হোৱা to turn the face to a particular direction মুখ চতুৰ কথাত পাৰ্গত ready tonged মুখ চোকা (১) সংযত ভাবে কথা ক'বলৈ অনভ্যস্ত foul tongued (২) জোৰাই জোখাই ততালিকে উত্তৰ দিয়াত পাৰ্গত capable of giving a ready reply মুখ চোৱা মুখলৈ চাই মৰম কৰা। এতেকে পক্ষপাত কৰা যেনে 'মুখ চাই পৰশা to be partial মুখ জুৰুৱা পুতৌ বা সহানুভূতি পাই শান্তি লাভ কৰা প্ৰবোধ মনা to find peace by getting kindness or sympathy to take consolation মুখ জোকৰা জোকোৰা মৰা কেটেৰা জেঙেৰাকৈ কথা কোৱা to speak angrily and harshly
মুখ-টান টান মুখীয়া কঠোৰ ভাবী harsh in speech মুখ থেকেচা কোনো টান বস্তুত মুখ খুন্দিওৱা to dash the face against something hard মুখ থেকেচা খোৱা মুখত খুন্দা খোৱাকৈ তললৈ মুখ কৰি পৰা to fall heavily on the face মুখ দিয়া (১) অলপকৈ খাই চোৱা যেনে ভাং বা কানিত মুখ দিব নেপায় to eat or drink a little of something (২) কথা বাৰ্তাত সৈমানৰ লক্ষণ প্ৰকাশ কৰা যেনে ক্ষমা খুজিলত মুখ নিদিলে to give way মুখ দেখা অলপ বেলিলৈ সাক্ষাত পোৱা to meet for a short time মুখ দেখুওৱা 'মুখ উলিওৱা চোৱা'। মুখ নোচোৱা খং বা বেজাৰত দেখা সাক্ষাত নকৰা to refuse to meet or give an interview out of sorrow or anger মুখ নোপোৱা সৈমান হ'ব বুলি প্ৰশ্ৰয় নোপোৱা failing to get a compromising attitude
মুখ পতা লোকৰ কথাত উপযাচি মাত মতা joining in others conversation without being asked মুখ পৰা মুখত জুতি লগা to find an eatable to one s taste মুখ পোৱা 'মুখ নোপোৱা 'ৰ বিপৰীত। মুখ বজোৱা কাজিয়া কৰিবৰ মনেৰে কিবা কৈ লোকক জোকাই লোৱা to irritate others with remarks with a view to pick up a quarrel মুখ বন্ধা মুখ সংযত কৰি ৰখা। এতেকে (১) ইচ্ছা কৰি নমতাকৈ থকা যেনে অহকত গালি পাৰিলে মুখ বান্ধি থাকিব নোৱাৰি to be studiously silent (২) লোভ সম্বৰণ কৰি কোনো বস্তু নোখোৱাকৈ থকা to resist the temptation for any article of food or drink মুখ-বলী কথাত চতুৰ বাগ্মী ready tongued eloquent in speech মুখ বহল অধিক আকাঙ্ক্ষী covetous মুখ বহা খাওঁতে খাওঁতে সহজ হোৱাত খাবলৈ ভাল লগা হোৱা যেনে খাই খাই, আছ চাউলৰ ভাততে মুখ বহিছে to find a food or drink suitable to taste by reason of being accustomed to it মুখ ভঙা (১) প্ৰহাৰ কৰি মুখত ঘা লগোৱা to bruise the face by beating (২) মুখ লগাৰ বিকাৰ গুচিবলৈ জৰা-ফুকা কৰা to remove the effects of evil eye by incontations মুখ ভঙোৱা (১)

লোকৰ হতুৱাই মুখত যা লগাকৈ মৰোৱা to cause one s face bruised by getting him beaten by others (২) মুখ লগাৰ বিকাৰৰ বাবে জৰা ফুকা কৰোৱা to get the effects of evil eye removed by others by incontations **মুখ ভৰা** মুখ বস্তুৰে পুৰ হোৱা। এতেকে (১) সবহ বস্তু পাই সন্তুষ্ট হোৱা যেনে অলপীয়া বস্তুৰে তেওঁৰ মুখ নভৰে to be satisfied by getting enough of anything (২) খাব পিন্ধিবলৈ সংস্থান হোৱা যেনে দুখ নকৰিলে মুখ নভৰে to have means for livelihood **মুখ ভেঙেচিওৱা** মুখৰ ভঙ্গি কৰা অৰ্থাৎ, ইতিকিং কৰা সিয়ঁৰা to make faces **মুখ মৰা** মুখ বন্ধ কৰা। এতেকে (১) যুক্তিৰে পৰাভৱ কৰি লোকক নিৰুত্তৰ কৰা যেনে একেষাৰ কথাৰেই তাৰ মুখ মাৰি দিলোঁ to make others silent by irrefutable arguments (২) মুখ বন্ধ হোৱা যেনে একেষাৰ কথাতে মুখ মৰি গ'ল to have the mouth closed having no arguments to make (৩) কিবা কথা প্ৰকাশ কৰিবলৈ লোকক বিৰত কৰা যেনে ভেঁটি খুৱাই মুখ মাৰিলে to prevent others from expressing something by bribing or otherwise (৪) নমতাকৈ থকা to remain silent to abstain from arguing or giving a reply (৫) মুখত দুখৰ ভাব ধৰি মনে মনে থকা যেনে তুমি দেখোন মুখ মাৰি আছাঁ? to take up a sorrowful countenance and remain silent (৬) কিবা বিচাৰি আমনি কৰি থাকিলে বা আপত্তি কৰি থাকিলে তাক দি বা তাৰ কোনো অংশ দি আমনি বা আপত্তি নকৰা কৰা যেনে দহ টকা খোজাত দুটকা দি মুখ মাৰি থ'লোঁ to prevent one from demanding anything or raising objections by giving what is demanded or a part of it

**মুখ মেলা** (১) খাবলৈ মেলাদি মুখ মেলি ধৰা to open the mouth (২) আশা কৰা আকাঙ্ক্ষা কৰা যেনে 'বৰকৈ মুখ মেলিলে মুখ ফাটে' অৰ্থাৎ, দুৰাশা কৰিলে অনৰ্থ ঘটে to desire to covet

**মুখ যুঁজোৱা** তৰ্কা তৰ্কি কৰা চুপতি কৰা to contend or debate to exchange jokes **মুখ ৰখা** কোনো অনুৰোধ ৰক্ষা কৰিব বুলি মিছা আশ্বাস দিয়া to promise to comply with a request without meaning to do so **মুখ ৰখোৱা** 'মুখ ৰখা' চোৱাঁ। **মুখ লগা** লোকৰ লোভ লগাৰ পৰা অসুখ বা কিবা বেয়া হোৱা যেনে লুভীয়াৰ আগত কিবা খালে মুখ লাগে to be under influence of evil eye **মুখ লৰোৱা** অলপকৈ কিবা খোৱা যেনে নৰিয়াই মুখ লৰোৱাই নাই to eat a little **মুখ লিখা** লোকে মুখেৰে কোৱা কথা লিখি লোৱা to take down in writing what is stated orally **মুখ লেখ** নিলিখাকৈ মুখে মুখে কৰা হিচাব an account or calculation made orally i e without writing **মুখ লোৱা** বৈ যাবলৈ বা ওলাবলৈ বাট লোৱা যেনে গাঁৰৰ পুজে মুখ লৈছে to take a direction to flow or come out **মুখ সলনি কৰা** 'মুখ সলোৱা' চোৱাঁ। **মুখ সলোৱা** (১) সদায় একে বস্তুকে খাই আমনি লগাত অন্য বস্তু খাই ৰুচি জন্মোৱা যেনে মাহে আমুৰা বাবে আজি শাক খাই, মুখ সলাইছোঁ to make a change in diet in order to break monotony (২) মুখৰ কথা সলোৱা পূৰ্ব্বে কোৱা কথাৰ সলনি কৰা to change words to break a promise (৩) মুখৰ গঢ়ৰ পৰিবৰ্তন কৰা যেনে ল'ৰা কালৰ মুখকে সলাব পৰা নাই অৰ্থাৎ মুখৰ গঢ় ল'ৰা কালৰ দৰেই আছে to change the form or appearance of the face **মুখ হৰা** অনুৰোধ অগ্ৰাহ্য কৰি

মুখৰ আগতে অসন্তোষ দিয়া যেনে মই নিজে গৈ ধৰিলত তেওঁ মুখ হুৰিব নোৱাৰিলে to cause pain in one s mind by bluntly refusing to comply with a request

**মুখ চন্দৰি ভঙা** (চন্দৰি = চন্দ্ৰিকা ভঙা = গুচোৱা) বিয়াৰ পাচত দৰা-কন্যাক চিনাকি কৰি দি বুজনি দিয়াৰ এটা স্ত্ৰী আচাৰ আছে তাকে 'মুখ চন্দৰি ভঙা বোলে। এতেকে মিলা প্ৰীতি জন্মাবলৈ অচিনাকি ভাব গুচোৱা to make an introduction to create intimacy

**মুখ চাই পক্ষা** মুখলৈ চাই কাৰ্য্য কৰা অৰ্থাৎ, পক্ষপাত আচৰণ কৰা to be partial

**মুখ জুই দিলেও নোপোৰা** জুই দিলেও মুখ নোপোৰা চোৰা।

**মুখ টো যেন কৰা** মুখ ওফোন্দাই টো যেন ডাঙৰ কৰা অৰ্থাৎ, বৰকৈ অভিমান কৰা to be very much sullen

**মুখ মেলি থকা** লোকৰ পৰা কোনো বস্তু পাবলৈ বৰকৈ আকাঙক্ষা কৰি থকা to covet too much to get anything from others

**মুখ শুকাই টেমীৰ মূৰ হোৱা** ভয় বা চিন্তাত মুখ শুকাই গৈ সৰু হোৱা। এতেকে অতি ভীত বা চিন্তিত হোৱা to be in great fear or anxiety

**মুখ হাত ধোৱা** ক্ষুদ্ৰ শৌচৰ পাচত মুখ আৰু হাত ধুই শুচি হোৱা। এতেকে ক্ষুদ্ৰ শৌচ কৰা (সাধু ভাষা) to make water ('হাত মুখ ধোৱা 'ৰে একে নহয়)।

**মুখত এটা পেটত এটা** কথাত এক প্ৰকাৰ কিন্তু মনত অন্য প্ৰকাৰ one thing in mouth another at heart i e duplicity insincerity

**মুখত দিয়া** অলপীয়াকৈ খোৱা to eat or drink just a little **মুখত পৰা** (১) খোৱা হোৱা যেনে কণ এটাও মুখত পৰা নাই to be eaten or drunk (২) মুখেৰে কথিত হোৱা যেনে চেলেপুৰ মুখত পৰিলে কথা সঁচালনি হয় to be spoken by to pass to one s mouth as a news **মুখত মৌ** মিঠা মাত মিঠা মুখ sweet words sweet tongue **মুখত লোৱা** (১) 'মুখত দিয়া চোৱা। (২) মিছা যুক্তি বা কাৰণ দেখুওৱা মিছা চেলু লোৱা যেনে আচলতে আহিবৰ মন নাই, গা বেয়া বুলি মাত্ৰ মুখত লৈছে to take a false plea.

**মুখত পানী দিয়া** মৃত্যু কালত পানীৰে মুখৰ ভিতৰ তিয়াই দিয়া এতেকে অন্তিমত শুশ্ৰূষা কৰা; to nurse at death bed

**মুখত পানী নোহোৱা হোৱা** বৰ ভয়ত মুখ শুকাই যায়। এতেকে বৰ ভয় খোৱা to be very much frightened

**মুখত সোপা দিয়া** কথা প্ৰচাৰ নকৰিবলৈ মানুহৰ মুখ সোপাৰে বন্ধ কৰা অৰ্থাৎ, কথা প্ৰকাশ কৰিবলৈ নিবাৰণ কৰা to gag one mouth i e to prevent people from giving out a news

**মুখতে ঘিউ মৌ দিয়া** মুখেৰে কৈ যাওঁতে ঘিউ মৌৰ দৰে সোৱাদ লগোৱা ('মুখতে শৰ্কত টেকেলিৰ মুখতে ভাল কিন্তু তললৈ বেয়া বস্তু থকাৰ উল্লেখ আছে)। এতেকে পেটে কৰিবৰ ভাব নকৰি লোকক ভাল লগাবলৈ কৰিম বুলি আশ্বাস দিয়া to promise in sweet words to comply with a request without meaning to do so

**মুখতে ধৰা** লোকে কৈ শেষ নৌ কৰোঁতেই, সেই কথাৰ সম্পৰ্কেই আন এজনে ক'বলৈ আৰম্ভ কৰা বা প্ৰতিবাদ কৰা to begin to speak on a matter or dispute it before it is stated fully

**মুখৰ আগতে** সাক্ষাতে face to face **মুখৰ ওপৰতে** লোকে কৈ থাকোঁতেই লোকে কোৱাৰ অন্ত নৌ হওঁতেই when another is still speaking **মুখৰ আবুৰ** মুখৰ পৰ্দা বা ঢাকনী মুখ লজ্জা কোনো কচিবিগৰ্হিত কথা ক'বলৈ সঙ্কোচ a feeling of

delicacy in speech decency in language **মুখৰ কথা** (১) অন্তৰেৰে ন'কৈ অকল মুখেৰে কোৱা কথা insincere words (২) সহজসাধ্য কাম যেনে বাজ্য এখন চলোৱা মুখৰ কথা নহয় anything that can be easily accomplished **মুখৰ বান্ধ** (১) মুখৰ ঠগ্ form of the face (২) 'মুখৰ আবুৰ' চোৱা। **মুখৰ লাজ** 'মুখৰ আবুৰ' চোৱা।

**মুখৰ খজুৰতি মৰা** কোনো কথা মুখেৰে প্ৰকাশ কৰি কৈ তাক ক'বলৈ মনত লাগি থকা হেঁপাহ গুচোৱা to speak out what one is very much eager to give vent to

**মুখৰ ছাঁই গুচোৱা** মৃতকৰ প্ৰেতকৰ্ম কৰা to perform the post cremetion ceremonies for benifit of the soul of a deceased person

**মুখৰ চৌপ কাঢ়ি নিয়া** 'মুখৰ ভাত কাঢ়ি নিয়া' চোৱা।

**মুখৰ পানী ওলোৱা** কোনো বস্তু খাবলৈ বৰকৈ মন গ'লে তাক দেখিলে মানুহৰ মুখৰ পানী ওলায়। এতেকে কোনো বস্তু খাবলৈ বৰকৈ লোভ লগা to feel a burning desire to eat something at its sight **মুখৰ পানী পৰা** একে অৰ্থ।

**মুখৰ ভাত কাঢ়ি নিয়া** লোকে খাবলৈ লোৱা ভাত বলেৰে কাঢ়ি নিয়া অৰ্থাৎ লোকৰ ন্যায্য প্ৰাপ্য বলেৰে আত্মসাৎ কৰা যেনে অসমীয়াৰ মুখৰ ভাত বিদেশীয়ে কাঢ়ি নিছে to snatch off one s bread from the mouth i e to take possession by force of something justly due to others

**মুখৰ ভাত কোবাই নিয়া** মুখৰ ভাত কাউৰীয়ে নিয়া। এতেকে অতি ভোলা নিজৰ বস্তু ৰাখি খাবৰ অসমৰ্থ foolish and worthless unable to defend one s own thing

**মুখৰ মহলা মৰা** 'মালিহা মৰা' চোৱা।

**মুখৰ মালিহা মৰা** 'মালিহা মৰা' চোৱা।

**মুখলৈ চোৱা** পুতৌ কৰা; মৰম কৰা to take pity to feel sympathy

**মুখলৈ পানী অহা** ভয়ত মুখ শুকাই গৈ মুখত পানী নোহোৱা হয়; ভয় গুচিলে মুখলৈ আকৌ পানী আহে। এতেকে ভয় গুচা to be relieved of fear

**মুখ শুদ্ধি কৰা** মুখদি কৰা আহাৰৰ পাচত তামোল বা মচলা আদি চোবাই, মুখ শুচি কৰা to chew betel nut or spices after eating anything

**মুখাগ্নি কৰা** খৰি দিওঁতে মৃতকৰ মুখত বিধিমতে জুই স্পৰ্শ কৰোৱা touching the mouth of a dead body with fire as required by ceremony before setting fire to the funeral pile

**মুখামুখি কৰা** (১) সমুখা সমুখি কৰা আগত উপস্থিত কৰি সাক্ষাত কৰোৱা to bring face to face (২) বোলা বুলি বা বাচ্যা বাচ্যি কৰা অৰ্থাৎ মুখেৰে কথা কৈ কাজিয়া কৰা to altercate **মুখামুখি** কৈ আগতে সাক্ষাততে face to face **মুখা মুখী লগা** মুখে মুখে কাজিয়া লগা happening of an altercation **মুখা মুখি হোৱা** (১) সাক্ষাত হোৱা লগ পোৱা to happen to meet to come face to face (২) 'মুখা মুখি লগা' চোৱা।

**মুখে মুখে** (১) অনেকৰ মুখতে যেনে এই কথা আটাইৰে মুখে মুখে হৈছে, অৰ্থাৎ আটায়ে কৈ ফুৰিছে at every body s mouth (২) অকল মুখেৰে অৰ্থাৎ নিলিখাকৈ বা লিখা নোচোৱাকৈ যেনে মুখে মুখে কৰা হিচাব orally (৩) আগতে সমুখতে যেনে মুখে মুখে উত্তৰ কটা face to face

**মুখে পেটে একে** মুখেৰে যেনে কয় পেটতো তেনে ভাব থকা অৰ্থাৎ সৰল অকপটীয়া ভণ্ডতীয়া sincere outspoken

**মুখে মুখে উত্তৰ কটা** মুখে মুখে অৰ্থাৎ মুখৰ আগতে জবাব দিয়া সঙ্কোচ নকৰি মুখে মুখে উত্তৰা উত্তৰি কৰা to

contend face to face.

মুগা কটা মুগাৰ খোলাৰ পৰা সূতা কটা to spin Mooga threads

মুচি ধৰা কঠালৰ দৰে ফুট থকা ফলৰ গছত ফলৰ কলি লগা যেনে কঠালৰ মুচি ধৰিছে, বা কঠাল গছত মুচি ধৰিছে budding of fruits (appl to fruits having carpels) মুচি পেলোৱা ওপৰত কোৱা বিধৰ ফলৰ গছে ফলৰ কলি মেলা বা উৎপাদন কৰা যেনে কঠাল গছে মুচি পেলাইছে to bear fruits like the above (this applies to the tree and not the fruit)

মু-চোৱা (মু = মুখ) (১) সম্ভ্ৰান্ত জনৰ মুখ দৰ্শন অৰ্থাৎ সাক্ষাত পাবলৈ যাওঁতে লগত নিয়া হাত-ভেঁটী anything brought as a present when coming to meet a respectable person (২) তলতীয়া ৰায়তে বা ধৰুৱাই দিয়া হাত-ভেঁটী a present made by a tenant or a debtor to a land lord or a creditor

মুঠ বন্ধা একেগোট বা এগোট হোৱা মাৰ বন্ধা যেনে বাইজে মুঠ বান্ধিছে to be combined or united as a body

মুঠা বন্ধা আটি কৰি বন্ধা যেনে ধৰিৰ মুঠা বন্ধা to tie up in a bundle মুঠা মুঠে কৰা এমুঠা এমুঠাকৈ বন্ধা to tie u p in several bundles মুঠা মুঠে এমুঠা এমুঠি কৰি অনেক মুঠাকৈ এমুঠাৰ পাচত এমুঠাকৈ in several bundles one after another bundle by bundle

মুঠিত লুকুৱা মুঠিৰ ভিতৰতে লুকাব পৰা। এতেকে অতি সৰু অতি মিহি বা পাতলীয়া very small or fine

মুঠি মৰা আঙুলি জঁপাই হাতৰ তলুৱা বন্ধ কৰি ধৰা to clench the fist

মুঠি মুঠি এমুঠি এমুঠিকৈ বহুত মুঠি এতেকে বহুত যেনে মুঠি মুঠি ধন ভাঙিলোঁ many handfuls abundant মুঠি মুঠি কৰা এমুঠি এমুঠিকৈ অনেক মুঠি নিয়া যেনে মাহগাল ল'বাবোৰে মুঠি মুঠি কৰিলে to take way in handfuls

মুঠিয়ে মুঠিয়ে এমুঠি এমুঠি কৰি অনেক মুঠিকৈ। এতেকে প্ৰচুৰ ৰূপে সৰহকৈ যেনে মুঠিয়ে মুঠিয়ে ধন দিলোঁ in several handfuls abundantly

মুদ্ খোৱা বিন্ধা বা ফুটা বন্ধ হোৱা বা ঢাক খোৱা যেনে কলহৰ ফুটা মুদ্ খালে টোপনিত চকু মুদ্ খালে to be closed (as a hole or one s eyes in sleep) মুদ্ মোৱা একে অৰ্থ।

মুদা মৰা (মুদা = বিন্ধা বাট) বাট নোহোৱা হোৱা বা নোহোৱা কৰা। এতেকে, উপায় ৰহিত হোৱা বা ৰহিত কৰা যেনে ধানগাল চোৰে নিয়াত ভাত খোৱাৰ মুদা মৰিল ধানগাল চোৰে নি ভাত খোৱাৰ মুদা মাৰিলে to be closed as the means of doing anything to close the means of doing anything

মুনিচুনি হোৱা গধূলি হোৱা to be evening

মুৱে ধৰা তামোলৰ সেলেঙি লগা; তামোল খোৱাৰ বাবে মূৰ ঘূৰণিয়ে ধৰা getting giddiness for chewing betel nut

মুলতুবি কৰা (মুং) স্থগিত কৰা দুনাই দিন দিয়া যেনে মোকৰ্দমা মুলতুবি কৰিলে to postpone to another date

মুহুদি কৰা 'মুখ শুদ্ধি কৰা চোৱা।

মুছকঁহ খোৱা বিমূৰ্চ্ছিত হোৱা to faint in a fit

মুখচ্ কৰা ঘৰৰ মুধ খেৰেৰে বা টিনেৰে ছোৱা to cover the ridge of a house with thatching grass to put ridgings at the top of a house

মুধা ফুটা চোৱা গছ বুঢ়া হ'লে গছৰ মুধত অৰ্থাৎ সৰু ওপৰত এটা থোক্ মেলি আৰু নেমেলা হয় আৰু গছজোপাও আৰু নাবাঢ়ে। তাকে মুধা ফুটা বোলে। এতেকে উন্নতিৰ চূড়ান্ত হোৱা one s prosperity or fame reaching its

highest point মূধা কুটোৱা চূড়ান্ত উন্নতি কৰা to attain the highest fame or prosperity

মূৰ কৰা শোওতে কোনো একাললৈ মূৰ পোন কৰা যেনে উত্তৰ বা পশ্চিমলৈ মূৰ কৰি শুব নেপায় to place the head towards মূৰ খজুওৱা কি কোৱা বা কৰা উচিত তাক থিৰাং কৰিব নোৱাৰিলে মানুহে নিজৰ মূৰ খজুৱাই ভাৱে। এতেকে বিবুদ্ধি বা পেপুৱা হোৱা to be at wit s end মূৰ খোৱা কোনো মানুহ মৰি যোৱা বাবে সেই মানুহক হেৰুওৱা যেনে কেচুৱাতে বাপেকৰ মূৰ খালে। শাওত খাটে— যেনে পুতেৰৰ মূৰ খাবি। শপতত খাটে—যেনে মোৰে মূৰ খোৱাঁ এনে কাম নকৰিবাঁ to lose a person by death মূৰ ঘুমোৱা চিন্তা বা বেজাৰত মূৰ তললৈ কৰি থকা to hang down the head in sorrow or anxiety মূৰ ঘূৰোৱা মূৰঘূৰণিয়ে ধৰা to get giddiness মূৰ চোৱোৱা 'মূৰ খোৱা চোৱাঁ। মূৰ জিলিকা মূৰটো জিলিকি দূৰৰ পৰা দেখা হোৱা। এতেকে সুখ্যাতি প্ৰচাৰ হোৱা বিখ্যাত হোৱা spreading of fame becoming prominent মূৰ জিলিকোৱা প্ৰসিদ্ধি লাভ কৰা to attain fame or prominence মূৰ দণ্ডা শয্যাৰ পৰা মূৰ তোলা। এতেকে (১) বেমাৰৰ পৰা উঠা to recover from illness (২) মূৰ ওপৰলৈ দণ্ডা অৰ্থাৎ উন্নতি লাভ কৰা যেনে ওপৰা ওপৰিকৈ বিপদ হৈ থাকিলে মানুহে মূৰ দাঙিব নোৱাৰে to prosper মূৰ দুপিওৱা মূৰ জোকাৰি শলগা বা সম্মতি জনোৱা to express assent by nodding মূৰ দোঁৱোৱা (১) সেৱা কৰা to bow down (২) ধৰ্ম্মোপদেশ লৈ শিষ্য হোৱা যেনে অমুক গোঁসাইত মূৰ দোঁৱাইছোঁ to take spiritual instructions from (৩) বশ্যতা স্বীকাৰ কৰা to acknowledge superiority to be submissive মূৰ পতা (১) বোজা ল'বলৈ মূৰ আগ বঢ়াই দিয়া। এতেকে ভাৰ বা দায়িত্ব ল'বলৈ সাজু বা যোগ্য হোৱা যেনে বাপেক সক্ষম থাকোঁতেই, পুতেকে মূৰ পাতিছে to be ready or fit to take up burden or responsibility from others (২) প্ৰসৱ কালত মাতৃগৰ্ভৰ পৰা ওলাবলৈ মূৰেৰে হেঁচা ধৰা যেনে সন্তানে মূৰ পাতিছে to press with the head in order to come out of mother s womb during delivery মূৰ পৰা অন্ত হোৱা যেনে বক্তৃতাৰ মূৰ পৰিল to come to an end to be finished মূৰ পেলোৱা (১) শেষ বা অন্ত কৰা যেনে এই অধ্যায়ৰ মূৰ পেলাওঁ to finish (২) গৰুৱে যুৱলিৰ পৰা মূৰ তললৈ নমোৱাৰ দৰে কাৰ্য্যভাৰ এৰিবলৈ উদ্যম শিথিল কৰা to relax attempt or energy with a view to give up anything undertaken মূৰ পোতা নিবিষ্টৰূপে মনোযোগ কৰা যেনে মূৰ পুতি কাম কৰিবাঁ to pay whole attention to a work মূৰ ভঙা গাঁৱৰ মূৰ ভাঙি কিছু পুঁজ উলিয়াই দিলে সেই বাটেই পুঁজ ওলাই থাকে। এতেকে কোনো কাম পোনতে নিজে কৰি লোকলৈ বাট উলিয়াই দিয়া যেনে অসমীয়াৰ ভিতৰত আনন্দৰাম বৰুৱাই বিলাতলৈ যাবলৈ মূৰ ভাঙি দিলে to break the ice মূৰ মৰা (মূৰ = কোনো বস্তু বৈ অহা বাট) বাট বা উপায় মুচা বা গুচোৱা যেনে আফুখেতি তুলি দিয়াত বাৰী কানি পোৱাৰ মূলৰ মৰিল আফুখেতি তুলি দি বাৰী-কানি পোৱাৰ মূৰ মাৰিলে to close or to be closed as a way or means মূৰ মেলা পাতনি কৰা দীঘল বিবৃতিৰ আৰম্ভন কৰা যেনে কথাৰ মূৰ মেলা to begin a long speech মূৰ মেলোৱা চুলি আঁচোৰা কেশ বিন্যাস কৰা to dress the hair মূৰ সমনীয়া

মূৰৰ সমান ওখ যেনে মূৰ সমনীয়া ৰোজা as high as one's head মূৰ সুমোওৱা (১) মস্তিষ্ক প্ৰবেশ কৰোৱা অৰ্থাৎ, মনোযোগ কৰা to apply the mind (২) পাচত ভালকৈ সোমাবৰ মনেৰে পোনতে অকল মূৰটো সুমাই লোৱা এতেকে আগলৈ উন্নতিৰ আশাৰে উন্নতিৰ পথত প্ৰবেশ কৰা to secure a place with a view to rise higher in future

মূৰ টালি মৰা মূৰ জোকৰা মূৰ দুপিয়াই সম্মতি প্ৰকাশ কৰা to shake the head to nod

মূৰত উঠা আশয় পাই প্ৰাহ্য নকৰা হোৱা to be wanting in respect or regard by reason of getting too much indulgence মূৰত টঙনিওৱা বিপদত পেলোৱা to put in danger মূৰত তোলা (১) অত্যধিক ৰূপে সম্মান ভক্তি বা মৰম কৰা to be excessive in one's respect reverence or kindness (২) অতিকৈ আশয় দিয়া to give excessive indulgence

মূৰত চাউল দিয়া অসমত প্ৰচলিত এবিধ লৌকিক বিয়া। তিৰোতা মানুহে, মঙ্গলাচৰণ কৰি দৰা-হোৱালীৰ মূৰত চাউল দিলেই এই বিয়া সম্পন্ন হয় a form of customary marriage in Assam

মূৰত জুইৰ চক চকত জুই ধৰি তাক মূৰত ল'লে মূৰ তপত হয় বিপদ আদিতো মূৰ তপত হয়। এতেকে মনত চিন্তা ভাবনা ভয় বা বিপদৰ আশঙ্কা যেনে মূৰত জুইৰ চক লৈ আছোঁ অৰ্থাৎ, মনত চিন্তা ভাবনা বা বিপদ আদিৰ ভয়েৰে আছোঁ great anxiety or fear of danger

মূৰত টাঙোন মৰা 'মূৰত টঙনিওৱা চোৱা।

মূৰত ভৰি দি ওপজা ওপজোঁতে সন্তানে মূৰ আগলৈ আৰু ভৰি পাচলৈ কৰি আছে। তাৰ পৰা কল্পনা কৰিছে যোলে গৰ্ভত সন্তানবোৰে ক্ৰমান্বয়ে যৰটোৰে সৰুটোৰ মূৰত ভৰি দি লাগি লাগি থাকে। এতেকে মহোদৰৰ ভিতৰত আগেয়ে ওপজা যেনে যুধিষ্ঠিৰে ভীমৰ আৰু ভীমে অৰ্জুনৰ মূৰত ভৰি দি উপজিছিল অৰ্থাৎ, প্ৰথমতে যুধিষ্ঠিৰ তেওঁৰ পাচত ভীম আৰু তেওঁৰ পাচত অৰ্জুন উপজিছিল to take birth before another among children of the same mother

মূৰ পাতি লোৱা (১) সম্মানেৰে গ্ৰহণ কৰা যেনে গোঁসাইৰ নিৰ্মালি মূৰ পাতি লৈছোঁ to accept anything respectfully. (২) মূৰ আগ বঢ়াই দি তাৰ ওপৰত কাৰ্য্যৰ ভাৰ গ্ৰহণ কৰা অৰ্থাৎ, নিজৰ ইচ্ছাৰে কোনো কাৰ্য্যৰ ভাৰ লোৱা to take up a responsibility wilfully

মূৰ পোলোকা দিয়া গৰুৱে পঘাৰ বান্ধৰ পৰা মূৰ সৰকাই মুকলি হোৱাৰ দৰে পুলুকা মাৰি দায়িত্বৰ পৰা সৰা to slide away from a responsibility

মূৰ ভৰ কৰা মূৰটো গধুৰ যেন লগাত অসুখ অনুভৱ কৰা to feel heaviness of the head

মূৰৰ চুলিৰ মান আয়ুস মূৰত যিমান চুলি আছে, সিমান বছৰ আয়ুস। এতেকে বৰ দীঘল আয়ুস (আশীৰ্বাদত খাটে) যেনে মূৰৰ চুলিৰ মান আয়ুস হওক a very long life

মূৰৰ বীজ গুচোৱা ওপজা ল'বাৰ মূৰত লাগি অহা বীজ ধুই পখালি গুচোৱা। এতেকে কেচুৱা কালত আল্ পৈচান্ ধৰি প্ৰতিপাল কৰা যেনে মূৰৰ বীজ গুচাই ডাঙৰ কৰা to nurse and bring up an infant

মূৰৰ বীজ নুগুচা ওপজোঁতে লাগি অহা বীজ মূৰৰ প— নৌ গুচা। এতেকে নিচেই কম বয়সীয়া যেনে মূৰৰ বীজ নুগুচা ল'ৰা very young

মূৰা-মূৰি (মূৰ = অন্ত শেষ সীমা) (১) প্ৰায় শেষ; যেনে বছৰৰ মূৰা মূৰি বাটৰ মূৰা মূৰি about or almost the end (২) ইমূৰেই বা সিমূৰেই, অৰ্থাৎ আদিতে

বা অন্তত যেনে বিহুৰ মূৰামূৰিতে যাম অৰ্থাৎ বিহুৰ অলপ আগতে বা পাচতে যাম either about the begining or towards the end

মূৰীয়া কানীয়া অসমত আফুখেতি থাকোঁতে নতুন কাপোৰ ছিটা ছিটে ফালি তাত কানি লেটিয়াই থৈছিল সেই গুণেই, অসমীয়াই আফিঙক কানি বোলে। কানীয়াই সেই কাপোৰেৰে অকণ অকণ পানীত মলি খাইছিল। সৰহীয়া কানি খাওঁতাক মূৰত এমেৰ দিবৰ জোখাৰে তেনে কাপোৰ দিনৌ লাগিছিল। এতেকে অতিপাত কানীয়া বৰ সৰহকৈ কানি খোৱা কানীয়া a most intemperate opium eater one who takes opium in very large doses

মূৰে কপালে হাত দিয়া দুখ বা বিপদত মানুহে মূৰত বা কপালত হাত দি চিন্তা কৰে। এতেকে চিন্তান্বিত হৈ ভাবি থকা to rest the temple on the palm i e to ponder over one s distress in a mood of anxiety

মূৰেপতি মূৰৰ লেখেৰে অৰ্থাৎ, গাই পতি per head মূৰে মূৰে (১) কথমপি মূৰামূৰি সময়ত যেনে ভাতে মূৰে মূৰেহে জুবিলে তেওঁ মূৰে মূৰেহে পালেহি barely at the last moment or nick of time (২) কাষৰে কাষৰে দাঁতিয়ে দাঁতিয়ে যেনে চিনচোৰ মূৰে মূৰে কৰত চলাবাঁ just by the side right along the margin মূৰে শপতা মূৰত ধৰি শপত খোৱা কোনো মানুহৰ মূৰ খাম বুলি শপত খোৱা to swear by the head of a person মূৰে শপতোৱা কোনো মানুহৰ মূৰ খাম বুলি শপত খুওৱা to administer an oath by the head of a person

মূৰে ভৰি কঢ়া ভৰিৰে নেকাটি মূৰেৰে খোজ কঢ়া। এতেকে অতি উদ্ভণ্ডালি বা অতপালি কৰা to be too outrageous in conduct

মূলে মূলে কিনা দামতে অৰ্থাৎ কিনা দামৰ উপৰি লাভ নধৰাকৈ যেনে মূলে মূলেই বেচিলোঁ অৰ্থাৎ যি দামত কিনা হৈছিল সেই দামতে বেচিলোঁ at the cost price i e without making any profit

মেখেলা ভাৰী মেখেলা কটিয়াওঁতা মেখেলা কটিওৱা হীন কাম বুলি গণ্য হয়। এতেকে হীন কাম কৰোঁতা অপাত্ৰ মানুহ a worthless person doing mean works

মেখেলাৰ বন-গুটি বন গুটি ক্ষুদ্ৰ বস্তু তাকে আকৌ মেখেলাত লগা বন-গুটি মেখেলাক গৰ্হিত বস্তু বুলি গণ্য কৰা হয়। এতেকে নীহ আৰু ক্ষুদ্ৰ মানুহ an abominable petty person of a small stature

মেঘে গাজিলেও নেৰা মেঘে গাজিলে উপনয়ণ আদি মঙ্গল কাৰ্য্য পৰে অৰ্থাৎ কৰিব নেপায় দেখি এৰা পৰে। ইয়াত মেঘে গাজিলেও নেৰা বুলিছে। এতেকে যথাৰ্থ আৰু ডাঙৰ কাৰণতো বিৰত নোহোৱা obstinately persisting in the face of strong and valid grounds to the contrary

মেচ্ খোৱা বেঁকা হোৱা to be bent মেচ লোৱা একে অৰ্থ।

মেট মৰা গধুৰ বোজাই মেট মেটকৈ শব্দ কৰি যায়। এতেকে বৰ গধুৰ যেনে মেট মৰা ভাৰ very heavy (appl to a load)

মেটুৰা খোৱা পোটোকা পৰা চোৰাঁ। মেটুৰা পৰা একে অৰ্থ।

মেঠনি মৰা মেখেলাখন কঁকালত নিপিন্ধি বুকুত পিন্ধা to wear the skirt (lower female garment) on the breast instead of on the loins

মেৰ খোৱা পাক খোৱা to be twisted মেৰ গোম্ (গোম = সাপ) সাপে সৰহকৈ খাই মেৰ্ বান্ধি পৰি থকাদি সৰহকৈ খাই, এলাহত কাল কটোৱা মানুহ an idle person that eats voraciously but does no work

মেৰ বন্ধা গাটো মেৰ্ খুৱাই থকা যেনে সাপে মেৰ বন্ধা to coil up the body as a snake

মেৰেঁটা-মেৰেঁটি কৰা (১) কেঁচেলা কেঁচেলি কৰা চোৱাঁ। (২) কোনো কামলৈ গেঁৰোগেঁথো কৰি অনিচ্ছা প্ৰকাশ কৰা to show reluctance for a work by hesitating to do it

মেল কৰা অনেকে গোটখাই কোনো কথাৰ আলোচনা কৰা বা কোনো গোচৰৰ বিচাৰ কৰা to discuss a matter or enquiring into a case or a dispute at a meeting মেল পতা অনেকে গোটখাই আলোচনা কৰা to discuss in a meeting মেল মতা মেল আহ্বান কৰা to convene a meeting মেল মৰা মেল কৰা চোৱাঁ। মেল সোধা সমাজত বহি গোচৰৰ বিচাৰ কৰা to try a case at a meeting

মেলত বহা (১) মেল সুধিবলৈ বহা to sit in a meeting to try a case or decide a dispute (২) আহোম ৰজাৰ দিনত ৰাজ্যৰ ডাঙৰ কথা পৰামৰ্শ কৰিবলৈ হ'লে ৰজাই ডাঙৰীয়াসকলে সৈতে ভোজনত বহি তাৰ আলোচনা কৰিছিল। এতেকে ভোজনত বহা to sit for a dinner (during the Ahom rule the king used to consult an important state matter at a dinner with the great dignitaries of the state)

মেলানি মগা কোনো ঠাইলৈ যাবলৈ বিদায় লোৱা to take farewell to start for a place

মেলা মৰা যাঠী মৰাদি দূৰৈৰ খোঁচ মৰা to thrust from a distance as with a lance

মেলোৱা (১) পৰিপাটিকৈ সজোৱা যেনে চুলি মেলোৱা to dress or arrange properly as the hair (২) চেকুৰোৱা যেনে ঘোঁৰা মেলোৱা to ride fast as a horse (৩) পতি পত্নী ভাৱেৰে তিৰোতা মানুহেৰে বসতি কৰা (গাঁৱলীয়া ভাবাত খাটে) যেনে কন্যাৰে মাণিকীক মেলাইছে to live with a woman as husband and wife

মেহ্-মন বনত উৎসাহ নোহোৱা মানুহ one very slow or dispirited in his work

মোকট খোৱা জাপি থোৱা কাপোৰ আদি বস্তুৰে জাপি থোৱা ভাজৰ বিপৰীত ফালে ভাজ লোৱা to be folded in the opposite side

মোকল ফুৰা (মোকল = মুকলি) 'মুকলি ফুৰা' চোৱাঁ।

মোকোটা খোৱা মোক্ট খোৱা চোৱাঁ। মোকোটা মৰা ভাঁজ লগাই ভঙা। বস্তু ভাঁজ লগাই ভাঙোতে তাৰ এটা মূৰ ওভোতাই আনিব লাগে। এতেকে ওভতা বা পাচ হোঁহকা যেনে মানুহটোৱে যাম বুলি পাচত মোকোটা মাৰিলে to retreat to refuse to advance

মোকোৰা মৰা কোনো খোৱা বস্তু মুখত এমুখকৈ ভৰোৱা to fill up the mouth with a mouthful of food

মোচৰা মোহৰা চোৱাঁ।

মোচোকা খোৱা পাক খাই হাড়ত দুখ পোৱা to get a sprain

মোচোৰা মৰা হাতেৰে ধৰি পকোৱা to twist

মোচোৰা মাৰিব নজনা সূতা বা তমাল মূচৰি গাঁঠি দিয়া নিচেই উজু কাম তাকো নজনা। এতেকে বোৱা কটা বা বাঁহৰ সজা পৰা কামৰ সমূলি একো নজনা absolutly ignorant of anything whatever either of weaving or bamboo works

মোট কঢ়া (মোট = সাপ আদিৰ গাৰ ওপৰৰ ছাল) গাৰ ছাল গুচোৱা (যেনে মাছ আদিৰ) to skin (as a fish) মোট সলোৱা আগৰ মোট্ গুচাই, নতুন মোট লোৱা। এতেকে পৰিবৰ্তিত ৰূপ বা ৰীতি ধৰা to change the skin i e to take up a

new appearance or character
মোচাত পৰা টানত পৰা মুস্কিলত পৰা সঙ্কটত পৰা to get into troubles
মোটোকা মৰা মুচৰি পকাই দমন কৰা। এতেকে (১) উধাৰ নোৱাৰাকৈ অনিষ্ট কৰা যেনে উঠি অহা ল'ৰাটোক বেমাৰে মোটোকা মাৰি থ'লে to injure one so as to stop further progress or advancement (২) লাগতিয়াল অংশৰ এডোখৰ এৰি দি চমু কৰা যেনে ভাওক ভকতে পাই, সৰাহটো মোটোকা মাৰি থ'লে to make anything short by omitting its necessary parts
মোৰ্ ধৰা (মোৰ্ = মূৰ আদি বা অন্ত) আদি আৰু অন্তৰ তৎ ধৰা। এতেকে আঁত বুজা তৎ ধৰা তত্ত্ব পোৱা to understand মোৰ পোৱা একে অৰ্থ। মোৰ বুজা একে অৰ্থ। মোৰ বোলা গ্ৰহণ কৰা to accept মোৰ মৰা তাঁতৰ বাণিত সূতা বোৱা। এতেকে অলপকৈ তাঁত বোৱা to weave a little মোৰ হেৰুওৱা সূতা বা কাঠীৰ কামত বোৱাৰ প্ৰণালী পাহৰি বিবুদ্ধি হোৱা। এতেকে বিমোৰ হোৱা বিবুদ্ধি হোৱা to be puzzled or perplexed মোৰ হেৰোৱা কামৰ প্ৰণালী পাহৰাত তাক কৰিবৰ বুধি নোহোৱা হোৱা to be at a loss as to how to do a thing by reason of forgetting the way of doing it
মোৰাই পেলোৱা ভাল ব্যৱহাৰ কৰি সম্মত বা বশ কৰা to make one agreeable or submissive by good or kind behaviour
মোৰে ধৰা শৌচ আৰু বমি হোৱা ব্যাধিয়ে ধৰা to be attacked with diarrhoea
মোৰোকনি মৰা অসন্তুষ্ট হৈ, উভতি গুচি যোৱা to turn back being displeased
মোল্ জনা (মোল = মূল্য) কোনো বস্তুৰ বা মানুহৰ মূল্য জনা অৰ্থাৎ যোগ্যতা বুজিব পৰা; যেনে কণা মানুহে পান-বাজনাৰ মোল নেজানে to know the value or worth মোল পোৱা একে অৰ্থ। মোল বুজা একে অৰ্থ।
মোলান পৰা (মোলান = মলিন ম্লান) (১) মলিন হোৱা to be dirty (২) নিৰানন্দ বা বিমৰ্ষ হোৱা to be sad or cheerless
মোৱাৰ মৰা (১) 'ভিকাচন্ ভগা চোৱাঁ। (২) 'ভিকাচন ভঙা চোৱাঁ।
মোহ কৰা (১) লোভ কৰা to covet (২) ছলনা কৰি লোৱা ঠগি আত্মসাৎ কৰা to take by cheating to misappropriate by deceitful means মোহ যোৱা ভোল যোৱা চোৱাঁ। মোহ লগা (১) দেখিলে মুগ্ধ হোৱা। এতেকে সুন্দৰ ধুনীয়া মৰম লগা fascinating lovely (২) লোভ লগা to feel covetous
মোহনী-বাণ্ মৰা মন্ত্ৰৰ দ্বাৰা বশীভূত কৰা to charm by incantation
মোহৰ মৰা সাঁচত মৰা চাপ্ মৰা to coin to seal
মোহৰা (১) আল্‌ফুলকৈ ধৰিব নেজানি নষ্ট কৰা যেনে ফুলটো মোহাৰি পেলালে অৰ্থাৎ, আল্‌ফুল্‌কৈ ধৰিব নেজানি নষ্ট কৰিলে to spoil by rough handling (২) ধ্বংস কৰা যেনে উঠি অহা মানুহঘৰ মোহাৰি পেলালে to ruin or destroy
মোহাৰ মৰা হাতেৰে বা ভৰিৰে পিহি পেলোৱা to squeeze or crush with the hands or the feet
মোহোৰা মৰা মোহাৰ মৰা চোৱাঁ।
মৌ-চেপা মৌৰ কোঁহ চেপিলে ধাৰাসাৰে মৌজোল পৰে। এতেকে ধাৰাসাৰে পৰা যেনে মৌ-চেপা বৰষুণ flowing incesantly মৌ-বৰষা মৌ বৰ্ষণ কৰা অৰ্থাৎ মিঠা যেনে মৌ বৰষা কথা sweet as if pouring honey মৌ-সনা মৌ সানিলে বস্তু সোৱাদ হয়। এতেকে সোৱাদ মিঠা যেনে মৌ-সনা মাত sweet honied মৌ মৰা মৌ

কৰবা চোৱা।

**মৌজ্ কৰা** সুখ বা আনন্দ ভোগ কৰা বা গীত মগ্ন হৈ থকা to be enjoying to be stupified by intoxication

**মৌন হোৱা** মুখেৰে মাত নমতাকৈ থকা to be silent

**মৌনে থকা** মৌন হোৱা চোৱা।

**মৌ মৰা** বিষৰ বাবে গাৰ কোনো অংশ উখহি, মৌৰ বাহৰ দৰে ওলমি পৰা hanging down of any part of the body by swelling for pain

## য

**যঁতৰা ভঙা** যঁতৰৰ আঁৰ ভঙা। এতেকে আঁৰ ভঙা নিয়াৰি কৰা খোকোজা ভঙা আসোঁৱাহ মৰা যেনে এলেবাং মানুহে যঁতৰা ভাঙি কথা ক'ব নোৱাৰে to remove ambiguity fault short coming defect or complication **যঁতৰা লগোৱা** আঁৰ বা আঁসোৱাহ লগোৱা to create complications or defect etc

**যখিনী খোৰ** (খোৰ = গাঁত) যখিনী থকা খোৰ। যখিনী আওহতীয়া লেতেৰা ঠাইত থকা গুণে ঠাই নুবুলি ঘৃণাৰ ভাৱেৰে খোৰ বুলিছে। এতেকে আওহতীয়া লেতেৰা ঠাই to dirty out of the way place a devil s den

**যতকূটৰ খাই** যত কূট মানুহ বা কূট কথা আছে, তাৰ ভিতৰৰ সৰ্বপ্ৰধান বা মূল। এতেকে কূটহুলী সকলো কূটনাটৰ মূল the root of all evil designs

**যৎ কথঞ্চিৎ ৰূপে** অতি সামান্য ৰূপে in a very humble way **যথা কিঞ্চিৎ ৰূপে** সামান্য ৰূপে নিয়মিত ৰূপে in an humble wa **যথা তথা ৰূপে** যেনে তেনেকৈ কোনো প্ৰকাৰে জোৰা মাৰি any how some how or other **যথা যোগ্য ৰূপে** যোগ্য ৰূপে উপযুক্ত ৰূপে in a befitting way

**যম্ কাল** (কাল = শত্ৰু) যমৰ দৰে শত্ৰু। এতেকে মহা শত্ৰু মাৰাত্মক শত্ৰু a mortal foe **যম্ দূত** যমৰ দূতৰ দৰে নিষ্ঠুৰ আৰু ভয়ঙ্কৰ মানুহ an unfeeling hard hearted and horrible person like a messenger of the god of death **যম্ যাতনা** যমে পাপীক দিয়াৰ দৰে যাতনা। এতেকে ভয়ঙ্কৰ যাতনা বা শাস্তি terrible torture

**যমক আগন্ন দিয়া** যমক লাই দিয়া অৰ্থাৎ মাৰি নিবলৈ চেলু দিয়া। এতেকে আয়ুস টুটোৱা to give indulgence to the god of death i e to shorten one s life

**যমঘণ্ট দিয়া** ঘণ্টা বজাওঁতে ঘণ্টাৰ কলি জোকাৰ খায়। সেই জোকাৰণিকে প্ৰবল বুজাবলৈ আগত 'যম' শব্দ জোঁটাই দিছে। এতেকে ন'খৈ লটিঘটি কৰা giving serious harrassment

**যমৰ আওহতীয়া** এনে আওহতীয়া যে যমো তালৈ মানুহ মাৰিবলৈ নেযায়। এতেকে অতি আওহতীয়া আহিব যাবলৈ বৰ অসুবিধা very much out of the way **যমৰ আলহী** মৰিলে যম পুৰীত থাকিবগৈ লাগে। এতেকে মৃত প্ৰাণী guest of the god of death i e one who is dead **যমৰ দক্ষিণ দুৱাৰ** যমৰ দক্ষিণ দুৱাৰত মহাপাপীক শাস্তি দিয়ে সেই ঠাই জঘন্য আৰু ভয় লগা নৰকনি। এতেকে নৰকৰ দৰে লেতেৰা ভয়ঙ্কৰ ঠাই a dirty hellish and horrible place **যমৰ যাতনা** 'যম যাতনা চোৱা।

**যমৰ ঘৰ দেখি অহা** যমৰ ঘৰলৈ গৈ তাত নেথাকি আকৌ উভতি অহা অৰ্থাৎ, মৃতপ্ৰায় হৈ, আকৌ জীয়া। এতেকে মৰামুছা নবিয়াৰ পৰা আৰোগ্য হোৱা to recover from a serious illness **যমৰ দুৱাৰ মুখৰ পৰা অহা** 'যমৰ ঘৰ দেখি অহা চোৱা।

**যমৰ বুকত দিয়া** নিজৰ বুকুত সাবটি থকাৰ পৰা যমৰ বুকলৈ দিয়া অৰ্থাৎ, প্ৰিয় জনৰ মৃত্যু-শোক ভোগ কৰা to

suffer loss for the death of a beloved person.

**যমে আশ্ৰয় পোৱা** যমে মাৰি নিবলৈ চেলু পোৱা অৰ্থাৎ, আয়ুস টুটা যেনে মানুহক বুঢ়া বুলিলে যমে আশ্ৰয় পায় getting indulgence by the god of death i e to have one s life shortned

**যৱনিকা পৰা** নাট ঘৰৰ যৱনিকা পতন হোৱা। এতেকে কোনো কাৰ্য্যৰ শেষ হোৱা dropping of the front screen of a stage i e closing of anything coming to the end

**যৰে সুৰে** যেনে তেনে মতেৰে অৰ্থাৎ, অথলা ভাৱেৰে in an untidy or akward way

**যহন্ তহন্** যেনে তেনে যেনে হওক এবললৈ প্ৰহণীয় যেনে টকাৰ ধান পাঁচ দোণেই যহন তহন তিন দোণ হ'লে অতি টান দ ঠাইত খবালিয়েই যহন তহন বাৰিষা থাকিবলৈ মহা শান্তি passable in a way

**যাঁকি দিয়া** তিনটা দীঘল খুঁটিৰ ওপৰত ডলাত ধান বা পিঠা গুড়ি মেলি দি তলত জুই ধৰি শুকোৱা drying paddy or powdered rice in fire

**যাঁচি কিল্ খোৱা** উপ্যাচি বা খুজি কিল্ খোৱা অৰ্থাৎ, অনিষ্ট হ'ব বুলি জানিও কোনো কামত প্ৰবৃত্ত হোৱা to go in for anything knowing that it entails a harm

**যাগ্ দিয়া** কল আদি ফল পকিবলৈ ধোঁৱাৰ গাপ দিয়া to put plantain or such other fruits in heat of smoke to make them ripe

**যাগত দিয়া** 'যাগ্ দিয়া' চোৱা।

**যাচ্না কৰা** যাচএগ কৰা খোজা মগা ভিক্ষা কৰা to beg to ask for

**যাত্ৰা ভঙ্গ কৰা** কোনো ঠাইলৈ যাবলৈ ওলোৱা সময়ত অমঙ্গল কৰি বাধা জন্মোৱা to put an interruption to one s starting for a place **যাত্ৰা ভঙ্গ হোৱা** যাবলৈ ওলোৱাত বাধাপ্ৰাপ্ত হোৱা to be interrupted at the time of starting for a place

**যান-বাহন** দোলা ঘোঁৰা আদি যাতায়াতৰ উপায় conveyance

**যাব খ'ব নজনা** যোৱা খোৱা চোৱা।

**যাবৎ চন্দ্ৰ দিবাকৰ** চন্দ্ৰ আৰু সূৰ্য্য যিমান কাললৈ থাকে সিমান কাললৈকে অৰ্থাৎ, চিৰকাললৈকে যেনে কালিদাসৰ নাম যাবৎ চন্দ্ৰ দিবাকৰ জ্বলি থাকিব for ever as long as the Sun and the Moon last in the world

**যুঁজৰ কুকুৰা** যুঁজত লগা কুকুৰাৰ বৰ আৰি বা খেপ্ থাকে। এতেকে অতি আৰিবাজ্ বা জেদী মানুহ a fighting cock i e an obstinate person

**যুগ তল নিওৱা** এটা যুগ তল পেলোৱা বা অতীত কৰা। এতেকে বহুত পলম কৰা to make a long delay **যুগ তল যোৱা** বহু পলম হোৱা passing of a long time

**যুগ-ধৰ্মৰ বল** কাল বা সময়ৰ পৰিবৰ্তিত অৱস্থা বা গতিৰ শক্তি the force of circumstances changed by time

**যুগুত কৰা** যতনোৱা to make ready

**যুগুতি দিয়া** (যুগুতি = যুক্তি) বুধি দিয়া পৰামৰ্শ দিয়া to advise to suggest the way for doing anything

**যুৱলিত লগোৱা** পূৰ্বে হাল নোবোৱা গৰুক যুৱলিত লগাই, হাল বাবলৈ শিকোৱা। এতেকে (১) বনত অভ্যস্ত কৰা পূৰ্বে বন নজনাক বন শিকোৱা putting to yoke i e to put a beginner to learn work (২) দায়িত্বৰ ভাৰ দি আবদ্ধ কৰা to put under a burden of responsibility

**যুৱলি পেলোৱা** (১) গৰুৱে কান্ধৰ পৰা যুৱলি পেলাই দিয়া। এতেকে কামৰ ভাৰ এৰা দায়িত্ব পৰিহাৰ কৰা to shake off a responsibility by refusing to discharge it (২) নিৰুৎসাহ হোৱা উদ্যম হীন হোৱা to be losing spirit or earnestness

**যেন্ তেন্** 'যহন্ তহন্' চোৱাঁ।

**যেনিয়ে যায় ভেঁট ভেঁট** য'লৈকে যায় ত'তে আদৰ আৰু সম্মান লাভ receiving welcome and respect at every place one goes to (শিয়াল ওলোৱা দেখিলে মানুহে খেদা কোৱা কৰে। সেই বাবেই শিয়ালীক শিয়ালে কৈছিল বোলে তইহে মোক গণিতা নকৰ বাহিৰত মই যেনিয়েই যাওঁ তেনিয়েই ভেঁট ভেঁট। সেই বাবে এই বাক্য প্ৰায়েই ব্যঙ্গ ভাবেহে ব্যৱহাৰ হয়।)

**যেনে আছে তেনেই** যি অৱস্থা বা সাজ-পাৰত থকা যায় ঠিক তেনেকৈয়ে অৰ্থাৎ, তুৰন্তে তৎক্ষণাৎ instantly without a moment s delay

**যেনে তেনে ৰূপে** যেনে তেনেকৈই কোনো প্ৰকাৰে যেনে উপায়েৰেই হওক কথমপি some how or other by any means whatever barely

**যোগান্ দিয়া** (১) বাব্ থকা লোকে বেলাৰ বেলি বাবৰ বস্তু যোগোৱা। এতেকে যেতিয়া যি লাগে তাক যতনাই দিয়া to supply anything to a person at the right time as required (২) খুটা সলাবলৈ চ'তিৰ মূৰত দিয়াদি তলৰ পৰা ঢোকা দিয়া to prop anything from below **যোগান্ ধৰা** যোগান্ দিয়া চোৱাঁ।

**যো-জা কৰা** ('আয়োজন শব্দৰ মাজৰ দুটা আখৰ বাখি শব্দটো চুটি কৰিছে) আয়োজন কৰা to make preparations

**যোৰ পতা** (যোৰ = যুগ্ম) আন এটাবে সৈতে গোট খাই এযোৰ হোৱা to make a pair with another **যোৰ মৰা** (যোৰ = সমতা) সমতা বুজোৱা সমান বোলাবলৈ ফেৰ্ মৰা শাৰী পূৰোৱা to pass as one s equal to act in rivalry **যোৰ মিলা** গুণৰ বা যোগ্যতাৰ সমতা হোৱা যেনে চোৰে চোৰে যোৰ মিলিছে ৰূপে গুণে দৰা-কন্যাৰ যোৰ মিলিছে to be equal in attributes to make a match **যোৰ হোৱা** যোৰ মিলা চোৱাঁ।

**যোৰা অহা** দৰা-ছোৱালীৰ জন্মপত্ৰিকা মতে যোটন মিলা হোৱা the horoscopes of a boy and a girl being agreeable for their marriage **যোৰা চোৱা** দৰা-ছোৱালীৰ জন্মপত্ৰিকা মিলাই যোটন চোৱা to compare the horoscopes of a boy and a girl for their marriage **যোৰা-নাম** বিয়াত তিৰোতা মানুহে গোৱা ঠাট্টা ধেমালিৰ নাম jocose marriage songs sung by women folks in Assam

**যোৰাই দিয়া** যোৰ পাতি দিয়া, অৰ্থাৎ এযোৰ বুলি কোৱা। এতেকে (১) লোকৰ উপপতি বা উপপত্নী বুলি বাদ্ দিয়া to couple the names of a man and a woman indicating illicit connection between them (২) ধেমালিত বা ভুলত মিছা সম্বন্ধ লগাই দিয়া যেনে তেওঁ মোক হৰিৰ ভায়েক যোৰাই দি ধেমালি কৰিছিল পূৰ্বে নেদেখা গুণে বাপেক-পুতেকক ককাই ভাই যোৰাই দিছিলোঁ playfully or ignorantly calling two persons related in a way in which they are not related to each other

**যোৰে যোৰে পৰা** সমানে সমানে বা যোগ্যে যোগ্যে গোট খোৱা বা লগ লগা matching of persons of equal merit বিজ্— 'কাঠে কাঠে পৰা'।

**যোৱা-খোৱা** কেতিয়াবা যোৱা অৰ্থাৎ মৰিব লগীয়া আৰু কেতিয়াবা খোৱা অৰ্থাৎ বাহিৰলৈ নুলিয়াই ঘৰৰ ভিতৰতে থ'ব লগীয়া। এতেকে মৰামুছা অতি সাংঘাতিক (নবিয়াত খাটে) যেনে যোৱা-খোৱা নৰিয়া mortal serious (appl to illness)

**যৌতুকত অনা** যৌতক স্বৰূপে তিৰোতাই লগত লৈ অহা to bring as a dowry **যৌতুকত দিয়া** যৌতক স্বৰূপে দিয়া

to give as a dowry যৌতুকত পোৱা যৌতক স্বৰূপে পোৱা to get as a dowry যৌতকীয়া যৌতক স্বৰূপে প্ৰদত্ত বা প্ৰাপ্ত তেনে বস্তুত তিৰোতাৰ অবিবোধ স্বত্ব থাকে এতেকে অবিবোধ স্বত্বৰ of undisputable right of ownership

ৰ

**বং-ৰূপ চোৱা** আমোদ বা ধেমালি চোৱা to see others amusements or sports

**ৰগৰ্ উঠা** ঐক্যতান বাদ্য শুনিবলৈ মিঠা হোৱা আনন্দ লগা হোৱা ৰাগীত বিভোল হোৱা to rise to a point of great sweetness (as concert) to be very much pleasing to be tupified by intoxication

**ৰগত ধৰা** লোকৰ ভিতৰুৱা স্বভাৱৰ কথা চৰ্চ্চা কৰা to discuss one s private character

**ৰঙ্ কৰা** ধেমালি বা ৰহস্য কৰা to jest to make a fun **ৰঙ্ চোৱা** ধেমালি চোৱা ব্যং। এতেকে লোকৰ বিপদত সাহায্য নকৰি কৌতুক অনুভৱ কৰা to see the fun at others distress instead of rendering help Im **ৰঙ্ মুৰা** হৰ্ষযুক্ত প্ৰফুল্ল cheerful

**ৰঙা থঙা পাৰি দিয়া** বহিবলৈ সম্মানিত আসন দি সম্মান প্ৰদৰ্শন কৰা ব্যং to give a seat of honour Im

**ৰঙা ৰঙা দেখুওৱা** ভাঙৰ আঘাতত মূৰ ঘূৰালে চকুৰ আগত অনেক ৰঙৰ জুই -আওনি দেখা যায়। এতেকে ৰৰকৈ মাৰ কিল্ কৰা to beat a person severe y

**ৰঙা ৰ'দ ওলোৱা পৰ** বেলি ওলোৱা পুৱাৰ পৰ the time of sun rise

**ৰচক্-পচক্ কৈ** ধুন মাৰি গা দেখুৱাই ফুৰি making a vain show of one s beauty and apparels

**ৰজনজনা কৰা** সকলোৱে জনাকৈ প্ৰচাৰ কৰা to give a wide publication **ৰজনজনা হোৱা** বহুলকৈ প্ৰচাৰিত হোৱা অনেকে জনা হোৱা to be published widely

**ৰজস্বলা হোৱা** ঋতুমতী হোৱা পাগৰ বাহিৰ হোৱা to be menstruous

**ৰঞ্জিতা খোৱা** তেনেই মিলি যোৱা যেনে উপমাটো ৰঞ্জিতা খাইছে, অৰ্থাৎ ভাবে উপমাই মিলি পৰিছে to be quite in keeping with to be quite applicable or suitable

**ৰজোদৰ্শন হোৱা** ঋতুমতী হোৱা to be menstruous

**ৰটনা কৰা** লোকৰ দুৰ্ণাম মুখেৰে প্ৰকাশ কৰা to publish a libel by words of mouth

**ৰণচণ্ডী উঠা** মহিষাসুৰে সৈতে যুদ্ধ কৰোঁতে দুৰ্গাই এবাৰ অতি উগ্ৰ ৰূপ ধৰিছিল তেনে ৰূপ ধৰা। এতেকে অতি উগ্ৰমূৰ্ত্তি ধৰা to take up a furious appearance

**ৰণত পৰি কলীয়া হোৱা** ৰণলৈ যোৱা বাবে মলিন ৰূপ হোৱা অৰ্থাৎ দুখত পৰি অৱস্থাহীন হোৱা to be in a negligible condition on account of adversity

**ৰণৰ কুকুৰা** 'যুঁজৰ কুকুৰা' চোৱাঁ।

**ৰণ শিঙা বজোৱা** ৰণলৈ সাজু হ'বলৈ শিঙা বজোৱা। এতেকে ৰণলৈ আহ্বান কৰা ৰণ কৰিম বুলি ঘোষণা কৰা to challenge to fight to announce or declare war

**ৰঙোৱাল দিয়া** সূৰ্য্যৰ ৰশ্মি পৰাত আকাশৰ হেঙুলীয়া ৰৰণ হোৱা to be of crimson colour due to sun rays (appl to the sky)

**ৰথত তুলি জখলা কটা** (জখলা কটা = জখলা গুচাই দিয়া) গছত তুলি মৈ কটা চোৱাঁ।

**ৰতা-তল সোমোৱা** ৰভাৰ তলত ছোৱালী বিয়া দিয়ে। এতেকে দৰা হৈ ছোৱালী

বিয়া কৰাবলৈ লোকৰ ঘৰলৈ যোৱা; go to one s house as a bridegroom to marry a girl
**বগ্‌বগনি উঠা** পোৰণি উঠা; to feel a burning sensation
**বমা পুৰি** বম্য স্থান a delightful place
**ব ব কৰে** গা জুৰ লগাকৈ যেনে ব ব কৰে বতাহ মাৰিছে; pleasantly cooling the body (appl to a breeze)
**ব লগা** কিবা ভাবি নিমাত হৈ থৰ হোৱা to be silent and motionless
**বস পম ধৰা** সাৰ-জাবৰ পাই, গছৰ গাত বস হোৱা আৰু শিপা বঢ়া। এতেকে শাৰীৰিক বা আৰ্থিক বিষয়ত উন্নতি লাভ কৰা to prosper either bodily or economically
**বসাতললৈ যোৱা** সাত তাল পাতালৰ নিচেই তলৰ তাললৈ যোৱা। এতেকে তেনেই তললৈ যোৱা সম্পূৰ্ণ ৰূপে অধঃপতিত হোৱা অতিশয় দুৰৱস্থাত পৰা to be totaly down fallen
**বহ্ খোৱা** (বহ্ = বস) বতি সুখ কৰা (মাইকী পশুত খাটে) to have sexual intercourse (appl to a female animal) **বহ্ ঢলা** পানী ভাল কৰিবলৈ পুখুৰীৰ তলত পাৰা দিয়া to put mercury in a tank to purify water **বহ্ দিয়া** বসযুক্ত হোৱা যেনে কল পকি বহ্ দিলে to be fully ripe (appl to fruits)
**বহইচ্ কৰা** বহস্য কৰা ৰঙ কৰা ধেমেলীয়া ঠাট্টা কৰা to make a fun to cut a joke
**বহইচ্ পোৱা** ৰঙ পোৱা প্ৰীতি পোৱা যেনে ল'ৰাই ভাকি জুৰি বহইচ্ পায় to find fun or pleasure to find interesting **বহইচ্ লগা** বহস্যদায়ক বা প্ৰীতিদায়ক পোৱা যেনে যৌৱনত উঠি বহইচ লাগে to find pleasant or interesting
**বহণ খুওৱা** (১) বহণ লগাই জকমকীয়া কৰা to make polished by varnishing (২) মিছা বিবৰণ জোৰা দি, কথা আকৰ্ষণশীল কৰা; বঢ়াই কোৱা যেনে কথাত বহণ খুওৱা to exaggerate **বহণ দিয়া** একে অৰ্থ। **বহণ লগোৱা** একে অৰ্থ। **বহণ সনা** একে অৰ্থ।
**বহস্যত পাল খেদা,** অকল আমোদৰ নিমিত্তে অযথা পৰিশ্ৰম কৰা; to labour hard for the sake of pleasure alone
**ৰক্ষা পৰা** নিস্তাৰ পোৱা বিপদৰ পৰা উদ্ধাৰ পোৱা বিপদত নপৰাকৈ থকা to be saved from danger **ৰক্ষা পোৱা** একে অৰ্থ।
**ৰাইজ উঠা** কোনো অত্যাচাৰৰ প্ৰতিকাৰৰ অৰ্থে মুঠ বান্ধি ৰাইজ গোট খোৱা rising of the public in a body against some grievance
**ৰাইজ চাক্ দিয়া** বহুত মানুহ একেলগে গোট খাই অহা coming together of a large number of people
**ৰাই-কই নোহোৱা** অতি সামান্য হাই বা শব্দও নোহোৱা not having even a slight noise or a sound
**ৰাউচি জোৰা** (ৰাউচি = চিঞৰৰ উচ্চ শব্দৰ ক্ৰন্দন) ৰবকৈ চিঞৰি কন্দা to weep aloud
**ৰাও কঢ়া** মতা আৰাও কৰা to utter sounds **ৰাও জোৰা** 'ৰাউচি জোৰা চোৱাঁ। **ৰাও বন্ধা** একে অৰ্থ। **ৰাও মুৰা** দন্দুৰা দুৰ্মুখ কুলক্ষণীয়া quarrel some foul tongued ominous
**ৰাং পৰা** মুখত তামোলৰ ৰঙা বোল ধৰা getting red colour on the lips for chewing betel nut
**ৰাঁই-জাই কৰা** (ৰাঁই = ৰাগী জাঁই—অনু) ৰাগীয়ে ধৰাৰ দৰে লগা অৰ্থাৎ বায়ু চমাত অচল্লাই কৰা feeling giddy
**ৰাঁচ্ ভৰোৱা** তাঁত ভৰোঁতে দীঘৰ সূতাবোৰ হাঁকোটাৰে ৰাঁচৰ বিন্ধাত সুমোওৱা pu ting the threads of a loom in the reed
**ৰাগ জাল নোহোৱা** খং নথকা আৰু আহকাল নকৰা mild and non

interfering giving no trouble whatever

**ৰাগ টনা** (১) গীতৰ ৰাগ ৰাগিনীৰ সুৰ মুখেৰে ধ্বনি কৰা producing the tune of a song by mouth (২) ব্যঙ্গ অৰ্থত—বাউচি জুৰি কন্দা (ironi cally) to weep aloud

**ৰাগী বহা** ৰাগী বস্তু যোৱা ৰাগীয়াল বস্তু এৰিব নোৱাৰা হোৱা to be habituated to an intoxicating drug

**ৰাঙলী ঘোঁৰাত উঠা** মদ খাই মতলীয়া হোৱা (মদে মনৰ বেগ বঢ়ায় আৰু মদৰ বৰণ প্ৰায়েই ৰঙা গতিকে মদক ৰাঙলী ঘোঁৰাৰে বিজাইছে) to be riding one s red mare i e to be drunk

**ৰাঙলী ঘোঁৰা মেলা** ঘৰত জুই লগোৱা। (জুইৰ বৰণ ৰঙা আৰু বৰ বেগ বাবে তাক ৰাঙলী ঘোঁৰাৰে বিজাইছে) setting fire to a house

**ৰাজ-পাটত উঠা** ৰাজ পদত অভিষিক্ত হোৱা to ascend the throne to be crowned as a monarch

**ৰাজহি-ত'ভহি মৰা** সৰ্বসাধাৰণ ঘৰুৱা লেঠাত বাজে বজাৰ খাজনা শুল্ক কৰ আদি বাহিৰা লেঠা মৰা to attend to other demands besides one s household ones—such as pay ment of land revenue and taxes etc

**ৰাতিক দিন কৰা** (১) ৰাতিও দিনৰ দৰেই কাম কৰা যেনে পৰীক্ষাৰ্থীলৈ ৰাতিক দিন কৰি পঢ়িছে to work in night as much as in day time (২) উজ্জ্বল পোহৰেৰে ৰাতিক দিনৰ দৰে পোহৰ কৰা যেনে ডাঙৰ নগৰত বিজুলী বন্তিয়ে ৰাতিক দিন কৰি থয় to make the night bright as day by means of strong light

**ৰাতি খোৱা** (সেই নামৰ এটা সম্প্ৰদায় আছে তাৰ ভকতসকলে মনৰ মায়া দুৰ কৰি অমৰা ভক্তি আচৰে। সেই পথৰ সকাম নিকাম ৰাতি গোপনে কৰা হয় দেখি তাক 'ৰাতি খোৱা বোলে।) ৰাতি খোৱা সম্প্ৰদায় ভুক্ত বা সম্পৰ্কীয় ভিতৰ পকীয়া যেনে ৰাতি খোৱা ভকত সকাম বা পথ belonging or pertaining to the religious sect known as ৰাতি খোৱা or ভিতৰ পকীয়া। **ৰাতি ৰাতিটো** গোটেই ৰাতিটো the whole night **ৰাতি সেৱা** ৰাতি খোৱা পথৰ উপাসনা বা সকাম a religious ceremony of the ৰাতি খোৱা sect

**ৰাতিপুৱাই দিনটোলৈ** দিনটো হ'বলৈ ৰাতি পুৱাওঁতেই অৰ্থাৎ, গোটেই দিনটোলৈ শুভাশুভ সূচনা কৰা পুৱা সময়টোতে যেনে ৰাতিপুৱাই দিনটোলৈ ভাল আপদে পালে। in the very morning time that foretells one s good or evil for the whole day

**ৰাধা পটি** মানুহ অহা-যোৱা কৰা বহল পটি (ৰাধাই কৃষ্ণৰ গুৰিলৈ পোনাই অহা যোৱা কৰোঁতে বননিত আলিৰ দৰে বহল পটি হৈছিল) a wide footpath made by constant treading

**ৰাঙ্গনি বেলি** (বেলি = সূৰ্য্য) বেলি মাৰ্ যাব খুজি ৰঙা হওঁতেই, ৰাঙ্গনিয়ে ৰাতিৰ সাজ ৰান্ধিবলৈ চৰুত সোমাব লাগে। এতেকে গধূলি ৰাঙ্গনি চৰুত সোমাবৰ সময়ৰ সূৰ্য্য অৰ্থাৎ, গধূলিৰ ৰঙা বেলি the red setting Sun **ৰাঙ্গনি ৰ'দ** বেলি মাৰ যাবৰ সময়ত থকা অলপীয়া ক্ষীণ ৰ'দ (সেই সময়তে ৰাঙ্গনি চৰুত সোমাব লাগে) the last sun shine in the evening

**ৰাঙ্গনি উঠটাই জোল খোৱা** মিছা প্ৰশংসা কৰি স্বাৰ্থ সিদ্ধি কৰা to serve one s own interest by flattery

**ৰান্ধি থৈ বাঢ়ি নিদিয়া** অবজ্ঞা কৰা to show negligence

**ৰাপ্ বহা** অনুৰাগ আসক্তি বা মনোযোগ বদ্ধ হোৱা যেনে ধৰ্মত ৰাপ্ বহা কানিত ৰাপ্ বহা পঢ়াত ৰাপ্ বহা to be attached to to have one's

attention fixed to

**বাম গঙ্গা নমতা** 'ওঁ তৎসৎ চকাৰ বকাৰ নোখোলা' চোৱাঁ। **বাম গঙ্গা নমনা** ঈশ্বৰৰ নাম আৰু তীৰ্থস্থান নমনা। এতেকে ধৰ্ম-কৰ্ম নমনা disregarding religion and religious rites etc

**বাম-টাঙোন জোকৰা** ডাঙৰ টাঙোন জোকাৰি মাৰিম বুলি ভয় দেখুওৱা to threaten to beat with a big cudgel

**বাম বাজ** বামৰ বাজত্বৰ দৰে প্ৰজাৰ সুখ শান্তি আৰু সমৃদ্ধি থকা বাজত্বৰ কাল a reign of peace prosperity and happiness for the people as the reign of Rama

**বাৱণৰ চিতাৰ দৰে জ্বলা** বাৱণক খৰি দিয়া চিতাৰ জুই পৃথিৱী থাকে মানে জ্বলি থাকিব বুলি প্ৰবাদ আছে। এতেকে চিৰকাললৈকে জ্বলি থকা to be burning for ever like the funeral pile of Ravana

**বাহি অহা** জ্যোতিষ মনে বাশিৰ মিল হোৱা বাহিযোৰা অহা। এতেকে মন মিলা যেনে তেওঁৰে সৈতে মোৰ বাহি নাহে, অৰ্থাৎ, মন নিমিলে to be of the same mind or similar tastes **বাহি কৰা** (বাহি = বাশি বহুত সমূহ) ভগন নকৰি সঞ্চয় কৰা যেনে এশ টকা বাহি কৰিলোঁ to save by not spending

**বাহিয়ে বাহিয়ে অহা** 'বাহি অহা' চোৱাঁ।

**বাহি-যোৰা চোৱা** (বাহি = বাশিচক্ৰ যোৰা = যোটন) যোৰা চোৱা চোৱাঁ।

**বিং-আটাহ্ পৰা** চিঞৰ বাখৰ কৰা to scream

**বিং মৰা** মানুহক চিঞৰ মাৰি মতা to call a person by shouting

**বিঙে ডাঙে নোপোৱা** (বিং = চিঞৰ ডা = দীঘল মাৰি) বিং মাৰিলে নুশুনা আৰু দীঘল মাৰিৰেও ঢুকি নোপোৱা। এতেকে দূৰণিবটীয়া যেনে বিঙে ডাঙে নোপোৱা ঠাই, মানুহ বা বস্তু distant far off lying or living at a distance

**বিঠা-মলৰা দিয়া** বিঠা মাছ দগৰাদি দগৰা। বিঠা মাছ কেচাতে ভালকৈ খুন্দি ল'লেহে সিজে। এতেকে ৰবকৈ পিটিন দিয়া যেনে চোৰক বিঠা দগৰা দিলেও দাই নাই to give a sound thrashing

**বিনি বিনি** বহুত দূৰৰ পৰা অস্পষ্টকৈ মাত্ৰ অলপ অলপ (দেখা বা শুনাত খাটে) যেনে বিনি বিনি দেখা বা শুনা indistinctly seen or heard from a great distance **বিনিকি বিনিকি** একে অৰ্থ।

**বিপুৰা ধৰা** গোপনে বাতৰি আনিবলৈ নিযুক্ত কৰা যেনে কথাটো আলেঙে আলেঙে বুজি আহিবলৈ তেওঁক বিপুৰা ধৰিছোঁ to engage a person to fetch a news in secret **বিপুৰা মেলা** একে অৰ্থ।

**বিহা ধৰা** বাগি ধৰা খেপ্ ধৰা কোনো কাৰ্য্য অন্য কোনোৱে নকৰিলে নকৰোঁ বোলা to refuse to do something unless some other person also does it

**বিহা বিহি কৰা** 'বিহা ধৰা' চোৱাঁ।

**ৰুচি লগা** তৃপ্তি লগা খাই ভাল লগা to relish

**ৰুজি দিয়া** বোজগাৰ দিয়া জীৱিকাৰ উপায় দিয়া to provide with means of livelihood **ৰুজি মৰা** জীৱিকাৰ উপায় নষ্ট কৰা to deprive a person of the means of livelihood

**ৰুণ্ দিয়া** (১) কুকলিওৱা (পাৰ বা কপৌ চৰাইত খাটে) to coo (appl to pigeons or doves) (২) প্ৰথমে প্ৰকাশ হোৱা যেনে সূৰ্য্যই ৰুণ্ দিছে to make the first appearance

**ৰুদ্ৰমূৰ্ত্তি ধৰা** মহাদেৱে প্ৰলয় কালত সৃষ্টি সংহাৰ কৰিবলৈ ধৰাৰ দৰে ভীষণ মূৰ্ত্তি ধৰা। এতেকে খঙত উগ্ৰ মূৰ্ত্তি ধৰা to appear terrific in wrath **ৰুদ্ৰৰূপ ধৰা** একে অৰ্থ।

**ৰুজি খুন্দি খোৱা** অতিকৈ পেট ভৰাই খোৱা ঠাহি ঠাহি খোৱা to eat

gluttonously

**ৰন্দা পৰা** কম হোৱা নোজোৱা হোৱা to be insufficient

**ৰূপ মৰা** ৰূপৰ মোহৰ মৰা to coin silver

**ৰেং ৰেঙাই থকা** কুকুৰে ভুকাৰ দৰে বকি থকা to utter harsh sounds like the barking of dogs

**ৰেক্‌ ৰেকাই থকা** টেক্‌টেকাই থকা টান মাতেৰে বকি থকা to go on talking in a loud and harsh voice

**ৰেঙাই থকা** জোৰা ভালকৈ নিমিলি মাজত ফাক্‌ হৈ থকা to fit improperly by leaving a lap in the joint

**ৰেপ্‌ দিয়া** চোকা অস্ত্ৰৰ ধাৰেৰে হেঁচি হেঁচি ঘঁহি কটা to cut by drawing a sharp weapon forwards and backwards **ৰেপ্‌ মৰা** একে অৰ্থ।

**ৰেপি কটা** মানুহক ৰেপি ৰেপি কাটিলে সৰহ যন্ত্ৰণা দিয়া হয়। এতেকে অসহনীয় যন্ত্ৰণা দিয়া to put to slow and unbearable torture **ৰেপি থকা** বস্তু ৰেপি কাটোতে অনেক বাৰ ৰেপ্‌ দিব লাগে। সেই দৰেই, বাৰে বাৰে একেটা কথালৈকে ধৰি আমনি কৰা যেনে সি ধন খুজিবলৈ আহি, দিনটো ৰেপি আছে to vex by repeatedly making the same request

**ৰেহ্‌ৰূপ চোৱা** গতি-গোত্ৰ লক্ষ্য কৰা to watch the conduct of a person or the progress of anything

**ৰেহাই দিয়া** ছাৰণ বা শস্তা দিয়া এৰি দিয়া যেনে ধাৰৰ ধনৰ দহ টকা ৰেহাই দিলে খাজনা ৰেহাই দিলে to give up the whole or a portion of anything to exempt **ৰেহাই পোৱা** ছাৰণ বা এৰণ পোৱা to be let off to get a rebate to be exempted

**ৰেহা লগা** (ৰেহা = গতি চিজিল) গতি লগা অৰ্থাৎ চিজিল হোৱা শৃঙ্খলা লগা to be arranged methodically to be in proper order **ৰেহা লগোৱা** চিজিল কৰা to put in order to arrange methodically

**ৰৈ ৰৈ যোৱা** পনীয়া বস্তু পাত্ৰৰ ওপৰে উপচি বাগৰি বৈ পৰা। এতেকে বৰ সৰহ হোৱা প্ৰচুৰ হোৱা যেনে কণস্যা বা ধন-সম্পত্তি বৈ বৈ গৈছে to be over flowing i e to be more than enough

**বৈ-ৰাজনী কৰা** আনন্দত উচ্চ ধ্বনি কৰা to be uproaring in joy

**ৰৌহ্‌ কৰা** ঠেহ্‌ জোৰা অসন্তোষ পাই অভিমান কৰা to take up a sullen or sulky mood **ৰৌহ্‌ পতা** একে অৰ্থ। **ৰৌহ্‌ লগা** ঠেহ্‌ লগা অসন্তোষ পোৱা বাবে অভিমান হোৱা tto get or feel sullen or sulky

**ৰৌহ্‌ ঘৰত সোমোৱা** ঠেহ্‌ পাতি অকলে এঠাইত সোমায় থকা ব্যং to be offended and keeping alone Irn

**ৰোজ্‌ খোৱা** দিনৌ খাবৰ জোখাৰে কেচা বস্তুৰ যোগান পোৱা to be supplied daily with rations **ৰোজ্‌ দিয়া** খাদ্যৰ কাৰণে দিনৌ কেচা বস্তু যোগোৱা to supply daily rations **ৰোজ ধৰা** ৰোজ দিয়া চোৱাঁ।

**ৰোজা ধৰা** (মু ) ৰমজান মাহত ব্ৰত ধৰা to fast during the month of Ramjan **ৰোজাধৰীয়া** ৰোজা ধৰা বাবে লঘোনীযা যেনে ৰোজাধৰীয়া মানুহ fasting for the Ramjan

**ৰোল্‌ উঠা** উচ্চ ধ্বনি উঠা যেনে কান্দনৰ ৰোল্‌ উঠা rising of a loud confused noise or an outcry

**ৰোষ জনা** কোনো কথ' যেনেকৈ ক'লে বা কোনো কাম যেনেকৈ কৰিলে লোকে বেজাৰ নেপায় তেনেকৈ ক'ব বা কৰিব জনা to know how to spare others feelings **ৰোষ বুজা** একে অৰ্থ। **ৰোষ ৰখা** লোকে বেজাৰ নোপোৱাকৈ কথা কোৱা বা কাম কৰা to spare others feelings in speech or action

**বৌজাল-বৌজাল কৰা** (বৌজাল = বৌ লাগি জাল বৌজাল—অনু) বৌ লাগি

জালে বহুত ঠাই জোৰে। এতেকে (১) বহলাই বাহ্বি কৰা; to publish widely (২) অলপ কথাতে বৰকৈ হাই-উৰুমি বা চেৰেউ-কেৰেউ কৰা; making a great noise over a small matter

**বৌৰি উঠা** (বৌৰি = ঘটনা জনৰৱ) ঘটনা বৰকৈ প্ৰচাৰিত হোৱা জনৰৱৰ বৰকৈ ধক্ ফুটা to be widely spread as a rumour **বৌৰি ফুটা** একে অৰ্থ। **বৌৰি হোৱা** একে অৰ্থ।

**বৌ-বৌকৈ ধৰা** কুকুৰে টানকৈ ভুকি ধৰাদি ধৰা। এতেকে টান বা কৰ্কশ কথাৰে কিহবালৈ সধা বা কোনো কথালৈ ধৰা to insist a demand for anything in harsh or strong words

**বৌৰৱত পৰা** বৌ বৌ নামেৰে নৰকত পৰা। এতেকে নৰকত পৰা নৰকগামী হোৱা to go to hell to fall into the hell (বৌ বৌ is the name of a particular hell)

**বৌৰা-চৌৰা কৰা** নিজৰ দুখ দুৰ্গতি বা হানিৰ কথা বৰ উচ্চ শব্দেৰে কোৱা to speak about one s own sorrow or grievances in a loud and noisy voice

**বৌ-বৌৱাই উঠা** (বৌ = কুকুৰে ভুকাৰ শব্দ) কুকুৰে ভুকাৰ দৰে টান মাতেৰে টান কথা কোৱা যেনে মোক দেখিয়েই, কিয় বেলি কৰিলি বুলি তেওঁ বৌ বৌৱাই উঠিল barking at like a dog i e speaking strong words in a loud voice **বৌ-বোৱাই ধৰা** একে অৰ্থ।

# ল

**লক্-লক্ কৰে** বেগাই আৰু বৰকৈ (বঢ়াত খাটে) যেনে শাক ডৰা বা ল'ৰাটো লক্-লক্ কৰে বাঢ়ি আহিছে rapidly and luxuriantly (said of growing)

**লকম্-ধকম্ কৰে** ধৰক্-ধৰক্কৈ অস্থিৰ ভাৱে; যেনে বুঢ়াজনে লকম্ ধকম্ কৰে খোজ দিছে unsteadly tremblingly

**লকম্-পকম্ হোৱা** ঢিলা-সোলোকা হোৱা to become untight or unsteady

**লখিমী অনা** (লখিমী = লক্ষ্মী) ধান চপোৱাৰ শেহত পথাৰৰ পৰা এটা মুঠি উৎসৱ কৰি ঘৰলৈ অনা; bringing home with ceremony from the field a sheaf of paddy after reaping the season s crop (as a custom) **লখিমী তোলা**, ওপৰত কোৱাৰ মতে অনা ধানৰ মুঠি উৎসৱেৰে ভঁৰালত সুমোৱা placing in the grannary with ceremony the sheaf brought as stated above

**লগ ধৰা** (১) পাচৰ পৰা গৈ একেলগ হোৱা to overtake one going ahead (২) আন ফালৰ পৰা আহি, বা বাটত বৈ থাকি একেলগ হোৱা to meet by coming from a different direction or by waiting on the way (৩) একেলগে যাবলৈ সঙ্গ লোৱা বা সঙ্গী বিচৰা যেনে তীৰ্থলৈ যাবলৈ তেওঁৰ লগ ধৰিছোঁ to seek one s company **লগ পোৱা** (১) সাক্ষাৎ পোৱা দেখাদেখি হোৱা to meet (২) লগৰীয়া পোৱা যেনে গুৱাহাটীলৈ যাবলৈ তেওঁৰ লগ পাইছোঁ to get one as a companion (৩) একে শাৰীৰ হোৱা সমান হোৱা যেনে সকৰে ৰৰৰ লগ নেপায় to make a match with to be of the same rank **লগ লগা** একে লগ হোৱা যেনে প্ৰয়াগত গঙ্গা যমুনা আৰু সৰস্বতী তিনিও লগ লাগিছে ভাল আপদটো লগ লাগিল। to meet to get as a company **লগ লগোৱা** একেলগ কৰা গোটোৱা ওচৰ চপোৱা যেনে ভাল আপদটো লগ লগালো। ল'ৰাক মৰম কৰি লগ লগাব পাৰি; to make one a companion **লগ**

লোৱা সঙ্গ লোৱা to take one's company

**লগ বোকা দিয়া** একে দিনাই দুবাৰ হাল বাই আৰু মৈয়াই থান কৰলৈ মাটি প্ৰস্তুত কৰা to give two rounds of ploughing and also to harrow a piece of land on the same day to plant paddy seedlings

**লগ ভাত খোৱা** অনেকে লগ লাগি ভোজ খোৱা to eat in a feast with many people

**লগত অনা** (১) যৌতুকত অনা to bring as a dowry (২) লগতে একেলগে লৈ অহা অৰ্থাৎ জন্মগত যেনে লগত অনা চিন বা ঘূণ congenital (৩) নিজৰ লগত লৈ অহা (সন্তানত খাটে) যেনে লগত অনা ল'ৰা অৰ্থাৎ মাক অন্য পতিলৈ যাওঁতে লগত লৈ যোৱা পূৰ্ব পতিৰ সন্তান brought with a woman coming to live with a subsequent husband (appl to a child by a former husband) **লগত অহা** 'লগত অনা (৩) চোৱাঁ। **লগত যোৱা** (১) লগেৰে যোৱা to go in company (২) মৃত্যুলৈকে লগ নেৰা যেনে লগত যোৱা ব্যাধি বা বেজাৰ not leaving company till death (appl to a disease or sorrow)

**লগা** (১) ঠেকা লগাত দুখ পোৱা অৰ্থাৎ অসন্তুষ্ট হৈ দোষ ধৰা যেনে ল'ৰাৰ কথাত নেলাগিবা to be offended (২) গছত গুটি লগা to bear fruits (৩) যত্ন সহযোগ বা কাণ কৰা যেনে এই কামত লাগিছোঁ to try for cooperate or take interest in anything (৪) ছোৱা বা স্পৰ্শ কৰা। এতেকে গাত পৰা যেনে কাঁড় বা গুলি লগা to be hit as by an arrow or a bullet (৫) সম্বন্ধীয়া যেনে তেওঁ মোৰ লগা হয় related or connected (৬) দায়ী বা জগৰীয়া যেনে আমি তাৰেহে লগা। responsible for (৭) ফলিওৱা যেনে মোৰ কথা লাগিল; to frutify or come to happen as foretold

**লগাই দিয়া** (১) চুকুলি কৰা to speak against one to another (২) আৰম্ভ কৰোৱা ধৰোৱা নিয়োগ কৰা; যেনে, কামত লগাই দিয়া to make a person begin anything to put or apply to a work (৩) ওপৰঞ্চিকৈ দিয়া যেনে এমোন পাখীৰ কিনাত এসেৰ লগাই দিলে to give in excess of what is justly due (৪) উচটাই দিয়া যেনে কুকুৰ লগাই দিয়া তেওঁহে মোক এই কামলৈ লগাই দিলে to set on

**লগা-ভগা** (ভগা—অনু) সম্বন্ধীয়া related or connected **লগা হোৱা** গা হোৱা জামিন হোৱা to be a surety

**লগা ভগা কৰা** কোনো কামত নিজে খাটি সহায় কৰা to render bodily assistance

**লগী মৰা** 'চ'ৰি মৰা' চোৱাঁ।

**লগুণ-গাঁঠি দিয়া** বিয়াত দৰা কন্যাক কাপোৰৰ গাঁঠিৰে জুঁটি দিয়া to put the matrimonial tie

**লগুণ দিয়া** উপনয়ণ কাৰ্য্য কৰা যজ্ঞসূত্ৰ পিন্ধোৱা to invest with the Brahminical thread **লগুণ দিয়নি** লগুণ দিয়া কাৰ্য্য বা অনুষ্ঠান the ceremony of investing with the Brahmnical thread

**লগে উজোৱা** উজানত মাছ একেলগে উজায় সেই দৰেই, লোকক দেখি কোনো কথাত যোগ দিয়া to join in anything seeing other doing the same

**লগোৱা** (১) 'লগাই দিয়া' চোৱাঁ। (২) সমৰ্পণ কৰা যেনে গঙ্গাত অস্থি লগোৱা ন শাক ন পাত গুৰু ঘৰত লগোৱা to offer or present anything out of reverence (৩) ঘটনা ঘটোৱা যেনে সি এখন লগাইছে এৰিব to bring about anything

unpleasant

**লগোৱা ভজোৱা** এজনৰ বিপক্ষে আন এজনক কোৱা to back bite to speak against one to another **লগোৱা খুঁজোৱা** এজনৰ বিপক্ষে ইজনক কৈ খিয়লা খিয়লি বা বিবাদ ঘটোৱা setting one against another

**লঘু কৰা** পাতল কৰা অৰ্থাৎ লাঞ্ছিত বা অপমানিত কৰা to slight to insult **লঘু পৰা** পাতল হোৱা এতেকে (১) অপমানিত হোৱা যেনে লোকক হাত পাতিলে লঘু পৰিব লাগে; to feel small or insulted (২) কম বা উপশম হোৱা বাক কৰা যেনে বিষ লঘু পৰিছে to abate **লঘু হোৱা** অপমানিত হোৱা to be slighted or insulted

**লঘু লাঞ্ছনা কৰা** লঘুকৈ অৰ্থাৎ পাতল ভাৱেৰে লাঞ্ছনা কৰা এতেকে মিঠা ভাৱেৰে অপমান কৰা to insult in a mild way

**লঘোন দিয়া** লঘোনে থকা to fast **লঘোন লগা** লঘোনে থাকিব লগীয়া হোৱা যেনে একাদশীত লঘোন লাগে বিধবা মানুহ ৰজস্বলা হ'লে লঘোন লাগে to have to observe fasting

**লচপচ্ কৰা** কামত উদ্যোগেৰে ফুৰা to bustle about

**লচৰ্ কৰে** ভাবি গুণি নেচাই, হঠাৎ ঘপৰাই (কথাত খাটে) যেনে লচৰ কৰে গালি পাৰি দিলে suddenly all of a sudden (appl to words spoken)

**লঞ্জ খোৱা** লানী লগা to form a row contiguously **লঞ্জ হোৱা** একে অৰ্থ।

**লটং পটং কৰা** স্থিৰেৰে নেথাকি লৰি থকা to be shaking or unsteady

**লটঘট কৰা** 'লটিঘটি কৰা' চোৱা।

**লটিঘটি কৰা** (লট = জোকাৰ ঘট—অনু) আহকাল বা জঞ্জাল দিয়া কষ্ট দিয়া to put to trouble or annoyance **লটিঘটি হোৱা** কষ্ট বা আহকাল ভোগ কৰা to undergo troubles

**লঠীয়া দিয়া** বাধা বা বিঘিনি জন্মোৱা to obstruct **লঠীয়া মৰা** (১) লাঠীৰে উচালি গধুৰ বস্তু ওপৰলৈ তোলাত সাহায্য কৰা to raise a heavy body by means of a lever (২) সহায় কৰা to assist

**লতৰ্ লগা** লতা লগা চল লগা; লেচু ওলোৱা to get a pretext for repeating anything

**লতা কোৱোৱা** লতা হৈ বগাই যোৱা to creep like a vine to spread like a creeper **লতা পোৱা** জুতি পোৱা সোৱাদ পোৱা to know the good taste of a thing having tasted it before. **লতা লগা** জুতি পোৱা গুণে ৰুচি জন্মা বা বাপ্ বহা যেনে চুৰ কৰিবলৈ পাই, চোৰৰ লতা লাগিল to acquire a taste for anything having tasted it before

**লতা পতা লগা** (পতা = পাত) বগাই যোৱা লতাৰ পাতে ছোৱা বা স্পৰ্শ কৰা। এতেকে দূৰ সম্পৰ্ক লগা to bear a distant relationship

**লনা লনে লগা** থোপা থোপে গুটি ধৰা to bear fruits in many clusters

**ল নি হোৱা** ভালকৈ মিলা বাবে শুৱনি হোৱা যেনে দৰাৰ সাজ পাৰ ল নি হৈছে to be handsome by being befitting

**লপ্-লপ্ কৰে** খৰকৈ জিভা আৰু ওঁঠ লৰাই (খোৱাত খাটে) যেনে ছাগলীয়ে লপ্ লপ্ কৰে গছপাত চোবায় moving the lips and the tongue quickly (appl to eating or chewing a thing)

**লপা থপা মৰা** হাতেৰে সামান্য ৰূপে প্ৰহাৰ কৰা to beat a person slightly with the hand

**লফা লোৱাদি লোৱা** লফা শাকৰ গছ কোমল বাবে তাক বেগতে আৰু বিনাশ্ৰমে কাটি টুকাৰ পাৰি। এতেকে হেলাৰঙে আৰু বেগতে অন্ত বা ধ্বংস

কৰা to destroy easily and speedily

লৰ্‌ পোৱা ধ্বংস হোৱা to be destroyed or wasted লৰ্‌ যোৱা একে অৰ্থ। লৰ হোৱা একে অৰ্থ।

লয়-লয় চয়-চয় কৰা ভাল লগাবলৈ বা বশ কৰিবলৈ চুপ চুপোৱা বা উলমুলুৱা to coax

লয়-লাস কৰা (লয় = সঙ্গীতৰ লয় লাস্‌ = নৃত্য) আনন্দ কৰা আমোদ কৰা চখ কৰা to be joyous

লৰ্‌চৰ্‌ কৰা (১) গা লৰোৱা to be moving the body (২) এঠাইৰ পৰা আন ঠাইলৈ যোৱা to move from one place to another (৩) অলপ অচৰপ্‌ বন-বাবীত ধৰা to put hand to some work (৪) সলনি কৰা যেনে এই কথাৰ লৰ্‌চৰ ন'কৰিবা to change

লৰচৰ্‌ কাতি-কুতা নকৰা সমূলি একো বন নকৰি এলাহৰে থকা to remain idle without moving at all to do anything

লৰ্‌ধৰ্‌ কৰা (ধৰ—অনু) খৰখেদা কৰা to make haste

লবাং ভৰ্বাং কৰা বিশৃঙ্খল কৰা to make scattered or confused

লবাং লাখুটি আত্মীয় স্বজন আৰু সম্পত্তি নোহোৱা মানুহ; one without relatives or property

লৰক্‌ কৰক্‌ কৰা ঢিলা-সোলোকা হৈ লৰা বা জোকাৰ খোৱা to be swinging or shaking by reason of being loose or unsteady to be unsteady লৰক কৰক্‌ হোৱা একে অৰ্থ।

লৰত ফেঁটী সাপৰ মূৰ ছিঙা ইমানকৈ লৰ ধৰা যে বাটত ফেঁট তুলি থকা সাপৰ মূৰো উজুটিত ছিগি যায়। এতেকে অতি বেগেৰে লৰ দিয়া to run at a break neck speed

লৰৰ বেগত লৰালৰিত যেনে লৰৰ বেগত ছাটিচটাও আনিবলৈ পাহৰিলোঁ in haste due to great haste

ল'ৰা-ছোৱালীৰ পেঁ-পেঁ বেঁ-বেঁ (পেঁ = পেপাৰ মাত বেঁ = ঝিলীৰ মাত) ল'ৰা ছোৱালীৰ বাহি উকমি confused noise made by children.

লৰা-ধপৰা কৰা (ধপৰা—অনু) ল'ৰি ফুৰা। এতেকে খৰধৰ্‌ কৰা বেগাবেগি কৰা to make haste

ল'ৰা ধৰা প্ৰসৱ কালত ওপজা সন্তানৰ আল্‌ধৰা to attend a new born baby at delivery ল'ৰা পোৱা (১) প্ৰসৱ কৰা to give birth to a child (২) মতা ল'ৰা প্ৰসৱ কৰা to give birth to a male child

ল'ৰা ভুৰুকিওৱা ল'ৰা মানুহক ছলনা কৰা বা আতুৱা ভঁৰা to deceive a child

লৰা যম ল'ৰি আহি নিয়া যম অৰ্থাৎ আচম্বিতে হোৱা মৃত্যুৰ কাৰণ the cause of a sudden and unexpected death

লৰা-লৰি কৰা (১) 'লৰৰা-লৰৰি কৰা চোৱাঁ। (২) খৰপোচ কৰা বেগাবেগি কৰা to make haste

ল'ৰাহঁতৰ মাক নিজৰ ল'ৰা-ছোৱালীৰ মাক। এতেকে পত্নী নিজৰ স্ত্ৰী the mother of one s own children i e wife

ল-ল চ-চ কৰা 'লয়-লয় চয় চয় কৰা চোৱাঁ।

ল-ল স-স কৰা ভালৰি বোলাবলৈ মিত্ৰ বা আপোন বুজাই আলাপ কৰা পটবটোৱা to talk with a person like a friend or a wellwisher with a view to please or flatter

ললাট ভুঞ্জা কপালত থকা দুখ ভোগ কৰা to suffer perdestined miseries

লৰৰা-লৰৰি কৰা ল'ৰি ফুৰা ল'ৰি ফুৰি বঙ কৰা to be running about in fun

লহ্‌পহ্‌ কৰে ডালে পাতে পূৰ হৈ পেঁম্‌ ধৰি (বঢ়াত খাটে) যেনে শাক জন্মা বা ছোৱালী জনী লহ্‌পহ্‌ কৰে বাঢি আহিছে luxuriantly (appl to

growth) লহলহ্ কৰে, এনে অৰ্থ।

লহোৱা বহোৱা (লহোৱা = লাহ্ কৰা বহোৱা—অনু) লাহবিলাহ্ কৰা to enjoy life

লক্ষ্য কৰা (১) মন কৰা দেখা যেনে তেওঁ আগেলিয়েই গৈছিল যদিও মই লক্ষ্য কৰা নাছিলোঁ to notice to take notice of (২) সন্ধান স্থিৰ কৰা to aim at

লাই-জাল বোৱা আমনি বা আহুকাল কৰা নিৰ্দয় ব্যৱহাৰ কৰি অশান্তি দিয়া to annoy or harass

লাই-দিয়া 'আশয় দিয়া' চোৱাঁ। লাই পোৱা 'আশয় পোৱা' চোৱাঁ।

লাই-লাস্ কৰা 'লাস বিলাস কৰা' চোৱাঁ।

লাই লেজু, লেজুৰ দৰে লাহী আৰু দীঘল অৰ্থাৎ, লেংপেঙীয়া thin and long like a rope i e tall and slender

লাই সৰিয়হ ফুটাদি ফুটা লাই শাকৰ গুটি বা সৰিয়হ জুইত ফুটাৰ দৰে ফুটা অৰ্থাৎ, গাৰ পোৰণিত বৰকৈ চিটচিটনি লগা feeling a painful burning sensation due to heat

লাওপাত কচুপাত ছাগলীয়ে বাছ বিচাৰ নকৰি গছপাত চোবাই ফুৰাৰ দৰে বাছ-বিচাৰ নোহোৱাকৈ কথা কোৱা স্বভাৱৰ ('মুৰ্খ' শব্দৰ বিশেষণৰূপে খাটে) silly tongued indiscreet in speech

লাওপাত খোৱা ছাগলী ছাগলীয়ে লপলপাই লাওপাত খোৱাৰ দৰে মুখত যি আছে তাকে কোৱা মানুহ one talking indi creetly whatever comes uppermost in mind

লাওপানী খোৱা মদ খোৱা (আগৰ দিনত দুখীয়া মানুহে লাওৰ খোলাত মদ খৈছিল) to drink intoxicating liquor লাও-লোৱা কৰা ধাতুৰ পাত্ৰ নোহোৱাত পানী খাবলৈ লাওৰ খোলা ল'ব লগীয়া কৰা। এতেকে অতি দৰিদ্ৰ কৰা to make a person extremely poor লাও-লোৱা হোৱা অতি দৰিদ্ৰ হোৱা to be reduced to extreme poverty

লাং কানীয়া (লাং = নঙলা মাৰি ভাং) ভাংভালৰ দৰে শৰীৰ মাত্ৰ সম্বল থকা কানীয়া। এতেকে দৰিদ্ৰ কানীয়া মানুহ a quite indigent opium eater

লাং খাই পৰা (লাং = ভাং) ভাংভালৰ দৰে দীঘল হৈ পৰা; অৰ্থাৎ, ভাগৰত অৱশ হৈ দীঘল দি পৰা to lie down flat in exhaustion

লাং থাং কৰা সিঁচৰতি কৰা; ঠান্ ঠান্ বা ঠাই ঠাই কৰা to scatter লাং থাং হোৱা সিঁচৰতি হোৱা; to be scattered

লাংপাং জোৰা দিয়া (লাংপাং = মিছা) মিছা কথা জোৰা দিয়া to join or connect unreal matters fabricate a false story

লাং-লাং থাং থাং কৰা 'লাং থাং কৰা' চোৱাঁ। লাং-লাং থাং থাং হোৱা 'লাং থাং হোৱা' চোৱাঁ।

লাকি-লুকা কৰা লগ ল'বৰ মনেৰে লুকা ভুমুকা কৰা অৰ্থাৎ মিলিবৰ অৰ্থে লাটিপুটি কৰি আগ বঢ়া যেনে ল'ৰাই লাকি-লুকা কৰিছে পাচত লগ লয়হি to approach in a playful manner to take company (as a child)

লাকে পাকে লাক্ পাক কথাতে লাঙে-পাঙে মিছাতে যথেষ্ট কাৰণ নথকাতো যেনে লাকে পাকে কাজিয়াখন লাগিল চুৰ নকৰিও লাকে পাকে ফাটক খালে for inadequate or indirect reasons without proper justification

লাখ্ বিলাখ বহুত লাখ লক্ষ লক্ষ অৰ্থাৎ অসংখ্য বৰ সৰহ যেনে লাখ বিলাখ মানুহ গোট খাইছিল many lacks i e innumerable

লাখৰ্-বাখৰ্ কৰা উল্লাসিত হোৱা আনন্দত উৎসাহিত হোৱা to be jubilant to be delighted and hearty

লাখুটিৰ খুন্দা খোৱা দুষ্টালিৰ মুৰত লোকৰ কিল্ খোৱা to be beaten for one s

own conduct.

**লাগ্ দিয়া** লগ দিয়া সঙ্গ লোৱা; যেনে বিদ্যাই লাগ দিয়া লক্ষ্মীয়ে লাগ দিয়া to become a mate or a company

**লাগ্-বান্ধ** শৃঙ্খলা চিজিল্ যেনে লাগ্ বান্ধ্ লগা ঘৰ লাগ্ বান্ধ্ নোহোৱা কথা বা কাম method system arrangement

**লাগ্ বুলিলে পোৱা** লগা হ'লেই পোৱা যেতিয়াই লাগে তেতিয়াই পোৱা near at hand available at any time

**লাগি অহা** কপালত হ'ব লগীয়া থকা অদৃষ্টত নিৰূপিত হৈ অহা যেনে দুখ ভুগিবলৈ লাগি আহিছে to have been fixed by destiny predestined **লাগি ধৰা** লিপিত খাই ধৰা to adhere

**লাগি ভাগি দিয়া** 'লগা ভগা কৰা' চোৱাঁ।

**লাগে যদি** (১) লাগিলে প্ৰয়োজন হ'লে বৰঞ্চ যেনে লাগে যদি লঘোনেই থাকিম তেওঁ লোকক নোখোজোঁ if necessary rather (২) এনে হ'ব পাৰে যে হয়তো' যেনে ধানগাল চোতালতে থাকিল লাগে যদি গৰুৱে খাবহি it may so happen

**লাঙে পাঙে** 'লাকে পাকে' চোৱাঁ। **লাঙেপাঙে** তেনেই দীঘলে দীঘলে অৰ্থাৎ ছেও নিদিয়াকৈ আৰু পাতে চোতে সৈতে যেনে গোট গছজোপা লাঙে পাঙে গাড়ীত তুলিব নোৱাৰি the whole tree in one piece with its leaves and branches **লাঙে লাঙে** (লাং = ডাঁৰ নঙলা) দীঘলে দীঘলে যেনে গোঁসাইৰ আগত মানুহবোৰে লাঙে লাঙে পৰি সেৱা কৰিলে prostrating on the ground

**লাচ্ খোৱা** দোঁ খোৱাৰ পৰা কোবত পোন হোৱা যেনে ভাৰ নিওঁতে বিৰিয়া লাচ খাই যায় to spring up **লাচ লোৱা** একে অৰ্থ।

**লাচনি পাচনি কৰা** আদেশ মতে সৰুসুৰা কাম কৰি দি আল্ পৈচান ধৰা to assist by doing small works under direction

**লাজ কৰা** (১) লাজভাৱে অভিভূত হোৱা to be bashful (২) অনুৰোধ নেৰাখিলে লোকক বিমুখ কৰা; to show discourtesy by refusing a request **লাজ কথা** অবাচ্য কথা শুনিলে লাজ লগা কথা obscene speech or words **লাজ পৰা** লাজত পৰা to feel ashamed **লাজ পোৱা** লজ্জিত হোৱা to feel ashamed or smaller **লাজ হোৱা** অপমানিত হোৱা খাটনি ধৰি বা কিবা কৰিব নোৱাৰি বিফল মনোৰথ হোৱা to feel ashamed at the refusal of a request or for filing to do something

**লাজ্ কাজ্ কাতি কৰি** (কাজ—অনু কাতি কৰি = অগ্ৰাহ্য কৰি) আত্মসন্মান পৰিহাৰ কৰি যেনে লাজ কাজ কাতি কৰি মাগি ফুৰিছে putting aside self respect

**লাজ্ বন্ধ খোৱা** লাজ কৰি কৰি লাজুক স্বভাৱৰ হোৱা to be habituated in bashfulness **লাজ্ বন্ধ যোৱা** একে অৰ্থ।

**লাজৰ লাখুটি** লজ্জা ৰক্ষা কৰিবলৈ উপায় বা অৱলম্বন লাজত নপৰিবৰ কাৰণে আশ্ৰয় a means to be saved from shame disgrace or humiliation

**লাটিপুটি কৰা** 'টালিভুলি কৰা' চোৱাঁ।

**লাটুমা বন্ধা** গোট মাৰি লাটুমৰ দৰে হোৱা লদা বন্ধা to stick togethers in the shape of a top to be solidified in lumps

**লাড়ু দিয়া** তুঁহ গুড়ি আৰু গোবৰেৰে শকত শকত মিঠৈ বান্ধি মাছ গোট খাবলৈ তৰাং পানীত পাতি থোৱা (তুঁহ গুড়ি খাবলৈ মাছ চাপি আহিলে জুলুকিৰে চাব মাৰি তাক ধৰা হয়) to put in shallow water balls made of paddy chaff and cowdung in order to catch fish that may come to eat the same

**লাহো কৰা** (১) পাতলীয়া বন কৰা to do light works (২) বনত অলপ সহায় কৰা to render slight assistance at any work

**লান্ লগা** দীঘলকৈ শাৰী পতা লানি লগা যেনে পকবাৰ লান্ লাগিছে to be formed into a long line

**লাল্ কাগজ** পোনতে শুলোৱা টোকা কাগজবোৰ ৰঙা বৰণৰ আছিল। এতেকে আখৰ টোকা কাগজ blotting paper

**লাল্কাল্ দিয়া** লবেজান হোৱা to be unconcious by reason of illness or fatigue **লাল্কাল্ হোৱা** একে অৰ্থ।

**লাল্ পৰা** (লাল্ = লেলাউটি) 'লালটি পৰা চোৱাঁ।

**লালবন্দী কৰা** বন্দী স্বৰূপে সম্মানেৰে ৰখা to intern to keep as a prisoner but with respect

**লালচ্ কৰা** লোভ কৰা হেঁপাহ কৰা to long for

**লালটি খোৱা** মুখৰ লেলাউটি খোৱা অৰ্থাৎ চুৰ' খোৱা (গালিত খাটে) this phrase is used in abuse and means one who eats the remnants of others plate **লালটি পৰা** লোভ লাগিলে মুখৰ পৰা লেলাউটি পৰে। এতেকে লোভ লগা to get a watering mouth for a strong desire to eat or drink anything **লালটি সৰা** একে অৰ্থ।

**লালী লগা** 'লান্ লগা চোৱাঁ।

**লাস্বাস্ কৰা** (লাস = লাহ্ বাস = কাপোৰ) পিন্ধি উৰি লাহ্ বিলাহ্ কৰা জীৱনৰ সুখ ভোগ কৰা to enjoy life **লাস্বিলাস কৰা** একে অৰ্থ। **লাস বেশ কৰা** লাহৰ বেশ কৰা উলাহৰ সাজপাৰ পিন্ধা to put on gay attire

**লাহ্ বিলাহ্ কৰা** 'লাস্ বিলাস কৰা চোৱাঁ।

**লাহ্ লোটন কৰা** (লোটন = লুট) (১) 'লাসবাস কৰা চোৱাঁ। (২) ৰঙ ধেমালি কৰা; to sport to be engaged in sport play or pleasure of any kind

**লিপিচ্ বিচৰা** (লিপিচ্ = চল ছিদ্র সুযোগ) চল বা লেচু বিচৰা to seek a plea or pretext for doing anything **লিপিচ্ লগা** চেলু লগা সুচল ঘটা to serve as a plea or pretext **লিপিচ্ লোৱা** চেলু বা সুযোগ পাই তাক ব্যৱহাৰ কৰা যেনে ঘা হ'লত এন্দুৰীয়া হ'বলৈ লিপিচ ল'লে to avail of a plea or pretext **লিপিচ্ হোৱা** 'লিপিচ লগা চোৱাঁ।

**লিপিত খোৱা** (লিপিত = লিপ্ত) লিপ্ত হৈ লাগি ধৰা। এতেকে নেৰা নেপেৰাকৈ নিবিষ্ট মনেৰে লগা to stick to anything tenaciously **লিপিত গাঁঠি** আট খোৱা ধাৰে মুকলি নোহোৱা গাঁঠি। এতেকে এৰাব নোখোজা জঞ্জাল নেৰা নেপেৰা আহুকাল obstinate trouble or nuisance

**লিৰিকা বিদৰা** (লিৰিকা = লাহে লাহে হাতেৰে লৰাই ইফাল সিফাল কৰা বিদৰা = ছিৰি চোৱা) অৰুচিৰে বা আগ্ৰহ নকৰি হাতেৰে ছুই ইফাল সিফাল কৰি চোৱা। এতেকে লাৰি চাৰি চাই কাৰ্য্যত নলগোৱা যেনে ভাত নেখাই লিৰিকি বিদাৰি গুচি গ'ল reluctantly moving anything with the fingers

**লীন হোৱা** আন দ্রব্যৰে মিলি একে হোৱা সম্মিলিত হোৱা to be commingled or absorbed

**লীলা কৰা** (১) ৰঙ্ ধেমালি কৰা to indulge in sport or amusements (২) অৱতাৰ ধৰি আচৰিত কাৰ্য্য কৰা to perform supernatural deeds by taking birth as an incarnation of God

**লীলা খেলা কৰা** 'লীলা কৰা চোৱাঁ।

**লুং লুং কৰে** মনে মনে লোকে নেদেখাকৈ গোপনে আৰু বেগেৰে (গমনত খাটে) যেনে লুং লুং কৰে ভালেখিনি পালেগৈ

briskly and without being observed by others (appl to moving or walking)

**লুক্ ঢুক্ কৰা** লুকোৱা ঢাক্ ঢুক কৰা গোপন কৰা to conceal

**লুকা ভুমুকা কৰা** আঁৰৰ পৰা অলপকৈ মুখ উলিয়াই আকৌ লুকোওৱা to show one s own face slightly from a distance and hiding it again

**লুকা লুকি খেদা** এজনে লুকাই, আন এজনে তাকে বিচাৰি উলিয়াই ধেমালি কৰা to play hide and seek

**লুকুৱা ঢুকুৱা কৰা** লুক্ ঢুক্ কৰা চোৱাঁ।

**লুটি বাগৰ দিয়া** ইকাতিৰ পৰা সিকাতিলৈ বাগৰ মৰা। এতেকে কথা সলোৱা পূৰ্বে কোৱাৰ বিপৰীত ৰূপে কোৱা to change words **লুটি বাগৰ মৰা** একে অৰ্থ।

**লুটিওৱা** ওপৰ ফাল তল কৰা। এতেকে পুথি পটি শেষ কৰা যেনে এটা কিতাপ লুটিয়াইছে tc finish reading a book

**লুটিয়াই পঢ়া** এবাৰ শেষ কৰি আকৌ পঢ়া to read again from the beginning **লুটিয়াই পঢ়োৱা** আকৌ ন কৈ পঢ়োৱা যেনে জনা লোকে নজনাক লুটিযাই পঢ়াব পাৰে tc teach over ag ı

**লুটিয়া-লুটি কৰা** ঘনাই তলৰ লুটি ওপৰ আৰু ওপৰৰ লুটি তল কৰা এতেকে ধৰফৰোৱা to be writhing cr tossing about

**লুটি সুটি** (লুটি= লোটনি কৰি খাঁটনি ধৰি সুটি—অনু) খাটি লুটি খাটনি লোটনি কৰি soliciting favour

**লুতুৰি পুতুৰি হোৱা** নিজৰ গোটেই গা লেট-পেট কৰা যেনে বোকাত লুতুৰি পুতুৰি হ'লো to be smeared with

**লুৰিয়ে লুৰিয়ে** (লুৰি = সৰু লোৰ) লোৰে লোৰে লোৰেপতি বেলেগে। এতেকে চুবুৰিয়ে চুবুৰিয়ে ঠায়ে ঠায়ে যেনে এইবাৰ ৰাজহুৱা সবাহ লুৰিয়ে লুৰিয়ে পাতিছে ধান তেনেই নৌ পকে লুৰিয়ে লুৰিয়েহে দাবৰ হৈছে in particular localities only

**লেই-লেই ছেই-ছেই কৰা** (ছেই = কুকুৰ খেদোৱা মাত লেই—অনু) কুকুৰক কৰাদি ছেই ছেই কৰা অৰ্থাৎ ঘৃণিত বা অবজ্ঞাত ওচৰ চাপিব নিদিয়া ছেই-ছেই লেই-লেই কৰা allowing not to approach out of contempt

**লেও দিয়া** লেপ দিয়া লিপি দিয়া যেনে টৌ লেও দিযা to put as a plaster **লেও লোৱা** 'লুতুৰি পুতুৰি হোৱা চোৱাঁ।

**লেং পেং কৰে** অকল দীঘল ভাৱে পথালিৰ বিপৰীতে যেনে ল'ৰাটো লে পে কৰে বাঢ়িছে only in hight or length and not in other dimensions **লেং লে কৰে** একে অৰ্থ।

**লেক্‌লৌ পৰুৱা** (১) সেই নামৰ এবিধ পৰুৱা সি গাত উঠিলে চিকুটিও এৰুৱাব নোৱাৰি। এতেকে লগ নেৰি আমনি কৰা লোক one that annoy others by coı tantly keeping cc mpany (২) লেক্‌লৌ পৰুৱা আটাইবোৰ এবে শাৰীতে লানি নিছিঙাকৈ যায। এতেকে লানি নিচিঙাকৈ যোৱা সৰহীয়া মানুহ বা প্ৰাণী a large number of pecpl cr living creature one following another n a l ng unb c k n l r e

**লেকাত লগা** (লেকাত = ক্লান্ত) বহু ৰ একো নোখোৱাত ক্লান্ত হোৱা to be fatigued with hunger

**লেকেচ-কেচ লগা** আহুকাল বা জঞ্জাল লগা যেনে গোচৰ এখনৰ লেকেচ-কেচ লাগিছে to get into a trouble or obstruction

**লেখ ওলোৱা** লেখ কৰিলে পোৱা হোৱা যেনে সাতোটা মানুহৰ লেখ ওলাইছে to be found in counting **লেখ ধৰা** লেখ কৰা লেখত ধৰা to include in counting **লেখ পাহৰা** লেখত ধৰিবলৈ পাহৰা to forget in include when counting **লেখ্ পোৱা** লেখত

বা হিচাপত পোৱা যেনে একুৰি মানুহৰ লেখ পাইছোঁ to find in counting or in account **লেখ্ লোৱা** লেখত বা হিচাপত ধৰা to count or take into account

**লেখত উঠা** গণনাত পৰা to be included in counting **লেখত ওলোৱা** গণনাত ওলোৱা to be found in counting **লেখত ধৰা** লেখ ওলোৱা চোৱাঁ। **লেখত পৰা** সংখ্যা বা গণনাত গণ্য হোৱা to be included in counting **লেখত ফুটা** লেখি চাওতে পূর্বৰ লেখতকৈ কম হোৱা যেনে এপোণৰ চাৰি অৰা তামোল লেখত ফুটিল to be found short in recounting **লেখত লোৱা** সঠিক বুলি লেখত ধৰা বা লেখ লোৱা to count upon

**লেঙেৰা-লেঙেৰি কৰা** কুকুৰৰ দৰে গাত গা ঘঁহাই মৰম কৰা Caressing each other like dogs

**লেচ-কেচ লগা** লেকেচ-কেচ লগা চোৱাঁ।

**লেচু ওলোৱা** 'লিপিচ ওলোৱা চোৱাঁ। **লেচু বিচৰা** 'লিপিচ বিচৰা চোৱাঁ। **লেচু পোৱা** ছিদ্ৰ বা সুচল পোৱা যেনে ঘা হওতেই এন্দুৰীয়া হ বলৈ লেচু পালে getting plea or opportunity **লেচু লগা** 'লিপিচ লগা চোৱাঁ। **লেচু লোৱা** 'লিপিচ লোৱা চোৱাঁ। **লেচু হোৱা** 'লিপিচ লগা চোৱাঁ।

**লেছেৰি বোটলা** (লেছেৰি = দাউনীয়ে গছত এৰি থৈ যোৱা ধানৰ থোক গোটাই বন্ধা মুঠি) ছেৰা বোটলা চোৱাঁ।

**লেজুক সাপ বোলা** পৰি থকা লেজু দেখি সাপ বুলি ভ্ৰম কৰা। এতেকে ভয় নকৰিবলগীয়া কথাত ভ্ৰম কৰি ভয় খোৱা mistaking a rope for a snake i e to be frightened at anything erroneously

**লেজুৱা কাম** বেগতে খটম নহৈ লেজুৰ দৰে বাঢি যোৱা কাম any work that instead of being finished soon goes on increasing

**লেজুৱা লগা** টানিলে লেজুৰ দৰে দীঘল দীঘল হৈ যোৱা বেগতে অন্ত নোহোৱা বাঢি যোৱা যেনে গোচৰখন লেজুৱা লাগিছে গৈছে to be protracted

**লেট লোৱা** লেটি লোৱা চোৱাঁ।

**লেটা কন্দা** মুখৰ পৰা আঁহ উলিয়াই মুগা আদিৰ দৰে বাহ সজা to form a cocoon **লেটা বন্ধা** এৰী বা মুগাৰ খোলাৰ দৰে গোট বন্ধা to form solid clods like cocoons **লেটা খোৱা** এৰী মুগা আদিৰ লেটা বা পোক খাওঁতা (গালিত খাটে) one who eats silk worms

**লেটিওৱা** লেট খুওৱা বা লেটিপেটি কৰা। এতেকে দোষত লিপ্ত কৰা দোষৰ ভাগী বুলি কোৱা যেনে লোকে চুৰ কৰিলে মোক মিছাতে লেটিয়াইছে to implicate

**লেটি লোৱা** ধূলি বোকা আদিত বাগৰি বা জোবোৰা খাই লুতুৰি পুতুৰি হোৱা to be dipped in or smeared with mud or dust etc

**লেঠিয়া-লেঠি কৰা** পৰস্পৰে দোষাৰোপ কৰা to incriminate each other

**লেঠু দেখুওৱা** বুঢা আঙুলি দেখুৱাই অৱজ্ঞা বা অসম্মানৰ ভাব প্ৰকাশ কৰা to express disregard or disrespect by showing the thumb

**লেথেৰি ছিঙা** লালী ছিঙা যেনে শব্দবোৰ লেথেৰি ছিঙি লিখিবাঁ বা মাতিবাঁ to break continuity **লেথেৰি ছিগা লগা** লগি গুচি আঁতৰা আঁতৰি হোৱা to be broken in continuity **লেথেৰি নিছিগা** ছেদ-ভেদ নোহোৱা হোৱা to be continuous **লেথেৰি পতা** লেথেৰি লগা চোৱাঁ। **লেথেৰি লগা** লেল্-পেল লগা যেনে আলিত মানুহৰ লেথেৰি লাগিছে to be in an unbroken continuous line

**লেদেলা ওকটা** বিষ্ঠা মূত্ৰ আদি গুচাই পৰিচৰ্য্যা কৰা to nurse like a child or a sick person by removing

filth etc

**লেন ধৰা** মৰম লগাবলৈ ধুন ধৰি মতা to speak in a feigned graceful voice or tone to excite affection **লেন লগোৱা** একে অর্থ। **লেন ছেলোৱা** একে অর্থ (ঘৃণা বা নিন্দাৰ ভাবত খাটে)।

**লেনী ভাদে** (ভাদে = ভাদ মাহত ওপজা ছোৱালী) লেন ধৰি মতা ছোৱালী any girl speaking in a feigned graceful voice or tone

**লেপ্ খোৱা** লেও লোৱা চোৱাঁ। **লেপ লোৱা** একে অর্থ।

**লেপেট খোৱা** 'লিপিত খোৱা চোৱাঁ। **লেপেট গাঁঠি** 'লিপিত গাঁঠি চোৱাঁ।

**লেপেটা কঢ়া** আঁঠু ভাঙি দুই ঠেঙ কোঁচাই, তপিনা পেলাই বহা আহোম ভিৰি বহা to squat **লেপেটা পৰা** একে অর্থ।

**লে বাই যোৱা** লতাৰ দৰে হেপা মেলি আগ বঢ়া যেনে ইটোৰ পৰা সিটো ঘৰত জুই কুৰা লে বাই লাগিলগৈ to advance with the ends like fire or a creeper

**লেম্‌টো লগা** বন্দী বা লগুৱাৰ দৰে লোকৰ পাচে পাচে ফুৰা refusing to leave one s company as a slave and flatterer

**লেৰ্ বাই যোৱা** মুখৰ লাল্‌বীজ ওলোৱা অৱস্থা হোৱা দুখ কামত ভাগৰ লাগিলে তেনে হয়। এতেকে দুখ কাম কৰি ক্লান্ত হোৱা to be very much fatigued for doing some hard work

**লেবেলা সাদৰ** লেবেলিলে বস্তু বেযা হয়। এতেকে মিছা বা কপট সাদৰ অকল মুখেৰে দেখুওৱা সাদৰ unsincere or feigned affection

**লেল্-পেল্ নিছিগা** 'লানি নিছিগা চোৱাঁ। **লেল্-পেল্ লগা** 'লানি লগা চোৱাঁ।

**লেলাই খেন্দাই** (লেলাই = ভাগৰত জিভা উলিয়াই খেন্দাই—অনু) ভাগৰ বা দুখত হাবাশাস্তি হৈ যেনে লেলাই খেন্দাই পৰিলহি লেলাই খেন্দাই জীয়াই আছে being fatigued or distressed **লেলাই খেলাই** একে অর্থ।

**লেলা বৰশী বোৱা** বৰশী বোৱা এনেয়ে আমনি লগা কাম তাকে আকৌ লেলাই যোৱাকৈ অর্থাৎ ভাগৰ লগাকৈ বোৱা বুলিছে। এতেকে (১) কোনো কামত ভাগৰ লগাকৈ আৰু আমুৱাই যোৱাকৈ লাগি থকা to be tiresomely engaged in any work and fatigued in consequence thereof (২) টোপালি পৰা অর্থাৎ আশা কৰি বহু পৰলৈ ৰৈ থকা to wait in expectation for a long time

**লৈ-লৈ থৈ থৈ কৰা** অতিপাত দুৰ্গতি কৰা to put to great trouble and distress

**লোকক দেখুওৱা** (১) মিছা বা কৃত্রিম আচৰণ কৰি দেখুওৱা যেনে লোকক দেখুৱাই কন্দা বা মৰম কৰা to do anything only for the sake of appearance (২) ফিটাহি কৰা আত্মগৌৰব প্রকাশ কৰা যেনে বিযাত সাতখন দোলাৰে পানী তুলি লোকক দেখুৱাইছে to boast to show self glory

**লোকত উশাহ লোৱা** লোকৰ অনুগ্রহৰ ওপৰত নির্ভৰ কৰা লোকত আশা কৰা to depend upon or look up to others

**লোকৰ আখল-বাটলৈ চোৱা** (আখল বাট = ভাত ৰন্ধা ঠাইৰ পৰা ভাত খোৱা মজিয়ালৈ অহা বাট) লোকৰ ঘৰৰ মজিয়াত বহি, ৰান্ধনীয়ে ভাত দিবহি বুলি আশা পালি বাটলৈ চাই থকা এতেকে পেট পোহনৰ বাবে লোকত নির্ভৰ কৰা to depend upon others for daily meals like a beggar

**লোকৰ কথা শুনা** (১) লোকৰ কুট কথা সঁচা বুলি পতিওৱা to put faith in others ill advice (২) লোকৰ পৰামর্শ গ্রহণ কৰা to accept others advice

**লোকৰ লগত মৰা** লোকৰ উপকাৰৰ অর্থে

নিজে ক্ষতিগ্রস্ত হোৱা to sustain great loss for the sake of others good

**লোকান্তৰ হোৱা** মৃত্যু হোৱা to be dead

**লোট্ সোট হোৱা** বশীভূত হোৱা বশ্যতা স্বীকাৰ কৰা to become submissive

**লোটনি ধৰা** খাটনি ধৰা to request humbly

**লোণ খুঁটি ভাত খোৱা** দৰিদ্ৰ খাবন খোৱা to take very poor and miserable meals

**লোণ খোৱা** ভৰণ পোষণৰ বাবে স গতি পোৱা যেনে 'যাৰ লোণ খাবাঁ তাৰ গুণ গাবাঁ to get assistance or means for livelihood **লোণ চেলেকোৱা** লোণ পাত চেলেকোৱা চোবাঁ।

**লোণ পমাদি পমা** লোণ পমিবলৈ পালে তেনেই পানী হয়। এতেকে তেনেই বিনষ্ট হোৱা to melt like salt i e to be destroyed altogether

**লোণ পাত চেলেকোৱা** ন কৈ লোৱা গৰুক ঘৰ ল'বলৈ লোণ পাত খুৱাই বশ কৰে। এতেকে বশ কৰিবলৈ ভাল ব্যৱহাৰেৰে লতা লগোৱা to treat with kindness to make one tame or submissi e

**লোণৰ নাও বুৰাদি বুৰা** লোণৰ নাও বুৰিলে লোণ পমি গৈ তেনেই নোহোৱা হয়। এতেকে সমূলঞ্চে ধ্বংস হোৱা to be destroyed or ruined altogether

**লোপ পোৱা** নাশ হোৱা নথকা হোৱা to cease to exist **লোপ হোৱা** একে অৰ্থ।

**লোভ নামৰা** লোভ সম্বৰণ কৰা লিপ্সা দমন কৰা to resist temptation

**লোৱা খোৱা কৰা** একেলগে খোৱা আদি সামাজিক ব্যৱহাৰ কৰা to make social intercourse as eating and drinking together

**লোৱা পিন্ধা ফাটকত পৰা** to be imprisoned **লোৱা পিন্ধোৱা ফাটকত পেলোৱা** to get one imprisoned

**লোৱা-লুই কৰা** পৰস্পৰে বস্তুৰ বিনিময় কৰা to exchange

**লৌ-লৌ ওকণি মূৰত বৰ বেগেৰে বগাই ফুৰা সৰহীয়া ওকণি** a large number of louses moving rapidly on the head **লৌ লৌ কৰে** বৰ বেগেৰে very rapidly

# শ

**শকুনি লগা** শকুনিয়ে কৌৰৱক কূট বুদ্ধি দিছিল। এতেকে কূট বুদ্ধি দিয়া to give ill advice

**শঙ্কৰ মাধৱ লগা** শঙ্কৰদেৱ আৰু মাধৱদেৱ মহৎ ব্যক্তি ডাঙৰ কথালৈহে তেনে মহৎ লোকৰ সাহায্যৰ প্ৰয়োজন। এতেকে ডাঙৰ উপায় বা আয়োজনৰ প্ৰয়োজন হোৱা যেনে তামোলটো দুফাল কৰিবলৈ কি শঙ্কৰ মাধৱক লাগিছে?— অৰ্থাৎ তেনে সৰু কথালৈ ডাঙৰ উপায়ৰ প্ৰযোজন নাই to need big means or preparations

**শটৰট কৰা** কপট বন্ধুতা দেখুওৱা to show false friendship

**শঠা মিতিৰ পতা** (শঠা = শঠ) অন্তৰত কপট ৰাখি মৌখিক বন্ধুতা স্থাপন কৰা contracting insincere friendship

**শত্ৰুক বৰপীৰা দিয়া** শত্ৰুক বহিবলৈ সম্মানিত আসন দিয়া অৰ্থাৎ শত্ৰুজনক বিশিষ্ট সম্মান প্ৰদৰ্শন কৰা to show high respects to an enemy

**শত্ৰু শলা** শত্ৰুতাৰ বাবে প্ৰতিহিংসা কৰা to take revenge on an enemy

**শদিয়াৰ পৰা ধুবুৰীলৈ** অসম দেশৰ এমূৰৰ পৰা সিমূৰলৈ। এতেকে অতি ব্যাপক ৰূপে বহু ঠাই জুৰি গোটেই দেশতে দেশৰ এমূৰৰ পৰা সিমূৰলৈকে from

one end of the country to the other

**শনাহি লগা** শনি গ্ৰহৰ দৰে হানি কৰা শনি গ্ৰহে অতি হানি কৰে এতেকে অতিশয় হানি কৰা যেনে বাৰীখনত ছাগলীজাক শনাহি লাগিল to cause great harm like the planet Saturn (Saturn is reputed to be a very evil and harmful star)

**শনিয়ে পোৱা** শনি গ্ৰহৰ দৃষ্টিত পৰা। শনিৰ দৃষ্টিত মানুহৰ বৰ বিপদ হয়। এতেকে বৰ বিপদ বা পয়মালে পোৱা to be under Saturn s influence i e to be falling in misery trouble or distress (Saturn is an evil star)

**শপত খুওৱা** শপতৰ বচন বোলাই, লোকৰ হতুৱাই শপত কৰোৱা to administer an oath **শপত খোৱা** ধৰ্ম কোনো প্ৰিয়জন বা দেৱতাৰ নাম লৈ অঙ্গীকাৰ কৰা ধৰ্ম বা দেৱতাক চিয়াঁই কোৱা to take an oath **শপত দিয়া** দেৱতা কোনো প্ৰিয় জন বা ধৰ্মৰ দোহাই দিয়া to cause to take an oath

**শবদ উঠা** (শবদ = শব্দ) বৰকৈ প্ৰচাৰিত হোৱা বৰকৈ সম্বাদ ওলোৱা বা জনৰব উঠা to be noised abroad

**শৰণ দিয়া** (১) আশ্ৰয় দিয়া সঙ্কটৰ পৰা উদ্ধাৰ হ বৰ উপায় দিয়া। এতেকে মহাপুৰুষীয়া ৰীতি মতে গুৰুৱে শিষ্যক ধৰ্মশিক্ষা দিয়া to afford protection i e to initiate a person in spiritual matters according to the Mahapurushia Custom (২) ডাঙৰ লোকৰ নামেৰে দোহাই দিয়া যেনে ৰজাৰ শৰণ দিছোঁ to protest against a wrong in the name of some big authority **শৰণ লগা** শ্ৰৱণা নক্ষত্ৰৰ পৰা ৰেৱতী নক্ষত্ৰলৈকে এই ছয় দিন শৰণ লগা বোলে। তেতিয়া একো শুভকাৰ্য্য কৰিব নেপায় coming off of the Sravana নক্ষত্ৰ from which no auspicious work should be done for six days **শৰণ লগোৱা** 'শৰণ দিয়া (১) চোৱাঁ। **শৰণ লোৱা** (১) গুৰুৰ পৰা মহাপুৰুষীয়া মতে ধৰ্মশিক্ষা লোৱা to be initiated in spiritual matters under Mahapurushia Custom (২) শৰণাগত হোৱা to lay one s self completely in another s mercy

**শৰণে পশা** শৰণাপন্ন হোৱা to seek mercy or protection

**শ'ল ঠেকত পৰা** ঠেক লোৰত সোমোৱা শ'ল মাছৰ অবস্থাত পৰা। শ'ল মাছ, দীঘল গুণে ঠেক লোৰত ঘূৰিব নোৱাৰে। এতেকে উপায়ন্তৰ বিহীন হোৱা অন্য উপায় নথকা অবস্থাত পৰা to fall in a predicament in which there is no other course to abopt

**শ'ল মাৰি ভঙা** দুষ্ট গৰুৱে শ'ল মাৰি ভাঙি যুৱলি পেলাই দিয়ে। এতেকে শাসন নেমানি মগ্ৰামি কৰা to be outrageously impertinent or defying

**শলাগ লোৱা** উপকাৰ স্বীকাৰ কৰি কৃতজ্ঞতা প্ৰকাশ কৰা to be thankful to express thanks

**শলাগোঁতে শলা গাঁঠি লগা** (শলাত গাঁঠি লাগিলে যঁতৰ নুঘুৰা হৈ বেয়া হয়) শলাগৰ মূৰত বেয়া হোৱা শলাগ পোৱাৰ বাবে নষ্ট হোৱা to be spoilt by praise ৰিজ— 'ভাল বোলোঁতে ভ'লি যোৱা ।

**শ'লালৰ শিল** শ'লাল গোঁহায়ে কৰোৱা শিলেৰে খুন্দা দণ্ড। শ'লাল গোঁহাই আহোম ৰজাৰ ডাঙৰ বিষয়া আছিল। তেওঁৰ এই দণ্ড কৰাব পৰা ক্ষমতা আছিল the punishment of beating an offender with stones which শ'লাল গোঁহাই (a high official of the Ahom Rajas) had the powder to award

**শঙ্কা পৰা** শাম কটা অৰ্থাৎ উপশম হোৱা to be abated as an illness **শঙ্কা পোৱা** উপশম পোৱা to get relief

as an disease

**শহা-কণীয়া** শহা পহুৰ দৰে অলপ মাত্ৰ খিৰিক্ কৰিলেই শুনা। এতেকে সজাগ কাণ পাতল quick of hearing

**শাঁখে সেন্দুৰে যোৱা** (শাঁখ = আয়তীয়ে পিন্ধা শঙ্খৰ বলয়) আয়তী অৱস্থাতে মৰা to die without being a widow

**শাঁও বৰণীয়া** মিঠা বৰণীয়া অৰ্থাৎ তেনেই বগাও নহয় আৰু তেনেই ক'লাও নহয় এনে বৰণৰ of a complexion neither fair nor quite dark

**শাঁত পৰা** শান্ত হোৱা অৰ্থাৎ, উপশম হোৱা to be abating as a disease **শাঁত লগা** শান্তি লগা অৰ্থাৎ উপশম হোৱা to get relief as in an illness

**শাকত লোণ নোখোৱা** অতি কিৰ্পিণালি কৰা to b very much miserly

**শাকে কচুৰে খোৱা** দুখীয়া খাৱন খোৱা to live on humble or poor diet

**শান্তি কৰা** (১) পবিত্ৰ পানীৰ ছাট মৰা to sprinkle holy water (২) শান্তি বিয়া কৰা to go through the ceremony prescribed for consumation of marriag among high ca te Hindus **শান্তি দিয়া** কন্যা কালৰ পাচত কন্যাক বিধি মতে দৰা ঘৰলৈ উলিযাই দিয়া to send off a girl in ceremony to her husband s place after her puberty **শান্তি বিয়া** কন্যা কালৰ পাচত কন্যাক দৰা ঘৰলৈ উলিয়াই দিয়া শাস্ত্ৰীয় সকাম the ceremony of sending a girl to her husband s place after her puberty **শান্তি লোৱা** (১) গাত পবিত্ৰ পানীৰ ছাট লোৱা to get holy water sprinkled on the body (২) 'শান্তি কৰা (২) চোৱাঁ।

**শান্তি পানী ছটিওৱা** পবিত্ৰ পানী ছটিয়াই শুচি কৰা to make ceremonially clean by sprinkling holy water

**শাপ দিয়া** অভিশাপ দিয়া শাও দিয়া to curse

**শাপে বৰ হোৱা** শাৱে বৰৰ কাৰ্য্য কৰা শাৱেই আশীৰ্বাদ স্বৰূপ হোৱা যেনে অন্ধ মুনিয়ে পুত্ৰ শোকত মৰিবা বুলি দিয়া শাপৰ গুণত অপুত্ৰক দশৰথ পুত্ৰবান হোৱা a curse becoming a blessing

**শাম্ কটা** (শাম্ = শম উপশম) কম বা লঘু হোৱা যেনে জ্বৰে শাম কাটিছে to abate or subside **শাম পৰা** একে অৰ্থ।

**শামুকৰ শাহ্ যেন সাহ** শামুকৰ শাহত সাৰ পদাৰ্থ নাই। এতেকে সাৰ নথকা সাহ অৰ্থাৎ, সাহৰ অভাৱ want of courage

**শাৰী পুৰোৱা** শাৰীৰ উদ° ঠাই পূৰ কৰা অৰ্থাৎ লোকৰ শাৰীলৈ গৈ নিজক লোকে সৈতে সমান বোলোৱা to rank with others

**শাল্ চকুৱা** শাল মাছৰ চকুৰ দৰে চকু থকা শাল মাছে বেগতে দেখে। এতেকে দৃষ্টিত সতৰ্ক তীক্ষ্ণ দৃষ্টিৰ quick or keen sighted

**শাল্ মৰা** (১) কাঠ বাঁহ আদি জোৰা দিওঁতে জোৰা টান হ বলৈ তাত কাঠ বাঁহ বা লোৰৰ শাল সুমুৱাই দিয়া to drive a wedge to make a tight joint (২) 'শূল মাৰি ধৰা চোৱাঁ।

**শাল্ মাৰি ধৰা** 'শূল মাৰি ধৰা চোৱাঁ।

**শালত দিয়া** কুঁহিয়াৰৰ শালৰ নিচিনা শালত চেপি বধ কৰা (আগৰ দিনত এই শাস্তিৰ প্ৰচলন আছিল) to kill a person by squeezing in a crushing machine

**শালৰ হাতীও মুকলি কৰা** আহোম ৰজাৰ দিনত ডাঙৰ উৎসৱত শালত বান্ধি থোৱা হাতীকো কিছু পৰলৈ মেলি দিছিল। এতেকে উৎসৱৰ বাবে সকলোৱে অৱসৰ বা ছুটী দিয়া letting even one s elephants loose for a festival i e giving a general holiday

**শালি ধৰা** 'শাল্ মাৰি ধৰা চোৱাঁ।

**শালে-কাটি** তাঁতশালৰ পৰা মুঠেই কাটি অনা। এতেকে সৰ-ন তেনেই নতুন (কাপোৰত খাটে) যেনে শালে-কটা খনীয়া fresh from the loom i e quite new (appl to cloths)

**শাস্তি চোৱা** লোকে শাস্তি বা যন্ত্ৰণা ভোগ কৰোঁতে একো প্ৰতিকাৰ নকৰি চাই থকা যেনে প্ৰভু ভাল শাস্তি চাইছা? to look at others sufferings without rendering help

**শাস্ত্ৰ সমস্ত কৰা** মুঠেই শাস্ত্ৰবিহিত কামফেৰি কৰি থোৱা অৰ্থাৎ, সামান্য ৰূপে চুম্বককৈ বা সৰুকৈ কোনো কাৰ্য্য কৰা to do anything in an humble style or in a short form

**শিং গজা** শিং গজিলে আত্মৰক্ষাৰ সক্ষম হোবাত জন্তুৰ লাভ বা উপকাৰ হয়। এতেকে লাভ বা উপকাৰ হোৱা ব্য যেনে তুমি ভাল পালেনো মোৰ কি শি গজিব? to be benefitted Irn **শিং গজোৱা** লাভ বা উপকাৰ কৰা ব্য যেনে তুমিনো মোৰ কি শি গজাবাঁ? to benefit or do a good Irn

**শিকনি দিয়া** 'শিকোবা চোৱাঁ। **শিকনি পোৱা** 'শিকা চোৱাঁ। **শিকনি লোৱা** শিক্ষা গ্ৰহণ কৰা অৰ্থাৎ, শিকনি দিয়া মতে চলা to follow instructions

**শিকা** শিক্ষা লাভ কৰা। এতেকে ব্যঙ্গাৰ্থে কষ্ট ভোগ কৰা যেনে চিকাৰলৈ গৈ ভালকৈ শিকি আহিলোঁ to get a good lesson Irn

**শিকোৱা** শিক্ষা দিয়া। এতেকে ব্যঙ্গাৰ্থে কষ্ট দিয়া যেনে উভতালিৰ হৈ তোক ভালকৈ শিকাম to teach a lesson Irn

**শিঙৰা মুৱা** শিঙৰা মাছৰ দৰে মুখ থকা শিঙৰা মাছে, হাতেৰে ছুলেই, মুখৰ কাঁইটেৰে বিন্ধে এতেকে খঙাল বিজুবিজীয়া স্বভাৱৰ peevish **শিঙৰা মুৰীয়া** একে অৰ্থ।

**শিঙৰি ঘৰত উঠা** আহোম ৰজাৰ অভিষেকলৈ শিঙৰি কাঠেৰে ন কৈ চা ঘৰ একোটা সাজিব লাগিছিল।'তাতহে ৰজাক অভিষেক কৰিবৰ নিয়ম আছিল। এতেকে ৰজা হ'বলৈ শিঙৰি ঘৰৰ চাঙত উঠা অৰ্থাৎ, ৰাজপদত অভিষিক্ত হোৱা to be crowned as a king

**শিপা গজা** শিপা গজিলে গছ থিতাপী হয়। এতেকে থিতাপী বা স্থায়ী হোৱা নিগাজী হোৱা ক্ষমতা বিস্তাৰ কৰা যেনে বিদেশত গৈ শিপা গজাই লোৱা টান কাম to take a firm root to be settled permanently to extend influence

**শিপোৱা** শিপা মেলা ক্ষমতা বিস্তাৰ কৰা to be settled permanently to extend influence

**শিয়ৰি উঠা** গাৰ নোম থিয় কৰি উঠা। এতেকে জিকাৰি উঠা খ বা বিৰক্তিৰ মূৰ্তি ধৰা to take up an appearance of anger or annoyance

**শিয়াল কটকী** শিয়াল বৰ টিমক আৰু ফন্দিয়ক। এতেকে টিমক আৰু ফন্দিযক দূত তুচ a wily and clever ambassador cont

**শিয়াল-বাগি দিয়া** প্ৰবঞ্চনা কৰিবলৈ বা গা সাৰিবলৈ শিয়ালৰ দৰে ফাকি ফুকা কৰা to apply tricks like a fox to cheat or misguide others or to escape punishment

**শিয়ালৰ শিং** শিয়ালৰ শিং নগজে। এতেকে অসম্ভব বস্তু horn of a fox i e something absurd ব্য বহুমূলীয়া বস্তু anything very valuable Irn বিজ্— যোঁৱাৰ শি ।

**শিয়ালে চক ছোঁতে কুকুৰ মচতো নোহোৱা** কোনো ঘটনা ঘটোতে কোনোবাজন লোক সমূলি উপস্থিত নথকা to be not at all present at an occurrence

**শিৰ দোঁবোৱা** 'মূৰ দোঁবোৱা চোৱাঁ।

**শিৰ পাতি লোৱা** মূৰ পাতি দি মূৰত লোৱা অৰ্থাৎ, সম্মানেৰে গ্ৰহণ কৰা যেনে গুৰুৰ নিৰ্মালি বা ৰাইজৰ আদেশ শিৰ পাতি লব লাগে to accept with

respect
**শিৰ বিকা** শিৰ বিক্ৰয় কৰা অৰ্থাৎ, গুৰুত শৰণ বা দীক্ষা লোৱা যেনে অমুক গোঁসাইত শিৰ বিকিছোঁ to accept a person as spiritual preceptor
**শিৰত তুলি লোৱা** 'মূৰত তোলা' চোৱাঁ।
**শিৰৰ মুকুট** মূৰত পিন্ধা মুকুট। মুকুটৰ ঠাই সকলো ভূষণৰ ওপৰত। এতেকে অগ্ৰগণ্য আৰু গৌৰবান্বিত লোক যেনে শঙ্কৰদেৱ ভূঁঞা বংশৰ শিৰৰ মুকুট one who is a glory to the rest of his kind
**শিৰোধাৰ্য্য কৰা** শিৰ পাতি লৈ মান্য কৰা যেনে আপোনাৰ আদেশ শিৰোধাৰ্য্য কৰিছোঁ to accept a command with reverence
**শিলত মূৰ আফালি মৰা** নিজৰ মূৰতো শিলত খুন্দিয়াই আত্মহত্যা কৰা যেনে শিলত মূৰ আফালি মৰিলেও মৰা মানুহ উভতি নাহে to commit suicide by striking the head against a stone
**শিলৰ আলি** শিলেৰে বন্ধোৱা আলি স্থায়ী হয়। এতেকে দীৰ্ঘকাল স্থায়ী বা যুগমীয়া মিত্ৰতা ('ছাই আলি'ৰ বিপৰীত) firm friendship lasting amity **শিলৰ খুঁটি** শিলৰ খুঁটি লৰচৰ নকৰি থিৰেৰে থাকে। এতেকে অটল বা অবিচলিত কথা মানুহ, মন ইত্যাদি যেনে 'বান্ধিলে মন শিলৰ খুঁটি anything firm or steady like a stone peg **শিলৰ ৰেখ** (ৰেখ = ৰেখা আঁক) শিলত কটা ৰেখা মচিলে নুগুচে এতেকে লৰচৰ নোহোৱা প্ৰতিশ্ৰুতি বা বাক্য যেনে সজ্জনৰ কথা শিলৰ ৰেখ a word or promise as unalterable as a cut mark on a stone
**শিলেৰে খুন্দা** শিলেৰে খুন্দি মাৰকিল্ কৰা to beat a person with stones
**শুং উলিওৱা** সূত্ৰ বিচাৰি উলিওৱা কোনো কথাৰ ভু তা বা সম্বাদ বিচাৰি উলিওৱা to find out a clue **শুং পোৱা** সূত্ৰ পোৱা to get a clue **শুং-সূত্ৰ** শুং বা গম সূত্ৰ a clue
**শুহুৰি খটা** স্ত্ৰী স্বৰূপে স্বামীৰ ঘৰত গৃহস্থালি কৰা to live a married life at husband s house
**শুকানী অপেস্বৰাই পোৱা** (অপেস্বৰা = অপস্বৰা এবিধ উপদেৱতা) দেখাত একো বেমাৰ নথকাতো শুকাই খীণাই যোৱা to be gradually emaciated without having any palpable disease
**শুদাই** (১) লগত আন একো নোহোৱাকৈ যেনে আঞ্জা নহ'লে শুদাই ভাত খাব নোৱাৰি without any accompaniment without anything else (২) মিছাতে অযথাত অনৰ্থকতে যেনে শুদাই দুখ কৰিলোঁ শুদাই কিল্ খালোঁ for nothing unjustly
**শুদাই এৰা** একো শাস্তি নকৰাকৈ এৰি দিয়া যেনে ধৰিব পাৰিলে চোৰক কোনে শুদাই এৰে? সেউতাই শুনিলে শুদাই নেৰে to let off without punishment
**শুদাতে** শুদাই (২) চোৱাঁ।
**শুদা পেটে** শুদা পেটেৰে অৰ্থাৎ লঘোনে যেনে শুদা পেটে কাম কৰিব নোৱাৰি with an empty stomach **শুদা মুখে** (১) মুখেৰে একো নোখোৱাকৈ যেনে শুদা মুখে গুচি গ'ল without eating or drinking anything (২) বিনা ভেঁটী ভাৰে যেনে শুদা মুখে খাটিবলৈ গ'লে উলটিয়েই নেচায় without any bribe or present **শুদা শুদি** উলামূলা এলাপেচা সামান্য সাধাৰণ যেনে তেওঁ শুদাশুদি ভকত নহয় ordinary of the general type **শুদা হাত** বিত্ত হস্ত ধন নথকা অৱস্থা যেনে আজি মোৰ তেনেই শুদা হাত empty hand state of having no money in hand **শুদা হাতে** হাতত একো নোহোৱাকৈ। এতেকে (১) বিনা সঁজুলি বা উপায়েৰে যেনে শুদা হাতে সাপ মাৰিব নোৱাৰি শুদা হাতে (হাতত ধন নহ'লে)

কোনো কাম নহয় without necessary tools or wherewithals (২) ভেঁটি ভাৰ নোহোৱাকৈ without having in hand anything in the shape of a bribe or present

**শুদ্ধে অশুদ্ধে** শুদ্ধ আৰু অশুদ্ধ মিহলিকৈ কিছু শুদ্ধ আৰু কিছু অশুদ্ধকৈ যেনে নজনা মানুহে শুদ্ধে অশুদ্ধে পুথি পঢ়ে in a way partly correct and partly incorrect

**শূল্ মাৰি ধৰা** টাহ্ মাৰি ধৰা শাল মাৰি ধৰা শৰীৰৰ কোনো অংশত যাঁঠীৰে খোঁচা যেন লগা to feel a sensation of stiffness with pain to feel as if thrust by a spear

**শূলত দিয়া** পিণ্ডত দি বধ কৰা to kill a person by impaling (পূৰ্বকালত ডাঙৰ অপৰাধীক এই দণ্ড দিয়াৰ ৰীতি আছিল)।

**শূলে ধৰা** 'শূল্ মাৰি ধৰা' চোৱাঁ।

**শেঁতা পৰা** তেজ কমি বগা হোৱা নিস্তেজ হোৱা to become pale for want of blood

**শেতুৰা নমা** গাৰ ৰস নামি ভৰি উখহা to get dropsical swelling of the feet

**শেন্ লোৱা** সামান্য অসুখকে ডাঙৰ বুলি কৈ বন নকৰাকৈ থকা to abstain from work pretending a small indisposition as a big illness

**শেৰ্ জোৱা** দীঘল দি পৰা to lie flat **শেৰ্ যোৱা** পেট পেলাই চুচৰি যোৱা to creep to crawl **শেৰ্ হোৱা** (১) কাতি হৈ পৰা to lie down on the side (২) শোৱা পাটীত পৰা to lie down

**শেহাই ফোপাই** বৰ বেগেৰে লৰিলে মানুহৰ শেহনি আৰু ফোপনিয়ে ধৰে। এতেকে বৰ বেগেৰে অহাত ক্লান্ত হৈ (অহা যোৱাত খাটে) যেনে সেহাই ফোপাই আহিছে being fatigued for proceeding with great speed

**শোট্ মোট্ কৰা** মোহাৰি সামৰি লেতুসেতু কৰা বা কোঁচ-মোচ্ খুওৱা to rumple or crumple

**শোটোৰা পৰা** টোটোৰা পৰা শুকাই কোঁচ খোৱা to become shrivelled or wrinkled

**শোৰৰ আহুদি** (শোৰ্ = এবিধ ৰোগ আহুদি = দৰৱ) শোৰ্ ৰোগত খোৱা দৰব। দৰব মুখত বেয়া লাগে। এতেকে অৰুচিকৰ খাদ্য any distasteful article of food or drink

**শোৱা সেৰেলা** (সেৰেলা = শেতা বা নিস্তেজ) শোৰ্ ৰোগে ধৰা মানুহৰ দৰে শেঁতা বা নিস্তেজ pale anaemic

**শোৱন খাৱন নোহোৱা হোৱা** চিন্তাত বা কামৰ জঁহলত শোৱা খোৱা নোহোৱা হোৱা to be without food or sleep for anxieties or rush of work

**শোহা মৰা** জুলীয়া বা পনীয়া বস্তু খাবলৈ তাক হুঁপি মুখত সোমোৱা to draw into mouth by suction in going to drink a liquid

**শৌচ্ কৰা** মলত্যাগ কৰা বাহিৰ ফুৰা **বাহিৰ ফুৰা** to pass a stool

**শৌচাচাৰ কৰা** শৌচৰ পাচত আচাৰ পালন কৰা অৰ্থাৎ, মল মূত্ৰ ত্যাগ কৰি মাটি পানী লৈ শুচি হোৱা to wash the hands and the feet with earth and water after answering a call of nature in order to be clean

**শ্যাম বহা** মানুহৰ গাত খুঁচি খুঁচি বৰণ লগাই ফুল বছা বা আন কিবা চিন লগোৱা to tattoo

**শ্ৰবণ কীৰ্তন কৰা** ঈশ্বৰৰ নাম বা গুণগান শুনা আৰু গোৱা to hear and sing praises and prayers to God

## ষ

**ষষ্ঠিযাগ কৰা** (যাগ = যজ্ঞ) সন্তান উপজিবৰ ছদিনৰ দিনা তাৰ মঙ্গলৰ

অৰ্থে কৰিব লগীয়া ধৰ্মকাৰ্য্য সম্পাদন কৰা to observe the prescribed religious ceremony for the welfare of a child on the sixth day of its birth

**বাঁঠৰ ঠাই সৰা লগোৱা** (ঠাইসৰা = বাঢ়নী) বাঁঠত ঠাই সৰা বাঢ়নী চুবা হয়। তেনে চুবা বাঢ়নী গাত লগোৱা অৰ্থাৎ তেনে বাঢনীৰে কোবাই অমৰ্য্যাৎ কৰা to insult a person in a degrading manner by striking with thrown off brooms **বাঁঠৰ বাঢ়নী লগোৱা** একে অৰ্থ।

**বাঁৰ চেলেকা** গৰুৱে চেলেকাৰ দৰে ওপৰলৈ ঠৰঙা হৈ দাং খাই থকা কপালৰ আগৰ চুলি a tuft of stiff hair turned upwards over the forehead

**বাঁৰ মেলা** বৃষোৎসৰ্গত উছৰ্গি দমৰা গৰু উদ মেলি দিয়া। এতেকে উদণ্ড হ'বলৈ এৰি দিয়া যেনে ল'ৰাটোক শাসন নকৰি বাঁৰ মেলিছে to let loose like a bull without an owner i e to let one to be self willed by taking off all control

# স

**সইত কৰা** (সইত=সত্য) শপত খোৱা to swear to take an oath **সইত খোৱা** একে অৰ্থ।

**সঁচাতো নাই মচতো নাই** (মচতো—অনু) সঁচাতো নাই অৰ্থাৎ তাৰ সঁচেই হোৱা নাই সি সমূলি নাই not at all in existence

**সাঁচি সঁচাকৈ** সঁচাসচিকৈ যেনে সঁচি ধন ভৰি ঘটা বস্তু অপব্যয় কৰিব নোপায় actually

**সঁজাত পোৱা** সজ্জাত পোৱা বিশ্বাস পোৱা প্ৰত্যয় পোৱা যেনে অচিনাকিৰ সঁজাত পাবলৈ নাই to have confidence

**সঁজাল ধৰা** ঠন্ ধৰা জঁই পৰাৰ পাচত গছে বস পম ধৰা। এতেকে নৰিয়াৰ পৰা উঠি সবল হোৱা to pick up strength after illness

**সঁযোত লগা** (সঁযোত =সংযত) ব্ৰহ্মচাৰীৰ দৰে সংযত হৈ থাকিব লগীয়া হোৱা। এতেকে অশৌচ বা ধৰ্মকাৰ্য্যৰ বাবে ধৃতি নীতিৰে আৰু লঘোনে থাকিব লগীয়া হোৱা to be required to fast and observe purity and cleanliness for a religious purpose

**সঁহাৰি** গম্ বা উমান কোনো সংকেট বা শব্দ আদিৰ দ্বাৰা হোৱা অনুমান যেনে সঁহাৰি দিয়া পোৱা বুজা বা লোৱা a slight notice by a sign or a sound etc

**সকাম নিকাম** (নিকাম=নিষ্কাম) কামনা থকাই বা নথকাই যেই সেই ধৰ্মকাৰ্য্য any religious ceremony

**সকাহ্ দিয়া** (১) 'চকাহ্ দিয়া' চোৱাঁ। (২) কামৰ মাজত আজৰি বা জিৰণি দিয়া to give leisure **সকাহ্ পৰা** উপশম হোৱা to abate **সকাহ্ পোৱা** (১) 'চকাহ্ পোৱা' চোৱাঁ। (২) কামৰ মাজত আজৰি বা জিৰণি পোৱা to get leisure

**সৎকাৰ কৰা** (১) অতিথিক অভ্যৰ্থনা কৰা to receive and welcome a guest (২) মৃতকৰ দহন বহন কৰা to cremate a dead body

**সৎ যোৱা** অকুণ্ঠিত ভাবেৰে মন যোৱা যেনে ল'ৰাৰ মুখলৈ চালে মৰিবৰ সৎ নোযায় to be able to do something without compunction

**সতিনীমূৰী ভাগ** সতিনীৰ মূৰৰ লেখেৰে কৰা ভাগ অৰ্থাৎ লৰা পতি একো অংশ নকৰি সতিনীয়ে প্ৰতি একো অংশকৈ কৰা ভাগ share among co wive per capita as opposed to among sons per head

**সতী হোৱা** স্বামীৰ চিতাৰ জুইত জীয়াই

জীয়াই দগ্ধ হৈ মৰা to be burnt alive with husband s dead body
**সত্য কৰা** 'সইত্ কৰা' চোৱা। **সত্য খোৱা** 'সইত খোৱা' চোৱা।
**সত্যনাৰায়ণৰ ভতিজাক** সত্যনানায়ণৰ ভতিজাক হ'লে অতি সত্যবাদী হ ব লাগে। এতেকে অতি সত্যবাদী ব্যং a very truthfull person Irn
**সত্য যুগৰ কথা** সত্যযুগ অতীত হ'বৰ বহু কাল হ'ল। এতেকে বহুকলীয়া পুৰণি কথা a matter of the very old times
**সত্যৰ হাঁচি** কথাৰ অন্তত হাঁচি পৰিলে সেই কথা সত্য বুলি প্ৰবাদ আছে। এতেকে কথাৰ অন্তত পৰা সত্য কথাৰ প্ৰমাণ স্বৰূপ হাঁচি a sneeze at the end of a statment (It is supposed to indicate truth of the statement)
**সত্যে সাঁচাতে** সঁচাকৈয়ে ধৰ্মতে (শপতত খাতে) যেনে সত্যে কৈছোঁ এই কাম কৰিম truely ( used in oath)
**সত্র এৰা** সত্ৰই ভকতৰ থকা ঠাই তাকে এৰি যোৱা। এতেকে থকা ঠাই এৰি আন ঠাইলৈ উঠি যোৱা to abandon one s place of abode **সত্র এৰুওৱা** লোকক থকা ঠাই এৰুৱাই খেদোৱা to make one abandon the plac of residence
**সত্র তোলা** 'সত্র এৰা' চোৱা।
**সনা পিঠা হোৱা** পিঠা সানিলে যেনেকৈ মিলি পৰে সেই দৰে মিলি পৰা অৰ্থাৎ, অতিশয় মিলা প্ৰীতিৰ ভাবত অ বদ্ধ হোৱা to be in terms of great intimacy or friendship
**সন্ধ্যা কৰা** পুৱা দুপৰীয়া আৰু গধুলি বিধিমতে বৈদিক উপাশনা কৰা to say the Vedic prayers at morning noon and evening as prescribed
**সপোনৰ অগোচৰ** সপোনতো মনলৈ নহা। এতেকে কেতিয়াও নভবা নিচিন্তা মনৰ বহিৰ্ভূত যেনে এনে কথা মই কোৱাহে নেলাগে মোৰ সপোনৰো অগোচৰ not even dreamt of
**সভা শুৱনি** সভাৰ শোভা বৰ্দ্ধনকাৰী অৰ্থাৎ, সভাত বহিলে সভাখন শুৱাই পেলোৱা। এতেকে গহীন গম্ভীৰ শকত আৰত আৰু ধুনীয়া যেনে সভা শুৱনি পুৰুষ of grand apperance স্ত্রী— সভা-শুৱনী।
**সবাহৰ মিঠৈ কল** সবাহত সৰহীয়াকৈ মিঠৈ আৰু কল থাকে আৰু তাৰ ভাগ পাবলৈ অনেকে আশা কৰে। এতেকে অনেকে হেঁপাহ কৰা সৰহীয়া বস্তু anything plentiful and desired by many
**সময়ৰ শৰ** যি সময়ত যি শৰ মৰাৰ প্ৰয়োজন সেই শৰ। এতেকে সময়োচিত উপায় বা প্ৰতিকাৰ the right means or remedy for the right moment
**সমাৰ্ বোৱা** ধান খেতিৰ মাটিত দ্বিতীয়খন হাল বোৱা to plough land for the second round for the purpose of planting paddy
**সমিধান দিয়া** (সমিধান=সম্বোধন) উত্তৰ দিয়া to give reply
**সম্পদীয়া পাৰ** সম্পদৰ কালত মানুহৰ ঘৰত অনেক পাৰই বাহ লয কিন্তু বিপদৰ অনতি পূৰ্বেই আটাইবোৰ গুচি যায়। এতেকে সম্পদত চাপি অহা আৰু বিপদত এৰি যোৱা বন্ধু ummerfr end
**সৰ্গদেৱ** (সৰ্গ=স্বৰ্গ) আহোম ৰজাৰ উপাধি তেওলোকৰ আদি পুৰুষ স্বৰ্গৰ পৰা সোণৰ জখলাৰে নামি আহিছিল বুলি প্ৰবাদ আছে। এতেকে অৰ্থ হ'ল স্বৰ্গৰ পৰা অহা দেৱতা this was used in addressing the Ahom kings and it means that they dire tly descended from the Heaven
**সৰ্বগ্ৰাহ্ কৰা** সকলোখিনি গ্ৰাস কৰা অৰ্থাৎ তেনেই আত্মসাৎ কৰা to misappropriate the whole of a thing
**সৰ্বভক্ষ হুতাশন** সকলো বস্তু খাওঁতা জুই।

এতেকে সকলো বস্তু খাওঁতা ভক্ষাভক্ষৰ বিচাৰ নকৰোতা; an omnivorous person

**সব্ মৰা** ভগা জেওৰা বটা। ভগা জেওৰা বাটিলে তাৰ পনা অস্থায়ীৰূপে অলপ দিনলৈহে কাম চলে। এতেকে কোনো মতে জোৰা মাৰি কাম চলোৱা to manage something by making some temporary arrangements

**সৰকা** সৰকি পাৰা হোৱা। এতেকে (১) সৰা বা পলোৱা to escape (২) মৰি যোৱা to die

**সৰত কাণ দিয়া** হেলা কৰা আলস্য কৰি কাণ নকৰা to neglect anything out of laziness

**সৰস্বতীবান** সৰস্বতী বাক্যৰ অধিষ্ঠাত্ৰী দেৱতা। এতেকে বাক্যৰ বান পানী অৰ্থাৎ, বাক্যৰ অনৰ্গল প্ৰবাহ যেনে বাগ্মী লোকৰ মুখত সৰস্বতীবান উঠে unrestıcted flow of words in speech

**সৰাল্ দিয়া** চৰাযে বা শিঙাল প্ৰাণীয়ে পুৰণি পাখি সৰাই বা শিঙৰ খোলা সৰাই, নতুন পাখি বা খোলা গজাবলৈ ধৰা। এতেকে নতুন সমৃদ্ধি লাভ কৰা যেনে ল ৰাটোৱে ধন ঘটাত মানুহ ঘৰে সৰাল্ দিছে to be mp oved in economic condition

**সৰু আই** সৰু বিধৰ বসন্ত ৰোগ chicken pox or water pox

**সৰু পানী ছোৱা** মূত্ৰ ত্যাগ কৰা to make water

**সৰু বাৰ জনীয়া** চতুৰ্ভুজ ঠাকুৰে পতা বাৰখন সত্ৰ সম্পৰ্কীয় relating the twelve Satras established by Chaturbhuj Thakur

**সৰু সূতা কটা** সৰু সূতা কটা টান বন। এতেকে কোনো মিহি আৰু টান বন কৰা ব্যং spining fine threads i e doing anything fine and difficult Irn

**সৰু সূতাৰ তাঁত বোৱা** সৰু সূতাৰ তাঁত বোৱা টান আৰু মিহি কাম। অৰ্থৰ বাবে 'সৰু সূতা কটা' চোৱাঁ।

**সৰু হৈ সৰকা** সৰু আকাৰ ধৰি বা সৰুটি হৈ সৰকি পাৰ হোৱা অৰ্থাৎ, নম্ৰ ভাৱে আচৰণ কৰি কাৰ্য্য সিদ্ধি কৰা to achieve one s object by gentle or humble behaviours

**সহস্ৰ গাঁঠিৰ ভিতৰ** ই এটা শপত। মানুহে ঘৰৰ ভিতৰ সোমাই থাকোঁতেই কিম্বা কথাত শপত খাবলৈ হ'লে ইয়াক ব্যৱহাৰ কৰে যেনে মই সহস্ৰ গাঁঠিৰ ভিতৰত আছোঁ সচা কথা কৈছো অৰ্থাৎ এই ঘৰত থকা বহুত গাঁঠিৰ দৰে বহুত নৈতিক বান্ধেৰে বান্ধ খাই কৈছোঁ bound by a thousand moral bindings (used in oath)

**সহিব নোৱাৰা** সহ্য কৰিব নোৱাৰা অৰ্থাৎ, চকু পোৰা হিংসা লগা to be envious to be jealous of others good

**সহি সামৰি থকা** ধৈৰ্য্যেৰে নিৰবে সহ্য কৰি থকা to endure with patience an l silence

**সাউৎ কৰে** বেগতে instantly

**সাং কৰা** ধ্বংস বা নষ্ট কৰা to ruin or spoil **সাং হোৱা** ধ্বংস বা নষ্ট হোৱা to be ruined or spoilt

**সাঁচত মৰা** সাঁচত মৰা বস্তু ধুনীয়া আৰু নিযাৰি হয়। এতেকে ঠগিত ধুনীয নিযাৰি mouled i e well finished handsome without defects

**সাঁচে কাটে** চিনে ছাবে আগৰ চিনেৰেই যেনে টোপোলাটো সাঁচে কাটে ওভোতাই দিলোঁ with former seal or signs (used in respect of anything returned or found when it is just in the same condition as before i e without the seal or sign put upon it in an unbroken or unaltered condition)

**সাঁজ লগা** গধূলি হোৱা to be evening

**সাঁফৰ মৰা** সাঁফৰ মাৰিলে বস্তু তত্তালিকে লুকায় বা ঢাকি তত্তালিকে নুমায়।

এতেকে ততালিকে ৰোগ গুচোৱা যেনে একে পালী দৰবেই সাঁফৰ মাৰিলে to cure instantly and radically (appl to medicines or treatment of a desease)

**সাধীয়ে চাবুদে** পদে প্ৰমাণে চোৱাঁ।

**সাঙোৰ লগোৱা** সাঙুৰি একেলগে বন্ধা। এতেকে বিবাহ বন্ধনেৰে আবদ্ধ কৰা যেনে ল'ৰাটোৰ সাঙোৰ এটা লগাব খুজিছোঁ অৰ্থাৎ বিয়া পাতিছোঁ to bind a person in matrimony

**সাত কতপা দিয়া** সাত বাৰ আঙুলি কতপা দিয়া। দলীল পত্ৰ আদিত এবাৰ দিলেই হয় ইয়াত সাত বাৰ দিয়া বুলিছে। এতেকে (১) অতি পকাকৈ বা দৃঢ়কৈ লোকক বা নিজকে চুক্তিবদ্ধ কৰা to put seven thumb impressions i e to bind fully and effectively with the terms of a contract (২) একে কথাৰ বাবেই বাৰে বাৰে নিজে প্ৰতিশ্ৰুতি দিয়া বা লোকক প্ৰতিশ্ৰুত কৰোৱা to give or take repeated assurance for the same thing

**সাতখন গাঁৱলৈ যোৱা** সাতখন গাঁৱত প্ৰচাৰিত হোৱা অৰ্থাৎ বহলকৈ প্ৰচাৰিত হোৱা to be widely published

**সাত ঘাটৰ চেঙেলী** সাত ঘাটত চৰি ফুৰা ঘঁটীয়া চেঙেলী মাছ অৰ্থাৎ ধূৰ্ত মানুহ an artful or crafty person

**সাত ঘাটৰ পানী খোৱা** অনেক ঘাটৰ পানী খাই ফুৰা অৰ্থাৎ অনেক ঠাই ফুৰা বাবে টেঙৰ বা ধূৰ্ত very clever by reason of travelling various places

**সাত ঠাইত কাটিলেও তেজ নোলোৱা** গাৰ সাত ঠাই কাটিও তেজ পাবলৈ নোহোৱা অৰ্থাৎ, অতি দৰিদ্ৰ ৰস পম নোহোৱা extremely poor

**সাত ঠাইত খানিলেও পানী নোলোৱা** অনেক ঠাইত খানিও পানী নোপোৱা অৰ্থাৎ বৰ শুকান। এতেকে বৰ দৰিদ্ৰ very poor

**সাত ঠাই বাগৰা** ইঠাইৰ পৰা সিঠাইলৈ অনেক ঠাইত বাগৰি ফুৰা অৰ্থাৎ, এঠাইৰ পৰা এঠাইলৈ বাসস্থান লৰাই ফুৰা to be shifting from place to place

**সাত তাল ভেদা** পাতালৰ সাত তাল একেবাৰেই ভেদ কৰা নতুবা তাড়কাক মাৰোঁতে ৰামৰ দৰে একে পাত শৰেৰেই সাত জোপা তালগছ ভেদ কৰা। এতেকে অতিশয় বিক্ৰমৰ কাম কৰা to accomplish anything that requires great might or prowess

**সাত পাঁচ** সাতোটা কথা আৰু পাঁচোটা কথা। এতেকে অনেক কথা ভালেখিনি কথা যেনে সাত পাঁচ ভাবি যোৱাটোকে স্থিৰ কৰিলোঁ various arguments or thoughts over a matter all details **সাতে পাঁচে** বহুত কাৰণৰ বাবে অনেক বা সকলো কথা ভাবি চাই যেনে সাতে পাঁচে যোৱাটোকে স্থিৰ কৰিলোঁ for many reasons considering the various sides of a matter **সাত পানী** অনেক পানী অৰ্থাৎ ডাঙৰ ধল যেনে সাত পানীৰ মাজত গৰু চৰাবলৈ ঠাই নাই high flood **সাত শত্ৰু** (১) সাধাৰণ শত্ৰুতকৈ সাত গুণে দুৰন্ত শত্ৰু। এতেকে মহা শত্ৰু a bitter enemy (২) অনেক শত্ৰু অৰ্থাৎ সমূহ শত্ৰু যেনে সাত শত্ৰুৰে হাঁহিবলৈ হ'ল the whole body of one s enemi s

**সাত বাৰী পলোৱা** লাজত বা ভয়ত সাতখন বাৰীত পলাই ফুৰা অৰ্থাৎ লাজতে বা ভয়তে বৰকৈ পলাই ফুৰা fleeing to se eral places out of shame or fear

**সাত বিহুৰ সৈয়া কণী** (সৈয়া = খুন্দাত নভগা খুন্দা খোৱাত অভ্যস্ত) মাঘ বিহুত কণী যুঁজায় যুঁজত নভগা কণীকে সৈয়া কণী বোলে সৈয়া কণী একোটায়ে বহুত কণী ভাঙে। এতেকে সাতোটা বিহুত যুঁজাওতে নভগা কণী অৰ্থাৎ অনেক ঠেলা সহি টেঙৰ হোৱা মানুহ a cunning man very clever for his

experience

**সাত ভতৰাৰ বল** সাতোটা ভতৰা গৰুৰ সমান বল। এতেকে বৰ বল seven bulls strength i e great physical strength

**সাত মান ভগনীয়া** আউনীআটি সত্ৰত সম্মানৰ ভাগ পোৱা সাতজন ঘাই ভকত the seven chief official monks of the Auniati Satra in Assam (পূৰ্বে জয়ধ্বজসিংহ ৰজাই কুৰুৱাবাহীৰ অধিকাৰক প্ৰাণ দণ্ড দি বধ কৰাইছিল পাচত সেই পাপৰ প্ৰায়শ্চিত্ত স্বৰূপে সেই অধিকাৰৰে পুতেকত শৰণ ল'বৰ নিমিত্তে তেওঁক মাতি পঠালে। তেওৰ মাকে বাপেকৰ দৰে পুতেককো মাৰৌগ বুলি তেওঁক নপঠাই সত্ৰৰ পাঠকে জনকে গোঁসাইৰ পুতেক বুলি পঠাই দিলে আৰু মৰিব লাগিলে গুৰু পুত্ৰৰ বাবে তুমিয়েই মৰিবা কিন্তু কিবা মান সৎকাৰ পালে তাৰ ভাগ আমাক নেলাগে বুলি প্ৰতিশ্ৰুতি দিলে। কিন্তু খাটোলা লোৱা মানুহে, সমান ভকতক কাণত নলও বুলি খাটোলা ল বলৈ অমান্তি হ'লত তেও নিজে খাটোলাৰ নালত হাত লগাই ক'লে বোলে ময়ে খাটোলা দাণ্ডি দিছোঁ এতিয়া তোমালোকে নিয়া আৰু এওঁ যদি ৰজাঘৰৰ পৰা কিবা মান সম্মান পায় তাত তোমালোকৰো ভাগ থাকিব। তেতিয়া সাত জন মানুহে পাঠকক খাঢোলাত তুলি ৰজা ঘৰলৈ লৈ গ ল। ৰজাই গোঁসাইৰ পুতেক বুলি তেওতে শৰণ ল'লে পাচত গোঁসাইৰ পুত্ৰ নহয় বুলি শুনি তেওক কটাব খুজিছিল কিন্তু শৰণ লৈ গুৰু মনা বাবে কাটিব নেপায় বুলি জানি তেওঁক আউনীআটি সত্ৰ পাতি দি কুৰুৱাবাহীৰে একে শ্ৰেণীৰ গোঁসাই পাতিলে। তেতিয়া পূৰ্বৰ চুক্তি মতে সেই সাত জন মানুহে সত্ৰত সাতখন সম্মানিত বিষয় পালে। তেতিয়াৰে পৰা আউনীআটি সত্ৰত এই সাতখন বিষয় চলি আহিছে।)

**সাত লেঙুৰীয়া** সাত ডাল নেগুৰেৰে জোটপোট লগা অৰ্থাৎ অনেক জঞ্জালীয়া কেইবা যুটীয়া যেনে সাত লেঙুৰীয়া কাম কৰিবলৈ বৰ আহুকাল beset with various troubles concerned with several people

**সাত সাগৰ তেৰ নৈ পাৰ হোৱা** বাটত অনেক সাগৰ আৰু নৈ পাৰ হৈ দূৰ দেশলৈ গমন কৰা to cross seven seas and thirteen rivers i e to proceed to a distant ountry crossing many seas and rivers

**সাত সুলতীয়া সৰু** বয়সেৰে বহুত সৰু ery much junior in age

**সাত হাল মেঘে ৰৰষা** সাত হাল অৰ্থাৎ, চৈধ্য জন মেঘে একেলগে ৰৰষা অৰ্থাৎ, বৰ ডাঙৰ বৰষুণ দিয়া raining very heavily

**সাতবি সোণা** সাদৰৰ সোণ অৰ্থাৎ, অতি আদৰ বস্তু anything highly prized

**সাতালি পৰ্বতৰ ভাৰ** সাত খলপা পৰ্বতৰ ভাৰ অৰ্থাৎ গধুৰ ভাৰ বা দায়িত্ব সৰহীয়া দায়িত্ব a very heavy burden of responsiblities

**সাতে সোতৰে** (সোতৰে = সোতৰই) 'সাতে পাঁচে চোৱাঁ।

**সাতোটা শিয়ালৰ বাগি** সাতোটা শিয়ালে যিমান কৰিব পাৰে সিমান বাগি বুগা। শিয়াল বৰ ধূৰ্ত এতেকে অতিশয় ধূৰ্তালি great craftiness

**সাদৰক নেওচা** লোকে কৰা সাদৰ বা মৰমক আওহেলা কৰা ie neglect love regard or affection be towed by others

**সাধি অহা** পূৰ্ব জন্মত কোনো কাৰ্য্য কৰি তাৰ ফল এই জন্মত ভোগ কৰিবলৈ উপাৰ্জন কৰি অহা to have in store for this life the effects of one s doings in the prev ous birth

**সান্ মিহলি কৰা** 'সানি পেলোৱা চোৱাঁ।

**সানি পেলোৱা** একেলগে সানি মিহলোৱা অৰ্থাৎ বাৰমিহলি লেটিপেটি বা সানমিহলি কৰা to mix up to make a mess of

**সান্দহ খোৱা বালি তল যোৱা** আগেয়ে যিটো বালিত নাও বান্ধি সান্দহৰ জলপান খোৱা হৈছিল সেই বালিটো নৈৰ পানীত তল যোৱা। এতেকে পূৰ্ব্বৰ সুবিধা বা সুচল নোহোৱা হোৱা to have lost former advantage or convenience

**সাপ মাৰি নেগুৰত বিষ থোৱা** কোনো কাম কৰি তাৰ সামান্য এক অংশ বাকী থোৱা to do a work leaving a small portion of it undone

**সাপৰ নেগুৰ ছিঙা** সাপৰ নেগুৰ ছিঙি নিব পৰা অৰ্থাৎ, বৰ কোবাল (বেগত বা সোঁতত খাটে) যেনে সাপৰ নেগুৰ ছিগা লৰ বা সোঁত very swift (appl to speed or current)

**সাপৰ মন্ত্ৰ** সাপৰ বিষ খেদোৱা মন্ত্ৰ। সাপৰ মন্ত্ৰ বেজে মুখৰ ভিতৰতে মাতে আৰু তাৰ অৰ্থ পোৱা নেযায়। এতেকে অস্পষ্ট আৰু অৰ্থ নুবুজা কথা words or language not articulate nor capable of being understood

**সাপৰ মূৰ ছিঙা** 'সাপৰ নেগুৰ ছিঙা চোৱা।

**সামৰণি মৰা** খটম কৰা শেষ কৰা বন্ধ কৰা to close or finish

**সামৰা** (১) ভালকৈ থোৱা যত্নেৰে থোৱা to keep with care to lay away (২) চপাই কোঁচাই অনা বা থোৱা to bring together to draw together to collect (৩) মেৰাই ধৰা আবৃত কৰি ধৰা to encircle to extend over

**সাৰি পুচি মজিয়াত গৰোৱা** ঠাই সৰা পোচা কৰি জাবৰবোৰ মজিয়াত দ'মাই থোৱা অৰ্থাৎ, সকলো কাম কৰি অলপ ত্ৰুটীৰ বাবে সকলো ভ্ৰষ্ট কৰা to sweep a house and then heap the dirts on the floor i e to do everything in a matter but to spoil the whole for some defects or fault

**সাহ পোৱা** আশ্ৰয় পোৱা লাই পোৱা to be bold by fetting indulgence

**সিজা** তাপত সিদ্ধ হোৱা। এতেকে কথা বুজা কথা গৰকা যুক্তিযুক্ত যেনে সিজা মানুহ বা কথা reasonable sensible considerate

**সিন্ধি সৰকা** চুৰ কৰিবলৈ ঘৰৰ ভিতৰলৈ সিন্ধিয়েদি সোমোৱা to enter into a house by a hold under the wall to commit burglary

**সিপৰীয়া হোৱা** সংসাৰৰ সিপাৰ হোৱা অৰ্থাৎ মৰা পঞ্চত্ব প্ৰাপ্ত হোৱা to die

**সিপুৰী** সিখন পুৰী অৰ্থাৎ পৰলোক the next world

**সিফলীয়া হোৱা** 'সিপৰীয়া হোৱা চোৱা।

**সিয়নিত শোৱা** তিনটা মানুহলৈ একেখন কাপোৰ আছিল সেয়ে দুখন ঠেক কাপোৰ মাজে মাজে সিযনি দি বহল কৰা টেঙৰ মানুহটোৰে বোলে মৌলৈ কাপোৰ নেলাগে মই সিয়নিটোৰ তলতে শুম এই বুলি সি মাজত শুলে। ৰাতি ই দুটাৰ গাৰ একোডোখৰ উদং হৈ থাকিল সি দুইবো মাজত সুখেৰে শুলে। এতেকে চতুৰালি কৰা চতুৰালি কৰি কাৰ্য্য সিদ্ধি কৰা to practise cunningness to serve one s object by cunningness

**সিৰ্ ফুটা** কেলেহুৱা চপনীয়া বা স্বত্বহীন নোহোৱা নিজ স্বত্বে মালিক বা অধিকাৰী যেনে বাপেকৰ সম্পত্তিৰ পুতেক সিৰ ফুটা উত্তৰাধিকাৰী just and rightful (appl to ownership)

**সিৰসিৰাই উঠা** সিৰৰ ভিতৰে সিৰসিৰণি অনুভৱ কৰাত গা জিকাৰি উঠা। এতেকে খঙত জিকাৰ খাই উঠা to start up in anger

**সীৰলিত শোৱা** (সীৰলি = সীৰলু, অৰ্থাৎ হাল বাওঁতে হোৱা নাঙলৰ মুখৰ লোৰ) এনে সোৰোপা যে সীৰলিতে শোৱে। এতেকে অতি সোৰোপা extremely lazy or indolent

**সুকাঠী** ভাল বা সাৰুৱা কাঠ বুলি জনাজাত। এতেকে (১) ভাল বংশৰ of good family or origin (২)

পাকৈৎ, নিপুণ able dexterous

**সুং কৰে** গম নিদিয়াকৈ মনে মনে যেনে সুং কৰে গুচি গ'ল unobservedly without being noticed

**সুৰ হৰি কম্প** যাৰ আগত দেৱতাসকলে সৈতে স্বয়ং হৰিও কম্পিত হয় এনে প্ৰকোপিত। এতেকে ভীষণ ভয়ঙ্কৰ terrible violent

**সুৰাসুৰ কঁপোৱা** দেৱতা আৰু অসুৰক ভয়ত কঁপোৱা অৰ্থাৎ বৰ উগ্ৰ মূৰ্ত্তি ধৰা যেনে খণ্ডত সুৰাসুৰ কঁপালে to assume a fierce attitude

**সুৰুক্ কৰে** 'সুং কৰে' চোৱাঁ।

**সুৰুকা মৰা** গম নিদিয়াকৈ মনে মনে গুচি যোৱা সুং কৰে বা সুৰুক্ কৰে গুচি যোৱা to steal away

**সুৰ্ত্তি নোপোৱা** (সুৰ্ত্তি = আজৰি তৎ ধৈৰ্য্য) অৱসৰ নোপোৱা getting no leisure **সুৰ্ত্তি নোহোৱা** অৱসৰ নথকা having no leisure **সুৰ্ত্তি হেৰুওৱা** বিতত বা ধৈৰ্য্যহীন হোৱা to be restless

**সুৱাগ্ চৰা** সৌভাগ্য বঢ়া অৰ্থাৎ, গিৰীয়েকৰ মৰম বঢ়া becoming more beloved of one s husband **সুৱাগ চৰোৱা** সৌন্দৰ্য্য বৃদ্ধি কৰা ব্যং enhance beauty Irn

**সুৱাগুৰি তোলা** বিয়াৰ দৰা কন্যাঘৰৰ পদূলি পালেগৈ কন্যাঘৰীয়া মানুহে উৎসৱ কৰি পানী তোলা drawing water in ceremony at the bride s house on the arrival of the bridegroom at the gate in a marriage

**সূচা মৰা** (সূচ = বাতৰি সম্বাদ) টুটকীয়া লগোৱা to report against a person in the absence of such person to back bite

**সূচি ফুৰোৱা** (সূচি = জেওৰাৰ পথালি কামী) জেওৰাত কামী বোৱা to interweave split bamboos into a fencing

**সূতা অনিওৱাদি অনিওৱা** তাত বাটি কৰোঁতে সূতা মেলিবলৈ কৰাদি একে ঠাইতে ঘনাই অহা-যোৱা কৰা strolling between two points over and over again

**সূত্ৰপাত কৰা** কাপোৰ ব'বলৈ তাঁত বাটি কৰিবলৈ সূতা মেলা। এতেকে কোনো কাৰ্য্য ত'ৰি লোৱা কোনো কাৰ্য্যৰ আৰম্ভন কৰা to make the preliminary preparations for anything

**সূৰ্য্যৰ মুখত সোপা দিয়া** সম্পূৰ্ণ জনাজাত কথা গোপন কৰিবলৈ বিচৰা to attempt to gag the Sun to hide it i e to try to hush up a widely known matter

**সেই গুণে** সেই কাৰণে যেনে ভৰিটো ভাগিল সেই গুণে উঠিব নোৱাৰো for that reason **সেই গুণেহে** অকল সেই কাৰণৰ বাবেইহে only for that reason

**সেই দেখি** সেই গুণে চোৱাঁ। **সেই দেখিহে** সেই গুণেহে চোৱাঁ।

**সেইহে** সেই গুণেহে চোৱাঁ।

**সেও তাও ধৰা** সেও দিলে বস্তু কোমল হয় তেতিয়া তাক যেনে তেনে ভাৱে গঢ় দিব পাৰি। এতেকে বশীভূত হোৱা বাধ্য হোৱা to be amenable or submissive **সেও তাও লোৱা** একে অৰ্থ। **সেও তাও হোৱা** একে অৰ্থ।

**সেপেৰে মুছদি কৰা** ধন ভাগে বুলি তামোল নেখাই, মুখৰ সেপেৰেই মুছদি কৰা। এতেকে মুছদি নকৰাকৈ শুদা মুখে থকা অৰ্থাৎ অতি কিৰ্পিণালি কৰা to be extremely miserly

**সেমেনা-সেমেনি কৰা** লাজ বা অপমানত ম্ৰিয়মান হৈ, মাতিব নোৱাৰা হোৱা to blush and become speechless for shame or insult

**সেৰে সেৰে উঠি যোৱা** আওকাণৰ বাবে বহু পৰিমাণে হানি হোৱা যেনে ঘৰলৈ কাণ কৰোঁতা নোহোৱাত সেৰে সেৰে উঠি গ'লেও চাওঁতা নাই to be wasted in large quantities for

want of care or attention

**সেৱা কৰা** (১) সম্মান জনাবলৈ মাটিত পৰি প্ৰণিপাত কৰা to bow down by prostrating on the ground (২) শুশ্ৰূষা কৰা আলপৈচান ধৰা to attend to or nurse a person to render menial service

**সেৱা চুৰ কৰা** ভক্তি বা উপাসনাত ত্ৰুটী কৰা to make shortcomings in devotion or worship

**সেৱা জাননী** সেবাৰ জাননী অৰ্থাৎ সম্ভ্ৰান্ত লোকক সাক্ষাৎ কৰিবলৈ যাওতে লগত নিয়া হাত ভেঁটী presents for a person of rank to be giv n at an interview

**সৈ কঢ়া** দোষ স্বীকাৰ কৰা কবুল কৰা to confess **সৈ লোৱা** একে অৰ্থ।

**সৈমান হোৱা** মান্তি হোৱা স্বীকৃত হোৱা to agree to be amenable

**সোঁ আধি** সমানে আধা দুই মূৰৰ মাজ যেনে, ধানগাল গৰুৱে খাই সোঁ আধি কৰিলে মৰোঁ জীও সোঁ আধি বাটৰ সোঁ আধি আহিছোঁ just one half c f the whole the middl pc nt equidistant from bc th th end **সোঁ জোনে** জোনে সৈতেই জোন থাকোঁতেই যেনে পূৰ্ণিমাত সোঁ জোনেই ৰাতি পুৱায় with th moon shining all along **সোঁ পটলি** পোন বিধান বা পন্থ সৰল নীতি plain ways straight forward conduct **সোঁ বয়স** মাজ বয়স middle of one s age **সোঁ মৰণ** স্বাভাৱিক মৰণ n t ral d ath **সোঁ মাজ** সমান মাজ ঠিক মাজ just the middle

**সোঁতৰ কচু** সোঁতত উটি যোৱা কচুগছৰ দৰে দুৰ্বল আৰু ক্ষমতাহীন লোক a weak and powerless person like an arum plant dr fting in current

**সোঁ শৰীৰে স্বৰ্গলৈ যোৱা** স্ব শৰীৰে অৰ্থাৎ ভৌতিক দেহেৰেই স্বৰ্গলৈ যোৱা to go to h aven with one s earthly body Im

**সোটমোচ খোপোচ্ কৰা** কামত নলগা বস্তু মানুহে সোটমোচ কৰি অৰ্থাৎ মোহাৰি সামৰি এঠাইত খোপোচ কৰে পেলাই থয়। এতেকে অনাদৰ কৰি পেলাই থোৱা to lay aside anything as of no use

**সোণ খটোৱা** সোণেৰে আন বস্তুৰ ওপৰত কাৰুকাৰ্য্য কৰা to work with gold on other metals or things **সোণ গুই** সেই নামৰ এজাত গুই সি ভিতৰ সোমালে মানুহৰ অমঙ্গল হয়। এতেকে অমঙ্গলীয়া মানুহ an nauspic ous person that ruins a house **সোণ সেৰীয়া** এসেৰ সোণৰ মূল্যৰ। এতেকে বৰ মূল্যবান very valuable

**সোণ ৰূপৰ কলচী** কলচীয়ে মন্দিৰক বহুতলৈকে জিলিকায় সেয়ে সোণ বা ৰূপৰ হ'লে গৌৰৱৰ কথা। এতেকে বিশিষ্ট কীৰ্ত্তিৰ নিদৰ্শন a sign of great glory **সোণ ৰূপৰ মুখ** সোণ আৰু ৰূপ উত্তম ধাতু তেনে ধাতুৰে নিৰ্মিত মুখ অৰ্থাৎ কথাৰ লৰচৰ্ নোহোৱা মুখ a mouth the word of which are rre ocable

**সোণত সুৰগা** সুৰগা দিলে সোণ গলে সেই দেখি দুইৰো মিল বুলি কল্পনা কৰিছে এতেকে মিলি পৰা সমাবেশ an agreeable combination

**সোণৰ নাঙলেৰে অৰ্জা** ইমানকৈ উপাৰ্জন হয় যে নাঙলটোও সোণেৰে গঢ়াই ল ব পাৰিছে। এতেকে প্ৰচুৰ উপাৰ্জন কৰা earning with a golden plough i e to arn abundantly

**সোণৰ সোলেং** সোলে টেঙা ডাঙৰ গোটৰ হয় তাকে সোণৰ বুলিছে। এতেকে বৰ মূল্যবান বস্তু anything of great value

**সোণাৰি গঢ** নিয়াৰি গঢ মুখৰ ধুনীয়া গঢ (মানুহত খাটে) faultless cut of th face **সোণাৰি গঢ়ী** ধুনীয়া গঢৰ (মানুহত খাটে) with a well cut face

**সোণে পোৱালে গাঁথা** সোণৰ মণি আৰু পোৱাল দুয়ো মূল্যবান। দুইকো একেলগে গাঁথি মণি সিলে ধুনীয়া হয়। এতেকে ধুনীয়াৰ লগত ধুনীয়াৰ সমাবেশ কৰা to combine the beautiful with the beautiful

**সোধ্ কৰা** বিচাৰ কৰা গোচৰ শুনা to enquire into or investigate a cause or a dispute

**সোধ্-পোছ্ কৰা** (১) সোধ্ কৰা চোৱাঁ। (২) অতিথিক অভ্যৰ্থনা কৰা to receive and welcome a guest

**সোধ্ সোঁৰবোৱা** প্ৰতিশোধ লোৱা to take revenge

**সোধনী ভাৰ** ছোৱালী দিবনে নিদিয়ে থিৰাংকৈ সুধিবলৈ যাওঁতে কন্যাৰ ঘৰলৈ নিয়া ভেঁটী ভাৰ presents brought to a bride s house on the occasion of formally asking for a girl s hand

**সোধা** (১) অভ্যৰ্থনা কৰা to extend hospitality (২) ব্য ককৰ্থনা কৰা বা দণ্ড দিয়া যেনে উত্তগুলিৰ হৈ তোক ভালকৈ সুধিম to take to task

**সোধা-পোছা** সোধ্ পোছ্ কৰা চোৱাঁ।

**সোপা ঢিলা** ঢিলাহৈ থকা সোপাৰ নিচিনা অৰ্থাৎ উদ্যোগহীন wanting in diligence or energy **সোপা মৰা** (১) সোপা দি বাট বন্ধ কৰা। এতেকে জোৰা মৰা লেঠা গুচোৱা to me t a demand (২) চুঙাৰ মুখৰ সোপাৰ দৰে সোটমোটকৈ সুমাই থোৱা। এতেকে কাণ নকৰি পেলাই থোৱা to lay aside with neglect **সোপা-সোপ্** প্ৰচুৰ abundant **সোপা-সোপে** প্ৰচুৰ ৰূপে abundantly

**সোমোৱা** (১) ন'কৈ জোখোঁতে জোখত কম হোৱা দোৱা জোখত কম ওলোৱা to be short when reweighed (২) লেখত পৰা লেখত ধৰা হোৱা যেনে তোমাৰ নাম ফৰ্দত সোমাইছে to be included

**সোলা মুখৰ চৰ** সোলাৰ মুখত চৰ মাৰিলে ঘৰকৈ দুখ পায়। এতেকে অপাৰ্থক অবস্থাত পোৱা দৌৰাত্ম্য বা উৎপীড়ন slap on a toothless face i e tyranny towards a disabled or distressed person (সোলা মুখত চৰ মাৰিলে অধিক দুখ পোৱাৰ দৰে অপাৰ্থক অবস্থাত পোৱা দৌৰাত্ম্যও অধিক কষ্টপ্ৰদ হয়)।

**সোৱাই সোৱাই** সহিব পৰাকৈ লাহে লাহে অলপ অলপকৈ যেনে সুখীয়া মানুহে সোৱাই সোৱাইহে দুখ বন কৰা উচিত slowly by degrees gradually

**সোৱাদ পোৱা** জুতি পোৱা আস্বাদ পোৱা ৰস অনুভৱ কৰা যেনে সাহিত্য চৰ্চাত যেয়ে সেয়ে সোৱাদ নেপায় 'লবাই কচু খায় আপুনি এবিব সোৱাদ পায় to find interesting or appealing to taste **সোৱাদ বুজা** সোৱাদ লোৱা চোৱাঁ। **সোৱাদ লগা** জুতি লগা আস্বাদ কৰি তৃপ্তি পোৱা to find pleasant to taste **সোৱাদ লোৱা** জুতি চোৱা আস্বাদ কৰি চোৱা to taste

**সৌকা চলোৱা** চোৰ বা চোৰে নিয়া বস্তু উলিয়াবলৈ সৌকা এডাল জাৰি এটা মানুহৰ হাতত দি তাক এৰি দিয়া (সেই মানুহটোৱে সৌকা কোবাই গৈ গৈ চোৰ বা চুৰ কৰা বস্তু ধৰি দিয়ে) to enchant a stick by incentation and put it in a man s hand to find out a thief or stolen property **সৌকা মেলা** একে অৰ্থ।

**স্নান লগা** তিৰোতা মানুহৰ মাহেকীয়া ঋতু হোৱা to be menstruous

**স্বৰগ ঢুকি পোৱা** (১) 'হাততে স্বৰ্গ পোৱা চোৱাঁ। (২) বৰ দীঘল হৈ বাঢি যোৱা to grow very tall in stature

**স্বৰ্গী হোৱা** স্বৰ্গবাসী হোৱা অৰ্থাৎ, মৰি যোৱা ঢুকোৱা (মান্যাৰ্থে) যেনে অধিকাৰ গোঁসাই স্বৰ্গী হ'ল to die (used in respect)

# হ

**হওক নহওক** তেহেলেই কাম চলক বা নচলক ভালেই হওক বা বেয়াই হওক যেনে হওক নহওক মোমাই বুলিবলৈ এটা আছে whether useful or not whether good or bad
**হঁহা** নিন্দা কৰা to ridicul
**হঁহা মতা কৰা** (১) হাঁহি মাতি মুকলি মনেৰে আলাপ কৰা to chat cheerfully (২) নিজৰ স্ত্ৰী বা স্বামীৰ বাজে আন তিৰোতা বা পুৰুষেৰে অযুগুত বাক্যালাপ কৰা to chat with undue familiarity with a man or a woman not married to each other
**হক্ ৰক্ষা কৰা** ন্যায্য স্বত্ব ৰক্ষা কৰা to guard one s legitimate ntere ts or rights
**হকা-বধা কৰা** (হকা = হাক বধা = বাধা) বাধা কৰা বিঘিনি জন্মোৱা to obstruct
**হটা-বটা কৰা** 'হাট বাট কৰ' চোৱাঁ।
**হত উঠা** নষ্ট হোৱা খীণাই শুকাই যোৱা তাকৰীয়া হৈ টুকাই যোৱা to be po lt or destroyed to be emaciat d t be dwindling **হত যোৱা** একে অৰ্থ।
**হত কপলীয়া** (হত = নিহত) দুৰ্ভগীয়া unfortunate স্ত্ৰী—**হত কপালী**।
**হতা ওপৰা কৰা** (১) কিবা কাম কৰিবলৈ লোকে সৈতে কচা আজোৰা কৰা to struggle with others for doing anything in preference to them (২) কিবা বস্তু পাবলৈ থপাথপি কৰা to struggle to snatch off anything
**হতালি-বতালি কৰা** 'হঁহা মতা কৰা চোৱাঁ।
**হতা হতি কৰা** (১) পৰস্পৰে হাতেৰে মৰামৰি কৰা to assault each other with hands (২) লোকে কোনো কাৰ্য্য কৰোঁতে হাতেৰে লাগি ভাগি সহায় কৰা to assist others with hands in doing anything **হতাহতিকৈ** একেটা কামতে অনেক হাত লগাই, অৰ্থাৎ, একেলগে লাগি ভাগি যেনে অনেকে হতাহতিকৈ ধৰিলে কাম বেগতে হয় jointly with others **হতাহতি যুদ্ধ** হাতে হাতে ধৰি কৰা যুদ্ধ hand to hand fight **হতাহতি লগা** হাতে হাতে ধৰি যুঁজ লগা দবৰা দবৰি লগা to have a hand to hand fight **হতাহতি হোৱা** নষ্ট হোৱা বা নষ্ট হওঁ হওঁ হোৱা যেনে আছোক লাভ-লকটু মূলৰে হতাহতি হৈছে to be lost or about to be lost
**হনা লোৱা** কোনো ফালে যাবলৈ ঢাল লোৱা বা উপক্ৰম কৰা যেনে নৈখনে আমাৰ গাঁৱলৈ হনা লৈছে to aim to proceed in a particular direction
**হনিওৱা** 'হনা লোৱা চোৱাঁ।
**হনুমন্ত জাঁপ** হনুমন্তই জঁপিয়াই সাগৰ পাৰ হৈছিল। এতেকে ডাঙৰ জাঁপ a long jump
**হয় দিয়া** 'হয় বুলি অনুমোদন কৰা to say aye
**হয় ভৰ দিয়া** কোনো কথা নিজে ভ'বি নেচাই 'হয় বুলি লোকৰ লগতে মত দিয়া to support others in anyth ng without considering it
**হৰ্ষ বিষাদ লগা** আনন্দ আৰু বেজাৰ দুয়ো একেলগে লগা to b pleased and sorry at the same tim
**হৰ-গৌৰী বসতি হোৱা** বিবাহিত জীবন শিব পাৰ্বতীৰ দৰে সুখৰ আৰু শান্তিময় হোৱা (দৰা কন্যাক আশীৰ্বাদ দিয়াত খাটে) to have a happy and peaceful married life like Siva and Parbati
**হৰলি গৰলিকৈ** কোনো কথা গোপন নকৰাকৈ আপোন ভাবেৰে (কথাত খাটে) যেনে অকপটীয়া লোকে হৰলি গৰলিকৈ কথা হয় unreservedly and intimately (appl to speaking)

**হুৰা কৰা** কুমন্ত্র কৰি শৰীৰৰ অপকাৰ কৰা to cause bodily injury by incantation হুৰা দিয়া একে অৰ্থ।

**হৰি ভকত** একেলগে শৰণ লোৱা লোক persons taking spiritual instructions together from the same teacher

**হৰিভৰ দিয়া** সম্পূৰ্ণ ৰূপে অনুমোদন কৰা বা নিৰ্ভৰ কৰা to support fully to depend upon entirely **হৰি হৰি কৰা** আচৰিত কথাত মানুহে হৰি হৰি বোলে। এতেকে আচৰিত মনা to be astonished or amazed at **হৰি হৰি দেখা** একে অৰ্থ।

**হৰি যোৱা** (১) নোহোৱা হৈ যোৱা to b disappearing (২) ক্ৰমশঃ শুকাই খীণাই যোৱা to be gradually emaciatir g

**হলা-গলা কৰা** কাজিয়া কৰি হাই কৰা tc make noise by quarrelling **হলা গলা লগা** to be a noise in a quarrel **হলা গলা হোৱা** একে অৰ্থ।

**হলা জলা** হালি জালি থকা। এতেকে টোপনিওৱা to drowse in a itting posture

**হ'লি গ'লিকৈ** 'হৰলি গৰলিকৈ' চোৱা।

**হালি যোৱা** এফাললৈ ঢাল লৈ কাতি হৈ যোৱা to de ate from ı perpendicular position and l an to a side

**হাইচ-লাইচ কৰা** প্ৰণয়ী স্ত্ৰী পুৰুষে উভয়ে মিলি প্ৰেমৰ ভাবৰ আলাপ বা ৰ ধেমালি কৰা to enjoy or indulge in a merriment of love (betw en lovers)

**হাইঠা মাটিত পৰা** হাইঠা চৰাই মাটিলৈ নেনামে সি মাটিত পৰিলে আচৰিত হ ব লগীয়া। এতেকে পূৰ্বে অৱজ্ঞা কৰি নকৰা কোনো কাম কৰি লোকক আচৰিত কৰা to surprise people by doing something never done before out of contempt

**হাঁওৰি মাৰি ধৰা** বাঘৰ দৰে ডাঙৰকৈ গোজৰণি মাৰি ধৰা অৰ্থাৎ, ডাবি মাৰি সোধা বা আক্ৰমণ কৰা to ask anything or attack with a loud and furious cry like that of a tiger

**হাঁ কৰোতেই হুমুনিয়াহৰ বাৰ্ত্তা পোৱা** অকল 'হাঁ' বোলা শুনিয়েই, হুমুনিয়াহ কাঢ়িব খুজিছে বুলি বুজ পোৱা অৰ্থাৎ কথাৰ আৰম্ভণ শুনিয়েই কি ক'ব খুজিছে তাক জনা to guess the whole of anything on hearing only its beginning

**হাঁ-তে শুকোৱা** (হাঁ = অভাৱসূচক শব্দ) হাঁ বুলিলেই শুকাই নিৰস হোৱা অৰ্থাৎ, নিজৰ অতি অভাৱ দেখুৱাই কোনো বস্তু দিবলৈ অসমৰ্থ বুজোৱা যেনে কিবা খুজিলে তেওঁ হাঁ-তে শুকায় to profess to be uttealy helpless by reason of alleged want or poverty **হাঁ-তে হেৰোৱা** 'হাঁ' বোলোঁতে মুখৰ পৰা যিকণ বতাহ ওলায তাতে উডি গৈ হেৰোৱা। এতেকে অলপো অনাদৰ বা অত্যাচাৰ সহিব নোৱাৰা to be unable to stand the slightest neglect o tyra iny বিণ—অতি আদৰৰ অতি কোমল বা আলসুৱা very affe tionate or delicate

**হাঁফোলা মৰা** সাঁতৰি অলপ আগ বা অলপ দূৰলৈ সাঁতৰা to advan e a little by sw mming **হাঁফোলা মেলা** দুই হাত মেলি কোলালৈ যাব খোজা to extend the arms to come to one s lap (like a child)

**হাঁবা কাবা কৰা** (হাঁবা = অভাৱসূচক শব্দ) অভাৱত অস্থিৰ হৈ বিলৈ ভোগা to be very much distressed for want

**হাঁহটো চৰে বাঁহটো পৰে** নিজৰ ঘৰৰ হাঁহ মেলি দিলে য'ত চৰেগৈ আৰু বাৰীৰ বাঁহ কাটিলে য'ত পৰেগৈ তেনে ওচৰ। এতেকে অতি নিকটবৰ্তী বাৰীৰ কাষৰৰ very close to one s compound

**হাঁ হাঁ কা-কা** (হাঁ হাঁ = অভাবসূচক শব্দ কা-কা = বিপদত পৰা কাউৰীৰ ৰমলিয়নি) অভাবৰ বাবে দুখৰ ৰমলিয়নি অৰ্থাৎ অভাৱত পৰি কৰা হাঁ হাঁ কাৰ শব্দ যেনে **হাঁহাঁ কাকা কৰা কৰোৱা লগা বা লগোৱা** cry of distress in dire want

**হাঁহিত পেটু নাড়ী ছিগা** হাঁহোতে হাঁহোতে পেটৰ নাডী-পেটু ছিগি যোৱা। এতেকে ৰবকৈ হাঁহি উঠা to have a laugh that causes rupture of the intestines i e to have a very long and loud laugh **হাঁহিত পেটু নাড়ী ছিঙা ৰবকৈ হঁহুওৱা** to cause a long and loud laugh

**হাঁ-হুমুনিয়াহ্ কঢ়া** (হাঁ = দুখসূচক শব্দ) দুখৰ শব্দ কৰি হুমুনিয়াহ পেলোৱা এতেকে দুখ বেজাৰ কৰা to sigh in sorrow **হা-হুমুনিয়াহ্ ছড়া** একে অৰ্থ।

**হাগি পোকৰ ধুৰ নজনা** শৌচ কৰি পানী লঁব লাগে বুলি বুজ নোপোৱা। এতেকে অতি খেহেটা অতি অসভ্য very filthy in habit barbarous

**হাণ্ডি ধৰা** বাগি ধৰা to refuse to do something unless some one else also does it

**হাজাৰ হওক** যিমানেই হওক অৰ্থাৎ বিপক্ষে যিমান কাৰণেই থাওক লাগিলে যেনে হাজাৰ হওক মাকে পুতেকলৈ মৰম এৰিব নোৱাৰে in spite of a thousand ad rs arguments or reasons

**হাট কৰা** হাটত বেচা কিনা কৰা to buy or sell anything in a Hat (market place) **হাট খোৱা** হাটৰ ধন তোলা ঠিকাদাৰ the toll collector of a Hat

**হাট-বাট কৰা** (১) কিনা বেচা কৰা to buy or sell (২) মিলা প্ৰীতিৰে অহা যোৱা কৰা বা চুপতা চুপতি কৰা (বিশেষকৈ স্বামী স্ত্ৰী সম্বন্ধ নথকা স্ত্ৰী পুৰুষ) to have friendly intercourse or jokes (specially between a man and a woman not married to each other)

**হাড় ওলোৱা** হাড় জিলিকি পৰা অৰ্থাৎ ৰবকৈ খীণোৱা to be much emaciated **হাড় কাটনৰ** হাড ভাঙি অৰ্থাৎ বৰ শ্ৰমেৰে উপাৰ্জিত earned with great labour **হাড়-খৰাহি** জানিবা হাড় এখড়াহিহে অৰ্থাৎ অতি খীণ very much emaciated **হাড পেলোৱা** মৰা পঞ্চত্ব পোৱা to die **হাড় বছা** মঙহৰ পৰা হাডবোৰ বাছি উলিওৱা অৰ্থাৎ ৰবকৈ কিলোৱা to beat a person severely **হাড় ভঙা** (১) হাড ভগাকৈ অৰ্থাৎ ৰবকৈ কিলোৱা to beat a person heavily (২) অতি কষ্টকৰ যেনে হাড ভঙা বন very much toilsome

**হাড় গুডি কৰা** হাডবোৰ গুড়ি হৈ যোৱাকৈ কিলোৱা এতেকে অতিপাতকৈ কিলোৱা to beat a person excessively

**হাড ছাল ওলোৱা** শৰীৰ অতি খীণ্ হোৱা to be very much emaciated **হাড ছাল থকা** মঙহ শুকাই যোৱাত গাত অকল হাড আৰু ছালহে বাকী থকা। এতেকে অতি খীণ্ very much reduced in body the skin and th bones alone being left

**হাড় জক্ জক্** অতি খীণ্ বাবে ছালৰ ওপৰে হাড ডাল ডাল হৈ ওলাই থকা এতেকে অতি খীণ reduced to a skeleton

**হাড ডালি ডালি কৰা** হাড এডাল এডাল কৰা অৰ্থাৎ ৰবকৈ মাৰ কিল্ কৰা to beat a person exc ssi ely

**হাড শুচি কৰা** হাডে সৈতে শুচি বা পবিত্ৰ হোৱা বা কৰা অৰ্থাৎ ব্যঙ্গাৰ্থে তেনেই অশুচি হোৱা কাম কৰা বা কৰোৱা to be purified or purify others to the very bones i e ironically to do anything or do make others do anything that makes a person grossly impure

**হাড় শুচি কৰা বিয়া** বিয়া এটা সংস্কাৰ তাক নকৰিলে হিন্দু মানুহ শুচি নহয়। গতিকে অবিবাহিত স্ত্ৰী পুৰুষে স্বামী স্ত্ৰী স্বৰূপে সহবাস কৰি থাকিলে পাচতো হোম-পোৰা বিয়া কৰি শুচি হয়। তাকে হাড শুচি কৰা বিয়া বোলে। (এই প্ৰথা ব্ৰাহ্মণৰ বাহিৰে হিন্দুৰ অন্য জাতিৰ ভিতৰতহে প্ৰচলিত) the ceremony of a formal marriage between a man and a woman already living as husband and wife

**হাড়ক মাটি তেজক পানী কৰা** তেজক পানী হাড়ক মাটি কৰা চোৱাঁ।

**হাড়ত খোৱা** খাই বৈও চিকোণ হ'ব নোৱাৰা গতিকে গা খীণ্ হৈ হাড ওলোৱা lean and thin by constitution

**হাডত বন গজা** মৰা মানুহ পুতিলে বা খৰি দিলে বহুদিনৰ মূৰত সেই ঠাইত বন গজে। এতেকে মৰিবৰ বহু দিন অতীত হোৱা বহু কালৰ আগেয়ে মৃত্যু হোৱা to be dead a long period ago

**হাড়ৰ মাজত থাতু থকা** গাত তেজ মঙহ নোহোৱাত জীৱটো কোনো মতে হাডৰ মাজতহে সোমাই থকা অৰ্থাৎ, খীণাই শুকাই কথমপিহে জীয়াই থকা to be barely living as a skeleton

**হাড়লৈকে চিনা** হাড শৰীৰৰ ভিতৰত থাকে। এতেকে অন্তৰলৈকে চিনা স্বভাৱ চৰিত্ৰই সৈতে চিনি পোৱা to known a person to the back bone

**হাডি মৰা** হাতী বা ঘোঁৰাৰ আগ ঠেং দুটা জুঁতি দি লৰ মাৰিব নোৱাৰা কৰা to hobble

**হাড়ে কণ্ কণোৱা** বয়স হোৱা বাবে গাৰ হাড়বোৰে পুৰঠ হৈ কণ্ কণ্ শব্দ কৰা অৰ্থাৎ হাডবোৰ কামৰ অধিক উপযুক্ত হোৱা। এতেকে পৰিণত বয়সৰ বাবে অভিজ্ঞ আৰু কাৰ্য্যক্ষম হোৱা to have ripe knowledge and experience by reason of advanced age

**হাড়ে ছালে লগা** গাত মঙহ নথকাত হাড়ে ছালে লাগি পৰা অৰ্থাৎ বৰকৈ খীণোৱা to be very much emaciated

**হাড়ে হাডে চিনা** 'হাড়লৈকে চিনা চোৱাঁ।

**হাত অহা** কোনো কামত হাত অভ্যস্ত হোৱা to be trained or practised in doing anything with the hands **হাত উজান দিয়া** কামত ধৰি মেলি দি সহায় কৰা to assist in doing anything **হাত উঠা** কড়ি বা পাশা খেলত ক্ৰমে ভাল দানি পৰি যোৱা। এতেকে কোনো কামত উত্তৰোত্তৰ উন্নতি হোৱা ('হাত পৰা'ৰ বিপৰীত) to be continually better off in making gains **হাত উদং** হাতত ধন বিৎ নথকা যেনে হাত উদং মানুহ having no money in hand empty handed **হাত উবাৰি,** (উবাৰ = শূন্য) হাত শূন্য কৰি যেনে মোৰ হাতত যি আছিল হাত উবাৰি দিছোঁ অৰ্থাৎ হাতত একো বাকী নৰখাকৈ দিছোঁ making one s hand quite mpty **হাত এৰি দিযা** তত্ত্বাবধান ত্যাগ কৰা to cease to take care of **হাত এৰি হাতালি খেদা** (হাতালি খেদা = কিবা বস্তু ওপৰলৈ দলিয়াই দি আকৌ হাত পাতি ধৰি ধেমালি কৰা) হাতৰ সুযোগ এৰি দি আকৌ ঘূৰি তাকে বিচৰা হাতৰ পৰা এৰি দি পাচত ধৰিবলৈ যত্ন কৰা to let anything pass out of hands and then run after it to get again **ৰিজ— এৰি দি খেদি ধৰা । হাত এৰোৱা** হাতৰ পৰা সৰা যেনে বাঘৰ হাত এৰাই আহিছোঁ to avoid to escape from **হাত ওপৰ** যুজোঁতে হাত ওপৰ হৈ থাকিলে যুঁজিবলৈ অধিক চল হয়। এতেকে অধিক চল বা ক্ষমতা স্বাধীন যেনে এজন চহকী আৰু এজন দুখীয়া হ'লে চহকীজনৰ হাত ওপৰ হয় ('হাত তল'ৰ বিপৰীত) of more influence power or indepen dence

হাত কৰা (১) বশ কৰা নিজৰ কলীয়া কৰা to win over (২) ঢোলৰ ওজাই ঢোলৰ হাত কৰা to play on the drum with skill (৩) চুৰ কৰা to steal হাত খালি 'হাত উদং' চোৱাঁ। হাত খালি গৰাকীৰ বিনা অনুমতিত অকল নিজৰ ইচ্ছা মতে আৰু নিজৰ হাতে যেনে লোকৰ বস্তু হাত খালি আনিব নেপায় of one s own accord and with own hands without the owner s consent হাত চলা 'হাত অহা' চোৱাঁ। হাত চোৱা হাতৰ আঁক চাই ভাগ্য গণনা কৰা to read one s palm হাত ছিগা হাতখন ছিগি যোৱাত কাম কৰিব নোৱাৰা হোৱা অৰ্থাৎ কিবা বস্তু বা সহায় কৰোঁতা মানুহ হঠাৎ নোহোৱা হোৱাত কাম কৰিব নোৱাৰা হোৱা to be unable to work being suddenly deprived of some requisites or assistants হাত ছিঙা সহায় কৰোঁতা বা সঁজুলি আদিৰ অভাৱ ঘটোৱা to deprive a person of helpers or requisites for a work হাত জোকৰা (১) হাত জোকাৰি দেখুৱাই মাৰিম বুলি ভয় প্ৰদৰ্শন কৰা to frighten a person by raising the hand to assault (২) অলপকৈ দান কৰা to make a small gift

হাত টান হাতৰ মুঠি টান বাবে বস্তু নসৰকা অৰ্থাৎ কিৰ্পিণ close fisted হাত তল অধীন যেনে গৰাকীৰ হাত ওপৰ চাকৰৰ হাত তল ( 'হাত ওপৰ 'ৰ বিপৰীত) of less power influence or independance হাত তোলা মাৰিবৰ অভিপ্ৰায়েৰে হাত দঙা এতেকে মাৰিবলৈ উদ্যত হোৱা to raise the hand with a view to assault হাত থকা ক্ষমতা বা কৰ্তৃত্ব থকা to have a hand in anything হাত দঙা 'হাত তোলা' চোৱাঁ। হাত দিয়া (১) হাত প্ৰয়োগ কৰা হাতেৰে ছোৱা অৰ্থাৎ কোনো কাৰ্য্য কৰিবলৈ ধৰা বা লোকৰ লগত যোগ দিয়া যেনে বনত হাত দিয়া to begin a work to join others in a work (২) খৰচ কৰা যেনে 'ৰাহিত নিদিবা হাত' to spend হাত দীঘল দীঘলহতীয়া অৰ্থাৎ, দূৰৰ বস্তুও আনিব পৰা। এতেকে ক্ষমতাপন্ন সমৰ্থবান influential হাত ধৰা (১) বস্তু দিবলৈ হাত আগ বঢ়াই নি আকৌ কোঁচাই অনা অৰ্থাৎ কোনো বস্তু দিওঁতে তাক তাকৰাই খৰচ কৰা যেনে হাত ধৰি বিলালে অলপীয়া বস্তুৱেই জোৰে to be sparing in giving anything (২) কৰিবলৈ খোঁচৰ হোৱা যেনে নতুন কামত পোনতে মানুহৰ হাত ধৰে অৰ্থাৎ কৰিবলৈ খোঁচৰ লাগে to be slow in being accomplished হাত ধৰি লাহে লাহে আৰু সাৱধানে যেনে হাত ধৰি লিখিলে আখৰ শুৱনি হয় slowly and carefully

হাত পতা ভিক্ষা কৰা to beg হাত পৰা (১) কড়ি বা পাশা খেলত দানি নপৰা হোৱা ( 'হাত উঠা 'ৰ বিপৰীত) অৰ্থাৎ কোনো বিষয়ত অৱস্থাৰ অৱনতি হোৱা to be worse off in any business (২) হাতৰ দ্বাৰা সাধিত হোৱা হাত নিযুক্ত হোৱা যেনে ভাল খনিকৰৰ হাত পৰিলে প্ৰতিমা ধুনীয়া হয় to be done or finished by the hand of হাত ফুৰোৱা (১) প্ৰহাৰ কৰা ব্য to beat or assault a person Irn (২) আৰ ভাঙি নিয়াৰি কৰা to give the final touch (৩) শান্ত কৰিবলৈ ভাল ব্যৱহাৰ কৰা যেনে মই হাত ফুৰাই কোনো মতেহে তাক মান্তি কৰিছোঁ to treat with affection with a view to pacify (৪) জৰা ফুকা কৰা to treat a patient by incantation হাত বলা আখৰ লিখিবলৈ সহজ হোৱা to be practised in writing হাত বলী হাতেৰে লোকক দিয়াত বলী অৰ্থাৎ, দানী দানশীল liberal in giving to others হাত বহা হাত স্থিৰ

হোৱা বাবে আখৰ একে গঢ়ৰ হোৱা। এতেকে কামত হাত স্থিৰ বা পাকৈত হোৱা to have a set hand **হাত বাউলি দিয়া** হাতৰ তলুৱা আৰু আঙুলিৰে সঙ্কেত দেখুৱাই আহিবলৈ আহ্বান কৰা to beckon with the palm to approach or come nearer **হাত বাগৰা** পোনতে এজনৰ হাতত থাকি পাচত লোকৰ হাতলৈ যোৱা এতেকে পূৰ্বে ব্যৱহৃত old formerly used by others **হাত ভৰি ধোৱা** হাত আৰু ভৰি ধোৱা to wash the hands and the feet ( 'ভৰি হাত ধোৱা 'ৰে একে নহয়)। **হাত মৰা** দানি বা দাঁও মৰা সৰহীয়া লাভ কৰা to make large gain or profit **হাত মৰামৰি কৰা** লোকক দিব লগীয়া কিবা বস্তু পাচত দিম বুলি তাৰ মুৰে আ। কিবা এটা বস্তু আন এজনৰ হাতত জামিন থৈ তেওঁক সাক্ষী ৰখা to entrust anything to a person as a security for a l ability to another **হাত মুকলি** হাতত বান্ধ নোহোৱা অৰ্থাৎ, লোকক দিব থ ব পৰা দানী open fisted liberal in giving to others **হাত মুকলি কৰা** কড়ি বা পাশা খেলত ভাল দানি পেলাই হাত শুদ্ধ কৰা to have a lucky cast in dice etc for the first time **হাত মুখ ধোৱা** খাই উঠি হাত আৰু মুখ ধুব লাগে। এতেকে জলপান খোৱা (সাধু ভাষা) to take refreshments **হাত মুখলৈ চোৱা** নিজে ভোগ কৰিবলৈ নেপাই লোকে ভোগ কৰোঁতে লোকৰ হাত আৰু মুখলৈ হেঁপাহেৰে চাই থকা to look at others enjoyment with a longing eye

**হাত যোৰ কৰা** কৰযোৰে প্ৰাৰ্থনা কৰা to join both the hands in supplication **হাত ৰখা** (১) ক্ষমতা বা কৰ্তৃত্ব ৰখোৱা to retain power in one s own hand (২) খেলত ভাল দানি পেলাই, পুনৰ দানি পেলাবলৈ বাট ৰখা to have a lucky cast in dice etc so as to get a second chance **হাত লগা** (১) নিৰ্মান কাৰ্য্যত সাহায্য থকা যেনে প্ৰতিমাখনত ভাল খনিকৰৰ হাত লাগিব পায় to have one s hand in the making or finish of anything (২) অপহৃত হোৱা to be stolen **হাত লগোৱা** অলপীয়াকৈ প্ৰহাৰ কৰা to assault **হাত লৰ্ হোৱা** এজনৰ হাতৰ পৰা আন এজনৰ হাতলৈ সলনি হোৱা to change hands **হাত লৰা** চোৰ প্ৰকৃতি থকা যেনে হাত লৰা মানুহ thievish **হাত লৰোৱা** অলপীয়াকৈ বন কৰা to work a little **হাত লেচাৰি ফুৰা** (লেচাৰি = খোজ কাঢ়োঁতে আগলৈ আৰু পাচলৈ জোকাৰি) হাত লেচাৰি ফুৰিলে নিশ্চিন্ত মনেৰে ফুৰা বুজায়। এতেকে নিশ্চিন্ত মনেৰে দিন নিওৱা to pass one s days without care or anxieties **হাত শুচি কৰা** 'হাত মুকলি কৰা চোৱাঁ। **হাত শুদা** 'হাত উদং চোৱাঁ। **হাত শুদ্ধ কৰা** 'হাত মুকলি কৰা চোৱাঁ। **হাত সৰা** 'হাত এৰোৱা চোৱাঁ। **হাত সলোৱা** লোকে কৰা বনত ধৰি লোকক সকাহ্ দিয়া to take up others work for a short while to give rest to the worker **হাত সাবটা** একো নকৰাকৈ এলাহত সময় নিওৱা to fold one s arms i e to pass time in idleness without doing anything **হাত হাত কৰা** (১) যেয়ে যিমান পায় হাতে হাতে লৈ যোৱা to take away portions of anything severally (২) একেটা বস্তুকে ইহাত সিহাতকৈ অনেকৰ হাতলৈ নিয়া to pass a thing from hand to hand

**হাতখনে মুখখনে** অকল হাত আৰু মুখ এই সম্বলেৰে মাত্ৰ হাত আৰু মুখৰ বলেৰে যেনে ধন নহ'লে হাতখনে মুখখনে কাম নহয় with the hand

and the mouth alone i e without the necessary requisities

**হাত জোকৰা খোৱা** লোকে হাত জোকাৰি যি দিয়ে তাকেহে খাবলৈ পোৱা অৰ্থাৎ পেটৰ বাবে লোকৰ ওপৰত নিৰ্ভৰ কৰা to depend upon others for livelihood

**হাতত ধৰা** (১) বাধা দিয়া to obstruct or prevent (২) বেয়া ভাবেৰে তিৰোতা মানুহক স্পৰ্শ কৰা to touch a woman with an illicit purpose (৩) মিনতিৰে অনুৰোধ কৰা to make a request with submission **হাতত পৰা** ক্ষমতাৰ অধীন হোৱা যেনে সি এদিন নহয় এদিন মোৰ হাতত পৰিব to come under the power of **হাতত লগা** (১) হাতেৰে ধৰিলে হাতত উমান পোৱা। এতেকে কামত লগ্নাব পৰা কামৰ উপযুক্ত যেনে হাতত ল া ল'ৰা handy (২) হাতত লাগি যোৱা অৰ্থাৎ অপহৃত হোৱা যেনে কাপোৰখন চোৰৰ হাতত লাগিল t be tolen **হাতত লোৱা** কৰিবৰ কাৰণে হাতলৈ লোৱা। এতেকে আৰম্ভ কৰা to begin

**হাতত ধৰি শিকোৱা** কেনেকৈ বন কৰিব লাগে তাক হাতত ধৰি কৰাই শিক্ষা দিয়া। এতেকে প্ৰথম শিক্ষা দিয়া t give the fir t le son to do anything

**হাতত সাৰে ভৰিত সাৰে** হাত আৰু ভৰি লৰাৰ লোকে গম নোপোৱাকৈ অৰ্থাৎ নিস্তব্ধ ভাৱে লোকে সহাৰি নোপোৱাকৈ যেনে হাতত সাৰে ভৰিত সাৰে গৈ ওচৰ পালে without making any noise when advancing

**হাততে** (১) হাতত অৰ্থাৎ আন ঠাইত নহয় যেনে ৰূপ তেওঁৰ হাততে দিলোঁ হাততে তেল এৰেহি দিয়াঁ হাততে বৰলে বিন্ধিলে at the hand and not anywhere lse (২) ততালিকে যেনে হাততে ফলিয়ালে imme diately (৩) জিম্মাত যেনে হেৰোৱা বস্তু হাততে ওলাল in possession of (৪) হাতৰ মুঠিৰ ভিতৰত অৰ্থাৎ নিজৰ টাবত যেনে গাওঁ গোটেইখন হাততে ৰাখিছোঁ under the influence of (৫) বেয়া কাম কৰি থাকোঁতেই যেনে চোৰ হাততে ধৰিলোঁ red handed in the act of doing a wrong (৬) হাতেদি জৰিয়তে যেনে ঘৰলৈ ধন মোৰ হাততে দিয়া through one s hand (৭) অকল হাততে বা হাতেৰেই অৰ্থাৎ ভাৰ আদি নবন্ধাকৈ যেনে এইখিনি বস্তু হাততে নিব পাৰিম by or in the hands alone as in carrying anything (৮) হাতত থাকোতেই যেনে ভাল বস্তু দেখিলে ল'ৰাই হাততে ধৰেহি whil remainin n th hands (৯) হাত দিয়েই প্ৰথমতে হাতৰ ওচৰতে ঢুকি পোৱাতে যেনে পেৰা মেলি হাততে পোৱাখন কাপোৰকে আনিবা close at hand within reach (১ ) চাই থাকোতেই তত্ত্বাৱধান কৰি থাকোঁতেই যেনে হাততে হেৰাল in the a t of being watched o attended

**হাততে স্বৰ্গ পোৱা** স্বৰ্গ ন নিজৰ হাততে পোৱা অ ৰ্থাৎ অতি উল্লাসিত হোৱা t feel ery mu h delighted

**হাততে হেৰোৱা** চাই থাকোতেই বা শুশ্ৰষ কৰি থাকোঁতেই মৃ হোৱা to d while being watched

**হাতৰ কাণৰ** হাতত আৰু কাণত পিন্ধা অলঙ্কাৰ ornam nts for the hands and the ears **হাতৰ তল** হুকুমৰ তলতীয়া টাবৰ ভিতৰ subordinate **হাতৰ তলুৱা** নিজৰ হাতৰ তলুৱাত ক'ত কি আছে, মানুহে ভালকৈ জানে। এতেকে ভালকৈ চিনি পোৱা বা জনা কিবা ঠাই যেনে কলিকতাখন মোৰ হাতৰ তলুৱা thoroughly known (as a place or a locality) **হাতৰ**

পাঁচ তাচৰ খেলত যি জোৰা খেলুৱৈয়ে শেহৰ পিঠি পাত ধৰে তেওঁলোকে উপকৰাকৈ পাঁচোটা সংখ্যা বা নম্বৰ পায় তাকে হাতৰ পাঁচ বোলে। এতেকে কোনো বিশেষ কাৰণৰ বাবে ন্যায্যৰূপে প্ৰাপ্য বস্তু an additional gain rightfully due to one for some special reasons **হাতৰ মলি** বন কৰিলে হাতত মলি লাগে কিন্তু সম্পত্তি বিভূতি হয় গতিকে ধন সম্পত্তিক হাতৰ মলিৰে বিজাইছে। এতেকে শ্ৰম কৰিলেই আৰ্জিব পৰা ধন সম্পত্তি যেনে ধন পুৰুষৰ হাতৰ মলি dirt of the palms i e wealth (for wealth is earned by making the palms dirty in toiling with the hands )

**হাতৰ খজুৰতি ধৰা** একো নকৰাকৈ থাকিলে হাত খজুৰায় এই ভাব বুজাইছে। এতেকে বিনা কামে থাকি আমনি লগাত কিবা কৰিবলৈ ব্যগ্ৰতা জন্মা to be impatient to do something having done nothing for a long time **হাতৰ খজুৰতি মৰা** একো নকৰাকৈ থাকি আমনি লগাত কিবা কাম কৰি সেই আমনি গুচোৱা to do something whatever to break the monotony of doing nothing

**হাতৰ তলুৱা খজুওৱা** প্ৰবাদ আছে বোলে হাতৰ তলুৱা খজুৱালে হানি হয়। এতেকে হানি হ বৰ লক্ষণ হোৱা occuring of an ill omen of having something to lose (মতান্তৰে লাভৰ লক্ষণ হোৱা)।

**তৰ মুঠিত ৰখা** মুঠিৰ ভিতৰত ৰখা অৰ্থাৎ তেনেই শাসনৰ অধীনত ৰখা সম্পূৰ্ণৰূপে বশ কৰি ৰখা to keep in complete control or absolute subordination

**হাতলৈ চোৱা** কি দিয়ে বুলি বা দিবলৈ কি আনিছে বুলি লোকৰ হাতলৈ চোৱা অৰ্থাৎ লোকৰ পৰা কিবা পাবলৈ আশা কৰা to look up to one s hands for a gift

**হাতীক হাতেৰে হেচোকা হাতেৰে হেঁচুকি** হাতীক লৰাব নোৱাৰি। এতেকে ডাঙৰ কামলৈ সামান্য উপায় অবলম্বন কৰা to push an elephant with the hand i e to employ small means for a big task

**হাতী কলা** বৰ ডাঙৰ কলা একো নুশুনা কলা stone deaf

**হাতী খাৱনে খোৱা** হাতীয়ে বহু খায়। এতেকে বৰ সৰহকৈ খোৱা to eat enormously

**হাতী পটি দিয়া** হাবিত হাতী অহা-যোৱা কৰা দীঘল বহল পটি থাকে আৰু তাত হাতীৰ অনেক খোজ পৰি থাকে। সেই দৰেই আকাশত দীঘল বহল আৰু অনেক তৰা থকা চিন অৰ্থাৎ ছাঁয়া পথ ওলোৱা coming out of the Milky Way on the sky

**হাতী পৰা দিয়া** আচলত পৰিলে গধুৰ বাবে হাতী উঠিব নোৱাৰে। এতেকে উঠিব নোৱাৰাকৈ পৰা সাঙ্ঘাটিক বিপদাপন্ন হোৱা to fall down like an elephant so as to be unable to rise again i e to be hopelessly in danger

**হাতীয়ে ম'হে যুঁজা** বনৰীয়া হাতী আৰু বনৰীয়া ম'হে ডাঙৰ নেৰা নেপেৰা যুঁজ লাগে। এতেকে ডাঙৰ আৰু দীঘলীয়া যুঁজ কৰা to fight obst nately for a long time

**হাতীয়ে মাউতে তল যোৱা** মাউতে সৈতে হাতী তল যোৱা। এতেকে বৰ দ very deep

**হাতীয়ে মাখিয়ে যুঁজ** শক্তিমন্তৰ সৈতে নিশকতীয়াৰ যুঁজ a fight between an elephant an a fly i e between the strong and the very weak

**হাতীয়ে মাখিয়ে সমান হোৱা** সকৰে ডাঙৰেৰে যোৰ মৰা the fly vying with the elephant i e an insignificant and weak person vying with a person of great

prominence and strength

**হাতীৰ মুখে খুওৱা** হাতীৰ মুখ ভৰিবলৈ সৰহ বস্তু লাগে। এতেকে সৰহকৈ খুওৱা to feed abundantly

**হাতীৰ শুৰে বৰষুণ দিয়া** বৰ ডাঙৰ বৰষুণ দিয়া to rain heavily

**হাতী সকাম** হাতী হেন ডাঙৰ সকাম। এতেকে বৰ ডাঙৰ সকাম। a very big ceremony

**হাতে কলমে ধৰা** হাতত কলম লৈ লিখি থাকোঁতেই ধৰা। এতেকে কোনো কাম কৰি থাকোঁতেই ধৰা পেলোৱা পদে প্ৰমাণে ধৰা পেলোৱা to detect red handed to find guilty on unrefutable proof of evidence **হাতে কলমে ধৰা পৰা** ওপৰৰ কোৱা মতে ধৰা পৰা to be detected as stated above

**হাতে কাণে অৰা** হাত আৰু কাণ আদিত অলঙ্কাৰ পিন্ধা। এতেকে আ অলঙ্কাৰ পিন্ধি সাজ সজ্জা কৰা to wear ornaments **হাতে কাণে দিয়া** পিন্ধিবলৈ আ অলঙ্কাৰ দিয়া to porovide with ornaments to wear

**হাতে কাষে আজোৰা** কোনোৱে হাতত কোনোৱে কাষত ধৰি আজোৰা অৰ্থাৎ অনেকে একে সময়তে জঞ্জাল কৰা to be annoyed by many at a time

**হাতে ঢুকি পোৱা** ওচৰ নিকটবৰ্তী বিচাৰিলে পোৱা ঠাইত থকা যেনে হাতে ঢুকি পোৱাত ভাল বেজ নাই within reach

**হাতে পাত ধৰা** কোনো কামত লোকৰ লগত ধৰি সাহায্য কৰা to assist others in doing anything

**হাতে পোৱা** 'হাতে ঢুকি পোৱা' চোৱাঁ।

**হাতে ভৰিয়ে ধৰা** 'ভৰিয়ে হাতে ধৰা' চোৱাঁ।

**হাতে ভাতে ছোৱা** হাতেৰে ভাত মাত্ৰ স্পৰ্শ কৰা অৰ্থাৎ ভাত খোৱাৰ নাম মাত্ৰ কৰা simply to touch a meal in the name of eating i e eating very little

**হাতে লোতৰে ধৰা** চুৰ কৰা বস্তু চোৰৰ হাতত থাকোতেই চোৰ ধৰা দোষ কৰি থাকোঁতেই দোষীক ধৰা পেলোৱা to catch and offender red handed

**হাতে হাতে** (১) ততালিকে যেনে মোৰ কথা হাতে হাতে লাগিল instanly (২) প্ৰতি মানুহৰ হাতত যেনে আজিকালি হাতে হাতে হাত ঘড়ি হৈছে in every body s hand (৩) এহাত এহাতৰ অন্তৰে যেনে হাতে হাতে খুঁটি পোতা at the interval of every cubit (৪) এজনৰ হাতে আন এজনৰ হাতে যেনে হাতে হাতে ধৰি নচা hand in hand (৫) হাত দিয়েই লাগ পোৱাতে হাতৰ ওচৰতে বা মুঠিতে যেনে হাতে হাতে স্বৰ্গ পোৱা within immediate reach in one s own hand (৬) অনেকৰ হাতেৰে যেনে হাতে হাতে দাঙি ধৰা with the hands of several people (৭) বেয' কাম কৰি থাকোঁতেই যে' হাতে হাতে চোৰ ধৰা in the act of doing a wrong red handed (৮) নিজৰ হাতেৰে লোকৰ হাতত যেনে চিঠিখন হাতে হাতে দিলোঁ personally with one s own hand to another s hand (appl tc handing over anything) (৯) এজনৰ হাতৰ পৰা আনৰ হাতলৈ যেনে কাগজখন হাতে হাতে গৈ শাৰীৰ মূৰ পালে from one s hand to another s (১০) শুদা হাতেৰে শুদা হাতত যেনে মান্যবন্তক হাতে হাতে বস্তু দিব নেপায় with the bare hand (১১) অলপতে অৰ্থাৎ অলপ সময়ৰ ইফালে সিফালতে যেনে ৰেলখন হাতে হাতে সাৰিল for a very small difference of time (১২) সাক্ষাততে আগতে যেনে দেৱতাই হাতে হাতে দেখা দিলে presently (১৩) পাচলৈ বাকী নোথোৱাকৈ হাততে যেনে হাতে হাতে ধন দিলেহে

বস্তু বেচিম in cash and not in credit

**হাতে হাতে স্বৰ্গ পোৱা** 'হাতত স্বৰ্গ পোৱা' চোৱা।

**হাদাণ্ডি মেলা** ৰখীয়া নোহোৱাকৈ এৰি দিয়া to let loose without a keeper

**হাদিষ্টে** (হা = হয় বা হোৱা দিষ্টে = দৃষ্টে) দেখি থাকোঁতেই চকুৰ আগত। এতেকে সাক্ষাতে প্ৰকাশ্যকৈ যেনে হাদিষ্টে দেখা কোৱা বা কৰা within one s sight openly

**হাদুৰা চতুৰা কৰা** কথাৰ সঁচা মিছা নিৰ্ণয় কৰিবলৈ সকলো পক্ষক গোটাই সুধি পুছি চোৱা to bring together contending parties and question them with a view to get at the truth of the matter of contest

**হা না কৰা** হা বা না দুটাৰ এটা খাটা কৰা অৰ্থাৎ, কোনো কাম কৰা হ'ব নে নহ'ব তাৰ থিৰাংকৈ ঠিকনা কৰা to decide conclusively either to do or not to do something

**হানি পৰা** মৰা পঞ্চত্ব প্ৰাপ্ত হোৱা to die

**হাপুৰ দিনত** বহু দিনৰ পূৰ্বে বা পাচলৈ in the long past or long future

**হাবাথুৰি খোৱা** দুখ কৰা বাবে অতিশয় ভাগৰ অনুভৱ কৰা to be very much fatigued for doing hard works **হাবাথুৰি লগা** একে অৰ্থ।

**হাবিত কন্দা** হাবিত কান্দিলে কাৰো পুতৌ পোৱা নোযায়। এতেকে নিস্ফল ৰোদন কৰা to ry in the wilderness

**হাম্বাও কঢ়া** (হাম্ বাও=হাম্বা ৰৱ) গাই গৰুৱে পোৱালী হেৰালে হাম্বা হাম্বাকৈ বিচাৰি ফুৰে। এতেকে হেঁপাহেৰে অভিলাষ কৰা to long for

**হামাৰ ভাৱে** প্ৰচুৰ পৰিমাণে in abundant quantities

**হায় হায় খায় খায় কৰা** ইটো ন'হল সিটো ন'হল বুলি হাই উৰুমি কৰি অশান্তি কৰা to make noise by finding fault with this or that and thus disturb peace

**হায়ে বিয়ে কৰা** (হায়ে = হায় ঐ বিয়ে— অনু) বেজাৰ বা বিস্ময়ত বিস্ময়সূচক শব্দ কৰা to make a cry of wonder either in sorrow or amazement

**হাৰ্মাল হোৱা** ডিঙিত মেৰাই পিন্ধা হাৰ বা মালাৰ দৰে হোৱা মেৰ খাই থকা বাবে তাক ডিঙিৰ পৰা বেগতে একবাৰ নোৱাৰি। এতেকে কলগ্ৰহ হোৱা আপদীয়া লেঠা বা জঞ্জাল হোৱা to be a loathsome trouble

**হাৰামৰ নেওৰ** গাহৰিৰ নেওৰ অৰ্থাৎ অধম আৰু দুষ্ট মানুহ a low and wicked person

**হাৰাশান্তি হোৱা** হাইৰাণ হোৱা to be wearied and exhausted

**হাল্ জোৰা** গৰু ম'হৰ কানত যুৱলি লগাই হাল বাবলৈ মুঠেই আৰম্ভ কৰা। এতেকে কোনো কাম মাত্ৰ আৰম্ভ কৰা to yoke cattle for ploughing i e just to begin a work

**হালত জোৰা** হাল বাবলৈ যুৱলিত গৰু ম'হ লগোৱা। এতেকে কাম শিকিবলৈ লগোৱা কামত লগোৱা to put a person to learn work to put to work

**হালে হালে সাঙোৰা** দুটা দুটাকৈ সাঙুৰি বন্ধা to tie together in pairs as cattle

**হিং হিং কিট কিট কৰা** কেটকেটোৱা কেটেৰ জেঙেৰ কৰা to scold to speak angrily **হিং হিং খিং খিং কৰা** একে অৰ্থ। **হিং হিং বিজ্ বিজ্ কৰা** একে অৰ্থ।

**হিয়া থাকুৰা** হিয়াত ভুকুৱাই শোক কৰা to beat one s own breast in distraction **হিয়া থুনা** একে অৰ্থ। **হিয়া ভুকুওৱা** একে অৰ্থ।

**হিৰ্ দিয়া** এৰী মুগা পাট বা মেজাঙ্কৰি সূতা কটা to spin silk threads

**হিল্ দল্ ভঙা** (হিল = শিল) শিলনি অতিক্ৰম কৰি আৰু দলনিৰ দল ভাঙি ছিঙি বহু ঠাই জুৰি প্ৰবল বেগেৰে

ধাবিত হোৱা যেনে হিল্ দল্ ভাঙি ধল আহিছে to proceed with great force rolling over stones breaking water plants and extending over a large area

**হীন ডেঢ়ি** বঢা টুটা তাৰতম্য inequality

**হীৰা নাম** সবাহত গোৱা এবিধ নাম a sort of songs sung in a religious ceremony

**হুকি মৰা** ডাবি মৰা ভেকাহি মৰা to utter curt and angry words loudly in order to intimidate

**হুদু পৰা** (১) হুদু নিজান ঠাইত পৰে। এতেকে মানুহ দুনুহ মৰি হাজি ঢুকুৱাত নিজান হোৱা যেনে বাৰীত হুদু পৰিছে, অৰ্থাৎ, মানুহ দুনুহ মৰি ঢুকুৱাত এৰা বাৰী হৈছে to be lonely (as a homested) by reason of death of the occupants (২) মানুহৰ বাৰীত পৰি হুদুৰে মতা মানুহ থকা বাৰীত হুদুৰে মতা অমঙ্গলৰ চিন। এতেকে অমঙ্গলৰ চিন ওলোৱা বা সূচনা হোৱা happ ning of an evil omen (হুদু means a horned owl )

**হুন্ উঠা** হানি পূৰ হোৱা to be made up as a less **হুন্ তোলা** হানি পূৰ কৰা to make up a loss

**হুনো বাৰ্তা** (হুনো = শুনো হেনো) লোকৰ মুখে শুনা সম্বাদ উডা বাতৰি a rumour a hearsay

**হুৰা জুৰা কৰা** বেমেজালি বা হুলস্থূল কৰা to create a confusion **হুৰাজুৰা লগোৱা** একে অৰ্থ।

**হুমুনিয়াহ্ কঢ়া** দুখ শোক বা চিন্তাত দীঘল নিশ্বাস পেলোৱা to sigh in sorrow or anxiety

**হুৰ্ খোৱা** ভয় খাই জাকেৰে পলোৱা যেনে হিলৈৰ মাতত চৰাইবোৰ হুৰ খালে to be frightened away in a body **হুৰ্ খুওৱা** ভয় খুৱাই খেদোৱা to frighten away

**হুৰমত চন্ কৰা** (চন্ = উচ্ছন্ন) সম্ভ্ৰম নষ্ট কৰা অপমান কৰা to insult **হুৰমত চন্ হোৱা** অপমানিত হোৱা to be insulted

**হুৰ্ হুৰ্ টক্-টক্** হুৰহুৰীয়া আৰু টক্‌টকীয়া স্বভাৱৰ outspoken and energetic

**হুৰা মুৰা কৰা** জোঁটাপুটি বা কিলাকিলিত হাই কৰি হুলস্থূল লগোৱা to create noise or confusion by an affray or struggle **হুৰাহুৰি কৰা** একে অৰ্থ।

**হুৰি মৰা** বহুতে উত্তেজিত হৈ একেলগে হাই কৰা যেনে জাকেই মানুহ হুৰি মাৰি উঠিল to be excited and making noise in a body

**হুল্ চঁচা** লোকক খুঁচিবলৈ হুল্ চাঁচি প্ৰস্তুত কৰা অৰ্থাৎ, লোকৰ অপকাৰ কৰিবলৈ গোপনে স্থিৰ কৰা to plot an injury to others

**হুল্ জোং চোৱা** হুল জো আদিলৈ মন কৰা বা সাৱধান হোৱা অৰ্থাৎ বাধা বিঘিনিলৈ চকু ৰখা বা সতৰ্ক হোৱা to notice obstructions or impediments **হুল্ জো' বছা** একে অৰ্থ।

**হুৱা দুৱা কৰা** বিপদত অনেকে একেলগে শোকৰ আৱাও কৰি হুলস্থূল লগোৱা to create confusion by lementing in a body **হুৱা দুৱা লগোৱা** একে অৰ্থ।

**হেঁকটিয়া বন্ধা** ঘা লগা বা ঘঁহনি খোৱা বাবে গাৰ কোনো অংশ টান হৈ কাঠ বন্ধা বা কাঠ হোৱা to form into a corn **হেঁকটিয়া মৰা** একে অৰ্থ।

**হেঁকা ওলোৱা** পৰিশ্ৰমৰ বাবে দুখ পোৱা যেনে পানী কঢ়িয়াওতে হেঁকা ওলাল। to be very much fatigued by doing hard works

**হেঁচা** ওপৰলৈ উধাব নোৱাৰাকৈ তললৈ হেঁচি ধৰা। এতেকে উন্নতি বৃদ্ধিত ব্যাঘাত কৰা যেনে অসমীয়াক বিদেশীয়ে সকলো ফালে হেঁচিছে to put down to prevent growth prosperity or improvement

**হেঁচি ঠেলি** হেঁচা ঠেলা মাৰি অৰ্থাৎ সাহায্য কৰি লাগি ভাগি নিজৰ বল প্ৰয়োগ কৰি যেনে তাক হেঁচি ঠেলিহে আগ

বঢ়োৱা হৈছে by rendering assistance by force

**হেঁচোক মৰা** পাচৰ পৰা হেঁচুকি আগ বঢ়োৱা অৰ্থাৎ, আগ বাঢ়িবলৈ সাহায্য কৰা to assist to advance **হেঁচোকা মৰা** একে অৰ্থ।

**হেঁটা ওপৰা কৰা** একেটা বস্তুকে পাবলৈ লোকৰ লগত জোঁটাপুটি কৰা to scramble to struggle with others to get something

**হেঁটিওৱা** হেঁপিওৱা খপিওৱা হাতেৰে উমানতে বিচাৰি ফুৰা। এতেকে স্থিৰ লক্ষ্য নোহোৱাকৈ য'তে ত'তে বিচাৰি ফুৰা to grope in the dark

**হেঁপা মেলা** দূৰৰ পৰা কোনো বস্তু ধৰিবলৈ হাত মেলা। এতেকে কোনো বস্তু লাভ কৰিবলৈ দূৰৰ পৰা যত্ন কৰা to try to get at something from a distance

**হেঁপাই ফোঁপাই** হেঁপনিয়ে ধৰাকৈ ফোঁপাই জোপাই অৰ্থাৎ, বৰ পৰিশ্ৰম কৰি হেলাই হেঁপাই যেনে হেঁপাই ফোঁপাই ভাৰখন পেলাইছোঁহি being very much fatigued by labouring hard

**হেঁপিওৱা** হেঁটিওৱা চোৱাঁ।

**হেঁফনি মৰা** অস্পষ্ট বাক্যৰে ইঙ্গিত দি বাধা কৰা to prevent a person from doing anything by giving a hint in indistinct words

**হেকান্ পৰা** নিজে বা নিজৰ পক্ষই পূৰ্বে কৰা উপকাৰ সোঁৱৰাই দি লোকক লাজ দিয়া যে'ন নীচ মানুহে লোকৰ কিবা উপকাৰ কৰিলে পাচত তাৰ হৈ হেকান্ পাৰে to censure one referring to favours bestowed on him in the past

**হেঙা পুঙা কৰা** মিছা ওজৰ দেখুৱাই, বা আজি কৰিম কাইলৈ কৰিম বুলি কোনো কাম কৰিবলৈ পেলাই থোৱা to put off doing anything under false prefence

**হেঙাৰ ধৰা** (হেঙাৰ = জেওৰা) জেওৰা দি বাট ভেটি ধৰা জেওৰা জপনা বা পথালি বাঁহেৰে বাট ভেটা যেনে দৰা আহোঁতে বাটত মানুহে হেঙাৰ ধৰে to obstruct one s way by a fence or poles **হেঙাৰ ভঙা** জেওৰা ভঙা অৰ্থাৎ, নৈতিক নিয়ম উলঙ্ঘা কৰা নীতি উপলঙ্ঘা কৰা to break or disregard moral rules or rules of conduct

**হেঙেৰা ভঙা** হেঙাৰ ভঙা চোৱাঁ।

**হেদাণ্ডি মেলা** 'হাদাণ্ডি মেলা চোৱাঁ।

**হেদানি মেলা** 'হাদাণ্ডি মেলা চোৱাঁ।

**হেনচেপ্ কৰা** টান ধৰা অৰ্থাৎ, কোনো বস্তু দিওঁতে যিমান দিব লাগে তাতকৈ কমাই দি কিৰ্পিণালি কৰা to practise miserliness by giving less of anything than what is required

**হেনফেৰ্ কৰা** (হেন = হীন ফেৰ্ = তৰ্জুৰ ফেৰ্) হেৰফেৰ কৰা চোৱাঁ।

**হেন্দু টেঁপাই কৰা** কুৰ্বুধালি কৰা কপট আচৰণ কৰা to practise dishonesty or duplicity

**হেপোৰ্-তেপোৰ্কৈ** বলে নোৱাৰাতো কোনো মতে টানি টুনি অতি পৰিশ্ৰমেৰে striving beyond one s strength with utmost labour

**হেপোৰ্ পিটা** বহু পৰলৈ একেৰাহে পৰিশ্ৰম কৰা (এই নামৰ এবিধ খেলৰ পৰা এই বাক্য ওলাইছে) to go on doing something with labour continuously for a long time

**হেৰ্ফেৰ্ কৰা** বঢা টুটা বা লৰচৰ্ কৰা যেনে জোখত বা কথাত হেৰ্ফেৰ কৰা to make more or less to alter

**হে-লা হৈ চ কৰা** গধুৰ বস্তু টানোতে অনেকে একেলগে ধৰি হে-লা হৈ চ বুলি টানে। সেইদৰে এহেঁচোক্ এহেঁচোক্কৈ টানোতে বহু পৰ লাগে। এতেকে অলপ অলপকৈ কৰি কোনো কামত বহু পৰ লাগি থকা to take a long time in doing anything slowly

**হেলাই হেঁপাই** হেপাঁই ফোঁপাই চোৱাঁ।

**হৈ ঔ হৈ ঔ কৰা** গুৱালে হৈ হৈ বুলি গৰু

ম'হ যেদি ফুৰে। এতেকে লোকে বন কৰিবলৈ চিএৰ বাখৰ কৰি দিহা দিয়া খটিয়াই থকা to go on goading others for work

হৈ দিয়া হাঁহা নিন্দা কৰা বেয়া বোলা to hoot out to ridicule to laugh at

হৈ দুপালি মৰা দুপ্ দুপাই ফুৰা উদ্ভণ্ডালি কৰি ডেওপাৰি ফুৰা to conduct or behave outrageously

হৈয়া হৈয়ি কৰা এবাৰ ইফালে এবাৰ সিফালে হেঁকেৰা কৰা। এতেকে হুৰামুৰা কৰা to create disorder or confusion

হোঁহকা পিছলা কৰা কোনো বাৰ আগ বাঢিব খুজি কোনো বাৰ আকৌ পাচলৈ যাব খোজা। এতেকে ইতস্তত কৰা এবাৰ কৰোঁ বুলি আকৌ নকৰিবৰ মন কৰা to hesitate

হোঁ-হেকো নোবোলা সমুলি একো নমতা সমূলি বাধা নকৰা not to speak whatever not to put any obstruction or hindrance at all

হোত কৰে একেবাৰেই সৰহকৈ (পৰাত বা ঢলাত খাটে) যেনে হাত ধৰি নেবাকিলে চুঙাৰ তেল হোত কৰে পৰে in a large quantity at a time as in pouring a liquid

হোৰ্ উঠা ক্ষতিপূৰণ হোৱা দইন্ পূৰ হোৱা to be made up for a loss to be compensated for হোৰ্ তোলা ক্ষতি পুৰোৱা পেটিক তোলা দইন্ পূৰ কৰা to compensate for a loss

হোল্‌গোজ্ ভকত হোজা সৰল চিতীয়া মানুহ চল চাতুৰী নজনা মানুহ a simple and artless person

হোৱাই নোহোৱাই (১) কিছু হোৱাকৈ আৰু কিছু নোহোৱাকৈ ভালে বেয়াই মাজে মূধে যেনে বনখন হোৱাই নোহোৱাই কৰিছোঁ passably (২) ৰাবে অবাৰে হুকে অহুকে যেনে হোৱাই নোহোৱাই কেটকেটাই থাকিলে মানুহৰ খং উঠে with or without justification indiscriminately

হোৱা কথা হ'ব লগীয়া কথা হৈ যোৱা কথা নিবাৰণ কৰিব নোৱাৰা কথা সচৰাচৰ হৈ থকা কথা যেনে হোৱা কথা হ'বই anything that must happen anything that usually happens হোৱা দিয়া শিয়ালৰ এটাই হোৱা দিলেই, আটাইবোৰে দিয়ে সেই দৰেই, নেভাবি নিচিন্তি লোকৰ কথাতে হয় দিয়া to support other's opinion without thinking independantly

হোৱা হুই হোৱা সমাপ্ত হ'ব লগীয়া হোৱা to be almost finished

হোৱা হো বহুত প্ৰচুৰ যেনে বস্তু হোৱা হো হৈছে plentiful ক্ৰিয়া বিশেষণ— হোৱা হোৱে হোৱাহোকৈ।

হৃদয়ত খুন্দিওৱা মনত ভাব উদয় কৰি দিয়া মনত মতি দিয়া যেনে ঈশ্বৰে হাকিমৰ হৃদয়ত খুন্দিয়াই, গোচৰত মোক অব্যাহতি দিয়ালে to knock at one's heart i e to direct one's mind to do or not to do a particular thing

## ক্ষ

ক্ষণে তুষ্ট ক্ষণে কষ্ট হোৱা বেগতে সন্তুষ্ট বেগতে কোপিত হোৱা এই বগিয়াল এই খঙাল হোৱা to be mirthful at one moment and angry in the next to be of fretful disposition

ক্ষুদ্ৰ শৌচ কৰা মূত্ৰত্যাগ কৰা to make water

## বত্নকোষৰ

১ম খণ্ড খণ্ডবাক্য ভাগ সমাপ্ত।